# স্বপ্ন সত্য বাস্তৱ

( মনৰ দাপোণ+খবৰ বিচাৰি+বিচাৰৰ বাবে )

## পদ্ম বৰকটকী


STATE CENTRAL LIBRARY.
Call No.-
ASSAM.

মিত্ৰ এজেন্সী এণ্ড কোং
[illegible] : অসম

**SWAPNA SATYA BASTAVA : a TRILOGY containing three novels (i.e. MANAR DAPON, KHABAR BICHARI and BICHARAR BABE each of which though in one sense complete, are closely related) written by Padma Barkataki and published by Narendra Nath Das, on behalf of M/s. MITRA AGENCY & CO., Tinsukia, Assam. First published in April, 1981. Price Rupees Twenty five only.**

প্ৰথম প্ৰকাশ :
এপ্ৰিল, ১৯৮১ চন ॥
ব'হাগ, ১৯০৩ শক ॥

প্ৰকাশক :
শ্ৰীনৰেন্দ্ৰ নাথ দাস
মিত্ৰ এজেঞ্চি এণ্ড কোং
তিনিচুকীয়া : অসম

মুদ্ৰক :
শ্ৰীমতী শিখা চৌধুৰী
কণা প্ৰেছ
২০৯এ, বিধান সৰণী,
কলিকতা-৬

বেটুপাতৰ শিল্পী :
গণেশ বসু, কলিকতা

মূল্য : পঁচিশ টকা

১৯৮১ চনৰ ২৬ ফেব্ৰুৱাৰীৰ দিনা পুৱা
৮ বাজি ৫ মিনিটত ( মণিৰাম দেৱানৰ
মৃত্যু-তাৰিখত ) পৰলোক গমন কৰা
অসম-চেতনা বেণুধৰ শৰ্মাৰ স্মৃতিত—

লেখকৰ বক্তব্য-লেংটি॥

"বাল্জাকৰ দৰে মধ্যবিত্তৰ আঁৰ-বেৰ ভাঙি, ভণ্ড সমাজক কথাৰ চাবুকেৰে কোবাই, উপন্যাস লিখক পদ্মবাবু!" বাণী প্ৰকাশনীৰ মালিক, ৰসগ্ৰাহী পাঠক হৰিসাধন ভট্টাচাৰ্যই মোক বুজাইছিল ; কলিকতাৰ আমহাৰ্ষ্ট ষ্ট্ৰীটত তেখেতৰ দোকানতে। এই আমহাৰ্ষ্ট ষ্ট্ৰীট তাহানিৰ লক্ষ্মীনাথ বেজবৰুৱাৰ দিনৰেপৰা অসমীয়া সাহিত্যৰ সেৱাৰ কাৰণে বিখ্যাত (পৰিৱেশে উচটায় ?)। মোক তেখেতে শিৱসাগৰ অসমীয়া সমাজখনকে পটভূমি কৰি ল'বলৈ কৈছিল—শিৱসাগৰত ভালেদিন সংবাদদাতা হৈ আছিলোঁ বুলি জানে কাৰণে। সেয়ে মোৰ "মনৰ দাপোণ" লিখাৰ আদি ; তাৰ আগলৈকে গীত আৰু সংবাদৰ দৰে টুকুৰা বস্তু লিখা লেখকহে আছিলোঁ।

সেই সময়ত অসমীয়া লেখক-পাঠকে এনেকুৱা শালীনতাবোধত ভুগিছিল যে মনৰ দাপোণ ছপা হৈ ওলোৱাৰ পাছতো অসমৰ বজাৰলৈ পঠাবলৈ ভয় লাগিছিল। ইমান নাঙঠ বৰ্ণনা শালীন অসমীয়াই সহ্য কৰিব পাৰিব জানো ? 'মোৰ কলমটোৱেও চকু ঢাকি লোৱা' বুলি পাতনিত সেই কাৰণেই লিখিছিলোঁ। কালিদাসৰ মেঘদূতৰ অশ্লীলতাৰ তুলনাত মোৰ উপন্যাসৰ বৰ্ণনা নগণ্য বুলি বুজাবলৈকে আহাৰ-শাওণৰ শিৱজাং বুলি উপন্যাসখন আৰম্ভ কৰি সৰল গছক নাঙঠ আকাশৰ ৰূপ চাই থকা অৱস্থাত পাঠকৰ আগত দাঙি ধৰিছিলোঁ—যাতে প্ৰথম পৃষ্ঠাতে গা-ধোৱা-ধৰৰপৰা প্ৰায়-নাঙঠ হৈ ওলাই অহা জানুক অকলৈ লগ পাই পাঠক চক্ খাই নুঠে। (এতিয়া তাতকৈ নাঙঠকৈ লিখিবলৈও শব্দৰ লেংটি নামাৰোঁ।)

ভাষাৰ কালৰপৰা অসমীয়াত এই কিতাপতে প্ৰথম শিশ্ন (কেৱল থাকিলে আখৰটো শিশ্ন কৰা—মৰ্ত্ত্য, কৰ্ম, ইত্যাদি) বৰ্জন কৰা হৈছে। তাৰ পাছত হে গুৱাহাটী বিশ্ববিদ্যালয়ত।

কোনোবা জীৱনত চৰিত্ৰৰ লৈতে মিল আছে নেকি? লেখকে বহুত একে চৰিত্ৰৰপৰা তিল-তিলকৈ লৈ তিলোত্তমা গঢ়ে। কোনোবা চিনাকিৰ ভাল এটুকুৰ পাইলে মোৰ তিলোত্তমাত সোমাল কিয়? কিন্তু সম্পূৰ্ণ কোনোবা ব্যক্তিৰে চৰিত্ৰ? নহয়।

উপন্যাসখনৰ চাৰিওটা চৰিত্ৰ সমাজৰ, শ্বিলঙৰ সমাজৰ, সঁচা-সঁচি চাৰিটা স্তৰৰ প্ৰতিনিধি কৰি গঢ়া। তেওঁলোকৰ দুৰ্বলতাৰ দুৰ্ভোগে মোৰ সমবেদনা কাঢ়ি নিছে। আপোনাৰো নিব ; পঢ়ি চাওক।

[এই তিনিখন উপন্যাস এইদৰে সজাই উলিওৱাৰ সমস্ত প্ৰস্তাৱ, নিৰ্বাচন, পৰিকল্পনা শ্ৰীযুত নৰেন দাসৰ। এমোকোৱা হাঁহিৰে শুৱনি পুৰুষ শ্ৰীদাসৰ কিতাপ প্ৰকাশত নিৰৱধি আগ্ৰহ আৰু নিয়াৰি কাম উচ্চ সৌন্দৰ্যবোধৰ পৰিচায়ক। মানুহজনক সেয়ে প্ৰথম এদিন কলিকতাত পোৱাৰপৰা দিনৌ বেছিকৈ ভাল পাই আহিছোঁ আৰু প্ৰকাশ আৰু প্ৰুফ চোৱা আৰু অংগ-সজ্জাত তেখেতৰ প্ৰস্তাৱ মানি আহিছোঁ। এইখনতো... ]

# মনৰ দাপোণ

['জাহ্নু'ৰ]

শাওণৰ সেমেকা শিলং। আবেলি তিনিমান বাজিছিল। সৰল গছবোৰে থৰ লাগি নঙঠা আকাশৰ ৰূপ চাইছিল—ডাৱৰৰ আৱৰণ নথকা নঙঠা আকাশ। বতাহো অলৰ-অচৰ। সৰল গছৰ চাঁত সমাগত শিল্পী-মখিয়াৰ ৰোমাণ্টিক আহ্বানবোৰে ডোঙা বান্ধিছিল।

শোৱনি কোঠাৰ গাতে লগা গা-ধোৱা-ঘৰৰ দুৱাৰখন মেল খালে। গা-ধোৱা-ঘৰত জাহ্নু। তাইৰ গাত কেৱল এটা বুকু খোলা ড্ৰেচিং-গাউন—ডাঙৰ ডাঙৰ গোলাপ ফুলৰ ছবি আঁকা, ভৰিৰ সক গাঁঠিলৈকে পৰা চিকচ গাউনটো। বুতাম নথকা সমুখৰ ফালৰ পাতলি দুটা একেলগ কৰি এহাতেৰে চেপি ধৰিছে জাহ্নুৱে। এই চকল চিকৰ গাউনটোৱে কেতিয়াবা তাইক বিপদত পেলায়—অকণমান সুবিধা পালেই লাজ লগাকৈ পিছলি যায়।

জাহ্নুৰ মূৰৰ চুলিবোৰ ভালকৈ নেদেখি। কোমল বগা টাৰ্কিচ টাৱেলেৰে পাগুৰিৰ দৰে বন্ধা। গা ধোওঁতে তাই মূৰ তিওৱা নাই, সেইদৰে বান্ধি লৈছিল। গা-ধোৱা-ঘৰৰ ভিতৰৰপৰা শোৱনি কোঠালৈ অহা দুৱাৰখন খুলি, দুৱাৰডলিত ভৰি এটা দি, তাই থমকি ৰ'ল। নিজৰ তিতা ভৰি দুখন আৰু শোৱনি কোঠাৰ পলিচ্ কৰা মজিয়াখন একেলগে চাই ল'লে। তিতা ভৰি দুখনেৰে মজিয়াৰ চিকচিকীয়া পলিচটো নষ্ট কৰা উচিত হ'ব জানো? ভৰিৰ আঙুলিকিটাৰ ওপৰত দেহাৰ ভৰটো দি, জাহ্নুৱে শোৱনি কোঠাৰ মজিয়াত বগলীৰ দৰে খোজ পেলালে।

শোৱনি কোঠালৈ ওলোৱা-সোমোৱা দুৱাৰ মাত্ৰ এখন। জাহ্নুৱে সেইখন বন্ধ কৰি দিলে। বন্ধ কৰিয়েই, কোনোবা ইংৰাজী কথাছবিৰ নায়িকাৰ দৰে, তাই আগলৈ বেহুভিৰীয়া হ'ল। দেহাৰ মাজভাগ দুৱাৰখনত চেপি ধৰি, কেৱল মূৰটো ঘূৰাই পাচলৈ চালে। পোনে পোনে থকা নিজৰ সমানেই ওখ আইনাখনত তাইৰ নিজৰ প্ৰতিবিম্বটো চকুত পৰিল। শৰীৰৰ সীমা-ৰেখা আৰ্চীখনে অবিকল নকল কৰিব পাৰে। কিছুপৰ নিজৰ সেই ৰূপকে চাই থাকিল তাই। হঠাতে তাই প্ৰতিবিম্বটোক সৰু ছোৱালীৰ দৰে জিভা উলিয়াই সিঙাৰি দিলে। সিঙাৰি সিঙাৰিয়েই তাই ড্ৰেচিং-টেবুলৰ আৰ্চীখনৰ কাষ পালেহি। নাচোনৰ ভংগিৰে আৰ্চীখনৰ কাষলৈ আহোঁতে, তাইৰ অংগৰ প্ৰতিটো সঞ্চালন আৰ্চীখনে অকৃপণভাৱে তাইক দেখুৱাইছিল। হয়তো সেই কাৰণেই, কাষলৈ আহি তাই নিজৰ প্ৰতিবিম্বটোক এটা চুমা খাই দিলে।

'দুষ্ট ছোৱালী'—হাঁহি হাঁহি প্ৰতিবিম্বটোক তাই ক'লে।

সূচীৰ-শিল্পৰ কাৰু-কাৰ্য কৰা ওখ মূঢ়াটো টানি ড্ৰেচিং-টেবুলখনৰ সমুখত বহি পৰিল জাহ্নু। প্ৰতিবিম্বটোৰ লগত চকুৱে চকুৱে চাই থকা অৱস্থাতে উঘালতে

টেবুলৰ ড্ৰয়াৰ এটা খুলিলে; উমানতে খেপিয়াই খেপিয়াই ড্ৰয়াৰটোৰপৰা বটল আৰু টেমা কিছুমান উলিয়ালে—সৰু সৰু পুতলাৰ দৰে নানা গঢ়ৰ, নানা ৰঙৰ বটল আৰু টেমা; এটা এটাকৈ উলিয়াইছিল আৰু আইনাখনত প্ৰতিটোৰ প্ৰতিবিম্বটো চাইছিল—ঠিক বিচৰাটোকে উলিয়াইছে নে নাই। ইমান লাহে লাহে উলিয়াইছিল যেন আৱশ্যকতকৈ সময় তাইৰ বহুত বেছি।

এই বটল-টেমাবিলাক প্ৰসাধনৰ সামগ্ৰী—আধুনিকাৰ জীৱনৰ অপৰিহাৰ্য অংগ।

কেৱাবিধো উলিয়াই থৈ আৰু নো কি লাগিব পাৰে, তাই ভাবি চালে। ভাবোঁতেই যেন ভাগৰ লাগিল। সাপৰ দৰে দেহাটো কেৰাউঁজো কৰি সমুখলৈ হালি পৰি দীঘলকৈ উশাহ ল'লে তাই।

প্ৰতিবিম্বটোৰ গালত নিজৰ গাল এখন লগাই দিলে। ইমান চেঁচা, ইমান টান। মনে বিচৰা উম থকা গাল এখনৰ সলনি আৰ্চীৰ চেঁচা পৰশ পাই, তাই গোন হৈ বহিল। গাউনটোৰ কঁকালৰ ফিতাডাল বান্ধি ল'লে। আৰ্চীত দেখিলে, প্ৰতিবিম্বটোৰ দুই বাউসিৰপৰা গাউনটো পিছলি গৈ বাহুত বৈছেগৈ। গাউনটোৱে তাইৰ বুকুত ইংৰাজী "V" আখৰটো লিখিছে। লাজ লগাকৈ দীঘল 'ভি'টো—বাউসিৰপৰা নাইলৈকে। তাইৰ সোঁকালে থকা খিৰিকীখনেদি সোমাই অহা আবেলি বেলিৰ লাজকুৰীয়া বেঁকা পোহৰবোৰ, সিঁহতে তাইৰ বুকুৰ সোঁকালৰ ছাঁটোৱে বাওঁকাল ঢাকিব খুজিছিল।

বয়সৰ লগে লগে বুকুৰ উপত্যকাক ঠেক কৰি অনা জীৱনৰ সত্যটোৱে জাহুক আপোনপাহৰা কৰে। হঠাতে তাই বাৰুহাড় গোন কৰি গহীন হৈ বহিল। দুই হাতৰ খামোচাৰে নিজৰ কঁকালটো জুখি পেলালে।

মনখোৱাকৈ সৰু তাইৰ কঁকালটো।

হাত দুখন লাহে লাহে কঁকালৰপৰা পিছলাই আনি পেটৰ ওপৰত থ'লেহি। মিহি পেটৰ ওপৰত ভপত তলুৱাৰ পৰশটো বৰ ভাল লাগে। হাহি এটাই ওলাবলৈ বাট বিচাৰি নাপাই, প্ৰতিবিম্বটোৰ ওঁঠৰ মিহি ভাঁজবোৰ কঁপাই দিছিল।

জাহুৱে দীঘলকৈ উশাহ টানি পেটটো একেবাৰে পিঠিত লগাই দিলে। দুই হাতৰ তলুৱাৰে নিজৰ দেহাটো পেটৰপৰা ক্ৰমাত ওপৰলৈ চেপি আনিবলৈ ধৰিলে। চেপি আনি বুকুৰ মাজনিতে হাত দুখন ৰ'লহি। তাই যেন গোটেই দেহাটো চেপি আনি বুকুখন চহকী কৰিলে। উশাহটো এৰি তাই অলসভাৱে বহিল—বাৰুহাড়ডালেও জিৰণি পালে। হাত দুখন বুকুৰ মাজনিতে বৈ থাকিল—হয়তো নতুন আদেশৰ অপেক্ষাত। লাহে লাহে হাত দুখনেৰে চলু পাতি নিজৰ বুকুখনকে ঢাকি ধৰিলে তাই—

দুচলু উপচি পৰা বুকু…

আপোনপাহৰা হৈ তাই কেঁচুৱা নিচুকোৱাদি হাত দুখন লৰাবলৈ ধৰিলে। মাজে কঁপোৱা পছুৱৰ দৰেই কঁপি উঠিল বুকুখন। কি এক তীব্ৰ উন্মাদনাত গোটেই শৰীৰটো জিকাৰ খাই উঠিল। গাৰ নোমবোৰে থিয় হ'বলৈ ঠেলা-হেঁচা কৰা তাই গম পালে। কিবা এটা অহেতুক গৰমে গাল, নাক আৰু কাণ গৰম কৰি দিলে। অহিঞা

বেলিৰ হেলনীয়া পোহৰবোৰে, হাত এখনৰ দৰেই লোমাই আছি, তাইৰ কঁপা বুকুত চাঁৰ ছবিখন কঁপাই দিছিল। বুকুৰ গোঁমাজৰ তিলটো উঠা-নমা কৰিছিল। হঠাতে কাষতে কুঁ কুঁ শব্দ কৰা শুনি তাই উচপ্ খাই উঠিল। ঘূৰি চাই দেখে—তাইৰ কুকুৰটোৱে ঈৰ্ষান্বিত দৃষ্টিৰে বেলিৰ দুঃসাহস লক্ষ্য কৰিছে। তাইৰ লাজ লাগি গ'ল। 'অ' ডিয়েৰ' বুলি পিছলি যোৱা গাউনটো দুই হাতেৰে টানি আনি বুকুত চেপি ধৰিলে। খিৰিকীৰ পৰ্দাখন টানি দি নিলাজ বেলিটোক বাহিৰ কৰি দিলে। কুকুৰটো অবাক হৈ বিচনাৰ তলত সোমালগৈ।

এটা আবেগ-দীঘল উশাহ লৈ তাই খোলা ড্ৰয়াৰটোলৈ চালে। ভেল্ভেট্ কাপোৰেৰে কোমলকৈ মেৰিওৱা গহনাৰ কেচ্‌টো খুলিলে। গহনাৰ মাজতে এখন সৰু ফটো। তাইৰ অভয়ৰ ফটো। এই অভয়ৰ চিন্তাই তাইৰ অলস জীৱনৰ বহুখিনি সময় সৰস কৰি যায়। কেতিয়াবা তাৰ ভাবনাই মৰম লগাকৈ বিৰক্ত কৰে। ফটোখনত তাৰ চুলিবোৰ আউল-বাউল। মুখত এটা বিৰূপি পৰা হাঁহি। চোলাটোত বুতাম এটাও নাই। এই ফটোখন তাই যথেষ্ট কষ্ট কৰি যোগাৰ কৰিছে। এজনী বান্ধৱীৰ ঘৰত পোৱা এখন গ্ৰুপ ফটোৰপৰা অকল অভয়ক এন্‌লাৰ্জ কৰাই লৈছে।

আন বহুত প্ৰেমিকৰ দৰে তাইৰ জীৱনত অভয় হঠাতে নিজে আহি ওলোৱাহি নাছিল। কলিকতীয়া দৈনিক বাতৰি-কাকত এখনৰ বিশেষ সংবাদ-দাতা হৈ সি শিলঙলৈ আহিছিল আজি ৬ মাহমানৰ আগত হে। সি আহোঁতে জানুৰ মনৰ আকাশত আছিল দুলাল। দুলালক তাই ভাল পাইছিল বুলিলে ভুল কৰা হ'ব। তাই তাক 'বয়-ফ্ৰেণ্ড' হিচাপে হে লৈছিল। বয়-ফ্ৰেণ্ড্ এটা নাথাকিলে কিবা যেন উকা উকা লাগে। কিন্তু, দুলালৰ কিবা মাইকী মানুহৰ নিচিনা স্বভাবটো তাইৰ একেবাৰে ভাল নালাগিছিল। তাৰ দাৰ্শনিক তথ্যেৰে ভৰা, পঢ়ি থাকিলেও শেষ নোহোৱা চিঠিবোৰ তাই নপঢ়িছিল।

এই অভয়টো কিন্তু একেবাৰে বেলেগ ধৰণৰ মানুহ। বয়সটো তাৰ ২৫।২৬ যেন লাগে। বেচৰ পোঁৱাৰ দৰেই সুস্থ চঞ্চল তাৰ চলন-ফুৰণ। অফুৰন্ত প্ৰাণ-শক্তিয়ে তাক যেন এখন্তেকো শান্তভাৱে থাকিবলৈ নিদিয়ে। অভয় আহিয়েই শিলঙৰ ছোৱালী-মহলত চাঞ্চল্যৰ সৃষ্টি কৰিছিল। তেতিয়া জানুৱে তাক চিনি নাপায়। তাই প্ৰথম অভয়ক দেখে আজি দুমাহমানৰ আগত হে, এখন সভাত। সঁচাকৈয়ে আচৰিত এই ল'ৰাটো ; প্ৰতি খোজত কঁপি উঠে তাৰ তেল নেদেখা জপৰা চুলিবোৰ।

শিলঙৰ বিশিষ্ট নাগৰিকসকলৰ সেই সভাখন তাইৰ ভালকৈ মনত আছে। আন কেইজনমান ছাত্ৰ-ছাত্ৰীৰ লগতে তায়ো আছিল সেই সভাত। তেতিয়া মে' মাহ আছিল। অসমীয়া মাহটো কি আছিল, তাইৰ মনত নপৰিল। যোৱা বছৰত বানপানীৰ কবলত পৰা তৈয়ামৰ বাইজৰ পুনৰ সংস্থাপনৰ কাৰণে টকা তোলাৰ ব্যৱস্থা কৰাই আছিল এই সভাৰ উদ্দেশ্য। সভাই ঠিক কৰিছিল, 'ভেৰাইটি শো' কৰি হে টকা তুলিব পৰা হ'ব। এইবোৰ আলোচনা চলি থাকোঁতেই সি দুৱাৰ-মুখত থিয় হৈছিলহি। সি যথা নিয়মে সোমাই আহি সভাৰ আগ শাৰীতে বহিছিলহি। নিজেই কাষতে বহি থকা মিনতিয়েই জানুক কৈছিল—সেইটোৱেই অভয় দত্ত। জানুৱে

সেইদিনা অভয়ক ভালকৈ চাই লৈছিল। আনবোৰ সংবাদ-দাতাৰ দৰে সভাৰ আলোচনা আদি টুকি লোৱাৰ চেষ্টা নকৰি, অভয়ে একমনে ওপৰলৈ চাই আছিল। ওপৰত উৰি ফুৰা ধৰ-চিৰিকাটো যেন সভাখনতকৈ বেছি মন কৰিবলগীয়া। সভাই নাম বাছিছিল—কোনে নাচিব, কোনে গান গাব। কোনে জানো কৈছিল—জলিৰ নাচ দিবই লাগিব, নহ'লে টিকট বিক্ৰী কৰাই টান হ'ব। বোধকৰোঁ ঠিক সেই সময়তে অভয়ে হো-হোকৈ প্ৰাণ খুলি হাঁহিবলৈ ধৰিলে। তাৰ যেন হাঁহি আৰু শেষ হ'ব নোখোজে। ইমান গুৰুত্বপূৰ্ণ আলোচনা চলি থকাৰ মাজত এইদৰে অভদ্ৰভাৱে হঁহা অভয়টোলৈ সকলোৱে প্ৰথমেই অবাক হৈ চাইছিল। তায়ো চাইছিল। তাৰ কিন্তু কোনো ফালেই ভ্ৰূক্ষেপ নাছিল। তাই অনুভৱ কৰিছিল, অভয়ৰ হাঁহিটোৱে গোটেই সভাখনকে তুচ্ছ কৰি দিছিল, ব্যক্তিতো দূৰৰ কথা। হাঁহি হাঁহি নিজেই সি ইহাৰ কাৰণটো কৈছিল—

"মই ভাবিছোঁ, বানপানী নোহোৱা হ'লে নিচিনা ঠাইবোৰত নাচ-গান জনা মানুহ নথকা হ'লে বানপানীৰ কবলত পৰা মানুহবোৰ অভাৱতে মৰিলহেঁতেন।"

—এই কথাকিটা তাইৰ আজিও মনত আছে। তাৰ পিচত আৰু সভাৰ কাম আগুৱাব নোৱাৰিলে। সভাৰ প্ৰায়বোৰেই ফুচ্‌ফুচাই বিৰক্তি প্ৰকাশ কৰিছিল, কিন্তু কোনেও তাৰ সমানেই অভদ্ৰ হৈ প্ৰতিবাদ নকৰিলে। সভা শেষ হোৱাৰ লগে লগে নিৰ্বিকাৰভাৱে সি গুচি গ'ল। সভাৰ শেষত মিনতিয়ে জনাক কৈছিল—সি তেনেকুৱাই, সি যেন সকলো ফৰ্মেলিটিৰ বাহিৰ ····। আন দুই-এজনে অভয়ক বেয়া বোলাও তাই শুনিছিল। কিন্তু, ৰুচিবোধ আৰু 'ভদ্ৰতাৰ আইন-কানুন নমনা অভয়টোক তাইৰ মনটোৱে বেয়া পোৱা নাছিল। ভৈয়ামৰ বানপানীৰ কাৰণে অতি ব্যস্ত হৈ অৰ্থ সংগ্ৰহ কৰোঁতাসকলক ইমান নিৰ্মমভাৱে উপহাস কৰিব পৰা নিৰ্ভয় অভয়টোক তাই মনে মনে প্ৰশংসাই কৰিছিল।

অভয়ৰ লগতে তাইৰ কথা বিনিময় হৈছিল মিনতিৰ ঘৰত, আজি এমাহমানৰ আগতে হে।

মিনতি তাইৰ কলেজীয়া বন্ধু, দুয়ো একে শ্ৰেণীতে। মিনতিৰ ককায়েক মহেশ গুৱাহাটীৰে এখন দৈনিক কাকতৰ সংবাদ-দাতা। সেই সূত্ৰেই অভয় তালৈ আহে বুলি আগতে জানিছিল।

মিনতিৰ লগত কথা পতাৰ চলতে তাই জানি লৈছিল—কোন সময়ত অভয় সিহঁতৰ ঘৰলৈ আহে। কেবাদিনো তাই সময় মিলাই গৈ বিফল হৈছিল। মিনতিহঁতৰ ড্ৰইং-ৰুমতে এদিন তাই মিনতিৰ লগতে কথা পাতি বহি আছিল। এনেতে বাটৰ-পৰাই কোনোবাই চিঞৰিছিল—মহেশ, মহেশকৈ। তাই ক'ব খুজিছিল, কোনে অসভ্যৰ দৰে চিঞৰিছে বুলি। মিনতিয়ে খিৰিকীৰে বাহিৰলৈ চাই কৈছিল—অভয় আহিছে। সঁচাকৈয়ে দুৱাৰ-মুখত অভয়—বাঁও হাতত লোৱা কিতাপকিখনত সোঁ-হাতেৰে তবলা বজাই বাৰাণ্ডাত থিয় হৈছে। মিনতিয়ে পৰ্দাখন আঁতৰাই দেখা দিয়াৰ লগে লগে সি সুধিছিল, মহেশ আছে নে নাই। মিনতিয়ে আছে বুলি কৈ মাতি আনিছিল ড্ৰইং-ৰুমলৈ। তাইৰ বুকুখন কঁপিছিল সেইদিনা—কিয় কঁপিছিল তাই

আজিও মাজানে। মিনতিয়ে তাইক পৰিচয় কৰাই দিছিল। সি থিয় হৈ ভদ্ৰভাৱে প্ৰণাম কৰিছিল। যেন অতি শান্ত, অতি ভদ্ৰ ল'ৰা এটা। বাটৰপৰা চিঞৰা মানুহটো যেন সি নহয়। তাইৰ হাঁহি দিবৰ মন গৈছিল, সেইদিনা সভাত তাৰ অভদ্ৰ হাঁহিটোৰ কথা মনত পৰি। সেই সময়তে মহেশ আহি উপস্থিত হৈছিলহি।

ইমান হাঁহি উঠা কথা ক'ব পাৰে অভয়টোৱে। সেইদিনা তাইৰ হাঁহি হাঁহি পেট বিষাইছিলগৈ। মাজতে সি এবাৰ মহেশক কি এটা খবৰ খুজিছিল, তাৰ কাগজলৈ পঠিয়াবলৈ। মহেশে নিদিওঁ বুলি কওঁতেই সি সক ল'ৰাৰ দৰেই মুখখন আমোলাই পেলাইছিল। অভয়ক গালি পাৰি, গালি পাৰিয়েই মহেশে টাইপ কৰা কাগজ এখন তাৰ হাতত আনি দিছিল। মহেশে যি কোনো খবৰ টাইপ কৰোঁতে নকল এটা বোলে অভয়ৰ কাৰণেও কৰে। কিন্তু, ইমান দুষ্ট অভয়টো। কাগজখন জেপত ভৰাই সি মহেশক কৈছিল—মহেশে সদায় নিজে খবৰ লিখি দি তাক এলেহুৱা কৰিছে, বন্ধুৱে বন্ধুক এনেকৈ উপকাৰ নকৰে। আচৰিত কথা—মহেশৰ খং উঠা নাছিল। মিনতিয়েও হাঁহিছিল।

অভয়ে কোনোবা এজন ভাৰতীয় দেশ-নেতাৰ বক্তৃতাৰ খবৰ লিখিবলৈ গৈ ছবি আঁকা ঘটনাটো মনত পৰি তাই অকলেই হাঁহিলে। এই ঘটনাটোও সেইদিনা মহেশেই কৈছিল—অভয় আগত বহি থাকোঁতেই। তাইৰ আগত সি অলপ লাজ কৰিছিল নেকি? ··· বিৰাট জনসভাৰ মণ্ডপৰ ওচৰত সংবাদ-দাতাসকলৰ কাৰণে আচুতীয়াকৈ ৰখা ঠাইত অভয় বহি আছিল, আনবিলাক সংবাদ-দাতাৰ লগত। সকলোৱে লগতে পিয়ো বোলে লিখিছিল সেই গুৰুত্বপূৰ্ণ বক্তৃতাটো—সি অন্ততঃ লিখাৰ মিচিনা কৰিছিল। তাৰ পাচত খবৰ পঠিয়াবৰ সময়ত সি মহেশক কাকুতি-মিনতি কৰিছিল। শেষত মহেশৰপৰা লৈয়েই সি খবৰ পঠিয়াইছিল। মহেশে হেনো সংবাদ পঠিওৱাৰ পাচত টেলিগ্ৰাফ অফিচৰপৰা ওলাই আহোঁতে খঙতে অভয়ক কৈছিল—ভইনো বক্তৃতা দিয়াৰ সময়ত কাৰ মুৰটো কৰিছিলি, একেবাৰে দেখোন খুব মনদিয়াকৈ লিখিছিলি? অভয়ে তাৰ হাতত থকা চৰ্টহেণ্ডৰ বহীটো মহেশক দেখুৱাইছিল। মহেশে বোলে বহীটোত একো লিখা বিচাৰি নাপালে। তেতিয়া অভয়ে মহেশৰ হাতৰপৰা বহীটো নি খুলি দেখুৱালে—এখিলা পাতত পেঞ্চিলেৰে আঁকা শকত ডিৰোতা এগৰাকী বহি থকাৰ ছবি এখন। সি হেনো কৈছিল—সভাৰ প্ৰথম শাৰীত বহি থকা ডমকা-ফুলীয়া সাজ পিন্ধা এগৰাকীক দেখি তাৰ ছবি আঁকিবৰ মন গ'ল। আৰু ছবিখন আঁকি শেষ কৰাৰ লগে লগেই মিটিংখনো শেষ হ'ল। পণ্ডিতৰ বক্তৃতা শুনাৰ সময়েই নাপালে সি। মহেশে বোলে খং পাহৰি হাঁহিছিল। কথাটো মনত পৰি আজিও হাঁহি দিলে। অভয়ৰ এই ল'ৰালি স্বভাৱ তাইৰ কেতিয়াও আমনি নালাগিব, ভাল হে লাগিব—তাই নিজকে নিজে সেইদিনা কৈছিল।

সেইদিনা তাইৰ খুব মন গৈছিল, অভয়ৰ লগত কথা পাতিবলৈ—খুব 'ফ্ৰিলি' কথা পাতিবলৈ। কিন্তু, কি বুলি আৰম্ভ কৰিব? অভয় যে অলপ হ'লেও লাজকুৰীয়া— সেইটো তাই বুজিছিল। সি বিৰাসেই কথা-চহকী নহওক—নতুনকৈ পৰিচিত ছোৱালী এজনীৰ লগত সহজভাৱে কথা পাতিব পৰা নাছিল। এবাৰ কেইচেকেণ্ড-

মানৰ নিস্তব্ধতা ভাঙিবৰ কাৰণেহে কথা কোৱাদি তাই তাক প্ৰথম কথা সুধিছিল। সেই প্ৰথম কথা-বিনিময় আজিও তাইৰ খুব ভালকৈ মনত আছে। তাইৰ ভালকৈ মনত আছে—আধৈ ফুটাদি কথা ফুটা তাইৰ মুখখনে সেইদিনা কথা বিচাৰিব লগা হৈছিল। তাই প্ৰথমে সুধিছিল—

"সেইখন আপোনাৰ হাতত কি কিতাপ?"

"আনিছোঁ এখন লাইব্ৰেৰিৰপৰা—" এইবুলি কৈ সি উত্তৰৰ লগে লগে কিতাপখন আগবঢ়াই দিছিল। কিতাপৰ নামটো যেন সি কোৱাতকৈ তাইয়েই চাই লোৱা ভাল হ'ব। তাৰ পিচৰ প্ৰশ্নটো তাই সাজু কৰিয়েই ৰাখিছিল—

"আপোনালোকৰ দেখোন খবৰ বিচাৰোঁতেই আহৰি নাই। পঢ়িবলৈ সময় পায় জানো?"

"মহেশেতো ইমানপৰে ক'লেই আপোনালোকক, মই কিমান কাম কৰোঁ। গতিকে পঢ়ি সময় কটোৱাৰ বাহিৰে উপায় নাই।"

এনেতে মহেশে কৈছিল—"তাৰ ঘৰত গৈ চাবচোন, সি কিতাপ কিছুমানৰ ওপৰত হে শুই থাকে।"

তাই মনে মনে ভাবিছিল, এই উচ্ছৃংখল মানুহটোৰ বিচনাখন চাগে কিমান বেছি বিশৃংখল হ'ব: চাকৰটোৱেনো তাৰ বিচনাখনো ঠিক কৰিব নোৱাৰে নে? হঠাতে অভয়ৰ প্ৰতি তাইৰ পুত্তো উপজিছে বুলি অভয়ে বুজিব পাৰিলে তাই লাজতে মৰি যাব—এই কথা মনত পৰিয়েই মনৰ ভাব লুকুৱাবলৈকে তাই অভয়ক সুধিছিল.

"আপোনাৰ ঘৰটো কোনখিনিত?"

সি মহেশলৈ চাই হাঁহি হাঁহি কৈছিল—"ঘৰ ক'ত পাব? আমাৰ খবৰ-কাগজখনৰ যিটো অফিচ ইয়াত আছে, তাৰে পাঁতিতে আছে এখন সৰু চালি। ৰাতি তাতে শুই থাকোঁ।"

অপ্ৰাসংগিকভাৱে ডেকা এটাৰ ঘৰৰ খবৰ লৈ তাইৰ লাজ লাগিছিল। কথাটো খুব সহজ কৰিবৰ কাৰণেহে তাই গহীন হৈ কৈছিল—

"লাইটুমপুৰাৰ ফালে ভাল ঘৰ পোৱা যায়।"

হাঁহি হাঁহি সি কৈছিল—"ভাল ঘৰ পোৱা যায়, কিন্তু টকা হে নাই। অফিচৰ ভাড়াটো খবৰ-কাগজে দিয়ে—গতিকে মোৰ ঘৰৰ ভাড়াটো নিদিয়াকৈ হয় এতিয়া।"

তাই ওপজাৰপৰাই শিকি আহিছে দৰিদ্ৰতাক লুকুৱাই ৰখাটোৱেই ভদ্ৰতা। নিজক হেয় নকৰাকৈ নিজৰ দৰিদ্ৰতাক ইমান সহজভাৱে আনৰ আগত প্ৰকাশ কৰা তাই অভয়ৰ মুখতে প্ৰথম শুনিছিল।

তাৰ পাচতেই চাহ আহিছিল। চাহৰ ট্ৰেখন থৈ মিনতি ভিতৰলৈ গৈছিল। অভয়ে মহেশৰ কাষ চাপি বহি কিবা খবৰৰ বিষয়েহে কথা পাতিছিল। অভয়ৰ হাতত এপিয়লা চাহ নিজে দিয়াৰ প্ৰবল ইচ্ছাটোক তাই দমন কৰিব নোৱাৰিলে সেইদিনা। তাইৰ যেন মনটোৱে জানিব খুজিছিল—অভয়ৰ কিমান ওচৰলৈকে তাইৰ হাতখন গৈ সহজভাৱেই উপস্থিত আহিব পাৰে। ট্ৰেখন সৰু টি-পয়খনৰ লৈতে ৰাখি নি তাই মহেশ আৰু অভয়ৰ ওচৰতে থৈছিল। সিহঁত তেতিয়াও কথাত ব্যস্ত। তাই চাহ ঢালিছিল—

চেনি কেইচামুচ দিব খুধিছিল। অভয় আক মহেশে দুয়ো 'ধন্যবাদ' বুলি ভদ্ৰতা কৰি কৈছিল—'দুচামুচ'। আকৌ সিহঁতে কথা পাতিছিল। তাই এটা পিয়লা হাতত লৈ অভয়লৈ আগবঢাই দি সুধিছিল—গাখীৰ দিম নে?···সিহঁতৰ কথা বন্ধ কৰি অভয়ে পিয়লাটোলৈ চাই কিবা হতাশভাৱে কৈছিল—

"ইমানখিনি বেতিয়া কৰিলেই, গাখীৰকণো আপোনাৰ ইচ্ছা মতেই দিয়ক।"

তাই একো বুজিব নোৱাৰিছিল। খং উঠিছিল—অসভ্য অভয়টোৰ ওপৰত। পিয়লাটো দলি মাৰি পেলাই দিবৰ মন গৈছিল। সেই সময়তে তাইৰ চকুলৈ একেবাৰে পোনে পোনে চাই সি কৈছিল,—

"মই চাহ নাখাওঁ, কফি হে খাওঁ", কৈ শেষ কৰিও সি তাইৰ চকুলৈ চাই আছিল—চাই চাই হাঁহি দিছিল। খং উঠা মাকক যেন সক ল'ৰা এটাই ইহত্ৰাব খুজিছিল। তাইৰ খং কেনিবা উৰি গৈছিল। ইমান ধুনীয়া তাৰ চাৱনিটো। তাৰ চুৰুকী চকুত আছিল এটা শিশু-সৰল অভিযোগ। সৰু ল'ৰাই ওফোন্দ পাতি মাকক কোৱাৰ দৰেই তাৰ চকু দুটাই যেন তাইক কৈছিল, 'মই কি খাওঁ তই নাজান, তই দিলে নাখাওঁ বা'·····তাই তাৰ চকু দুটাকে চাই আছিল। এনেতে মিনতি সোমাই আহিছিল এপিয়লা কফি লৈ। তাইৰ যে কি লাজ লাগিছিল। ছিঃ······

তাইক অপ্ৰস্তুত কৰিবলৈ শংকা নকৰা অভয়টোক তাইৰ ভাল লাগিছিল। তাইক সন্তুষ্ট কৰিবৰ কাৰণে সদায়ে সাজু হৈ থকা ডেকা তাই বহুত লগ পাইছে। কিন্তু, কোনেওতো অভয়ৰ দৰে তাইক লাজত পেলাবলৈ সাহ কৰা নাছিল। সেইদিনাই অভয়ৰ শ্ৰেষ্ঠত্ব তাইৰ মনটোৱে মানি লৈছিল, তাই নজনাকৈয়ে।

এই ঘটনাৰ পাচত প্ৰায়ে তাই অভয়ক লগ পাইছে। অভয়ক নিজৰ প্ৰেমিকৰূপে পাবৰ কাৰণে ছোৱালীবোৰৰ মাজত হোৱা প্ৰতিযোগিতাত কেতিয়া তাই যোগ দিলে—তাই নিজেই নাজানে। যিদিনা জানে, সেইদিনা তাই প্ৰতিযোগিতাত প্ৰথম হ'বৰ কাৰণে উঠি-পৰি লাগিছে—কিয় প্ৰতিযোগিতাত নামিল, সেই কথা ভবাৰ তেতিয়া সময় নাছিল। আজিলৈকে শিলঙৰ কোনো ছোৱালীয়ে প্ৰমাণ সহ 'মোৰ অভয়' বুলি দাবী কৰাৰ চেলু নোপোৱা অভয়টোক ভালকৈ চিনি পোৱাৰো এটা গৰ্ব আছে। অভয়ৰ বদনামো তাই দুগুনা নহয়। সকলোতকৈ তাইৰ হাঁহি উঠে, সি ছোৱালী দেখিলেই প্ৰেমত পৰে বুলি কোৱা শুনিলে। এইবোৰ বোধকৰোঁ কয় শিয়ালৰ নিচিনা ছোৱালীবোৰে, 'আঙুৰ টেঙা বুলি কোৱাৰ দৰে'। আক যে কিছুমানে কয়—'সি গপতে ওফন্দি থাকে বুলি'। কিন্তু, সি অহংকাৰ নকৰিব কিয়? তাৰ যে সকলো কথাই অ'ৰিজিনাল, আন বহুতৰ দৰেতো সি নকল কৰি দুলুবে। নিজকে লৈ সি নিশ্চয় গৌৰব কৰিব পাৰে। শিলঙৰ নাম কৰা প্ৰেমিকা মিনাই বোলে বহু কৰিছিল এবাৰ। এদিন বোলে মিনতিহঁতৰ ঘৰতে মিনাই অভয়ক নিমন্ত্ৰণ কৰিছিল সিহঁতৰ ঘৰত খাবলৈ-বাবলৈ। সি ভদ্ৰভাৱেই নিমন্ত্ৰণ ৰাখিব নোৱাৰিব বুলি কৈছিল। পৰিহাস কৰিবলৈ গৈ মিনাই বোলে তাক সুধিছিল—আন কোনোবা প্ৰেমিকাই শপত খুৱাই থৈছে নেকি তাইৰ ঘৰলৈ নাযাবলৈ। সি বোলে শান্তভাৱেই উত্তৰ দিছিল—তাৰ ভয় লাগে মিনাৰ নিচিনা 'মেম মেম' ছোৱালীবোৰৰ লগত হলি-গলি কৰিবলৈ।

আৰু বোলে সি কৈছিল, দেখিবলৈ কফিৰ নিচিনা চাহ সি ভাল নাপায়, বেয়া হ'লেও কফিকেই সি ভাল পায়। এইবুলি কফিৰ পিয়লাত ওঁঠ লগাই এসোৰাহ খাইছিল। অভয়ে যে কফি আৰু চাহৰ তুলনাৰে 'মেম' আৰু 'মেমৰ-নিচিনা-হ'ব-খোজা'বোৰক তুলনা কৰিলে, সেই কথা নিনাৰ নিচিনা চতুৰ ছোৱালী এজনীয়ে ততালিকে বুজিছিল। তাই বোলে ইংৰাজীতে বহুত গালি পাৰি তাৰপৰা গুচি গৈছিল। অভয়ে হেনো পিচত কৈছিল—গালি পৰা শব্দৰ অভিধান লিখিব লাগিলে, নিনাক কেতিয়াও বাদ দিব নোৱাৰি।

অতি নিগাজ এই অভয়টো।

এই বনৰীয়া মানুহটোক ঘৰচীয়া কৰাৰ ইচ্ছা তাইৰ দিনে দিনে প্ৰবল হৈ আহিছিল। কত দিন তাই তাৰ লৈতে অকলে বহি কথা পাতিছে। কেবাদিনো তাইৰ মটৰ-গাড়ীত তাক লৈ আহিছে। তাইৰ বাহিৰে আন কোনো ছোৱালীয়ে তাক অকলে গাড়ীত লৈ উঠাৰ সুবিধা পোৱা নাই। তাই জানে, বহুত ছোৱালীয়ে তাইক সেই কাৰণে হিংসা কৰে। কথাটো মনত পৰি গৌৰৱত তাইৰ নিজকে নিজতকৈ ওখ যেন লাগিল।

আজি কেইদিনমানৰ আগতে মিনতিৰ ঘৰৰপৰা অভয়ক অকলে নিজৰ গাড়ীত লৈ অহাৰ কথা তাইৰ মনত পৰিল। দুয়ো পাচৰ 'চিট'ত বহিছিল—মাজত নিৰাপদ দূৰত্ব ৰাখি। ড্ৰাইভাৰে গাড়ী চলাইছিল।

কেম্লেচ্ ষ্ট্ৰেচৰ ভাঙৰ পাকটো ঘূৰোঁতেই হঠাতে সমুখত এটা থাচিয়া গুলাল—পিঠিত তাৰ এবোজা খৰি। ড্ৰাইভাৰে ব্ৰেক টিপি মটৰখন ৰাখিলে। তাই গোটেই ঘটনাটো দেখি আছিল। নেদেখিলেও, মটৰে কাৰোবাক খুন্দিয়াব বুলি তাই সাধাৰণতে ভয় নাখায়। কিন্তু, সেইদিনা তাই ভয় খোৱাৰ ভাও ধৰি অভয়ৰ সোঁ-বাহুটো দুই হাতেৰে চেপি ধৰি চিঞৰি দিছিল। সি দেখোন আমেৰিকান কথাছবিত পিস্টলৰ আগত 'হেণ্ডচ্ আপ্' কথাৰ দৰে হাত দুখন ওপৰলৈ দাঙি কৈছিল—"নাই, খুন্দিওৱা নাই।" তাই আৰু কি কৰিব? নিজৰ বুকুত হাত দি কঁপনি বন্ধ কৰাৰ চেষ্টা কৰিছিল—ভয়ৰ কঁপনি নহয়, কিবা এটা মধুৰ অঘটন ঘটাৰ সম্ভাৱনাত উঠা বুকুৰ অবাধ্য কঁপনি।

এই দুমাহৰ চিনাকিৰ মাজেদি তাই অভয়ক বুজিবলৈ চেষ্টা কৰিছে। যিমানেই বুজিছে, সিমানেই তাক আপোন কৰাৰ ইচ্ছা বাঢ়ি গৈছে। তাৰ এটা দুৰ্বলতা তাইৰ খুব ভাল লাগে। মুখৰ আগতে তাক প্ৰশংসা কৰিলে সি ল'জত শিশুৰ দৰেই বঙা পৰি যায়। তেতিয়া সৰল শিশুৰ দৰে তাৰ মুখখন তাইৰ বুকুত লুকুৱাই থ'বৰ মন যায়। তাৰ এই দুৰ্বলতাৰ সুযোগ তাই সেইদিনা লৈছিল। নিজৰ ঘৰৰ আগত অভয় তাইৰ গাড়ীৰপৰা নামিব খোজাৰ লগে লগে, তাই তাক কৈছিল,—

"আপোনাৰ লগত কথা পাতি থাকিলে সময়টো কেনেকৈ যায় ক'বই নোৱাৰি; সঁচাকৈয়ে আপোনাৰ নিচিনা গল্পৰ দৰে কথা কোৱা মানুহ মই কেতিয়াও লগ পোৱা নাই।"

প্ৰশংসা শুনি বিমোৰ হৈ উত্তৰ বিচৰা তাৰ মনটো মুখখনত ফুটি উঠিছিল। সি উত্তৰ বিচাৰি নাপাইছিল, তাই সেই সুবিধাতে আকৌ কৈছিল—"এটা অনুৰোধ কৰাৰ বিষয়ে কেতিয়াবাৰপৰাই ভাবি আছোঁ, আপুনিতো চাগে মাৰাখিৰই আমাৰ নিচিনা ছোৱালীৰ অনুৰোধ।"—এইবাৰ যেন সি উত্তৰ বিচাৰি পাইছিল। তাই শেষ কৰাৰ লগে লগেই সি কৈছিল—"কিয় নাৰাখিম আপোনাৰ অনুৰোধ?" তাৰ পিচতে তেতিয়াই তাই তাক মাতিছিল, বৃহস্পতিবাৰে আবেলি ৫ বজাত তাইৰ ঘৰত চাহ খাবলৈ। সি আহিবলৈ সন্মত হৈছিল। কিন্তু কৈছিল, ঠিক ৫ বজাতে নোৱাৰিলেও ৬ মান বজাৰ ভিতৰতে আহিব। আৰু, হাঁহি হাঁহি কৈছিল—"চাহ নহয়, কফি দেই।" হাঁহি হাঁহিয়েই সি তাইৰ ফালে চাই চাই পিচলৈ আঁতৰি গুচি গৈছিল।

এটা নোপোৱা বস্তু পোৱাৰ আনন্দ লৈ তাই ঘৰ পাইছিলহি। আনন্দতে তাই ঘৰৰ সমুখৰ দীঘল ডালিয়া ফুলগোপা গাড়ীৰপৰা নামিয়েই সাৱটি ধৰিছিল। মাকে তাইক পাগলী বুলি কৈছিল। সঁচাকৈয়ে তাইৰ নিজকে পাগলী যেন লাগিছিল·

আজিযেই সেই বৃহস্পতিবাৰ। যোৱা ৫টা দিন আজিৰ দিনটোৰ কাৰণে তাই অধীৰভাৱে অপেক্ষা কৰিছে। পাঁচ দিনে তাই ড্ৰইং-ৰুমটোত বহুত নতুন বস্তুৰ অৱতাৰণা কৰিছে—অসমীয়া সংস্কৃতিৰ চিন ফুলকটা জাপি এটাও। ড্ৰইং-ৰুমটো তাই অ'ৰিজিনাল কৰিছে। কেবাটাও সাজ তাই পিন্ধি চাইছে। মিহা-মেখেলা তাইৰ তিনিযোৰ আছে, এযোৰ গুণাকৰা। এই অসমীয়া কাপোৰবোৰ জঞ্জাল যেন লাগে। মানুহজনী এনেকুৱাকৈ ঢাকি পেলায় যে শৰীৰৰ নোম এডালো ওলাই নাথাকে। সেই কাৰণে তাই 'নাইলন'ৰ শাৰীখনকে পিন্ধিবলৈ ঠিক কৰিছে।

আজিৰ দিনটো বাছি লোৱাৰো কাৰণ নোহোৱা নহয়। আজি মাক যাব 'মৌ-মেল' নামৰ খিলঙৰ স্থানীয় সাহিত্য-সভাখনলৈ। এই সভা মাহেকত এবাৰ বহে আৰু সভাৰ দিনা মুষ্টিমেয় সভ্যকিজনে স্বৰচিত গল্প-কবিতা পঢ়ি শুনায়। 'মৌ-মেল' নামটো শুনোতে সৰু ল'ৰা-ছোৱালীৰ মেল যেন লাগে। সেই কাৰণেই তাই এদিন গৈছিল মাকৰ লগতে। কিন্তু, কি আচৰিত—তাত কেৱল বয়সস্থ মানুহ হে, বয়সত সৰু তাত কোনো নাই, সৰু ল'ৰা-ছোৱালীৰ প্ৰকৃতিপ্ৰাপ্ত বয়সস্থসকলৰ হে সভা। সেই দাঁত নাইকিয়া বুঢ়া শইকীয়াটোৱে তাইক কেনেকৈ বুকুত সুমুৱাই মৰম কৰিছিল। তাইৰ থু-উ ৰ ঘিণ লাগিছিল। তাৰ পিচত তাই আৰু যোৱা নাই· ·আজি তালৈকে গৈছে মাক। ৰাতি আঠ বজাৰ আগতে উভটি নাহে। বাপেকো অফিচৰপৰা বাহিৰে বাহিৰে ক্লাবলৈকে যাব। আৰু, সৰু ভায়েক-ভনীয়েক ছুটা। সিহঁতে ভদ্ৰতা জানে—মানুহে কথা পাতোঁতে কেতিয়াও জুমি নাচায় বা কথা শুনি নাথাকেহি।

আজি তাই কলেজলৈকো যোৱা নাই। চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ অনাৰ্চ লোৱা ছোৱালীয়ে এনেয়ে কলেজ খতি নকৰে। কিন্তু, কলেজলৈ যোৱা হ'লে যে অসম্ভৱ কাৰণে একো যোগাৰ কৰাৰ সময় তাই নাপালেহেঁতেন। আন কোনো কাৰণতে তাই কলেজ খতি নকৰে। কলেজলৈ যাবলৈ তাই ভাল পায়। ওচৰতে থকা ল'ৰাৰ কলেজৰ ছাত্ৰবোৰ শাৰী পাতি বাটৰ দাতিত বৈ থাকে—কোনোবা সামৰিক উজ্জ-

পৰহি বিহুৰাক অভিবাদন জনাবলৈ বৈ থকা সৈন্তবোৰৰ দৰে। তাৰো সেমা-মায়কে সৈন্ত পৰিদৰ্শন কৰাদি গম্ভীৰতাৰে সিহঁতৰ মাজেদি আগুৱাই যায়। সিহঁতৰ অবুজ বিৰবিৰণি আৰু কৰুণ চাৱনি গচকি তাই নিজৰ কলেজৰ গেট্ পায়গৈ। মনতে ভাব হয়—তাই যেন পৃথিৱীৰ শ্ৰেষ্ঠা সুন্দৰী।·· কিন্তু, আজি তাইক সিহঁতৰ অৰ্থহীন প্ৰশংসা নালাগে। আজি তাইক লাগে বহুতৰ সলনি এজনক। বহুতৰ প্ৰশংসাৰ পাত্ৰী হোৱাতকৈ মনে-বিচৰা এজনৰ মনৰ মাজত নিজক বিচাৰি পোৱা শতগুণে বেছি তৃপ্তিদায়ক। তাই আজি এজনক বিচাৰে—অভয়ক বিচাৰে। অভয়ক অভ্যৰ্থনা জনোৱাৰ আয়োজন কৰিয়েই সম্পূৰ্ণ পাঁচটা দিনৰ প্ৰতিটো মুহূৰ্ত তাই ব্যয় কৰিছে। আজিও তাই দুপৰীয়া ভাত খাই উঠি তিনি ঘণ্টা শুইছে। দুপৰীয়া এঘুমটি মাৰি আবেলি উঠিলে মুখখন কোমল হৈ ফুলি উঠে। চকুকিটাও স্বপ্নালু হয় ··

হঠাৎ তাই কি এটা মনত পৰি বাঁওফালৰ বেৰখনৰ ওপৰলৈ চালে। কেলেণ্ডাৰ এখনত 'হৰ-পাৰ্বতী'ৰ ছবি আছে—দেখাত 'হৰ'ক কোনোবা ব্যায়াম-বীৰ যেন লাগে। পাৰ্বতীৰ ৰূপো চকুত লগা। সেইবোৰ কিন্তু তাই মন নকৰিলে। পশ্চিমীয়া পাৰিপাৰ্শ্বিকতাৰ হেঁচাত চেপেটা হ'লেও তাইৰ হিন্দু সত্বাটো মৃত হোৱা নাছিল। তাই হাতযোৰ কৰি হৰ-পাৰ্বতীক প্ৰণাম কৰিলে—মংগল বা সফলতা বা তেনে আন কিবা এটা কামনা কৰি।

প্ৰণাম কৰাৰ পিচত তাইৰ চকু পৰিল ঘড়ীটোৰ ওপৰত।

লগে লগে তাই টোপনিৰপৰা উঠাদি উঠিল। সৰ্বনাশ, চাৰি বাজিল! আৰু মাত্ৰ এঘণ্টা বাকী। নিজৰ ভাব-প্ৰৱণতাৰ কাৰণে নিজৰ ওপৰতে খং উঠি তাইৰ কান্দি দিবৰ মন গ'ল। কিন্তু এতিয়া আৰু সময় নষ্ট কৰিব নোৱাৰি। তাই খৰ-খৰকৈ প্ৰসাধন কৰিবলৈ ধৰিলে। প্ৰথমেই অৰুণমান এচ্ট্ৰিন্‌জেণ্ট লোচন্ লগাই মুখখন কৰফৰীয়া আৰু ঘামিব নোৱাৰা কৰি ল'লে। তাৰ পিচতে এবিধ কেলেমাইন জাতীয় ক্ৰমেৰে মুখখনত প্ৰলেপ দিলে। তাৰ ওপৰত ঈষৎ গোলাপী ৰঙৰ দামী আমেৰিকান মুখত ঘঁহা পাউডাৰ। গাল দুখনত কিবা এটা তেজী ৰঙা ৰং। চেলাউৰি দুটা পেন্সিলেৰে বৈ পৰাকৈ আঁকি দিলে। চকুৰ পতাৰ নোমকিডালত ক'লা ৰং লগাই আঙুলিৰে মিহিকৈ ধেনুভিৰীয়া কৰি দিলে। কাজলেৰে চকু দুটাও দীঘল কৰি আঁকিলে। ওঁঠত ওঁঠ-ৰঙী লিপ্‌ষ্টিক্, অভয়ে বোলে বেছি ৰঙা লিপ্‌ষ্টিক্ বেয়া পায়। কপালত কুমকুমৰ এটা সৰু ফোঁট। এইবাৰ মূৰৰ টাৱেলখন খুলি পেলালে। চুলিবোৰ অতি ধুনীয়াকৈ আঁচুৰি জাপানী খোপা বন্ধা আছে। তথাপি তাই তাৰ ওপৰে ওপৰে আকৌ এবাৰ ব্ৰাচ্ কৰি দিলে। ক্লাবত এজনী নতুন হেয়াৰ্ ড্ৰেচাৰ আহিছে। কালি তায়ে দুঘণ্টাই এই খোপাটো বান্ধি দিছিল। যোৱা ৰাতি তাই সাৱধানে শুইছিল—যাতে খোপাটো নষ্ট নহয়।

এইবাৰ তাই খৰ-খৰকৈ ড্ৰেচিং-ৰুমত সোমাল।

* *

গোলৰ মিলিটাৰীনৰ পিচত জাহ্ন ড্ৰেচিং-ৰুমৰপৰা ওলাই আহিল। গাৰ ৰঙৰ লগত মিলি যোৱা ভিঞ্জাৰ পাখি যেন পাতল কাপোৰৰ পেট-ওলোৱা ব্লাউজ আৰু

তাৰ তলত গাৰ ছাল যেন হৈ থকা নাইলনৰ বক্ষ-বন্ধনী বা ব্ৰাচিয়াৰে ঢাকিবৰ কাৰণে কৰা চেষ্টাটোক বুকুখনে যেন অনায়াসে বিফল কৰিবলৈ বিচাৰিছিল। গোলাপী ৰঙৰ পেটি-কোটটোৰ ওপৰত নাইলনৰ ইফাল-সিফাল দেখা শাৰীখনৰ এটা আগ মেৰিয়াই মেৰিয়াই আৰু আনটো আগ চোঁচোৰাই চোঁচোৰাই, জাহ্নু আইনাখনৰ সমুখত ৰ'লহি।

প্ৰতিবিম্বটো ইমান আকৰ্ষণীয় হৈছে। জিঞ্জাৰ পাখি যেন পাতল কাপোৰৰ ভিতৰত থকা কোমল বগা দেহাটোৰ ওপৰত সৌন্দৰ্যৰ উম, প্ৰসাধনৰ সুবাসৰ লগত মিহলি হৈ, গোটেই কোঠাটোত বিয়পি পৰিছিল। সঁচাকৈয়ে তাই আজি ধুনীয়াকৈ সাজিছে-কাচিছে। থুপি গোলাপৰ ফুল এথোপা তাই খোপাটোৰ ওপৰত গুজি দিলে। আগতেই ঠিক কৰি থোৱা নেক্‌লেচডাল আৰু ইয়াৰিং পিন্ধোতে তাইৰ বেছি পৰ নালাগিল। পিন্ধি উঠি তাই নাচোনৰ লয়লাসেৰে সোঁহাতৰ আঙুলি দুটা চৰাইৰ ঠোঁটৰ দৰে কৰি শাৰীৰ পাৰি এটা ধৰিলে—সেইদৰেই ধৰি আঁচলটো টানি নাচোনৰ ভংগীৰেই মূৰত দিলে। 'ধেৎ পাগলী, কইনা হ'ব খুজিছ ?'—তাই নিজকে নিজে ক'লে। উলাহতে তাই কিবা এটা গুণ-গুণকৈ গাই দিলে।

আজিৰ বিশেষ মুহূৰ্তটোৰ কাৰণে তাই সম্পূৰ্ণ সাজু। এইদৰে মনোযোগ দিলে দেৱতাকো পাব পাৰি, অভয়তো দূৰৰ কথা—তাই নিজকে বুজালে। আজি এক মধুৰ কল্পিত অঘটন ঘটাবৰ কাৰণে তাই দৃঢ়সংকল্প। সেই অঘটনে শিলঙৰ ছোৱালী-মহলৰ বহুতকে ঈৰ্ষান্বিত কৰিব। কেইদিনমানৰ ভিতৰতে হয়তো গোটেই অসমেই জানিব। অভয়ক চিনি নোপোৱাবোৰেও তাৰ কথা পাতিব—জাহ্নুৰ প্ৰেমিক বুলি।

দাপোণত আপোন ৰূপ চাই চাই জাহ্নুৱে পুনৰ এবাৰ মনত পেলালে—অভয় আহি পোৱাৰপৰাই তাই কি কি কৰিব। একা-বেঁকা বাটটোৰেদি সি উঠি আহিব। তাই দূৰৰপৰাই দেখিব। তেতিয়া তাই সাউৎকৰে ড্ৰয়িং-ৰুমৰ ৰেডিঅ'টোৰ ওপৰত থোৱা ডালিয়া ফুলখিনি বাঁও হাতত ল'বগৈ। লগতে ৰেডিঅ'ৰ মাতটোও অলপ ডাঙৰ কৰি দিব, যাতে বিদেশী সংগীতৰ সুৰে তাই ক'বলৈ ঠিক কৰি থোৱা কথাবোৰৰ কাৰণে পৰিৱেশ সৃষ্টি কৰিব পাৰে। অভয়ে দুৱাৰত টুকুৰিয়াব। তাই কাঠৰ চাং-মজিয়াত শব্দ হোৱাকৈ দুপ্‌দুপ্‌কৈ দৌৰি আহিব, সৰু ছোৱালীজনীৰ দৰেই। অভয়ে বাহিৰৰপৰাই শুনিব তাই দৌৰাৰ শব্দ। সেই চঞ্চল ব্যস্ততা তাৰ ভাল লাগিব। বাঁও হাতত ফুলখিনি লৈয়েই সোঁ হাতেৰে দুৱাৰখন তাই খুলি দিব। সমুখত অভয়ক দেখিয়েই তাই আচৰিত হৈ জোৰেৰে উশাহ টানি ক'ব—"আপুনি ?" সি বুজিব, তাই ঠিক সেই মুহূৰ্তত প্ৰস্তুত নাছিল তাৰ আগমনৰ কাৰণে। হাতৰ ফুলখিনিয়ে প্ৰমাণ কৰিব তাই এই মাত্ৰ ফুলদানি সজাবলৈ লৈছিল হে। আৰু বুজিব, তাৰ কাৰণে বিশেষ কোনো যোগাৰ কৰা হোৱা নাই, সাধাৰণতে তাই যেনেকৈ থাকে ঠিক তেনেকৈয়ে আছে। তাই কেনেকৈ উশাহ টানিব, আচঁতি চাই ঠিক কৰি ল'লে।

সি তেতিয়াও দুৱাৰ-মুখত ৰৈ থকা দেখি তাই দুই হাতেৰে দুৱাৰখন দুফালকৈ মেলি "আহক" বুলি মাতিব। দুৱাৰৰ কাৰণে হাত মেলোঁতেই তাইৰ মিহি শাৰীৰ

আঁচলটো বাউসিবপৰা পিছলি যাব। আঁচলটোৱে তাইৰ বুকুখন উদং কৰি দিয়াটো যেন তাই নিবিচাৰে—তাকে প্ৰমাণ কৰিবলৈ তাই দুই হাতৰ ঠাৰিৰে শাৰীখন বুকুৰ ঠিক তলতে দেহাৰ লগত চেপি ধৰিব—বুকুৰ ঠিক তলত হে, তাতকৈ অকণো ওপৰত নহয়। ইমান সময় মিলাই সেই কাম কৰিব লাগিব যেন তাতকৈ ওপৰতে বুকু ঢকাকৈ ধৰিবলৈ তাই সুবিধাই নাপালে। লাজত তাই বিমোৰ হ'ব—হাতৰ ফুলবোৰ ক'ৰ নোৱাৰাকৈ পৰি যাব। অভয়ে নিশ্চয় কি কৰিব ভাবি নাপাই, পৰি যোৱা ফুলবোৰ বুটলিব খুজিব। তেতিয়া তাই লাজ পোৱাৰ দৰে ক'ব—"নালাগে, আপুনি লোকৰ হাতৰপৰা পৰি যোৱা ফুল কিয় বুটলিব?" লগে লগে তাৰ বাহুত ধৰিব—আৰু কোনো উত্তৰলৈ অপেক্ষা নকৰি তাক টানি নি ড্ৰইং-ৰুম পোৱাবগৈ। হঠাতে সেইদৰে বাওঁতে সি ফুলবোৰ গচকি যাব লাগিব।

অভয়ৰ ভৰিৰ গচকত পাহি-ভগা ফুল আৰু অভয়ৰ পুৰুষ-সুলভ মাংসপেশীৰ মাজত ভাগি-ছিগি যোৱা তাইৰ আলসুৱা দেহা—এই দুযোটাৰ বিজনি এটা বিজুলীৰ দৰেই তাইৰ মনত খেলি গ'ল। কথাকিটা কিভাৱে ক'ব তাই আকৌ এবাৰ আওৰাই চালে।

চাহ অহালৈকে প্ৰায় আধা ঘণ্টা সময় কি কি কথা পাতিব, কেনেকৈ হাঁহিব, তাই ঠিক কৰিব নোৱাৰিলে। সেইখিনি তাই তাইৰ উপস্থিত সহজাত বুদ্ধিক বিশ্বাস কৰি বাদ দি থ'লে। ইয়াৰ ভিতৰতে তাই যদি কোনোমতে অভয়ৰ কালৰপৰা সোঁহাৰি নাপায়, তেন্তে চাহ দিয়েই তাই কিবা এটা বিষয়ৰ তৰ্ক আৰম্ভ কৰিব। তৰ্কত অবাস্তৱ কথা ক'লে তাৰ খুব খং উঠে। খং উঠি সি গুচি যাব খুজিব। সি যাবলৈ থিয় হ'ব। তাইও লগে লগে থিয় হৈ ওচৰতে থকা বেডিঅ'টোত আঁউজি হঠাতে হুকহুকৈ কান্দি মুখ ঢাকি ধৰিব। বেডিঅ'টোত আঁউজোঁতে তাই চেষ্টা কৰিব, গাৰে পিছলাই ভলিউমটো বেছি কৰি দিবলৈ। তেতিয়া বেডিঅ'ৰ মিউজিকে ক্লাইমেক্স সৃষ্টি কৰিব পাৰিব। সি নিশ্চয় অপ্ৰস্তুত হ'ব। লোকৰ ঘৰত তাৰ আগত থিয় হৈ গাভৰু ছোৱালী এজনীয়ে হুকহুকৈ কান্দিব—চাকৰকিটায়ে বা কি ভাবিব? আৰু যদি মা আহি পৰে?—এইবোৰ ভাবি সি সান্ত্বনা দিয়াৰ চেষ্টা কৰিব। হয়তো যুৱটো দাড়ি ধৰি 'নাকান্দিব' বুলি ক'ব পাৰে। তেতিয়া হ'লে ভালেই। কিন্তু তাকে নকৰিলেও নিশ্চয় নিচেই ওচৰলৈ আহি "দোষ হৈছে মাফ কৰিব" বুলি ক'বহি। হয়তো তাৰ আৰু তাইৰ মাজত দূৰত্ব থাকিব প্ৰায় এহাতমান। তাতকৈ ওচৰলৈ সি নাহাই সম্ভৱ। সি মাফ্ কৰিব বুলি কোৱাৰ লগে লগে তাই চলচলীয়া চকুৰে মুখ তুলি তালৈ চাব আৰু চাই চায়েই হুকহুকৈ আকৌ কান্দিব। লগে লগে ভৰিকিটা একেঠাইতে বাখিয়েই কেৱল দেহাটো আগলৈ হেহুভিবীয়া কৰি, তাই তাৰ বুকুত ধুপুচকৈ পৰি যাব। সেইদৰে পৰিলে সি আঁতৰি নিদিয়ে। কাৰণ, সি আঁতৰি দিলেই যে তাই মাটিত মুখ থেকেচা খাই পৰিব সেই কথা তাইৰ পৰাৰ ধৰণ দেখিয়েই সি বুজিব।

বুকুত পৰিয়েই হাত দুখনেৰে তাৰ বাউসিত ধৰি ওলমি পৰিব। তাইৰ ওঁঠ আৰু তাৰ ওঁঠৰ মাজত ব্যৱধান থাকিব প্ৰায় এবেগেত। তাইৰ বুকু থাকিব তাৰ

পেটৰ ওপৰত আৰু দেহৰ বাকী অংশ তাৰ দেহৰপৰা আঁতৰত থেকুভিৰীয়া হৈ থাকিব। হঠাতে ওলমি পৰা তাইৰ দেহাৰ ভৰত, সি এখোজ হ'লেও পাচলৈ গৈ নিজে পৰি নাযাবৰ কাৰণে চেষ্টা কৰিব। তাৰ পিচতে দুই-তিনি খোজ আগলৈ আহিবই—যাতে তাই ওলমি থকা এটলীয়া ভৰটো কম হয়। এইখিনি সি নিজে ক'ব নোৱাৰাকৈয়ে তাৰ ভৰি দুখনেই কৰিব। পৰিব খোজা মানুহ এটাই ভাবি-চিন্তি খোপনি ধৰিব নালাগে। সি আগলৈ অহাৰ লগে লগে তাইৰ হালি পৰা দেহাটোও ক্ৰমাত পোন হৈ আহিব আৰু তাইৰ মুখখন গৈ তাৰ মুখৰ ওচৰ পাবগৈ। কেনেকৈ তাই পৰিব অভ্যাস কৰি চালে। ঠিক ভবা মতেই পৰি তাই আৰ্চীখনৰ দাঁতিত ধৰিলে। পৰোঁতে হাতখনত অকণমান দুখ পাই তাইৰ চেতনা ফিৰি আহিল। ঘড়ীটো চাই দেখে পাঁচ বাজে। তাই খৰ-খৰকৈ দুৱাৰখন খুলি চাকৰটোক মাতি সুধিলে, বজাৰৰপৰা কেক্ আদি আনিলে নে নাই—ট্ৰেখনত কি কাপোৰ দিব কৈ দিলে, কোন চেট্ কাপ্-প্লেট দিব নিৰ্দেশ দিলে। তাই শেষবাৰৰ কাৰণে নিজকে আকৌ এবাৰ আৰ্চীখনত চালেগৈ, ড্ৰইং-ৰুমটোও চকু ফুৰাই চালে আৰু ৰেডিঅ'ৰ ওপৰত থোৱা ডালিয়া ফুলখিনি ছুই চাই ৰেডিঅ'টো কোনোবা এটা ইংৰাজী সংগীত থকা মিটাৰত লগাই দিলে। দ্ৰুতলয়ৰ ইংৰাজী অৰ্কেষ্ট্ৰাৰ মৃদু সুৰ এটাই নিৰ্জীৱ ড্ৰইং-ৰুমটো সজীৱ কৰি দিলে। সকলো আয়োজন শেষ কৰি তাই হাতত এখন আমেৰিকান পিক্‌চাৰ মেগেজিন লৈ ড্ৰইং-ৰুমৰ এচুকত থকা চোফাখনত বহিল। সেই চোফাখনত বহিলে সিংহৰ ঘৰলৈ কোনোবা আহিলেই পদূলি-মুখতে দেখা যায়। ৎচৰতে টেমা এটাত উল আৰু শলা দুডাল, কিবা এটা নোচোৱাকৈ গুঁথি গুঁথি তাই বাটলৈ চাই থাকিল—আমেৰিকান মেগেজিনখন কোলাতে মেলি থৈছিল।

পাঁচ বাজি পাঁচ মিনিট গ'ল—
দহ-বিশ মিনিটকৈ চাৱে পাঁচ হ'ল।
পইত্ৰিশ, চল্লিশ, পঞ্চাশ—
ছয় বাজিল।

অভয় নাহিল—এই সত্যটোক উপলব্ধি কৰাৰ শক্তি তাইৰ মনটোৱে যোগাৰ কৰিব নোৱাৰিলে। বাটলৈ চাই চাই তাইৰ দৃষ্টি ভাগৰি পৰিল। এতিয়াও তাই চাই আছে—কিন্তু চাইছে হে, একো দেখা পোৱা নাই। সেইকালেদি অভয় অহা হ'লেও তাই নেদেখিলেহেঁতেন। অভয়ে ইমান পলম কৰিছে কিয়? সি হয়তো তাইক বিৰক্ত কৰিবলৈকে পলম কৰিছে। সিতো নাজানে বেচেৰীৰ এইদৰে বৈ থাকিবলৈ কিমান কষ্ট হয়। 'বেচেৰী' বুলি তাই নিজেই নিজৰ অৱস্থাটোক পুত্তৌ কৰিলে।

চাৱে ছয় বাজিল। তাই তেতিয়াও তাতে বহি আছে। বাহিৰত কাণি-মুনি আন্ধাৰ। আবেলি সৰল গছৰ হাঁত ভোজ বান্ধি থকা আন্ধাৰবোৰ ব্লটিং কাকতত পৰা চিয়াঁহীৰ টোপালৰ দৰে লাহে লাহে গোটেই বিজংখনতে বিয়পি পৰিছে। ড্ৰইং-ৰুমটোক অন্ধকাৰবোৰ বেৰিবে খিৰিব পৰা।

হঠাতে লাইটটো জলি ড্ৰয়িং-ৰুম পোহৰ কৰি দিলে। তাই উচপ্‌ খাই ঘূৰি চালে। লাইটৰ চুইচবৰণৰা চাকৰটোৱে হাতখন আঁতৰাই আনিছে। তাৰ হাতত এটুকুৰা কাগজ। কাগজটুকুৰা চাকৰটোৰ হাতৰপৰা লৈ তাই একেউশাহতে পঢ়ি পেলালে; চাকৰটো ওলাই গ'ল। এপিঠিত টাইপ কৰা চৰকাৰী বিজ্ঞপ্তি এখনৰ এটুকুৰা অনাৱধানভাৱে ফালি, তাৰ নেলেখা পিঠিত কেইটামান কৰ্কশ, নিষ্ঠুৰ শব্দ— "মাফ্ কৰিব মিচ হাজৰিকা, কোনো মতেই আপোনাৰ নিমন্ত্ৰণ ৰাখিব নোৱাৰিলোঁ।— অভয় দত্ত।" পঢ়া শেষ কৰিও কাগজখন তাই চাই থাকিল। কাগজৰ ওপৰত অনাৱধানভাৱে লিখা আখৰকেইটাই যেন তাইৰ নাৰী-সত্বাটোক অতি অৱজ্ঞাৰ দৃষ্টিৰে চাইছে। আখৰকিটাৰ আগত যেন অকণো গোপন কৰিব নোৱাৰাকৈ তাই গোটেই মাহুহজনী ধৰা পৰিছে। তাই মৰ্মাহত হ'ল। কেইটামান আখৰে যে ইমান ভ্ৰূকুটি কৰিব পাৰে, কেইটামান আখৰ যে ইমান নিষ্ঠুৰ হ'ব পাৰে, তাই কেতিয়াও ভৰাই নাছিল।

তাইৰ সকলো আত্ম-বিশ্বাস মুহূৰ্ত্ততে হেৰাই গ'ল। কাগজটুকুৰা ফালি-ছিৰি তাই মুঠি মাৰি ধৰিলে। দাঁত কামুৰি তাই যিমান পাৰে সিমান বল দি মুঠিটো কটকটীয়া কৰিলে। সোঁতে কঁপোৱা ৰৱণীৰ পুঙাৰ দৰেই তাইৰ হাতৰ ঠাৰি দুটা ঠক্‌ঠক্‌কৈ কঁপিবলৈ ধৰিলে। লগে লগে গোটেই দেহাটো। অভয়ৰ প্ৰতি তাইৰ মনৰ দুৰ্বলতাটোক যেন নেলু চেপি হত্যা কৰিছে। তাইৰ হাত আৰু ডিঙিৰ নীলা শিৰবোৰ উখহি উঠিছিল। বেছি পৰ ধৰি ৰাখিব নোৱাৰি, বন্ধ কৰি থোৱা উশাহটো তাই এৰি দিলে। সমুখত থকা সক মেজখন একেগোৰেই বাগৰি পৰিল। একেচাৰেই উঠি তাই শোৱনি কোঠা পালেগৈ। শাৰীপ্ৰনৰ আগটো চুঁচৰি যোৱাটো তাই লক্ষ্য নকৰিলে। দুই হাতেৰে তাই নিজৰ মূৰটো ধৰিলে। মূৰৰ ভিতৰত থকা চিন্তা কৰা যন্ত্ৰটো যেন হাতেৰে ধৰি বন্ধ কৰি দিব খুজিছে। তাই খুব খৰকৈ নিজৰ মূৰটো জোকাৰিবলৈ ধৰিলে। জোকাৰি জোকাৰি তাই চাঁচ কৰে বিচনাত উবুৰি খাই পৰি গ'ল। ভৰি-হাত আছাৰি তাই ধৰফৰাবলৈ ধৰিলে। কেঁকুৰি কেঁকুৰি তাইৰ কান্দোন ওলাল। চকুৰ পানীবোৰ গাঁকটোত মোহাৰি তাই ইমান কষ্টৰে কৰা প্ৰসাধন খন্তেকতে নষ্ট কৰি পেলালে। কাপোৰ-কানিবোৰ কোঁচ-মোচ খাই কিবা হৈ গ'ল। অভয়ৰ কাৰণে আজি পাঁচ দিনে কৰা সকলো চিন্তা, সকলো আয়োজন যেন তাই নিচিহ্ন কৰি দিব—শৰীৰটোৰ ওপৰত এতিয়া কৰা অত্যাচাৰৰ মাজেদি যেন তাই পাঁচ দিনৰ আগৰ মাহুহজনীক ঘূৰাই পাব। তাৰ কাৰণে এইদৰে আয়োজন নকৰা হ'লেই ইমান আঘাত দিয়াৰ সুবিধা সি নাপালেহেঁতেন। তাৰ কাৰণে কৰা সকলো সাজ-পাৰ তাই নষ্ট কৰিবই। তেতিয়া যেন অভয়ে কৰা উপেক্ষাক তায়ো উপেক্ষা কৰিব পাৰিব। মূৰৰ চুলিবোৰ তাই আউল-বাউল কৰি দিলে। মুখৰ প্ৰসাধনৰ ওপৰত ডাল এৰাই বোৰাকৈ হাতেৰে মোহাৰিবলৈ ধৰিলে। শাৰীখৰ ভৰি দুখনেৰে টানি টানি থচকি পেলালে।

তাৰপৰ আপি তাই অলপ শান্ত হ'ল। এতিয়া তাই কন্দা নাই। কিন্তু কোঁপাই আছে। কোঁপনিৰ উত্তেজনাত ফুলি উঠা বুকুখনৰ আৱৰণ কিটকিটীয়াকৈ পিন্ধা

ব্লাউজটোৰে সহিত নোৰাৰিলে—ফটফটকৈ টিপ বুতামবিলাক খোল খাই গ'ল। বিচনাত বাগৰিও তাই শান্তি নাপালে। কাণকিথন খুব গৰম লাগিছিল। তাই উঠি অন্ধকাৰ গা-ধোৱা-ঘৰটোৰ দুৱাৰখন খুলিলে আৰু পানী কিছুমান চকুৱে-মুখে মাৰি দিলে। শোৱনি কোঠালৈ আহি লাইটটো জ্বলাই দিলে। দীঘল আৰ্চীখনত দেখিলে, দেখাত জানুৰ নিচিনা পাগলী এজনী—এখন সাধাৰণ ভয়লৰ শাৰী পিন্ধি আছে। অভয়ৰ কাৰণে পিন্ধা শাৰীখন তাই গা-ধোৱা-ঘৰতে পানী ঢালি পেলাই থৈ আহিছে। এই মুহূৰ্তত তাইৰ কাৰণে সেই শাৰীখন অতি ঘিণ লগা অভয়ৰ ব্যৱহাৰৰ সমানেই ঘিণ লগা।

আইনাত নিজৰ প্ৰতিবিম্বটো চাই চাই তাই আগৰ দৰেই বহি পৰিল। প্ৰতিবিম্বৰ পাগলী জানুজনীলৈ তাইৰ বৰ দুখ লাগিল। এনেতে ঘৰৰ গাড়ী-বাৰাণ্ডাত গাড়ী ৰোৱাৰ শব্দ হ'ল।

তাই ঘড়ী চাই দেখে সাত বাজিছে।

ইমান সোনকালে বাপেক আহিব নোৱাৰে।

নিশ্চয় আন কোনোবা আহিছে।

দুৱাৰত কোনোবাই টুকুৰিয়ালে ?

তাইৰ দুৱাৰ খুলি দিয়াৰ কোনো ইচ্ছা নাই।

তাই পৃথিৱীৰ কাকো এতিয়া লগ পাব নোখোজে।

·এতিয়া তাই অভয় আহিলেও ফিৰাই দিব।

'কিন্তু, অভয়ক জানো ফিৰাই দিয়া উচিত হ'ব ?'—তাই নিজকে নিজে প্ৰশ্ন কৰে। চাকৰটোৱে দুৱাৰ খুলি দিয়া শব্দ তাইৰ কাণত পৰে। "জানু জানু" বুলি কোনোবা এজন সোমাই আহিল। মাততে তাই চিনি পালে বৰুৱাক। যি হে উৎপতীয়া মানুহ, একেবাৰে শোৱনি কোঠা পাৱহি। তাই শাৰীখন কিছু সংযত কৰি ড্ৰইং-ৰুম পালেহি। সমুখত থিয় হৈ ৬ ফুট দীঘল বৰুৱা। বৰুৱাই জানুক দেখিয়েই প্ৰশংসা-বাচক শব্দ এটা কৰি ক'লে, "সঁচাকৈয়ে জানু, তোমাক আজিৰ সমান ধুনীয়া মই কেতিয়াও দেখা নাই।" পশ্চিমীয়া শিক্ষা পোৱা বৰুৱাই জানে, নাৰীক সদায় প্ৰশংসা কৰিব লাগে।

"কি যে কয় আপুনি, ভূতটোৰ দৰে আছোঁ কাৰণে ইতিকিং কৰিছে নহয় ?"

বিবুদ্ধিৰ দৰে হাত জোকাৰি বৰুৱাই ক'লে, "তোমাক এতিয়া মই কেনেকৈ বুজাম। এই পাগলী ৰূপত হে কিজানি তোমাক আটাইতকৈ ধুনীয়া দেখি।"

"ধন্যবাদ, এতিয়া আপুনি বহক।"

বৰুৱা কিন্তু বহা মানুহ নহয়, এই ৪০ বছৰীয়া মানুহজন অনবৰত থৰকবাই থাকে।

"ব'বা, তোমাৰ মা ক'ত ?"

"মা সেই বৌ-মেনৰ মিটিঙত। আজি আপোনাৰ পত্নী অবিৰতে হ'লে আৰু একটা মনে মনে বহি থাকিব লাগিব। ৮ বজাৰ আগতে মা নাহে"—জানুৱে হাঁহিয়েই ক'লে। বৰুৱা সাধাৰণতে আহি জানুৰ মাকৰ লগত পটাৰ পিছত পটাকৈ মেল মাৰি থাকে।

কি যে কথা পাতে ভগৱানে হে জানে। মাকৰ মতে কিন্তু বকৰা খুব ভাল মানুহ। এনেকুৱা চৰিত্ৰৰ মানুহ কমেই হে পোৱা যায়।

"মিস্টাৰ হাজৰিকাতো ক্লাবতে নিশ্চয়।"

"হয়।"

"তেন্তে তোমাৰ লগত আৰু কি কথা পাতিম? তাতে তোমাৰো ৰূপটো আজি কিবা বিৰহিনী বিৰহিনী।"

"আজি আবেলি কাপোৰ-কানি সলোৱাই নাই—, ক'লৈকো যাবলৈও নাছিল।"

"বাৰু তেন্তে এতিয়া সলোৱা, ক্লাবলৈ যাওঁ ব'লা।"

"ক্লাবলৈ নাযাওঁ।"

"বাঃ, এওঁ যি ক'ব সেইটোৱেই হ'ব যেন।"

জাহ্নুক জোৰ কৰি কাপোৰ পিন্ধোৱাৰ অধিকাৰ দাবী কৰা বকৰালৈ চাই জাহ্নুৱে হাঁহি দিলে। চিগাৰেট এটা জলাই জলাই বকৰাই আকৌ ক'লে—"যোৱাঁ, কাপোৰ-কানি পিন্ধি চুঁচি-মাজি লোৱাঁ। ক্লাবলৈ নগ'লেও ঘৰতো এনেকৈ থাকিব নাপায়। মই নাহি আন কোনোবা আহি তোমাক এই ৰূপত দেখা হ'লে, নিজেই লাজ পালাহেঁতেন।"

"আপুনি বহকচোন বাৰু।"

"তুমি ভালকৈ সাজি-কাচি নাহিলে মই নবহোঁ।"

"বাৰু, আপুনি বহক, মই পাচ মিনিটতে আহিম, ক্লাবলৈ কিন্তু নাযাওঁ।"

"ক্লাবলৈ তোমাক নি মইনো কি দেশ উদ্ধাৰ কৰিম? লাভৰ ভিতৰত তুমি গৈ টোপনি ধৰিছে বুলি ক'বা, আৰু মিস্টাৰ হাজৰিকা সোনকালে ক্লাবৰপৰা গুচি আহিব।"

তাই হাঁহি হাঁহি গুচি গ'ল। চল্লিশ বছৰীয়া ডেকা মিস্টাৰ বকৰা জাহ্নুৰ বাপেকৰ মুৰা-সেৰী বন্ধু। ইংৰাজীত টেবুল-ফ্ৰেণ্ড। অবিবাহিত বকৰা ধনী ব্যৱসায়ী। ইংলণ্ডত বেৰিস্টাৰি পাছ কৰি আহিও ওকালতিৰ সলনি ব্যৱসায়ত হে মন দিলে। অজস্ৰ টকাৰ মালিক বকৰাৰ ঘৰ ডিব্ৰুগড়ত। কিন্তু, প্ৰায়ে শিলঙলৈ আহে ব্যৱসায়-সংক্ৰান্ত কামত। বকৰাৰ নতুন মডেলৰ গাড়ীখন শিলঙত এটা মহলৰ সকলোৱে চিনি পায়। কাৰণ, তেনেকুৱা আন এখন গাড়ী শিলঙত নাই। বয়সত বকৰা হাজৰিকাতকৈ সৰু, তথাপি দুয়ো অন্তৰংগ বন্ধু। জাহ্নুইতে বকৰাক দদায়েক বুলি আনৰ আগত পৰিচয় দিয়ে— নিজেও ইংৰাজীত 'আংকোল' বুলি মাতে। আংকোল বকৰা আহিলেই হাজৰিকাৰ ক্লাবত বহুত ৰাতি হয়। তেতিয়া প্ৰায়ে জাহ্নু বা মাক ক্লাবলৈ গৈ হাজৰিকাক জোৰ কৰি আনিবলগীয়া হয়। নহ'লে হয়তো ৰাতি নাহেই—।

শোৱনি কোঠাত জাহ্নুৱে লৰাসৰিকৈ মুখখন চিকুণ কৰিলে। চুলিবোৰো দুই-এবাৰ ব্ৰাচ কৰোঁতেই ঠিক হৈ পৰিল। সৰু সৰু অজন্তাৰ ডিজাইন থকা ব্লাউজ এটা পিন্ধিলে। চিকৰ নীলা শাৰীখনৰ পাৰিতো অজন্তাৰ ডিজাইন। কাপোৰ পিন্ধোতে পিন্ধোতে তাই ভাবিলে—ঘৰতে বহি থাকিলে সেই ভূতটোৰ কথাই মনত পৰি থাকিব। ক্লাবলৈকে যাব নেকি? তাত গৈ অন্ততঃ মেৰ্চিলুচা, ব্ৰিচ, ব্ৰেবোর্ন, ব্ৰিচেচ

চাইগল আদিক লগ পাব। সিহঁতৰ লৈতে সময়টো বেচ কটাব পাৰি। আৰু, বৰুৱাৰ লগত যোৱাতো আপত্তি নায়েই। ইয়াৰ আগতে তাই বহুত দিনেই গৈছে। আহোঁতে বাপেকৰ লগত আহে।···একো সিদ্ধান্তলৈ অহাৰ আগতে তাই ড্ৰইং-ৰুম পালেহি। বৰুৱাই পিক্‌চাৰ মেগেজিনৰপৰা মূৰ তুলি ক'লে, "বাঃ, এতিয়া হে বাণীজনী যেন হৈছে।"

"বহক চাহকে খাওক, মা পাবহি এতিয়া।"

"নাই নাই, আৰু বহিব নোৱাৰি। এতিয়া চাহ খালে মদ খাম কেতিয়া? ব'লা যাওঁ।"

"মই নাযাওঁ। মাও ঘৰত নাই।"

"ইস্, এওঁক যেনিবা মই যাব নে নাযায় সুধিছোঁ হে। যাবতো তুমি লাগিবই, এনেকৈ মন মাৰি ঘৰত বহি থাকিব নোৱাৰা। আৰু যাব লাগিবই যেতিয়া মই টানি নিয়াতকৈ তুমি নিজে গৈ গাড়ীত উঠা ভাল।"

"আপুনি বৰ উৎপাত কৰে,"—জানুৰ কণ্ঠস্বৰত বিৰক্তি একেবাৰে নাই।

"মই ব্যৱসায়ী মানুহ দেও। সেই প্ৰেমিকক কোৱাৰ দৰে কথা ক'লে মই একো নুবুজোঁ।" বৰুৱাই হাঁহি দিয়ে।

"কি যে কয় আপুনি ।"

এইবাৰ জানুৱে একো ভাবিবৰ কাৰণে চেষ্টা নকৰিলে। চাকৰটোক মাতি ক'লে, আংকোল বৰুৱাৰ লগত ক্লাবলৈ যোৱা বুলি মাকক ক'বলৈ। হাতত নিটিঙৰ কাঁইট-উল আদি লৈ, ভৰিত চেণ্ডেলযোৰ পিন্ধি পিন্ধি, বৰুৱালৈ চাই জানুৱে সুধিলে—

"যাব লাগিবই নেকি?"

"আৰু ভাও ধৰিব নালাগে। ব'লা এতিয়া"—বৰুৱাই জানুক আগবঢ়াই নিজে পাচ ল'লে। জানু গৈ বিৰাট গাড়ীখনৰ ওচৰ পালেগৈ। ড্ৰাইভাৰে দুৱাৰখন খুলি দিলে। জানুৱে গাড়ীত উঠিব খুজিও এবাৰ ভাবি চালে—কিয় তাই ক্লাবলৈ যাবলৈ ওলাইছে। বাপেকক সোনকালে ঘৰলৈ অনাৰ কথাত তাই একেবাৰে গুৰুত্ব দিয়া নাই। বৰুৱাৰ প্ৰতি অনুগ্ৰহ দেখুৱাৰ দৰকাৰো অনুভৱ কৰা নাই। ক্লাবত গৈ তাই কি সান্ত্বনা পাব, তাকো সঠিককৈ নাজানে। মনটো ভাল লাগি থাকিলে হে ক্লাবৰ পৰিৱেশ আৰু তাৰ মানুহবোৰ ভাল লাগে। তথাপি তাই ক্লাবলৈ যাব। কিয় যাব তাই নিজেই নাজানে। "কিন্তু কিয় নাযাব?"—এই প্ৰশ্নৰ উত্তৰ তাই বিচাৰি নাপালে। নোযোৱাৰ কোনো কাৰণ নাই কাৰণেই তাই যাব—যোৱাৰ কাৰণ বিচাৰি অশান্তি বঢ়োৱাৰ ইচ্ছা তাইৰ একেবাৰে নাই—ধৈৰ্য্যও নাই।

গাড়ীৰ পাচৰ চিটত তাই বহি পৰিল। কোমল সোপোকা চিটটোৱে তাইক লৈ এবাৰ নে দুবাৰ হেণ্ডালি খেলিলে। গম্ভীৰ শব্দ এটাৰ লগে লগে গাড়ীৰ সন্মুখৰ লাইট জ্বলি উঠিল। এটা চিগাৰেট জ্বলাই বৰুৱাও পাচ-চিটৰ আনখন দুৱাৰেদি সোমাই বহিল। সন্ধানী হেড্-লাইট দুটাই আন্ধাৰৰ মাজে মাজে একাবেঁকা বাট বিচাৰি বিচাৰি গাড়ীখন টানি নিবলৈ ধৰিলে। বাট বিচৰা লাইট দুটাৰ লগে লগে তাইৰ চকু দুটায়ো বাটৰ মানুহবোৰ চাবলৈ ধৰিলে—কিজানি ক'ৰবাত অভয়ক দেখা পায়।

কিন্তু কিয় তাই অভয়ক লগ পোৱাৰ কথা ভাবিছে ? তাই কি নিলাজৰ দৰে গাড়ী ৰখাই সুধিব---সি কিয় নাহিল ? কেতিয়াও নোৱাৰে, তাই নিজকে সিমান সৰু কৰিব নোৱাৰে। তথাপি যেন মনটোৱে অভয়ক এবাৰ দেখা পালেও ভাল পালেহেঁতেন।

হঠাতে তাইৰ মনত খেলালে, আজি নহাৰ কাৰণে অভয়ক দোষী কৰা উচিত নহ'বও পাৰে। হয়তো সি কিবা বিশেষ কামত সঁচাকৈয়ে ব্যস্ত হৈ পৰিল। কিন্তু, অভদ্ৰভাৱে ৰুটা কাগজত সি লিখি পঠিওৱা কথাকিটা ? এটা নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ অপাৰগ হোৱাৰ দোষত দোষী ভদ্ৰলোকে এনে ৰুচি বহিৰ্ভূত কাম কেতিয়াও নকৰে, বিশেষকৈ নিমন্ত্ৰণ কৰোঁতা যদি নাৰী হয়। কিন্তু সেই সভাত কৰা অভদ্ৰামিৰ কাৰণেই তাই তাক প্ৰথম নিজৰ মনত ঠাই দিছিল। আজিৰ এই অভদ্ৰামিতো তাৰ তুলনাত নগণ্য। তেন্তে তাই বেয়া পাইছে কিয় ? সি যদি ইমান সহজলভ্যই হ'লহেঁতেন, যি কোনো ছোৱালীয়েই তাক নিজৰ কৰি ল'লেহেঁতেন। তাইৰ তাক ভাল লাগে সিমান 'টজি' নহয় কাঁৰণে হে। অভদ্ৰ অভয়ৰ বন্য স্বাধীন চৰিত্ৰটো কিমান মুক্ত, কিমান নিৰ্ভৰ। তাই নিজৰ লগত আৰু নিজেই জীয়াই থকা সমাজখনৰ লগত আজি প্ৰথম অভয়ক তুলনা কৰি চালে। বাপেকৰ পশ্চিমীয়া আদব-কায়দাৰ মাজত তাই ডাঙৰ-দীঘল হৈছে। জীৱনত লগ পাইছে এক শ্ৰেণীৰ মানুহ—যিবিলাকে নাৰীক টুপি খুলি সন্মান দেখুৱাই নাচিবলৈ নিমন্ত্ৰণ কৰে, যিবিলাকে পশ্চিমীয়া ৰুচিবোধৰ সস্তীয়া অনুকৰণ সংস্কাৰ হিচাপে মানি লৈছে, যাৰ কাৰণে নিজ-দেশীয় সকলো বস্তু বিদেশী-বোৰতকৈ নিকৃষ্ট, যাৰ ভিতৰই নিজৰ ভাষাতকৈ বিদেশী ভাষাত স্ফুৰ্তি পায়। জানুৰ মনত পৰি গ'ল, তাই প্ৰায়ে অভয়ৰ সৈতে কথা পাতোঁতে ইংৰাজী শব্দ মিহলাই হে অসমীয়াতে কথা কয়। অভয়ে কিন্তু নিৰ্ভুল অসমীয়াতে কথা কয়। বাপেকে কোৱা কথা তাইৰ মনত পৰে,—"অচমীয়া ভাচাটো poor , চব কথা একচ্‌প্ৰেচ্‌ কৰিব নোৱাৰি—" , অভয়ে তেন্তে কেনেকৈ পাৰে ? তাইৰ খং উঠিল বাপেকে তাইক সৰুৰেপৰা অসমীয়া নিশিকোৱাৰ কাৰণে। মনে মনে তাই ঠিক কৰিলে, অভয়ৰ লগত কথা পাতিবৰ কাৰণেই তাই অসমীয়া শিকিব। তাইৰ নিজৰ পোছাক, নিজৰ ঘৰ, নিজৰ শিক্ষা, সকলোবোৰৰ ওপৰতে বিতৃষ্ণা উপজিল। এইবোৰৰ বন্ধনৰপৰা যেন তাই মুক্তি বিচাৰিলে। তাই যেন অভয়ৰ দৰেই মুক্ত হ'ব। কোনো বাধ্য-বাধকতা, কোনো বন্ধন নাই। এই সমাজখনৰপৰা তেতিয়া তাই আঁতৰত থাকিব—তাইৰ সঁজাত থকা ময়নাটোৰ ওচৰলৈ উৰি ফুৰা চৰাইবোৰ নহাৰ দৰেই, তায়ো বাপেক-মাকৰ ওচৰলৈও নাহে···। ছিঃ, কি যে তাই। তাই দেখোন অভয়ৰ চিন্তাধাৰাৰ লগত মিলাই এই কথাবোৰ ভাবিছে। 'পশ্চিমৰপৰা ধাৰ কৰা সভ্যতা' বুলি ভাবিবলৈ তাই অভয়ৰপৰা হে শিকিছে। আগেয়েতো কেতিয়াও এনেকৈ ভবা তাইৰ মনত নপৰে ?

পাচে পাচে আহি থকা গাড়ী এখনৰ লাইটৰ পোহৰ জানুহঁতৰ গাড়ীখনৰ পাচফালৰ আইনাখনত পৰে। গাড়ীৰ ভিতৰখন পোহৰ হৈ যায়। জানুৱে দেখে, বৰুৱাই নিশ্চিন্তমনে চুৰট খাই আছে। ধোঁৱা এলোপা কেঁচু এডালৰ দৰে তাইৰ কালে আহিছে। তাইৰ খং উঠি যায়। চুৰটৰ ধোঁৱা তাই এনেয়ে বেয়া পায়, তাতে কেঁচুৰ দৰে বগাই অহা ধোঁৱা।

তাই হঠাতে আদেশৰ সুৰত ক'লে, "চুৰট নাখাব।"

বকৰাই "আই এম্ চৰি" বুলি চুৰটটো হুমাই পেলালে। এইদৰে নিৰ্দেশ মানি চুৰটটো হুমাই পেলোৱা দেখি, বকৰাটোৰ ওপৰত তাইৰ খং উঠিল। ইমান দুৰ্বল। ইয়তে মাথোন টকাৰ বলত সাহ দেখুৱায়। অভয়ে চুৰট নাখায়। খোৱা হ'লে হয়তো এনেকৈ কেতিয়াও নিৰ্দেশ মানি হুমাই নথ'লেহেঁতেন।

জামুইতৰ পাচে পাচে অহা গাড়ীখন সিহঁতক পাচ পেলাই আগবাঢ়িল। এখন জীপ গাড়ী। জীপ গাড়ীখনৰ পাচফালে থকা দুৰ্বল ৰঙা লাইট দুটা তাইৰ চকুত পৰিল। ৰঙা লাইটে বিপদ বুজায়—তাই ভাবে। তাইৰ চিন্তাধাৰা ৰঙা লাইটত সীমাবদ্ধ হয়। হেড্-লাইটৰ পোহৰ পাই গাড়ীখন গৈ থাকে কোনো শংকা নকৰি। পাচ ফালে থকা ৰঙা লাইটে দিয়া সাৱধানী ইংগিতৰ আভাসো গাড়ীখনে নাপায়—গাড়ীৰ আৰোহীসকলেও নেদেখে। এতিয়া যোৱা এই জীপ গাড়ীৰ চালকজনে জানো কোনো বিপদৰ কথা ভাবিছে? কেতিয়াও নাভাবে। ঠিক সেইদৰেই মানুহৰ মনটোৱেও মানুহক লৈ যায়—বিপদে পাচৰপৰা বিৰিঙিয়ালেও শুনে ।

বকৰাৰ লগত এনেকৈ ওলাই আহি তাই বেয়া কৰিছে নেকি?

গাড়ীৰ লাইটৰ লগত জীৱনৰ দাৰ্শনিক তথ্য মিলাবলৈ তাই কেতিয়া শিকিলে?

এইদৰে গধুৰ ভাবতো তাইৰ মনলৈ কেতিয়াও অহা নাছিল।

কি যে ভাবিছে তাই?

প্ৰেমে মানুহক দাৰ্শনিকো কৰে নেকি?

সিহঁতৰ গাড়ীখন ক্লাবত ৰ'লহি। শাৰী শাৰীকৈ নিৰ্জীৱ হৈ পৰি থকা গাড়ীবিলাক চাই তাইৰ কিবা এটা ভাবিবৰ মন গৈছিল। কিন্তু ক্লাবৰ চকীদাৰটোৱে সেই সুবিধা নিদিলে। সি গাড়ীৰ দুৱাৰখন খুলি, বুটজোতা পিন্ধা ভৰি দুখন খটকৈ মাৰি চালাম দিলে। তাই আৰু বকৰা গাড়ীৰপৰা নামিল। বিজুলীৰ দৰে তাইৰ মনত খেলি গ'ল—অভয়ৰ লগত গাড়ীত যোৱা হ'লে সিহঁত হয়তো কোনোবা নিৰ্জন ঠাইত নামিলহেঁতেন, য'ত থিয় হৈ ইচ্ছামতে ভাবি থাকিলেও চকীদাৰে আমনি নকৰে, য'ত বিজুলী চাকিৰ টেলেকা চাৱনিৰ সলনি আকাশৰ তৰাই চকু টিপিয়াই মাতে···।

তাই বকৰাৰ লগতে বাপেক থকা সুৰা-সেৱন কক্ষলৈ গ'ল। সকলোৱেই তাত গিলাচৰ ৰঙা পানীৰপৰা দৃষ্টি আঁতৰাই তাইৰ ফালে চালে। বাপেকে বকৰাক এগিলাচ মদ দি তাইক ক'ল্ড ড্ৰিংক্ খাবলৈ ক'লে। তাই খাবৰ মন যোৱা নাই বুলি মেটিল্ডাক বিচাৰি তাৰপৰা ওলাই গ'ল। লোলুপ দৃষ্টিৰে মদৰ বটলবোৰ চাই থকাৰ দৰেই তাইলৈ মদপীবোৰে চোৱা তাই ভাল নাপালে। সেই বিষয়ে আন একো নভবাকৈয়ে তাই তাচ খেলা কোঠাটোতে সোমাল। চুৰটৰ ধোঁৱাৰে কোঠাটো ধূঁৱলী-কুঁৱলী। প্ৰায়বোৰেই একাগ্ৰভাৱে খেলাত ব্যস্ত। মেটিল্ডায়ো খেলি আছে। তাই অহা দেখাই নাই। এনেয়ে হয়তো তাই মেটিল্ডাৰ ওচৰতে থিয় হ'লহেঁতেন। কোনোবা এজনে নিজৰ চকীখনকে আনি তাইৰ পাচফালে দিলেহিঁহেঁতেন। তাই ধন্যবাদ বুলি বহি পৰিলহেঁতেন; কিন্তু আজি চুৰটৰ ধোঁৱাই তাইৰ শ্বাস বন্ধ কৰি দিয়া যেন লাগিল। কেবাজনো ৰ্মকে নিজৰ চকী এৰি তাইক বহিবলৈ দিলে। তাই 'নো,

থেংক ইউ' বুলি ওলাই আহিল। মেগেজিন-কমত গৈ কিবা এখন আলোচনীৰ পাত লুটিয়াই বহি থকাটোকে তাই ঠিক কৰিলে। মেগেজিন-কমৰ দুৱাৰ খুলিয়েই তাই দেখে, কেপ্টেন ক'হলিয়ে মিচেচ্ বৰাৰ হাতখন নিজৰ কোলাত লৈ বহি আছে। তাইক দেখিও এৰি দিবাৰ কথা নাভাবিলে। মিচেচ্ বৰাই তাইক মাতিলে। তাই আন কাৰোবাক বিচাৰিছে যে বুলি কৈ ওলাই গ'ল।

কিন্তু তাই যাব ক'লৈ ?

ক্লাবটো তাইৰ কাৰণে অতি সৰু যেন লাগিল।

ইয়াত অকলে বহিবলৈ ঠাই একেবাৰে নাই। এনেতে মিস্টাৰ ত্ৰিপাঠী আহি তাইক তাৰ লগত নাচিবলৈ অনুৰোধ কৰিলে। তাই ভদ্ৰভাৱে তাৰ অনুৰোধ প্ৰত্যাখ্যান কৰিলে। সকলোৰে অনুৰোধবোৰ প্ৰত্যাখ্যান কৰি তাই ভাগৰি পৰিছিল, আৰু যেন প্ৰত্যাখ্যান কৰাৰ শক্তিও তাইৰ নাই।

জানু লাহে লাহে ক্লাবৰ পাচফালে গৈ খটখটীয়েদি নামি নিমজ্ঞ বাহিৰিভৰা পালেগৈ। আৰু অকণমান আগুৱাই গ'ল। তিনিজোপা ফেৰেঙণি মেলা গছে ওপৰত চালি দিয়া ঠাইটুকুৰাত তাই অৱশ হৈ বহি পৰিল। ক্লাবৰ অনুৰোধবোৰে ইয়াত যেন তাইক আৰু বিচাৰি নাপায়।

দূৰৰ পুলিচ থানাত ৯টা কোব মাৰি সময়ৰ সংকেত দিয়া তাইৰ কাণত পৰিল। ৯ বাজিল বুলি নিজেই নিজক তাই ক'লে। বাপেকতো ১২ বজাৰ আগতে কেতিয়াও নাযায়। আৰু তিনি ঘণ্টা সময়। জানুৱে মনে মনে ঠিক কৰিলে, তাই তাতে বহি তিনি ঘণ্টা ইচ্ছামতে ভাবিব। ১২ বজালৈকে ভাবিব। তাইৰ আজি খুব ভাবিবৰ মন গৈছে। সদায় তাই দেহাটোৰ কাৰণেই প্ৰায়খিনি সময় ব্যয় কৰে। আজি তাই দেহাটোক বাদ দি মনটোৰ কাৰণে সময় খৰচ কৰিব। ইমান বেছি ভাব যে নম্বৰা অৱস্থাতে মনত থুপ খাই আছে, তাই আগেয়ে কেতিয়াও জনা নাছিল। ভাবে কেতিয়া তাইক আপোনপাহৰা কৰি দিলে তাই নিজেই নাজানিলে।

* * *

নিশা ১২ বজাৰ পিচত হাজৰিকাৰ গাড়ীখন আহি নিজ ঘৰৰ সমুখত বৈ গুঁজৰি দিলে। টোপনিয়াই থকা চাকৰটোৱে চকু মোহাৰি ওলাই আহি গাড়ীৰ দুৱাৰ খুলি দিলেহি। এডালো কেঁচা চুলি চকুত নপৰা বৰফ-বগা মূৰটো প্ৰথমেই বাহিৰলৈ উলিয়াই হাজৰিকা গাড়ীৰপৰা নামিল। নামিয়েই চাকৰটোৰ কান্ধত ধৰিলে, পৰি নাযাবৰ কাৰণে। অতিপাত মদ খোৱাৰ কাৰণে হাজৰিকাৰ মুখখন ৰঙা হৈ কপালৰ শিৰবোৰ উখহি উঠিছিল। জানুও নামিল। নামিয়েই এহাতেৰে শাৰীখন আঁঠুৰ ওচৰলৈকে দাঙি ধৰি আন হাতেৰে বাপেকৰ বাহুত ধৰিলে। তাৰ পিচত বাপেকক ধৰি ধৰিয়েই খটখটীয়েদি বাৰাণ্ডাত উঠিল। বাপেক চলং-পলংকৈ গৈ খোৱা-মেজৰ সন্মুখৰ চকীখনত বহালৈকে জানুৱে চাই আছিল। তাৰ পিচত চাকৰটোক ভাত আনিবলৈ কৈ নিজে শোৱনি কোঠাত সোমাই লাইটটো জলাই দিলে। তাই গৈ আৰ্চীখনৰ সমুখত বহিলগৈ। আৰ্চীত তাই দেখিলে—দেখিবলৈ তাইৰে নিচিনা পাগলী এজনী। এইখন আৰ্চীত নিজকে কেতিয়াও এনেকুৱা ৰূপত দেখা তাইৰ

মনত নপৰিল। আউল-বাউল চুলি, ইস্ত্রি নষ্ট হোৱা কাপোৰ, বুতাম ছিগা ব্লাউজ, ছিঃ। ক্লাবৰ পাচফালৰ প্রকৃতিৰ শান্ত পৰিবেশত কটোৱা অশান্ত সময়খিনিৰ কথা তাইৰ মনত এতিয়াও দৈ বাঞ্ছি স্মৃতি হোৱা নাই—তপত বাস্তৱ হৈয়ে আছে। সেই অশান্ত সময়খিনিৰ প্রতিবিম্বহে তাই আৰ্চীখনত দেখিছে। সেইটো যেন তাইৰ আচল প্রতিবিম্ব কেতিয়াও হ'ব নোৱাৰে।

কথাছবিৰ চিত্ৰৰ দৰেই ক্ষীপ্ৰ গতিৰে তাইৰ মনৰ পটত সেই সময়খিনিৰ ঘটনা-বোৰ এটাৰ পিচত এটাকৈ ওলাই যাবলৈ ধৰিলে। আৰ্চীখনতে দেখিলে তাই—নিজে আপোনপাহৰা হৈ কিবা ভাবি সেই ক্লাবৰ পাচফালে বহি থকা। কেতিয়া বকৰা আহি তাইৰ ওচৰত বহিছিলহি তাই নাজানে। হঠাতে তাইক কোনোবাই মতা যেন শুনি তাই ঘূৰি চাইছিল। ঘূৰি চাই তাই দেখিছিল—আধা-আন্ধাৰ, আধা-পোহৰত দেখিছিল—বকৰাৰ চুচকুৰ জিজ্ঞাসু দৃষ্টি; লগে লগে অনুভৱ কৰিছিল তাইৰ নিজৰ গালত নিলাজৰ দৰে চকুপানী লাগি থকাৰ কথা। তাই কেতিয়া কান্দিছিল, তাই নিজেই নাজানে। কিন্তু তেতিয়া আৰু লুকুউৱাৰ উপায় নাছিল। বকৰাই ইতিমধ্যে নিশ্চয় দেখিছিল। বকৰাই খুব মৰম কৰি সুধিছিল, তাইৰ কি হৈছে। তাই কোনো উত্তৰ দিয়া নাছিল—উত্তৰ দিয়াৰ কথা ভবাও নাছিল। তাইৰ মনত আছে বকৰাৰ উপস্থিতি তাইৰ ভাল লগা নাছিল। বকৰাই অনুনয়-বিনয় কৰিছিল। কৈছিল—আন এজনক ক'লে মনৰ দুখ পাতলে, বুজাইছিল,—বকৰা বয়সত ডাঙৰ হ'লেও তাই বন্ধু বুলিয়েই ভাবিব পাৰে, আশ্বাস দিছিল—তেওঁ আনৰ গোপনীয় কথা গোপন কৰিয়েই ৰাখে। কোন আপদীয়া মুহূৰ্তত যে তাই বকৰাক অভয়ৰ কথা ক'লে, কি কৌশল কৰি বকৰাই তাইৰ মুখৰপৰা অভয়ৰ কথা উলিয়ালে, এতিয়া তাইৰ মনত নপৰে। খুব বেছি কথা তাই কোৱা নাছিল, কিন্তু যি কৈছিল সেয়ে তাইৰ মনৰ আঘাতটো বকৰাক বুজাবৰ কাৰণে যথেষ্ট আছিল, তাৰ পিচত—বকৰাই তাইক কৈছিল—নিচেই কাষতে বহি লৈ কৈছিল—"তোমাৰ কথাৰপৰা অভয়টো বেচ ভাল ল'ৰা যেনেই লাগিছে, কিন্তু সি তোমাক ইমান আঘাত দিয়া উচিত হোৱা নাই"···। তাইৰ বকৰাক ভাল লাগি গৈছিল অভয়ক প্রশংসা কৰাৰ কাৰণে, আৰু ভাল লাগিছিল, তাইৰ আঘাতটোও অনুভৱ কৰাৰ কাৰণে। বকৰাই তাইৰ চকুপানী মচি দিছিল। তাৰ পিচত তাইক আধা-শোৱা অৱস্থাৰপৰা তুলি পোনকৈ বকৰাই দিছিল—তাইৰ দুই বাউসিত ধৰি। কিন্তু তাই বহাৰ পিচতো বকৰাৰ এখন হাত তাইৰ বাউসিৰ ওপৰতে আছিল। তাইৰ অস্বস্তি লাগিছিল। তাই নিজে আঁতৰি দিছিল, বকৰাৰ হাতখন বাউসিৰপৰা আঁতৰাবৰ কাৰণে। কিন্তু হাতখন একে ঠাইতে থাকিল, এইবাৰ বকৰা হে আৰু অলপ ওচৰ চাপি বহিল।···বকৰাই অনৰ্গল কথা কৈ গৈছিল বুজনিৰ সুৰত। তাই কিন্তু একো শুনা নাছিল। তাই মাত্র ভাবিছিল কেনেকৈ হাতখন আঁতৰাব। কেনেকৈ যে বকৰাই ইমান সাহ পাইছিল—তাই ভাবি পোৱা নাছিল। মাকৰ ওপৰত খং উঠিছিল, বকৰাক খুব আপোন কৰি লোৱাৰ কাৰণে। নহ'লে সি ইমান সাহ নাপালেহেঁতেন। "কিন্তু 'মা'ৰ ওপৰত খং উঠিয়েই বা কি হ'ব?"—তাই তেতিয়া ভাবিছিল। দেউতাকে সেইবাৰ ১০ হেজাৰ টকা

বকৰাৰপৰা ধাৰলৈ লোৱাৰ পিচবেপৰা সিহঁতে বকৰাক আংকোল বুলি মাতিছিল, তেওঁৰ লগত চিনেমালৈ গৈছিল, বকৰাক ভয় নকৰা হৈছিল··· ।

তাই অনুভৱ কৰিছিল, তাইৰ বাউসিত থকা বকৰাৰ হাতখনৰ আঙুলি দুটা নে এটা ইতিমধ্যে তাইৰ বুকুৰ ফালে আগুৱাই আহিছিল। ইমান লাহে লাহে আহিছিল যে আগুৱাই অহা বুলি তাই ঠিৰাংকৈ ভাবিবও পৰা নাছিল, কিন্তু তাই অনুভৱ কৰিছিল, ভয়ো খাইছিল। বকৰালৈ এনেয়ে কেতিয়াও তাই ভয় কৰা নাছিল, কিন্তু চোৰৰ দৰে লুকাই-চুৰকৈ, বাধা দিব নোৱাৰাকৈ অহা হাতখনলৈ তাইৰ ভয় লাগিছিল। অতি বেছি ভয় লাগিছিল। নিজৰ হাতখনৰ অসভ্যামিৰ কথা যেন বকৰাই একেবাৰে নাজানিছিল, তেওঁ মাথোন তাইক বুজনি দি কথা কৈয়ে আছিল।

তাই কি কৰিব ভাবিছিল—বিবুদ্ধি হৈছিল। হাতখন জোৰকৈ একৰাই দিয়াৰ কথাও ভাবিছিল এবাৰ। কিন্তু বকৰাইতো সেইদৰে মাক-বাপেকৰ আগতো তাইৰ বাউসিত হাত দিয়ে ·। হাতখনৰ এটাইতকৈ দীঘল আঙুলিটো আগুৱাই আহি বৰ লাজ লগা ঠাই পাইছিলহি বুলি তাই অনুভৱ কৰিছিল। উপায় নাপাই বকৰাটো বৰ অসাৱধান বুলিয়েই ভাবিছিল তাই। এই কাৰ্য্য বকৰাৰ ইচ্ছাকৃত বুলি ভাবিবলৈও তাইৰ লাজ লাগিছিল। হাতখন এনেকুৱা ঠাইত আছিল যে আঁতৰাই দিলেই বকৰাই বুজিব তেওঁৰ হাতখন ক'ত আছিল। বকৰাৰ হাতখনৰ অসভ্যামিৰ কথা তাই জানিছে বুলি বকৰাক জনাই দিবলৈও তাইৰ লাজ লাগিছিল। সেই কাৰণেই দেখা-দেখিকৈ তাই বকৰাৰ হাতখন আঁতৰাই দিবলৈ লাজ পাইছিল। বকৰাৰ হাতখনে যেতিয়া সকলো সীমা অতিক্ৰম কৰিছিল, তেতিয়া তাই লাজতে মৃতপ্ৰায়। তাৰ পিচৰ ঘটনাবোৰ তাই মুকিয়াব নোৱাৰে। সেই সময়ত হয়তো তাইৰ ভাল জ্ঞান নাছিল। কিন্তু তাই অনুভৱ কৰিছিল নাৰীৰ দেহাটোত এনে কিছুমান ঠাই আছে, য'ত পুৰুষৰ পৰশ পৰিলে নাৰীৰ সকলো আত্ম-সংযমৰ যন্ত্ৰ কিছু সময়ৰ কাৰণে হ'লেও অকামিলা হৈ পৰে। ছিঃ লাজ, ভয়, খং, অভিমানত তাই নিজকে নিজে পাহৰি গ'ল—তাই পাহৰি গ'ল সেই ঘটনা হৈ যোৱা এদণ্টাবো বেছি হ ল বুলি। সমুখত বকৰা বৈ থকা যেন লাগি তাই খুব জোৰেৰে নিজৰ চেণ্ডেল এপাট দলি মাৰি পঠিয়ালে। আৰ্চীত খুন্দা পাই চেণ্ডেলপাট ঘূৰি আহি তাইৰ মুখতে লাগিলহি। তাই সচেতন হৈ এটা হুমুনিয়াহ কাঢ়িলে। ঠিক, মই নিজেহে জোতাৰ কোব খোৱা উচিত—নিজকে নিজে তাই ক'লে। তাইৰ চকুৰেদি ধাৰাসাৰে চকুপানী পৰিবলৈ ধৰিলে। শুধবাব নোৱাৰা ভুলবোৰ চকুৰ পানীৰে ধোৱাৰ বাহিৰে উপায় নাই · ।

কান্দি কান্দি তাই ড্ৰয়াৰটো খুলি অভয়ৰ ফটোখন উলিয়ালে। চকু দুটা মোহাৰি ফটোখন চকুৰ খুব ওচৰলৈ আনি চাবলৈ ধৰিলে। খন্তেকতে ঘিণ লগা বকৰাটো তাইৰ মনৰপৰা পলাই ভৰাৰ দৰেই খহি পৰিল। ফটোত থকা অভয়ৰ হাঁহি ভৰা মুখখন একেবাৰে চাই চাই বুকুত সাৱটি ধৰিলে। ফটোৰ আউল-বাউল চুলিবোৰ ঠিক কৰি দিয়াৰ বৃথা চেষ্টা কৰি তাই ভাগৰকৈয়ে ক'লে—'বেচেৰা অভয়'··· ।

## মনৰ দাপোণ

[ 'কংচি'ৰ ]

শাওণ মাহ। দুপৰবীয়াৰ শ্বিলং। একমান বাজিছিল। সৰল গছবোৰ বতাহৰ সৈতে জেদ ধৰি ওফোন্দ পাতি বহি আছিল। চেৰচেৰীয়া ব'দটো ঘূৰত লৈ অভয় তলমূৰকৈ আহি আছিল।

সি তাৰ খোজবোৰ লেখিছিল।

এই মাত্ৰ ১০০০ খোজ পাৰ হৈ গৈছে। হঠাতে ব'দটো নাইকিয়া হ'ল। ১০৮৮ খোজ হৈছিল,—আৰু ১২ খোজ আগুৱাই আহি সি ১১০০ খোজ কৰি সংখ্যাটো মনত ৰাখিবলৈ সুবিধা কৰি ল'লে। সেইখিনিতে থিয় হৈ সি ওপৰলৈ চালে। এলেহুৱা ক'লা ডাৱৰ কিছুমানে বেলিক মুখ ঢাকি গুৱাই খোৱাৰ চেষ্টা কৰিছে। কোনোবাই যদি তাকো তেনেকৈ মৰম কৰি গুৱাই থ'লেহেঁতেন ? এই মুহূৰ্তত তাৰ এলাহ কৰি দীঘল দিবৰ মন গৈছে।...সি আকৌ যাবলৈ ধৰিলে। ১৫০০ খোজ হোৱাৰ লগে লগে হৰহৰকৈ বৰষুণ পৰিবলৈ ধৰিলে। সি কেইখোজমান খৰকৈ গৈ বাটৰ দাঁতিৰ জোপোহা সৰল গছজোপাৰ তলত থিয় হ'লগৈ। ১৫১২ খোজ হ'ল—সি কেবাবাৰো সংখ্যাটো ডাঙৰকৈ কৈ মনত ৰখাৰ চেষ্টা কৰিলে।

সি সচিবালয়ৰ আগ পাইছিলহি। বাটটোৰ সিপাৰেই সচিবালয়টো। তালৈকে লৰ মৰা হ'লে সি একেবাৰে নিতিতাকৈ কোনোবা এটা অফিচত বহি থাকিবগৈ পাৰিলেহেঁতেন। বৰষুণে-বতাহে বেচ নিৰাপদ এই বিৰাট পকী ঘৰটো। প্ৰায় পাঁচ হেজাৰ ফুট ওখ শ্বিলঙৰ ওপৰত এই সচিবালয়টো—বানপানীয়েও ঢুকি নাপায়। ভৈয়ামৰ অবুজ চিঞৰ-বাখৰেও আমনি নকৰে ইয়াৰ ভিতৰত নিৰাপদে থকা অফিচ-বিলাকক। সিয়ো তাতে বৰষুণ দিয়া সময়খিনি নিৰাপদে থাকিবগৈ পাৰিলেহেঁতেন। কিন্তু, তাকে কৰা হ'লে তাৰ ধৈৰ্য্য কংচিতকৈ কম বুলি প্ৰমাণ হ'লহেঁতেন।

আজিৰ ভৰদুপৰীয়াৰ ব'দত এনেকৈ খোজ লেখাৰ আৰম্ভকতা তাৰ নিজৰ মগজে আৱিষ্কাৰ কৰা নাছিল। সি কালি কিবা এটা ভাবি ইফালৰপৰা সিফাললৈ ঘৰৰ ভিতৰতে খোজ কাঢ়ি ফুৰিছিল। কংচি আহি তাকে দেখি তাক অধৈৰ্য্য বুলি কৈছিল। আৰু কৈছিল—তাইৰ হেনো ধৈৰ্য্য তাতকৈ বহুত বেছি, তাইৰ বোলে ইঠাইৰপৰা সিঠাইলৈ চাহ দিবলৈ যাওঁতে নিজৰ খোজ লেখি যোৱাৰ ধৈৰ্য্যও আছে। আজি সি সেই কাৰণে তাৰ ধৈৰ্য্য জুখি চাইছে।

কংচিৰ আচল নাম নাজী লিংডো। খাচিয়া ভাষাত কং মানে বায়েক যদিও ভৈয়ামৰ মানুহে সকলো খাচিয়া ছিবোতাকে কং বুলি মাতে। সেই কাৰণেই নাজী লিংডোৰ নাম হৈছিলগৈ কং নাজী। অভয়ৰ জিভাত উজনি অসমৰ বুনিয়াদী এলাহ আছে—যি এলাহে 'নাৰায়ণ'ক 'নেৰায়ণ' কৰে, 'বাত্তা'ক 'বেত্তা' বোলে। সেই

কাৰণে সি নাজীৰ 'চি' টো লৈ 'কংচি' কৰি তাইৰ নামটো উচ্চাৰণ কৰোঁতে জিভাই দুখ নোপোৱা কৰি লৈছিল।

তাৰ ওঁঠতে এটোপাল বৰষুণ পৰিল। তপত ওঁঠত চেঁচা টোপালটো বৰ ভাল লাগিছিল। সি ওঁঠে ওঁঠে ঘঁহাই টোপালটোৱে ওঁঠ দুটা তিয়াই ল'লে। বৰষুণৰ টোপালটোৱে তাক মনত পেলাই দিলে তাৰ পিয়াহ লাগিছে।

সচিবালয়টোত আকৌ চকু পৰি তাৰ খ' উঠি গ'ল। ইমানবোৰ মানুহ থাকে ইয়াৰ ভিতৰত—অথচ ইমান নিমাত-নিটাল। কিন্তু তাৰ কংচিৰ সেই সৰু ঘৰটো—তাৰ ভিতৰত মাত্ৰ চাৰিটা প্ৰাণী থাকে—কিমান গৰম। ঘৰটোৱো যেন প্ৰাণ আছে। তিনি মহলীয়া ওখ সচিবালয়টো সি চাৰিনিবে ওপৰৰপৰা তললৈ জুখি, তাৰপৰা চকু আঁতৰাই আনিলে।

তুখন চিটি বাচ তাৰ আগেদিয়েই গ'ল।

কেবাখনো টেক্সি।

তুজনী খাচিয়া ছোৱালী একেটা ছাতিৰ তলত সোমাই ছাতিটো টনা-আঁজোৰা কৰি কৰি গুচি গ'ল। সিহঁতৰ খিল-খিল হাঁহিয়ে সচিবালয়টোত বোধকৰোঁ প্ৰতিধ্বনি তুলিছিল।

এটা মাৰোৱাৰী বিৰাট মটৰ-গাড়ী এখনৰপৰা নামি সচিবালয়ত সোমাল।

অভয়ৰ নাকটো পিৰপিৰাইছিল। হাতেৰে মোহাৰি দিলে। এটোপাল বৰষুণৰ পানী মূৰৰপৰা নাকেদি বৈ আহি পিৰপিৰাই দিছিল। জেপত কমাল বিচাৰি নাপাই চোলাৰ হাতেৰে নাকটো মোহাৰি দিলে। মূৰত হাত দি চালে, সি আধা তিতা হৈছে।

বৰষুণ এবাৰ কেইমিনিটমানৰ পিচতে অভয় আহি তাৰ নিজৰ অফিচৰ সমুখ পালেহি। জপনাখন খুলি সোমাব খোজোঁতেই তাৰ মনত পৰিল—তাৰ খোজ লেখা নহ'ল। তাৰ ধৈৰ্য্য কম বুলি সি মানি ল'লে। "কিন্তু কিনো কৰিম ধৈৰ্য্য লৈ?"—সি নিজকে নিজে ক'লে। জপনাখনত ধৰি সি তাৰ অফিচটো চাই ল'লে। কোনোমতে ভিতৰত এটা কুঠৰি থকা এই সৰু আধা পুৰণি ঘৰটো। সমুখত তাৰ বাতৰি কাগজখনৰ নাম লিখা ডাঙৰ নতুন চাইনব'ৰ্ড এখন—মৰা মানুহে দাঁত নিকটাই থকা যেন লাগে। তাৰ পাচ ফালে থকা টিনৰ চালিখনৰ তলতে সি বাতি শোৱে। দিনত তাত সোমাবৰ মন নাযায়। ইমান সৰু। তাৰে দাঁতিতে টিন এচলা ভৰি বাপধনে ভাত ৰান্ধিবলৈ লৈছে। বাপধন শোৱে অফিচ-কুঠৰিটোত। দিনত বিচনাখন সামৰি থয়। গুৰুত্বপূৰ্ণ খবৰৰ যোগান ধৰা অফিচটোৰ দুৰৱস্থা দেখি তাৰ বেয়া লাগিল। ঘৰটোৰ দুৰৱস্থাই তাৰ নিজৰ দুৰৱস্থা পাহৰাই দিলে। নাম কৰা দৈনিক বাতৰি কাকতৰ সংবাদদাতাৰ গাম্ভীৰ্য্য লৈ সি ভিতৰ সোমাল।

সোমায়েই সি হাতত থকা কাগজসোপা দলিয়াই মেজখনৰ ওপৰত পেলালে। নিজৰ চকীখনত সি বহিল। গোটাই অনা বাতৰিকিটা লিখি এতিয়াই পঠিয়াব লাগিব। সি ব্যস্তভাবে কাগজ-পত্ৰ গোটাই ল'লে। কোনটো খবৰ কেনেকৈ লগাব ভাবি ভাবি, পৰ্দা নথকা খিৰিকীখনেদি সি বাহিৰলৈ চালে। আকৌ ধ'ৰ ওলাইছে।

বতাহে আমনি নকৰা সৰল গছ এজোপাই শাখিবে টোপনিয়াইছে। তাৰো যেন বৰ টোপনি ধৰিছে। যতনাই লোৱা কাগজ-পত্ৰ মেজৰ ওপৰতে পৰি থাকিল। হাত দুখনেৰে মেজৰ দাঁতিত ধৰি সি চকীখনৰ আগ ঠেং দুখন দাঙি পাচৰ ঠেং দুখনত ভৰ দি চকীখন পাচলৈ হেলনীয়া কৰি দিলে। সেই অৱস্থাতে বহি ভৰি দুখন এখন এখনকৈ মেজৰ ওপৰলৈ তুলিলে। আঁঠুৰ তলৰপৰা গোৰোহাালৈকে ভৰি দুখন মেজৰ কাগজবোৰৰ ওপৰতে সমান্তৰালভাৱে পৰিল। মেজৰ দাঁতিৰপৰা হাত দুখন এৰি চকীখন চাৰি ঠেঙৰ ওপৰত ৰ'বলৈ এৰি দিলে। "কিতাপ-কাগজবোৰৰ ওপৰত ভৰি থোৱা দেখিলে কংচিজনীয়ে গালি পাৰিবহি"—সি ভাবিলে। তাৰ পাচত ঠিক কৰিলে, কংচি গাধীৰ দিবলৈ অহাৰ আগতে সি উঠিবই। চকীৰ থিয় পিঠিৰ বাউসিত গলধনটো থৈ সি আৰাম কৰাৰ চেষ্টা কৰিলে। ভৰি লাগি কলম নে পেন্সিল এডাল মাটিত পৰিল। দোৱাতটোও বাগৰি পৰিছে নেকি? —সেইবোৰ ভাবিবলৈ তাৰ মনটো ৰাজি নহ'ল। ভৰিৰ ভিজা জোতাযোৰে আৰামটো একেবাৰে নষ্ট কৰিছিল। সেই অৱস্থাতে থাকি সি ইটো ভৰিৰে সিটোক গুৰিয়াই জোতাযোৰ খুলিলে। মেজৰ সিদাঁতিয়েদি জোতা দুপাট ধপচ ধপচকৈ সৰি পৰিল। হাতেৰে চুকি পোৱা কাগজ কিছুমান আনি গলধনটোৰ তলত দি ল'লে—নহ'লে চকীৰ পিঠিৰ ওপৰৰ সিৰ থকা কাঠডালত সি দুখ পাইছিল। বাঃ, বেচ আৰাম লাগিছে। সি চকু দুটা মুদি দিলে। বাপধন অহা গম পালে, কিন্তু সি চকু নেমেলিলে। চকু মেলিলেই যেন ইমান কষ্ট কৰি ব্যৱস্থা কৰা আৰামটো নোহোৱা হ'ব। বাপধনে অভয়ক ভালকৈ চিনি পায়। গতিকে ওচৰতে থিয় হৈ সি তাৰ কৰ্তব্য কৰি গ'ল—

"৩১৭ নম্বৰোৰপে ফোন কচ্ছিল, আপ্‌নি আইহুলেই তাকে লগি ফোন কৰ্‌বা কৈছিল দক্‌।"

চকু মুদিয়েই অভয়ে ক'লে, "ও"। মনে মনে সি ভাবিলে—৩১৭ মানে সেই আপদীয়া প্ৰচাৰ বিভাগৰ অফিচটো। নিশ্চয় কিবা এটা খবৰ আছে—যিটো খবৰ কাগজত ছপা হোৱা সিহঁতৰ কাৰণে অতি আৱশ্যক। নহ'লে বাতৰি কাকতৰ কাৰণে দৰকাৰী খবৰ দিবলৈ সিহঁতে ফোন নকৰে।

"আজি ভাঠী বেইলা চাৰ্টৰ বাজাত লেডিচ্‌ বেড্‌মিণ্টে। ফাইনাল খেলা আছে। ফোন কৰি কৈছিল আপ্‌নাক যেনে-তেনে যাবা।"

অভয়ে শুনাৰ ভাও ধৰি চকু মুদি থাকিল। মনে মনে কিন্তু ভাবিলে,—সেইডাল খবৰ কাইলৈহে পঠিয়াব লাগিব। সেই বুঢ়ীকিজনীয়ে গা নচুওৱা চাবলৈনো মানুহ যায় নে?

"সাঁজ বেইলা ছয় বাজাৰপে লাবানোত বুলে ভেৰাইটি শো আছে। আপীকেইটায়েন আহি যাতি গেইছি।"

কোনো সম্বিধান নিদি অভয়ে মনে মনে ছোৱালীবোৰক উদ্দেশ্য কৰি ক'লে, 'কিয়ানো ভেৰাইটি শো কৰইক, আমনি লাগিছে আক'।

"প্ৰচাৰ বিভাগোৰপে আহা প্ৰেচ্‌নোট গিলা আপ্‌নাৰ ভৰিৰ ভিয়াৰ তলতে আছে।"

মুখেৰে কোনো উত্তৰ নিদিলেও তাৰ মনটোৱে মনে মনে বাপধনক কৈছিল—'হৈছে আক, কিমাননো কৈ থাক।'

বাপধনে মাটিত পৰা কলমটো মেজৰ একোণত তুলি থ'লে, দোৱাতটো তুলি মেজত পৰা চিয়াঁহীত ব্লটিং কাগজ এখন দি দিলে। মেজৰ সিমূৰে পৰি থকা জোতাযোৰ আনি অভয়ৰ ভৰিৰ তলত থ'লেহি। বাপধনে অভয়ক ভালকৈ চিনি পায়। এনেকৈ সি বেছি সময় বহি থাকিব নোৱাৰে। অলপ পাচতে তাৰ এই আৰাম অসহ্য হৈ উঠিব। উঠিয়েই সি চিঞৰ-বাখৰ লগাব—জোতা, কলম আদি কোনে নিলি বুলি। এনেকৈ চিঞৰ-বাখৰ কৰিলে বাপধনে কোনো উত্তৰ নিদিয়ে। কাৰণ বাপধনে জানে যে অভয়ে সেইদৰে চিঞৰে বস্তবোৰ কোনোবাই চুৰ কৰিলে বুলি ভাবি নহয়, সি সেইদৰে চিঞৰাৰ অৰ্থ হৈছে, বাপধন গৈ সেইবোৰ ঠিক কৰি থ'ব লাগে। সেইদৰে চিঞৰি অভয়ে হয়তো প্ৰমাণ কৰিব খোজে—সজ্ঞানে সি সেইবোৰ 'বেয়া কাম' কৰা নাই।··শোৱাৰ ভাও ধৰি থকা অভয়লৈ চাই চাই হাঁহি এটা লুকুৱাবৰ চেষ্টা কৰি বাপধনে আকৌ ক'লে,

"কং একবাৰ আহি ফিৰি গেইছি। মোক সুধ্‌ছিল আপ্‌নি ক'ক্‌ গেইছি।"

এইবাৰ অভয়ে চকু মেলিলে, "পিচে তই কি ক'লি ?"

"মই কৈছ্‌লু কিবা কামত ওলে গেইছি বুলি। কঙে হ'লি বিশ্বাস নকল্লাক।"

অভয়ৰ মুখত বেয়া-কাম-কৰি-ধৰা-পৰা ল'ৰাৰ ভাব এটা ফুটি উঠিল,—"তোৰ আক শিকা নহ'ল। মই আহি সোমালেই এহেজাৰ এশটা কামৰ হিচাপ দিব পাৰ, অথচ কংচিয়ে বিশ্বাস কৰিব পৰাকৈ ক'ব নোৱাৰ, মই কি কামত গৈছোঁ।" খঙতে সি চকু মুদি দিলে। মনটোৱে কিন্তু নিজকে কংচিৰ গালি শুনিবৰ কাৰণে সাজু কৰিলে। এইবাৰ খংটো তাৰ কংচিৰ ওপৰত উঠিলগৈ। নিজকে নিজে সি ক'লে—"মই কংচিৰ তলত চাকৰি কৰোঁ নে কোনোবা খবৰ কাগজৰ চাকৰি কৰোঁ ?" কিন্তু এই যুক্তিয়েও তাক শান্তি দিব নোৱাৰিলে। কংচিৰ ওচৰত সি বৰ দুৰ্বল হৈ পৰিছে। এই ছোৱালীজনী··। ইমানতে সি মূৰৰপৰা সকলো চিন্তা আঁতৰ কৰি এক, দুই কৰি সংখ্যা গণিবলৈ ধৰিলে।

বাপধন অভয়ৰ ওচৰৰপৰা আঁতৰি গৈ আগফালৰ বাৰাণ্ডাত বহিলগৈ। তাৰ অকণো খং উঠা নাছিল। অভয়ৰ খং উঠাবৰ কাৰণেই সি কং নান্নীৰ কথা কৈছিল। আন কাৰো কথা কৈ অভয়ক কোনো কামৰপৰা বিৰত কৰিব নোৱাৰি—এই কথা সি জানে।

আজি প্ৰায় পাঁচ মাহ সি অভয়ৰ লগতে আছে। তাৰ ঘৰ নামনি অসমত। পেটৰ ভাত মুঠিৰ অভাৱতে নৱম মান শ্ৰেণীতে পঢ়া-শুনা এৰি সি ভাত মোকোলোৱাৰ চেষ্টা কৰে। তিনি-চাৰি বছৰ গাঁৱতে হাল বোৱা, কোৰ মৰা কাম কৰি সি ভাগৰি পৰে। দিনৰ দিনটো কাম কৰিও যেখোন দুবেলা দুমুঠি খাবলৈ নাপায়। এবাৰ এজন ৰাজনৈতিক নেতা সিহঁতৰ গাঁৱলৈ গৈছিল। গাঁৱৰ নাম-ঘৰত এখন সভা বহিছিল। তাতে সেই নেতাজনে সিহঁতৰ গাঁওখনক প্ৰশংসা কৰিছিল। চহকী গাঁও বুলি কৈছিল। তাৰ শুনি শুনি খঙে মূৰৰ চুলি পাইছিলগৈ। সভাৰ শেষত সি নেতাজনৰ ওচৰলৈ

গৈ কৈছিল, তাৰ অৱস্থাৰ কথা। নেতাজনে তাক কৈছিল—সি খিলঙলৈ আহিলেই তেওঁ তাক চাকৰি দিব। সেই আশাতে সি খিলঙলৈ আহিছিল। সি নেতাজনৰ ঘৰলৈ গৈছিল কেবাদিনো। প্ৰথম তিনি দিন লগেই নাইপাছিল। চতুৰ্থ দিনা লগ পাইছিল। কিন্তু তেওঁ চিনি হে নাপালে। সি সকলো কথা চমুকৈ কৈছিল। নেতাজনে খঙেৰে কৈছিল—"তোমাৰ কাৰণে চাকৰিটো যোগাৰ কৰি থৈছোঁ নে? কিছুদিন থাকা—খবৰ-খাতি কৰা··।" তাৰ পিচত সি খিলঙতে থাকিল—থাকি ভাল পাইছিল কাৰণে নহয়, ঘৰলৈ উলটি আহিবলৈ তাৰ লাজ লাগিছিল কাৰণে হে। সি আহিবৰ সময়ত মাকে ইমান আশীৰ্বাদ দি পঠিয়াইছিল। কিমান চাগৈ আশা কৰিছিল, সি খুব ভাল চাকৰি পাব বুলি··।

ছয় দিন নে সাত দিন খিলঙত থাকিয়েই সি বিপদত পৰিছিল। এদিন পেটত দুদিনীয়া লঘোন লৈ পুৰা ৯ মান বজাত সি এটা বাটৰ দাঁতিত বৈ ভাবিছিল—কি কৰিব, ক'লৈ যাব, ক'লৈ গ'লে এমুঠি ভাত পাব। তাৰ ২০ বছৰীয়া ডেকা দাম্ভিক মনটোক হুতাশনীয়া ভোকটোৱে চেপি-খুন্দি সৈমান কৰাইছিল ভিক্ষা কৰিবলৈ। ভোকৰ কষ্টতকৈ ডাঙৰ কষ্ট পৃথিৱীত আন একো নাই বুলি সি মানি লৈছিল। কিন্তু কাৰ ওচৰত হাত পাতিব? কাকনো সি চিনি পায়? যিমানবোৰ মানুহ সি বাটেদি যোৱা দেখিছিল, সকলোবোৰেই যে ভাত খাবলৈ পোৱা মানুহ। পেট ভৰাই ভাত খাই অফিচলৈ কাম কৰিবলৈ যোৱা এই মানুহবোৰ কিমান সুখী—সি ভাবিছিল। নাই · আৰু যেন সি ভোকটো সহিব নোৱাৰে কিন্তু কাক ক'ব তাৰ কষ্টৰ কথা? খৰ-কাচুটি এৰি অফিচলৈ দৌৰা এই বাবুবোৰক কেনেকৈ ক'ব সি? তাৰ কথা শুনিবলৈ সিহঁতৰ সময় আছে জানো? আৰু, কাৰোবাক অকলে পালে হে ক'ব পাৰি। বহুত মানুহে শুনাকৈ সি যেন তাৰ কথাটো ক'ব নোৱাৰে। এজনৰ ওচৰত হে মনে মনে হাত পাতিব পাৰি।· এনেতে অলপ দূৰত সি এটা মানুহ দেখিছিল—বাটৰ শিলগুটি এটা গুৰিয়াই লৈ আহিছিল সেই মানুহটোৱে। তাৰ খোজে-কাটলে কোনো ব্যস্ততা নাই। তাৰ যেন সময়বোৰ যাবই নোখোজে—শিলগুটিটোৰ দৰে গুৰিয়ালেহে যায়। অফিচলৈ যোৱা বাবুবোৰে তাক পাচ পেলাই গুচি গৈছিল; তালৈ একোবাৰ প্ৰত্যেকেই চাই গৈছিল। এই মানুহটোৰ কিন্তু কোনো ফালে মূৰ তুলি চোৱাৰ আজৰি নাই। বাটৰ আন শিলগুটিৰ মাজত সি গুৰিয়াই অনা শিলগুটিটো হেৰাই নাযাবৰ কাৰণেই হয়তো, সি তলমূৰ কৰি চাই চাই আহিছিল। মানুহটো বাপধনৰ ওচৰ পাইছিলহি। ধনী মানুহ যেন নালাগে। কাপোৰ-কানিবোৰ দেখি দুখীয়া যেনেই লাগে। কিন্তু তাৰ ল'ৰামতীয়া মুখখন দেখি বাপধনে ভাবিছিল—এই মানুহটোৱে তাক নিশ্চয় এবেলা হ'লেও খাবলৈ দিব—অন্ততঃ বাপধনৰ দুখৰ কথা শুনাৰ সময় এই মানুহটোৰ নিশ্চয় আছে। ভোকটোৱে তাক মানুহটোৰ ওচৰলৈ টানি লৈ গৈছিল। শিলগুটিৰ লগত ব্যস্ত মানুহটোক ক্ষীণ মাতেৰে বাপধনে কৈছিল—"বাবু, এটা কথা আছিল।" মানুহটোৱে যেন এটা কাম পাই শিলগুটিটোক এৰি দিছিল। সি মূৰ তুলি গহীনভাৱে সুধিছিল—"কি কথা?"

"আজি দুদিন নাই ভাত খোৱা নাই···" আৰু কি কি কৈছিল তাৰ মনত নাই। আজি ভাবিবলৈও লাজ লাগে, এদিন সি পেটৰ ভোকত ভিক্ষা কৰিছিল। মানুহটোৱে

কোনো কথা নোকোৱাকৈ জেপত হাত ভৰাই যি পালে তাকে উলিয়াই আনি তাৰ হাতত দিছিল। তাৰ হাতত সি গম পাইছিল কিছুমান ভঙা পইচাৰ পৰশ—এটকামানো হ'ব পাৰে—কমো হ'ব পাৰে। মানুহটোৱেও চোৱা নাছিল কিমান পইচা—সিও নাচালে। দুয়ো যেন লাজতেই নাচালে। আনৰ দুখ বুজা মানুহ পৃথিৱীত একেবাৰে নোহোৱা নহয়—সকলো মানুহেই তাক চাকৰি দিম বুলি কোৱা নেতা নহয় ..। সি মানুহটোক—মানুহটোক নহয়, মানুহটোৰ মৰমিয়াল হৃদয়খনক—সেৱা এটা কৰি কেইখোজমান গৈছিল হে। এনেতে মানুহটোৱে হঠাৎ তাক পিচফালৰপৰা মাতি সুধিছিল—এইকেইটা পইচাৰে এসাজ খাই তাৰ পিচত সি কি কৰিব। সি কোনো উত্তৰ দিয়া নাছিল। মানুহটোৱে তাক সুধিছিল, তাৰ ঘৰত গৈ ভাত-পানী বন্ধা চাকৰি কৰি থাকিব নে? দৰমহাৰ কথা সি নভবাকৈয়ে ৰাজি হৈছিল—কেইদিনমানলৈ খোৱাৰ চিন্তা মৰাৰ আশাত। মানুহটোৰ লগতে তেতিয়াই সি গৈ বাটৰ দাঁতিত ৰৈছিলগৈ চিটি বাঁচৰ কাৰণে। বাচত উঠি বাচ-ভাডা দিবলৈ মানুহটোৱে নিজৰ জেপত পইচা বিচাৰি নাপাই, তাৰপৰাই চাৰি অনা ধাৰ কৰিছিল। সি মানুহটোৰ এই ব্যৱহাৰত অতি আচৰিত হৈছিল। সি আচৰিত হৈছিল—এজন বাবুৱে এইদৰে ব্যৱহাৰ কৰিব পাৰে বুলি জানি। জীৱনত সি সেইদিনা প্ৰথম ভাবি পাইছিল, নিজৰ কাৰণে এপইচাও নৰখাকৈ যি আনক দিব পাৰে, সি দৰকাৰ হ'লে আনকো নিসংকোচে খুজিব পাৰে। এজন মানুহে নিজৰ বাচ-ভাড়াৰ পইচাও নৰখাকৈ আনক দিব পাৰে বুলি সেইদিনাই সি প্ৰথম জানিছিল। তাৰ পিচত মানুহটোৰ লগত সি বাচৰপৰা নামি সৰু খাচিগা হোটেল এখনত সেই মানুহজনৰ সৈতে একেলগে ভাত খাইছিল—ভোক পলুৱাই সি খাইছিল। মানুহটোৱে নিজৰ খোৱা এৰি একেবাহে তাৰ খোৱা চাই আছিল। সেইদিনা সি ভাবিছিল মানুহটোৰ কিবা চকুৰ বেমাৰ আছে বুলি। তালৈ চাই থাকোঁতে সি দেখিছিল—মানুহটোৰ চকু দুটা উখহাৰ নিচিনা হৈ ৰঙা পৰিছিল—কেইবাৰমান মানুহটোৱে চকু দুটা মোহাৰিছিল নে খজুৱাইছিলও। তাৰ কিছুদিন পিচত সি জানিছিল—কোনেও নোকোৱাকৈয়ে জানিছিল, সেইদিনা মানুহটোৱে কান্দিছিল হে। ভাত খাই উঠি মানুহটোৰ লগতে সি ওলাই আহিছিল। সি বুজিছিল মানুহটোৱে তাতেই সদায় বাকীকৈ খায়। ওলাই আহি সিহঁত যিটো ঘৰত সোমাইছিলহি, সেই ঘৰটোৰ সমূখৰ দুৱাৰ-মুখত লিখি থোৱা নামটো পঢ়ি সি জানিছিল, মানুহটোৰ নাম অভয় দত্ত। তাৰ লগতে সি আজিলৈকে আছে।

অভয়ৰ আৰামটো একেবাৰে উপভোগ্য হোৱা নাছিল। ধেনুখনৰ দৰে বেঁকা হৈ থকাৰ কাৰণে কঁকালটোত দুখ পাইছিল। ভৰিৰ বুঢ়া আঙুলিটো খজুৱাইছিল। সেই আৰাম কৰা অৱস্থাতে থাকি হাতেৰে খজুৱাবলৈ ভৰিটো সি ঢুকি নাপায়। ইটো ভৰিৰ আঙুলিৰেই খজুৱাই দিছিল। মাখি এটা অবাকিতভাৱে তাৰ গালত পৰিছিলহি, খেদি দিলেও বাৰে বাৰে ঘূৰি আহি একে ঠাইতে পৰেহি। চকীৰ লিৰ থকা কাঠডালে গলধনটো কাটিছিল যেন লাগিছিল। টোপনি আহিব খুজিলেই মূৰটো একালে বাগৰি গৈ ওলমি পৰে, আকৌ সোন কৰি ল'বলগীয়া হয়। তথাপি সি চকু মেলা নাই, মেলিলেই যেন ধৰি ৰখা টোপনিটো ওলাই যাব। চকু মুদিয়েই

সি ভাবিছিল—'এই গৰু বাপধনটোৱে কম দামী আবামী চকী এখন কিনি আনিব পাৰে, দেখিছেই সি মোৰ কিমান কষ্ট হয়।' বাপধনক মাতি সি গালি পাৰিব খুজিলে, কিন্তু কালিৰ কথা এটা মনত পৰি সি মনে মনে থাকিল।.... কেইদিনমান তাৰ হাতত পইচা নাছিল। সেই কাৰণে সি বাপধনকো বজাৰ-সমাৰ কৰাৰ বিষয়ে একো সোধা নাছিল। সুধিলেই কিবা এটা নাই বুলি ক'ব আৰু তেতিয়া মহা বিপদ হ'ব। কালি সি কংচিৰপৰা দহ টকা ধাৰ কৰিছিল। টকাকিটা হাতত লৈয়েই সি বাপধনক মাতি আনি ধমকি দি সুধিছিল—কিয় বাপধনে তাৰপৰা বজাৰৰ পইচা নিয়া নাই। বাপধনে উত্তৰ দিছিল, "আপোনাৰ হাতত নাই বুলি জানো কাৰণেই খোজা নাছিলোঁ।" সি আৰু ডাঙৰকৈ ধমকি দি কৈছিল—"বজাৰত বাকী কৰি সৰ্বনাশ কৰিবি তই।" বজাৰত বাকী কৰা নাই বুলি বাপধনে কৈ কটাত সি বাপধনক জেৰা কৰিছিল—ক'ৰপৰা সি চাউল, ডাইল কিনিবলৈ পইচা পাইছে বুলি। বাপধনে সহজভাৱে উত্তৰ দিছিল, কং নাজীয়ে তাৰ হাতত পাঁচ টকা দিছিল বুলি। ...'ইয়াৰ পিচত আৰু আবামী চকীৰ কাৰণে কথা শুনাব নোৱাৰি'—সি নিজকে নিজে ক'লে। মাথিটো গেদাই সি আকৌ শোৱাৰ চেষ্টা কৰিলে।

"কি', আই, ক্লই" (কিং, গৈ, ল বেগেতে)।

চাহৰ পিয়লাৰ ঠুং ঠুং শব্দৰ লগত ছন্দ মিলাই কোৱা টুকুৰা টুকুৰা শব্দ তিনিটা কাৰ মুখৰ, সি জানে। চকু মেলি দেখে তাৰ আগত পিয়লা এটা। ওচৰতে থিয় হৈ কংচি।

ক'চিয়ে তাক কিং বুলি মাতে—এনেয়েই। ক'চিৰ মাকে সিহঁত দুটাক একেলগে কিংকং বুলি মাতে।

দুপৰীয়াৰ ৰ'দত ওলাই যোৱাৰ কাৰণে কংচিয়ে গালি পৰা শুনিবলৈ সি কাণকিথন সাজু কৰিলে। তাৰ পিচত সমুখত থকা পিয়লাটোত মুখ দি খাব খুজি তাৰ খং উঠি গ'ল। সি পিয়লাটো ঠেলা মাৰি আঁতৰাই বহি থাকিল।

"এম্ (নাখাওঁ)· দুধ নাহি খায়েগা।"

কংচিয়ে তাৰ লগত যিটো ভাষাত কথা পাতে সেইটো এটা অদ্ভুত ভাষা। ভঙা ভঙা হিন্দী শব্দ, কেইটামান খাচিয়া শব্দ আৰু কেইটামান অসমীয়া শব্দ মিলোৱা এই ভাষাটোত ব্যাকৰণৰ নিয়ম অচল। ভাষা যদি ভাব প্ৰকাশৰ কাৰণেই হয়, তেন্তে সিহঁতক এই ভাষাই কেতিয়াও বিপদত পেলোৱা নাই। অভয়ে ভাষাটো কংচিৰপৰাই শিকিছে। সি মাত্ৰ কেইটামান অসমীয়া শব্দ তাতে নতুনকৈ লগাই দিছে। শিশুৰ মুখৰ আধা ফুটা টুকুৰা টুকুৰা শব্দৰ দৰেই এই ভাষাটো। আনমনা হৈ গিটাৰৰ তাঁৰত আঙুলি বুলাই থাকিলে যেনেকুৱা শব্দ হয়—ঠিক তেনেকুৱা লাগে কংচিৰ মুখত এই ভাষাটো। সুৰ হয়তো নাই—কিন্তু সিহঁত যে সুৰদি সুৰৰ বাহক, সেই কথা বেচ বুজা যায়।

"খুবলেই চিবুন চিবুন কিং" (বহুত সেৱা কৰিছোঁ তোক, কিং), তুম্ কেতনা কেতনা আচ্ছা হেয়"·· তাই হাতযোৰ কৰি তাক অনুৰোধ কৰিলে খাবলৈ।

"হাম ছুধ নাই খায়েগা—কফি খায়েগা"—পিচৰ শব্দ ছুটা সি প্ৰায় চিঞৰিয়েই ক'লে। কংচিয়েও চিঞৰিয়েই উত্তৰ দিলে—"কফি খাইকে খাইকে তোম্ মৰেগা।"

"মৰেগাতো তোম্‌হাৰা ক্যা হেয়।"

"হামাৰা ক্যা হেয়—তোম্‌হাৰা মা হাইৰাণ হোগা।"

সেই কথাৰ উত্তৰ নিদি অভয়ে নিজকে নিজে কোৱাদি অসমীয়াতে ক'লে—"আজিৰপৰা বাপধনকে কফি কৰিবলৈ ক'ব লাগিব।"

"ক'ব লাগিব—হাম ভি জানতা হে, লেকিন, আজ খাও জলদি। মা বথাৰ হেয়, হাম আভি ঘৰ জায়েগা, জলদি কিং"—কথা কৈ শেষ কৰাৰ লগে লগে তাই হাতৰ কফিদানীটো মেজখনত থৈ, তাৰ ওপৰা চুলিবোৰ লুৰফুৰাই দিলে। সি যেন শান্ত হৈ গ'ল—

"কবচে বখাৰ ?"

"কাল্‌চে।"

"তব্ আগে বলা নেই কিউ"—তাইৰ ওপৰত তাৰ অভিমানটো একেবাৰে এৰি দিব খুখুজিলে। যি হওক—আজি তেও কংচিয়ে গালি পৰাৰ সুবিধা নাপালে। সি ঔষধ খোৱাদি গাখীৰখিনি খাই তাইক পিয়লাটো দি দিলে।

"তুম্ কাল গিয়া নেই—মা বলা হে"—তাইৰ মুখত এটা হাঁহি—যি হাঁহিয়ে পুৰুষৰ সকলো গৰ্ব জয়ে ঘিউ গলোৱাদি গলাব পাৰে। "টা টা মঃ" (যাওঁ দেই) বুলি কৈ তাই ওলাই গ'ল। কি এটা কথা ক'বলৈ অভয়ে মুৰ তুলি চালে। কংচি নাই। তাৰ নিজৰ ওপৰতে বৰ খং উঠিল—তাই মাকৰ বেমাৰ বুলি কোৱাৰ পিচতো সি একো বিশেষ খবৰ নোসোধাৰ কাৰণে। ছিঃ, ইমান অকৃতজ্ঞ সি। সেইবাৰ এদিন তাৰ জ্বৰ হওঁতে বুঢ়ী নিজে ওলাইছিলহি। কথাটো মনত পৰি তাৰ লাজ লাগিল। তাৰ খংটো গৈ বেমাৰটোৰ ওপৰত পৰিলগৈ। নিজকে নিজে সি ক'লে—বেমাৰো কম নহয়। কালি মই নোযোৱাৰ সুবিধা লৈ হে হ'বলৈ পালে। নহ'লে তাক কংচিয়ে কালি নোযোৱাৰ কথাটো সোঁৱৰাই লাজ দিব নোৱাৰিলেহেঁতেন। মাকে মাটিখনকে দোষী কৰি এভুকু মাৰিলে উজুটি খাই পৰা শিশুৱে কান্দিবলৈ পাহৰাৰ দৰে—অভয়েও বেমাৰটোকে দোষী কৰি নিজৰ দোষটো পাহৰি পেলালে।

কিন্তু এই কংচিজনীয়ে বৰ চল পাই গৈছে—সি মনে মনে ভাবিলে। তাৰ কফি খাবৰ মন যায়, তাই দিবহি গাখীৰ, এনেয়ে বহি থাকিলে তাই ক'বহি—ডেকা মানুহ এটা এইদৰে কাম নকৰাকৈ বহি থাকে নে ? ক'ববাৰপৰা এপাক মাৰি আহি পোৱাৰ লগে লগে তাই ক'ব—দিনটো গৰুৰ দৰে ঘূৰি ফুৰাটোকে কাম কৰা নোবোলে। সকলো কথাতে তাই কিবা নহয় কিবা এটা ক'বই। "পৃথিৱীত মই কাৰো আদেশত কাম কৰিবলৈ ওপজা নাই"—সি যেন ঘোষণা কৰিলে—"মই নিজ ইচ্ছা মতে চলিম; কাৰো সহায়, কাৰো উপদেশ মোৰ দৰকাৰ নাই· ·।" আন কিছুমান কথা মনত পৰি তাৰ ঘোষণাটো সি নিজেই অৰ্থহীন বুলি মানি ল'লে। ভাত খোৱা, কাপোৰ ধোৱা আদি বহুত কামেই যে বাপধন নহ'লে সি কৰিব নোৱাৰে। আক, কংচিয়ে কফি খাবলৈ নিদিয়ে সঁচা; কিন্তু কফি নিদি জোৰকৈ গাখীৰ খুউৱাটোকে সি মনে মনে

নিবিচাৰে জানো? মহেশ নথকা হ'লে তাৰ খবৰ কাগজৰ চাকৰি কেতিয়াবাই গ'লহেঁতেন। কংচি নথকা হ'লে ··· । নাই, পৃথিৱীত মানুহ অকলে থাকিব নোৱাৰে।

"দাদা, মই পুলিচ বাজাৰোক যাম না?"

বাপধনৰ মাতে তাৰ চিন্তাধাৰা ছেদেলি-ভেদেলি কৰি দিলে। সি এনেয়ে নথকাটো প্ৰমাণ কৰিবলৈ কাগজ-পত্ৰ যতনাই লৈ লিখিবলৈ বহিল। কাগজখনৰ পৰা মূৰ নোতোলাকৈয়ে সি উত্তৰ দিলে,

"এতিয়া পুলিচ বজাৰলৈ কিয়?"

"কঙৰ মাকৰ লগি ওষুধ এটা কিনি দি আইহ্‌বা লাগে। বেচেৰী দাউৰা-দাউৰিকে যাবা লাগা হ'ল।"

হঠাতে অভয়ৰ মনত খেলাই গ'ল—কংচিৰ মাকৰ কাৰণে ঔষধ কিনিবলৈ বাপধনক সি নিজে পঠিওৱা উচিত আছিল। কংচিক সি কোৱা উচিত আছিল, বাপধনক লৈ যাবলৈ। নিজৰ মূৰটোক সি ক'লে—'ভাল হৈছে, আৰৰ কিছুমান ভাবি কৰিবলগীয়া কাম নকৰিবি। তই নিজে যিটো কৰা উচিত আছিল, তাকে বাপধন-কংচিয়ে তই নজনাকৈয়ে কৰি, তোৰ গালত জোতা মাৰি গ'ল।' তাৰ প্ৰতি এই অৱজ্ঞা তাৰ অসহ্য হ'ল—তাৰ যেন কোনো কথাই নৰজিল, সিহঁতে যেনেকৈ বিচাৰে, সিয়ো তেনেকৈ হে চলিছে। খঙে তাৰ মূৰৰ চুলি পালেগৈ। বাপধনক তেতিয়াই যাবলৈ নিদিয়াৰ সি এটা ফন্দি বিচাৰি উলিয়ালে। কংচিৰ কথা মতে সি বাপধনক যাবলৈ নিদিয়ে, পিচত নিজে পঠাব। তাৰ গৰ্বটোৱে তাৰ মনটোক সমৰ্থন কৰিলে,—

"ঔষধ দিবলৈ যে যাবলৈ ওলাইছ, মোক আবেলি জলপান দিব কোনে? আজি কংচিও নাই আৰু ডাকঘৰলৈ কোন যাব?"

বাপধনে একো উত্তৰ নিদিলে। সি জানে, অভয়ৰ কোনবোৰ আপত্তিৰ অৰ্থ নাই। আৰু সি জানে, কংচিৰ দৰকাৰৰ আগত অভয়ৰ আপত্তিৰ কোনো অৰ্থই নাই।

"ঠৰঙা হৈ বৈ থাকিব নালাগে, যাওক—অনুগ্ৰহ কৰি সোনকালে আহে যেন" —সি ইতিকিঙৰ সুৰত কথাকিটা কৈ লিখিবলৈ হাতত কলম ল'লে।

"ভাঠী বেইলাৰ জলপান মই লৈ আহিম"—বাপধনে যাব খুজি ক'লে। অভয়ে শুনাৰ ভাও ধৰিলে। বাপধনে আকৌ ক'লে—"কঙে কৈ গৈছে—তাইৰ ঘৰৰপে মোৰ হাতোত পঠে দিবো।"

অভয়ৰ ইচ্ছা হৈছিল বাপধনক কৈ পঠিয়ায়—সি 'এনেয়ে' এতিয়া কোৱা কথাবোৰ কংচিক নক'বলৈ। কিন্তু সি সিমান সৰু হ'বলৈ লাজ পালে। তাৰ বৰ বেয়া লাগিল—কংচিজনীক সি মিছাকৈয়ে গালি পাৰে।

সকলো চিন্তা মনৰ চুকত আৰৰ দ'মোৱাদি দ'মাই থৈ সি সংবাদ লিখিবলৈ ল'লে। ১০ মিনিটমান লিখি সি এটা সংবাদৰ শেষৰ শাৰীটো লিখিলে—

"লক্ষীমপুৰ জিলাত হৈ যোৱা প্ৰলয়ংকৰ বানপানীত দুৰ্দশাগ্ৰস্ত লোকসকলক সহায় কৰিবৰ ব্যৱস্থা কৰোঁতে এইবাৰ যি চৰকাৰী তৎপৰতাৰ পৰিচয় পোৱা গৈছে, সি নিঃসন্দেহে প্ৰশংসনীয়।"

ইমানলৈকে লিখি অভয়ে লিখা কাগজবোৰৰ ওপৰতে তাৰ কলমটো থেকেচা মাৰি খোৱাদি থ'লে। তিনি দিন সি একো খবৰ পঠিওৱাই নাছিল। আৰু, কি খবৰনো সি পঠিয়াব? আজিৰেইবা এইটো সি কি খবৰ লিখিলে? ক'ৰ লক্ষীমপুৰ জিলাত কেনেকুৱা বানপানী হৈছে, তাৰ মানুহবোৰৰ কি অৱস্থা হৈছে, চৰকাৰে কেনেকুৱা তৎপৰতাৰে সাহায্য কৰিছে—সেইবোৰ সি একো দেখা নাই। সি শিলঙত থকা চৰকাৰৰ উচ্চ বিষয়াক সুধিছে, আৰু তেওঁ কোৱা মতেই লিখিছে। আৰু, সেই বিষয়াজনে জানো দেখিছে? নাই দেখা। আনকি শিলঙত হোৱা বৰষুণতো তেওঁৰ জোতাৰ গোবোহাটোও নিতিতে। নিজ ঘৰৰ আগ-চালিৰ তলত বৈ থকা গাড়ীত উঠি তেওঁ আহি বিৰাট অফিচৰ সমুখত থকা আগ-চালিৰ তলত গাড়ীৰপৰা নামে। জোতাৰ গোবোহাত পানী নলগা মানুহজনৰপৰা বানপানীৰ দুৰ্ভোগৰ খবৰটো ল'বলৈ যেনেকুৱা লাগে। তাৰ ইচ্ছা হয় সি বানপানী হোৱা ঠাইলৈ যাব। বানপানীৰ গৰাহত পৰা মানুহবোৰৰ ওচৰলৈ যাব—সিহঁতৰ লগতে কষ্ট কৰি থাকিব—সি অনুভৱ কৰিব কষ্টটো, দেখিব বানপানীৰ ভয়াবহ ৰূপ। তেতিয়া সি এতিয়াৰ দৰে এটা বাক্য লিখি পিচৰটোৰ কাৰণে ভাবিব নালাগে। তাৰ অভিজ্ঞতাই তাৰ কলমক জিৰণি দিবলৈ টান পাব।

"তয়ো এটা গৰু"—সি নিজকে ক'লে, "তোৰ দ্বাৰা একো কাম নহয়। তোৰ ওচৰতে এজনী বুঢ়ীৰ বেমাৰ, যি তোক নিজৰ ল'ৰাৰ দৰেই মৰম কৰে, তাইৰ খবৰ ল'বলৈকে তোৰ মনত পৰা নাই। তই আকৌ বানপানীত দুৰ্দশাগ্ৰস্তৰ ওচৰলৈ যাবি। এনেহুৱা, সোৰোপা, কানীয়া অসমীয়া। গৰুৱে ঘাঁহ পাগুলি থকাৰ দৰে ভাব পাগুলি বহি থাক—"

সংবাদ লিখা সিমানতে এৰি সি কংচিৰ কথা ভাবিবলৈ ল'লে। আচৰিত মানুহ কংচিজনী, গৰু-গাড়ীৰ ছৈৰ দৰে চাৰিবে চালি দিয়া সেই সৰু চাহৰ দোকানখন। তাৰ উপাৰ্জনেৰেই তাই তাইৰ বেমাৰী মাকৰ ঔষধ-পথ্য যোগায়, ১৩।১৪ বছৰীয়া ভায়েককো স্কুলত পঢ়ুৱায়। পুৱা ৯ বজাতে তাই ঘৰৰপৰা আহে। দুই হাতত চাহ-দানী আৰু পিঠিত বান্ধি লোৱা মোনাটোত চাহৰ পিয়লা, চেনি, চাহ-পাত, কণী, বিস্কুট আদি। দিনটো তাই চাহ বিক্ৰী কৰে। সেই চালিখনৰ তলত দু মাৰি ভাত খাব পৰাকৈ বখা ঠাইকণ—তুফানে দুখন ডালি কাঠেৰে সজা বেঞ্চ। বেঞ্চ নথকা কোণটোত জুহালখন আৰু তাৰ ওচৰতে মাটিৰে ওখকৈ সজা ভেটিটোত পিয়লা, চেনিৰ টিং, চাহ-পাতৰ মোনা, দুটা বহল কাচৰ পেটুৱা বটলৰ এটাত কণী আৰু আনটোত বিস্কুট। প্ৰত্যেক গ্ৰাহকৰ লৈতে তাই হাঁহি হাঁহি কথা পাতে—চাহ দি চুপতি মাৰে। তাই আন এজনী খাচিয়ানীও ৰাখিছে। তাই অফিচে অফিচে গৈ চাহ দিয়ে। তাই বোলে দিনে ৫০০ কাপ চাহ বিক্ৰী কৰে। ইমান কাম কৰি তাই বাৰু কেনেকৈ হাঁহি থাকে? আমাৰ দেখোন বাহুনি ঘৰৰপৰা ওলাই অহা গৰাকীৰ মুখলৈ চাবলৈ ভয়েই লাগে—কাপোৰ-কানিলৈতো চাবই নোৱাৰি। হালধি, ছাই আৰু কত কি বস্তু খেলা। কিন্তু এই কংচিজনীৰ ক'তো চাহ এটোপাও নপৰে। তিনি-চাৰি ৰঙণীয়া কাপোৰেৰে তাইৰ সৰ্বাংগ ঢকা। দেহৰ গঢ় অনুমান কৰাও টান। তথাপিটো সৰু গাঁঠিৰপৰা ওলাই

"ঐদিন মোৰ খুব দুখ লাগিছিল চোনাবাবু। তোক নাবলিম তো কাক বলিম।"

হঠাৎ বৈ মেঘুৱে অভয়ক আগভেটি আকৌ কৈছিল—"চোনাবাবু, মানুহক গাছ লাগে, বহুত লাগে। আমি জানো চোনাবাবু। আমাক নাই বলিলেও আমি গাছ লাগাব।"

"তথাপি মেঘু, আমাক গছ বেছিকৈ লগা হৈছে। নহ'লে দেখিছই, গছ কটাৰ ফলতে আমাৰ দেশত বৰষুণ কমি গৈছে"—খিলঞ্জ চৰকাৰে নিষ্ঠুৰভাৱে কটা গছবোৰৰ কথা মনত পৰি অভয় বৈ গৈছিল।

এটা বহল হাঁহি মাৰি মেঘুৱে কৈছিল,

"চোনাবাবু, গাছ লাগাবৰ নিমিত্তে আমাৰ ভাংগৰ ভাংগৰ বাবু আৰ চাহাববোৰ আহিছে কিয়? ··আমাক খাবলৈ দে, আমাকো মানুহৰ মতন বুলিয়া ভাব, দেখিবি—চাৰা পৃথিৱী গাছ হৈ যাব। ·· ·গাছতো আমাৰ দৰকাৰ। আমি চাচী। গাছ কিয় নালাগাম বাবু? গাছ লাগাবলৈ কি তইঁতে আমাক চিখাবি? · হাঁ হাঁ হাঁ।"

অভয় নিৰুত্তৰ।

"তই ক চোনাবাবু"—অভয়লৈ চাই মেঘুৱে উত্তৰ বিচাৰিলে—অভয়ক যেন সি জেৰা কৰিছিল। মেঘুৰ চকুৰ প্ৰশ্নৰ হাত সাৰি অভয়ৰ চাৱনি দূৰলৈ গুচি গৈছিল। শাৰী পাতি থকা গছ, কেৱল গছ—দূৰত দেখা পাহাৰৰ একেবাৰে ওপৰলৈকে। ওখ ওখ গছবোৰে দৈত্যৰ দৰে চেপি ধৰিছিল—দূৰত, বহুত দূৰত দেখা কুলীৰ সৰু সৰু জুপুৰীবোৰ। মনৰ ভিতৰত থকা তাৰ প্ৰাণটোৱে চিঞৰি উঠিছিল—'মানুহ, আৰু মানুহ লাগে, মানুহৰ মৰম লাগে, মানুহৰ হিয়া লাগে, মানুহ বুলি মানুহক সাৱটি ল'ব পৰা মানুহ লাগে। গছে পৃথিৱীত শান্তি আনিব নোৱাৰে—গছত দৈত্যৰ ৰাজনীতি আছে।'···সি ভয়ত জিকাৰ খাই উঠিছিল। দৈত্যৰ মূৰ্তি ধৰি বহুত গছ তাৰ ফালে লাৰি আহিছিল। ভয়তে সি খাপ্ মাৰি মেঘুৰ হাতত ধৰিছিল। "কি হ'ল চোনাবাবু? ভয় খাইছ? বাঘ নাই ইয়াত। "

সি নিজকে সংযত কৰি কৈছিল—"এনেয়ে ধেমালি কৰিছিলোঁ মেঘু।" মনে মনে ভাবিছিল—মেঘুৰ হাতত ধৰাৰ বাহিৰে, মেঘুইঁতৰ লগলৈ অহাৰ বাহিৰে, আমাৰ গতি নাই নেকি?

"তই এইবোৰ কথা ক'ত শিকিছ মেঘু"—অভয় সঁচাকৈয়ে আচৰিত হৈছিল। সি জানিবলৈ বিচাৰিছিল।

"মোৰ চুল পাকিছে চোনাবাবু। দেখিছু, শুনিছু, বুজিছু। এক্ একটা চুলি পাকিছে চোনাবাবু, এক্ একটা ধাক্কা লাগি।"

অভয়ৰ মেঘুলৈ ভয় লাগি আহিছিল। সি যেন আৰু কথা সুধিবলৈ সাহ কৰা নাছিল। সি নিজেই যেন মেঘুৰ চুলি পকোৱা দলটোৰ প্ৰতিনিধি।

সিইঁত আহি এখন চাহ-বাগিচাৰ সীমাত সোমাইছিলহি। বগা-চাহাবৰ বাগিচা। তালৈকে তাক লৈ গৈছিল মেঘুৱে—বাগিচাৰ ভিতৰৰ কুলী-লাইন দেখুৱাবলৈ।

ঘন-সেউজীয়া নিজৰ ছলিচাৰ দৰে মেল খাই থকা চাহ-গছবোৰৰ শিপাবেই যেন বহুৰ এটা শাৰি। দুইকাষে থিয় হৈ বহি থকা চাহ-গছবোৰৰ মাজে মাজে থকা বটৰ

যোৱা বাটটোৰেদি অভয় গৈ আছিল মেঘুৰ লগত। কথা কোৱা নাছিল—যেন সিও বিমূঢ় হৈ গৈছিল।

চাহ-গছৰ মাজৰপৰা বহুৱাবোৰ ওলাই আহিছিল—ডেকা, বুঢ়া, ল'ৰা, ছোৱালী, বুঢ়ী। মূৰত একোটা বেতৰ টুকুৰী। সিহঁতৰ জীৱনৰ এটা দিনৰ মূল্য সেই টুকুৰীত, কেইসেৰ হয় ওজন কৰি উলিয়াব।........ চাহ-বাগিচালৈ যাওঁতে অভয়ৰ মনত বহুত সপোন আছিল। 'এটি কলি দুটি পাত'ৰ সপোনপুৰী চাহ-বাগিচা। তাত কুলী-গাভৰুৰ উন্মত্ত যৌৱনে সন্ন্যাসীকো বলিয়া কৰে, কুলী-ডেকাৰ চকুৰ চাৱনিয়ে কুলী-গাভৰুৰ মুখৰপৰা ঝুমুৰ গানৰ সুৰ আনি যতাহ বলিয়া কৰে⋯ ⋯আৰু কত কি? কিন্তু ক'তা। সি আচৰিত হৈছিল। এক, দুই, তিনি⋯ ⋯ দহ⋯ বিশ⋯ ত্ৰিশ⋯চল্লিশ⋯কিমানবোৰ গ'ল, বেছি ভাগেই ডেকা-গাভৰু। সিহঁতৰ মুখত হাঁহি নাছিল, আছিল অৱসাদ। সিহঁতৰ ঝুমুৰ গান কি হুমুনিয়াহবোৰ। পিঠিত বন্ধা কেঁচুৱাবোৰে-কান্দি তাল বাখে নেকি। মূৰত কেঁচা চাহ-পাতৰ টুকুৰী লৈ তাৰ ভৰত হেঁচা খোৱা কঁকাল আৰু ডিঙিৰ বেঁকা-বেঁকিয়েই কি ঝুমুৰ নাচ। আৰু গাভৰু? যৌৱনে দিয়া বুকুৰ বোজাটো ঢাকি নলয় কিয় বাৰু? খুব সাৱধানে প্ৰতিজনী গাভৰুৱে মূৰৰ ওপৰৰ টুকুৰীটো দুই হাতেৰে ধৰিছিল। হাত দাঙি টুকুৰী ধৰোঁতে একেখন শাৰীৰে মেৰিওৱা বুকুখন অনাদৰত ওলাই পৰিছিল। কোনো কুলী-ডেকাই সেই অনাদৃত বুকুবোৰক চাৱনিৰেও ঢাকিবলৈ চেষ্টা কৰা নাছিল। কি যে ছোৱালীবোৰ। সিহঁতৰ মূৰৰ ওপৰত থকা চাহ-পাতৰ বোজাটো তেনেহ'লে বুকুৰ যৌৱনতকৈ বেছি মূল্যবান? কুলী-গাভৰুবোৰ গৈ আছিল। সিহঁতৰ দৃঢ় বুকু সিহঁতৰে পেটবোৰৰ ওপৰত বোজা হৈ কঁপি আছিল—লাজত, অৱহেলাত, অনাদৰত। বৰচাহাবৰ গাড়ীখন সিহঁতৰ মাজেদি পূৰ্ণবেগে গুচি গৈছিল। কোনেও ঘূৰি চোৱা নাছিল। ক'লা চিক্‌চিকীয়া গাড়ী—ব'দে পোৱা সিহঁতৰ দেহাৰ প্ৰতিবিম্ব পৰিয়েই ইমান চিক্‌চিকীয়া হোৱা নাই তো? জীৱনত সেইদিনা অভয়ে প্ৰথম ভাবি চাইছিল—যৌৱনৰ উত্তেজনাক প্ৰশ্ৰয় দিয়াৰ আহৰি নোপোৱা এইবোৰ বহুৱা-গাভৰুৰ দিনটোৰ খাটনিৰ বিনিময়ত, কিমান শোৱনি কোঠাৰ এলেহুৱা সময়বোৰ চাগৈ আসন্ন সন্ধ্যাৰ অশ্লীল অভিনয়ৰ কাৰণে প্ৰতি দিনে অপেক্ষা কৰে।·

সেউজীয়া ঘাঁহনিৰ মাজে মাজে মটৰ-গাড়ীৰ দুটা ৰঙা লিক্। ৰঙা ইটা দিয়া ৰঙা লিক্। অভয়ৰ মুখত কথা নাই। এবাৰ সি মুখ তুলি মেঘুলৈ চাইছিল—যেন মেঘুক সুধিব খুজিছিল, এই লিক্‌বোৰ ৰঙা কিয়! যেন সুধিব—কুলীবোৰ যাওঁতে ভৰি ফুটি তেজ পৰি ৰঙা হোৱা নাইতো। সি ৰঙা লিকৰ ওপৰেদি গৈ আছিল। হঠাতে, এইবোৰ কথা মনত পৰিয়েই, সি লিক্ এৰি ঘাঁহৰ ওপৰত খোজ পেলাইছিল। ভয় লাগিছিল, যদি এই ৰঙা ইটাৰ ৰঙৰ লগত মিহলি হৈ কাৰোবাৰ তেজ পৰি থাকে, তেন্তে তাৰ ওপৰত ভৰি পেলালে পাপ হ'ব।

সিহঁত কুলী-লাইনৰ ভিতৰত সোমাইছিলগৈ। সঁচাকৈয়ে লাইন। এটা দীঘল, দুৰ্গন্ধময় বহল আৰু তেৰ ফুটমান দ দীঘল পকী নৰ্দমা আৰু তাৰ দুফালে দুলাইন সৰু সৰু ঘৰ। পূৰা বৰষুণ হৈছিল। নৰ্দমাৰ দাঁতিৰপৰা ঘৰৰ পিৰাজিলৈকে

বোকা। চাৰিটামান ঘৰ পাৰ হৈ গৈ এটা ঘৰৰ সমুখত বৈ মেঘুৱে তাৰেকক মাতিছিল। তাৰেক ওলাই আহিছিল। অভয়ক দেখিয়েই যেন সি ভয় খাই গৈছিল। মেঘুৱে তাক চিনাকি কৰি দিছিল, নিজৰ পুতেকৰ নিচিনা 'চোনাবাবু' বুলি। লাইনলৈ বাবু আহিছে বুলি ইটো-সিটোকৈ কুৰিটামান গোট খাইছিলহি। অভয়ৰ অস্বস্তি লাগিছিল। সেই মুহূৰ্তত সি 'বাবু' নহৈ সিহঁতৰ লগত মিলি যাব পৰা হ'লে সকলো দিবলৈ প্ৰস্তুত আছিল। সকলোৰে চকুত যেন তাৰ প্ৰতি এটা সন্দেহ। সি যেন সিহঁতৰ কোনোবা শত্ৰু-পক্ষৰ মানুহ।···উপায় নাপাই সি বেৰ-চাল চোৱাত লাগিছিল। পিৰালিৰপৰা বেৰলৈকে কেঁচা মাটিৰে মিহিকৈ লিপা, মাটিৰ নিজৰ ৰঙৰ বাহিৰে তাত কোনো মিহল নাই। দুৱাৰৰ দুই কাষে বেৰত দুটা অপটু হাতেৰে অঁকা ছবি। এটা সিংহ নেকি? এটা বাঘ বোধকৰোঁ। অভয়ৰ ভয় লাগিছিল। দুইটা যেন তাৰ গাতে জঁপিয়াই পৰিব।

কিছু সময় কথা পতাৰ পিচত সি বুজি পাইছিল সিহঁতৰ চকুত সন্দেহৰ কাৰণটো। বিধুৱেই কৈছিল। দুদিনৰ আগতে বোলে এটা বাবু আহিছিল লাইনলৈ। আগৰ মাহত জ্বৰ হৈ মৰিছিল ৰতন। তাৰে জীয়েকক বহুত দৰমহাৰ লোভ দেখুৱাই লৈ যাব খুজিছিল। সি বোলে কন্‌ট্ৰেকটাৰ। পিচত তাৰ অভিপ্ৰায় বুজিব পাৰি ৰাতি মাৰ-কিল কৰি পঠিয়াই দিয়া হ'ল। অভয় তো সেইবিধ ভদ্ৰলোকৰ লগৰে। গতিকে তাক সন্দেহ নকৰিব কিয়? তথাপি অভয়ে সুধিছিল—এটা মানুহ বেয়া হ'লেই সকলোকে ভয় কৰিবলগীয়া হয় জানো? ভাগৰুৱা হাঁহি এটা মাৰি মেঘুৱে তায়েকে উত্তৰ দিছিল, "কেত্‌না দেখিছু বাবু। চাহাব আহিল, বাবু আহিল, এক্ একটা চুকৰীক খুপচুৰত বলিলে, বংগলাত কাম দিলে, ইজ্জত্ লহিলে। কেত্‌না দেখিছু, তব্‌তো বলিছু বাবু।" অভয়ৰ মুখত আৰু কোনো কথা নাছিল। চাহ-গছবোৰলৈ সি চাইছিল—স্বাভাৱিক ৰং। মাটি লিপা বেৰখনলৈ চাইছিল—স্বাভাৱিক ৰং। সিহঁতৰ মুখবোৰলৈ চাইছিল—স্বাভাৱিক খং। পকী নৰ্দমাৰ দুই কাষে অস্বাভাৱিকভাৱে ঘৰবোৰ লাইন কৰাৰ বাহিৰে ইহঁতৰ সকলো স্বাভাৱিক—ৰং, খং, ভয়, অভিযোগ, উত্তৰ।

সেইদিনা তালৈ গৈ হে অভয়ে প্ৰথম বুজিছিল, মেঘু সিহঁতৰ চৰ্দাৰ—ওচৰে-পাঁজৰে থকা ১৫।২০ খন বাগিচাৰ কুলীবোৰৰ নেতা। সকলোৱে তাৰ পৰামৰ্শ লয়। অভয়ে তাতে লগ পাইছিল মংগলাক। ধুনীয়া ডেকা ল'ৰাটো। বয়স ২২।২৩ হ'ব নেকি? গাৰ ৰং তাৰ বগা বুলিবই পাৰি। ধুনীয়া চকু দুটাত বহুত কিবা কৰাৰ হেপাহ। সি অসমীয়া স্কুলত পঢ়িছিল। অতি ভালকৈ অসমীয়া কৈছিল। ওচৰৰে এখন বস্তিত থাকে, মাকৰ লগত। ইমান ধুনীয়াকৈ অসমীয়াত কথা কৈছিল যে অভয়ে প্ৰশংসা কৰিবলৈ বাধ্য হৈছিল—

"মংগলা, তই যে একেবাৰে অসমীয়া। তোক তো কোনেও অসমীয়া নহয় বুলি ক'ব নোৱাৰে।"

চকুত বহুত বেদনা লৈ সি নম্ৰভাৱে কৈছিল,—"বাবু, মই কুলী হে। অসমীয়া নহয়। হ'ব খুজিছিলোঁ। আপোনালোকৰ গাঁও এখনতে আছিলোঁগৈ এটা ঘৰ

লাগি। বহুত দিন। কিন্তু, কোনেও মোক অসমীয়া বুলি নকʼলে। গাঁৱৰ সকলোৱে কাৰণে মই অসমীয়া জনা কুলী হৈ থাকিলোঁ। তাৰ পিচত উঠি আহি বস্তিত আছোঁহি।

"ঐচব নকʼবি বুলিছোঁ নহয় বে মংগ্‌লা। তুই-মই অচমীয়া নহয় কোন বে? জীৱনভৰ থাকিছোঁ, খাইছোঁ, মৰিছোঁ—এই মাটিয়ে জানে"—মেঘুৱে খঙেৰেই মংগলাক গৌৰবাই দিছিল, মাটিৰ পিৰালিত চকা এটা মাৰি। মংগলাই পিতৃতুল্য মেঘুৰ আদেশ মানি লৈছিল।

এবছৰমানৰ ভিতৰত সেই বাগিচাবোৰত ধৰ্মঘট হৈ গৈছিল। কাগজে-পত্ৰে বহুত বতৰা। সেই দিনাও সিহঁতে কথাই কথাই উলিয়াইছিল কোনোবা এখন বাগিচাত ধৰ্মঘট কৰাৰ কথা। অভয়ে অসহায়ৰ দৰে মংগলাহঁতৰ লগতে সিহঁতৰ আলোচনাতে যোগ দিছিল—সি যেন সিহঁতৰপৰা বেলেগ এটা অস্তিত্ব অনুভৱ কৰিব নোৱাৰা হৈছিল। তথাপি, হঠাতে এবাৰ সাংবাদিকৰ দম্ভ লৈয়েই সি সুধি পেলাইছিল—"আচ্ছা, স্বাধীন ভাৰতত সকলোৰে বাবে চৰকাৰী আইন আছে। কিন্তু, তাৰ ওপৰতো যদি ষ্ট্ৰাইক কৰহঁক, কাম বন্ধ হৈ তহঁতৰো লোকচান নহয় জানো মেঘু?"

"হয় বাবু"—মেঘুৰ মুখত হাঁহি—চালুকীয়া পুতেকৰ অজস্ৰ প্ৰশ্নৰ উত্তৰ দিবলৈ বাধ্য হোৱা বাপেকৰ মুখৰ হাঁহি। অভয়ৰ লাজ লাগি গৈছিল। "মুৰটোৰ কি হৈছে? শিক্ষা-দিক্ষা কি সকলো জহন্নামে গʼল?"—সি নিজৰ মুৰটোৰ কথা ভাবিছিল।

"তহঁতৰো উন্নতি হʼলে হে বাগিচাৰ উন্নতি। এই কথা আজি-কালিৰ মালিকবোৰেও জানে"—অভয়ে উপদেশৰ সুৰতে কৈছিল।

ঘৰৰ চাললৈ চাই 'আয আয়' বুলি পাৰকিটাক মাতি মেঘুৰ ভাই-বোৱাৰীয়েকে এখন থালৰপৰা কিছুমান ভাত চোতালত সিঁচি দি সোঁ হাতখন চেলেকিছিল। তাই আবেলিৰ ভাত খাইছিল ভিতৰত—কামৰপৰা আহি। বাকী ভাতকিটা পাৰকিটাক সিঁচি দি তাই ভিতৰলৈ সোমাই গৈছিল। উৰি আহি পাৰকিটা পৰাৰ লগে লগে কুকুৰ এটাই সিহঁতক খেদাই ভাতকিটা জিভাৰে চেলেকি খাবলৈ ধৰিছিল। মেঘু উঠি গৈ কুকুৰটোক খেদাই পাৰকিটাক খাবলৈ দিছিল আৰু অভয়ৰ ফালে নোচোৱাকৈয়ে কৈ গৈছিল—তাৰ চাৰনিৰ সীমাৰ ভিতৰত ভাত খোৱা পাৰকিটা আৰু সমুখৰ চাহ-গছবোৰ বাবি:

"চোনাবাবু, তই বাগিচাত কাম কৰা নাই। তোৰ বাগিচাও নাই। তই কি বুজিবি? এই চাহ-গছবোৰ দেখিছ চোনাবাবু?"—এইবাৰ তাৰ ফালে চাই মেঘুৱে বাঁওহাতখন মেলি চাহ-গছবোৰলৈ আঙুলিয়াইছিল। অভয়ে বুজাৰ দৰে মূৰ জোকাৰিছিল।

"এই যে চাহ-গছবোৰ—ইহঁতক আমিয়েই ঠিক মতন খাবলৈ দিওঁ। যেনেজাৰেই আমাক দিবলৈ কয়। চমান চমান দিওঁ।......আচ্ছা চোনাবাবু, গাছক চমান চমান খাবলৈ দিব লাগে বুলি মালিকবোৰে বুজে, কিন্তু,......" মেঘুৰ ভিতিত বৈন শোকে খুন্দা মাৰি কথা বন্ধ কৰি দিছিল। অভয়ে নিজৰো উশাহ বন্ধ হোৱা যেন পাইছিল।

সি নিজেই সককে কাহ এটা মাৰিছিল—যেন মেঘুৰ বন্ধ হোৱা মাত উলিয়াই দিবলৈকে।

"...কিন্তু চোনাবাবু, আমি মানুচ, ঐ মালিক-মেনেজাৰৰ দৰে মানুচ—আমি মানুচৰ দৰে খাবলৈ-থাকিবলৈ বিচাৰোঁ বুলি এই মালিকবোৰে কোনো দিন নাই বুজিলে বাবু।"—মেঘুৰ দৃষ্টি বহুত দূৰত মাৰ খাব খোজা বেলিটোৰ ওপৰত। বেলিটোৱে যেন এই অভিযোগ সহ্য কৰিব নোৱাৰি পাহাৰৰ সিপাৰে লুকাবলৈ ঠাই বিচাৰিছিল। অভয় বাৰু তেতিয়া ক'ত লুকায়?

মেঘুৰ কথাৰ সুৰতে মংগলাই সুৰ মিলাইছিল—"বাবু, এখন বাগানৰ চব গছৰ কাৰণে যোগাৰ কৰা সাৰ এজোপা চাহ-গছতে দিলে বাকীচব গছ নমৰিব জানো? সাৰ দিয়া চাহ-গছটোও মৰিব—সাৰ বেছি হৈ।"

আন এদিনৰ কথা। সেইদিনাও সি বহি আছিল মেঘুৰ ভায়েক বিধুৰ ঘৰৰ পিৰালিতে। দিনত হোৱা বৰষুণত গোটেই চোতালখন হাল বাই থোৱাৰ নিচিনা হৈ আছিল। মানুহবোৰে যাতে তাক চাহাব বুলি নাভাবে, তাৰ কাৰণে যথেষ্ট যত্ন কৰি অভয় বহুত কৃতকাৰ্য হৈছিল ইতিমধ্যে। সাধাৰণভাৱে কাপোৰ পিন্ধিবলৈ লৈছিল—যেন তাৰ কাপোৰত ধোবাই ধোৱা ভদ্ৰলোকৰ চিন নাথাকে। সিহঁতো কিন্তু তাৰ ওচৰত সহজ হৈ পৰিছিল। মন খুলিয়েই কথা কৈছিল।

সেইদিনাও লগত মেঘু আছিল। চাহাবে কুলী-ছোৱালী ফুচুলাই নি সৰ্বনাশ কৰাৰ কথা কৈ আছিল বিধুৱে। অভয়ে সুধিছিল—'তহঁতৰ মাজতো এইদৰে ছোৱালী পলুৱাই নিয়া নহয় জানো?' মেঘুৱে উত্তৰ দিবলৈ মুখ মেলোঁতেই এপাল জাকফুৰা গৰু আহি চোতালত হাজিৰ—এজনী গৰু আৰু সাতোটামান দমৰা। জঁপিয়াই যেন গাতে উঠিব। ওচৰতে থকা লাঠিডালেৰে গৰুবোৰ খেদাই দি মেঘুৱে চিন্তা কৰি কোৱাদি কৈছিল, "আমাৰো ঐৰকম হয় চোনাবাবু। তবু, চাহাববোৰৰ লগত আমাক মিলাব নোৱাৰ। সিহঁতৰ বহুত টকা, বহুত ছুটী। সেই কাৰণে মাইকী আৰু মদ লৈয়ে থাকে সিহঁত। আমাৰ চময় নাই। আমি ভগাই নিওঁ, চাদি কৰোঁ।" ঘাঁহ-খোৱাৰ বাহিৰে কাম নথকা গৰুকিটাই গৰুজনী খেদি ফুৰালৈ চাই চাই মেঘুৱে কৈছিল। তাৰ লাজত মুখখন লুকাই থ'বৰ মন গৈছিল। মেঘুৱে কিন্তু কৈ গৈছিল, 'আমি চাদি কৰোঁ চোনাবাবু, বাচ্চা-বাচ্চি হয়। কিন্তু চুখ নাই বাবু, কেতিয়াবা মনত হয়, কিয় চাদি কৰিলোঁ। মাইকীক এটা চাৰী দিব নাই পাৰোঁ, একদিন কাম ছুটী ল'ব নাই পাৰোঁ,... মাথা খাৰাপ হৈ যায় বাবু। তথাপি চাদি কৰোঁ। দুনিয়াৰ নিয়ম চোনাবাবু, চব জন্তু-জানোৱাৰৰ মতন আমিও কৰোঁ।" এজনী গাহৰিয়ে এপাল পোৱালি চাৰিওফালে লৈ চোতালৰ বোকাবোৰ লেফানেক্ কৰিছিল। পাতিগাহৰিজনীক খেদি খেদি গাহৰিটো জঁপ মাৰি নৰ্দমাটোত পৰিছিল। মতা-পাৰটো কণ দি দি মাইকী-পাৰজনীৰ ওচৰ চাপি গৈছিল—পিৰালিটোৰ দাঁতিয়েদি। মেঘুৱে কৈছিল—'আমাৰটো জনোৱাৰৰ নিয়ম চোনাবাবু।'

"কি ভাবিছ চোনাবাবু······।"

মেঘুৰ মাতত অভয় চক্ খাই উঠিল। জুই নজ্বলোৱা চিম্‌নিটোৰ ওচৰত—সেই মেঘুৰ আগতে—আজিও সি বহি আছে। মনটো যে কেতিয়া পলাই গৈছিল, সেই চাৰি বছৰৰ আগৰ দিনবোৰলৈ।

"মেঘু, চিম্‌নি জ্বলাম ?"

"নালাগে চোনাবাবু। হস্পিটালত যাম এতিয়া। তাৰপৰা আহি তোৰ লগত কথা পাতিম।"

"হস্পিটালত ?"

"হঁ। চোনাবাবু। আমাৰ বস্তিৰ এটাৰ খুব খাৰাপ ব্যাৰাম হৈছে। তাকে লৈ আহিছোঁ ইয়াৰ মিচন হস্পিটাললৈ। তাৰ ডাক্তৰে লৈ আহিবলৈ ক'লে।"

"ভৰ্তি কৰিছ হস্পিটালত।"

"কালি কৰিছোঁ চোনাবাবু।"

"কি বেমাৰ ?"

"নাজানো বে। আমাৰ ডাক্তৰ বলিব নোৱাৰিলে।"

"কেতিয়া আহিবি তেন্তে ?"

"সাত বজাত।"

"তই ক'ত থাকিছ, মেঘু ?"

"হোটেলত।"

"আজিৰপৰা মোৰ ইয়াত থাকিবি।"

"তই নাই বলিলেও থাকিম"—মেঘুৱে হাঁহি দিলে।

"আচ্ছা, লচ্‌মীৰ খবৰ কি মেঘু ? তাই তো মোক চাহাব বুলি ঘিণ কৰিয়েই থাকিল। ভালকৈ এদিন নামাতিলেও"—অভয়ে অভিযোগ কৰিলে। হাঁহি হাঁহি সি মেঘুৰ মুখখনলৈ চাই হঠাতে বৈ গ'ল। "মেঘু, কি হ'ল ?"

"লচ্‌মীৰ কথা তই কি শুনিবি চোনাবাবু···লচ্‌মীক এৰি দিলোঁ।"

"এৰি দিলি ? ক'লৈ গ'ল তাই ?"

"বহুত কথা চোনাবাবু। পিচত শুনিবি।"

"ধেৎ মেঘু, কৈ যা। তোৰ হস্পিটাললৈ যাবলৈ বহুত সময় আছে। তই মোৰ লগত ভাত খাই যাবি।"—অভয়ে মেঘুৰ হাতত ধৰিলে। কিয় জানো তাৰ খুব শুনিবৰ ইচ্ছা হৈছিল,—সেই 'জীয়ন্ত-ঝুমুৰ-নাচ'জনীৰ কথা।

এটা হুমুনিয়াহ এৰি মেঘুৱে আৰম্ভ কৰিলে—'তই বগিচাত থাওঁতে চোনাবাবু, তোক একটা কথা বলা নাছিলোঁ। লচ্‌মীও হীৰাখনিৰ বাংলাত কাম কৰিছিল, মুয়ো কৰিছিলোঁ—তই যোৱাৰ এক চপ্তাহ আগত ছাৰি দিছিলোঁ। একদিন তোৰ বন্ধু—চোটা চাহাব—লচ্‌মীক খুব খাৰাপ কথা বলিছিল··· ।'

"বাজীয়ে ?" অভয়ে আচৰিত হৈ সুধিছিল।

"হঁ। চোনাবাবু। তাই আহি বাংলাত কাম নাই কৰিম বুলিলে। মুয়ো ছুটী দিলোঁ। শুনিলোঁ, যোহোৰা আগাত কাম দিম। লচ্‌মী কাম দিলে পাতি তোলাৰ হাজিৰা

কাম—একটা চাহাবৰ বাগিচাত। তই ঐ চময় গৈছিলি। তোৰ বন্ধুৰ বাবেই চোনাবাবু, লচ্‌মী তোকে ভাল কৰে কথা না বলিলে। লচ্‌মীৰ ভাব হৈছিল—চব চাহাব ঐ চোটা চাহাবৰ মত।"

অভয়ে যেন আজি হে বুজি পালে লচ্‌মীৰ ব্যৱহাৰ। তেন্তে তাৰ কোনো দোষ নাছিল। লচ্‌মীও তেন্তে অহংকাৰী নাছিল। অভয়ে উৎসুক হৈ সুধিলে—'তাৰ পাচত মেঘু?'

মেঘুৱে তাৰ পাচত কৈ গ'ল—অভয়ৰ চকুলৈ নোচোৱাকৈ। দিদিমণিৰ (মানে ৰাজীৱৰ ভনীয়েকৰ) বিয়াৰ সময়ত সকলো যোৰহাটলৈ গৈছিল বিয়াৰ প্ৰায় এমাহ আগতে। বাগিচাত ৰাজীৱ অকলে আছিল। তিনি দিনমানৰ পিচতে ৰাজীৱৰ খুব জ্বৰ হৈছিল। খবৰ পাই মেঘু গৈছিল। ল'ৰাটোৰ অৱস্থা দেখি মেঘুৰ বেয়া লাগিছিল। সি পিচদিনা লচ্‌মীকো লৈ গৈছিল—ইটো-সিটো কৰি দিবলৈ। প্ৰথমতে লচ্‌মী যাবলৈ অমান্তি হৈছিল। মেঘুৱেই তাইক বুজাইছিল—বিপদত পৰিলে মানুহক সহায় কৰিব লাগে বুলি। মেঘুৱে মনে মনে ভাবিছিল, ৰাজীৱে এদিন হয়তো লচ্‌মীৰ লগত বেয়া ব্যৱহাৰ কৰিছিল, ভুল কৰি। তাৰ হাতত ভাওৰ হোৱা ল'ৰা ৰাজীৱ, পিচত নিশ্চয় অনুতপ্ত হৈ নিজৰ ভুল বুজিব পাৰিছে।

যোৰহাটলৈ খবৰ দিবলৈ নহ'ল। ৰাজীৱেই নালাগে বুলি ক'লে। তিনি দিনৰ পিচতে ভাল হৈ আহিল ৰাজীৱ। কিন্তু খুব দুৰ্বল। পঞ্চম দিনাৰ কথা। ৰাজীৱক কি কি পথ্য দিব ঠিক কৰি থৈ মেঘু পুৰাই গুচি আহিছিল। লচ্‌মীক কৈ আহিছিল তাক ভালকৈ খুৱাই ঘৰলৈ আহিবলৈ। ৰাজীৱৰ শান্ত অৱস্থা দেখি লচ্‌মীও তাৰ ওচৰত আকৌ সহজ হৈ পৰিছিল কাৰণে মেঘুৱে ভাল পাইছিল। যেনে হ'লেও লচ্‌মী আৰু ৰাজীৱ দুইটাই তাৰ আপোন। দিনৰ এক বজালৈকে লচ্‌মী নহা দেখি তাৰ চিন্তা হৈছিল। ভাত-পানী বান্ধি থৈ সি লচ্‌মীক আনিবলৈ যাবলৈ ওলাইছিল। সন্দেহো হৈছিল—আকৌ ৰাজীৱৰ জ্বৰ বেছি হোৱা বুলি।

এনেতে আহি লচ্‌মী ওলাইছিলহি। ভাগৰি আহিছিল। হাতত তাইৰ বহুত ভাল ভাল নতুন কাপোৰ আৰু এখন হাতৰ মুঠিত বহুত টকা। তাই সোপাকে মেঘুৰ হাতত দিছিল। মেঘু আচৰিত হৈছিল। সুধিছিল—"কোন দিছে বে?"

"ছোট্টা চাহাব।"

বুজিব নোৱাৰি হাঁহি দিছিল মেঘুৱে। হাঁহি হাঁহি বস্তবোৰ চাই কৈছিল—"ইমানবোৰ কিয় লৈ আহিছ। পাগলাই দিছে। সিতো দিয়াত ওস্তাদ।"

"মুই ভি দিছু ছোট্টা চাহাবকে"—লচ্‌মীৰ উত্তৰ শুনি মেঘু বৈ গৈছিল। কিবা জানিবলৈ বিচাৰি তাইৰ চকুলৈ চাইছিল। তাই মাত্ৰ এটা শব্দ কৈছিল—"ইজ্জত"...

মেঘুৰ হাতৰপৰা কাপোৰ-পইচাবোৰ পৰি গৈছিল। তাৰ লগে লগে তাই যোৱা কৈছিল—"বাপ, মই নাযাওঁ বুলিছোঁ। তই ক'লি, বিপদত সহায় কৰিব লাগে। সহায় কৰিলোঁ। ইমানবোৰ টকা আনিলোঁ। মাত্ৰ ইজ্জত দিলোঁ। তোৰ ছোট্টা চাহাব 'আচ্ছা আদমী।' তই তাক মৰম কৰিবি···!" —হঠাতে তাই বোলে বৈ গৈছিল।

মেঘুৰ আৰু গুনাৰ ধৈৰ্য নাছিল। সি হাতত লাঠিডাল লৈ দৌৰিছিল, বঙলালৈ। পিচে পিচে তাৰ বস্তিৰে আন দুটা মানুহ।

কোনো কথা নোকোৱাকৈ মেঘুৱে বঙলালৈ গৈ বাজীৰক মাৰিছিল—মুখেদি তেজ ওলাই নোবোৱালৈকে মাৰিছিল। তাৰ পিচত তাৰ লগত যোৱা মানুহ দুটাই তাক টানি আনিছিল। বাজীৱে কিন্তু সেই কথা কাকো নক'লে। গা ধুবলৈ যাওঁতে পৰা বুলি ডাক্তৰক ক'লে। বাপেক-মাকে সেই কথা কোনো দিনেই নাজানিলে।

'লচ্‌মীক কি কৰিলি মেঘু'—অভয় অধৈৰ্য হৈ পৰিল। মেঘুৱে নিৰ্বিকাৰভাৱে কৈ গ'ল:

খণ্ডৰ ভমকতে বাজীৰক এখুন্দা দি মেঘু ভাগৰি পৰিছিল। ঘৰলৈ ঘূৰি আহিবলৈও তাৰ বেয়া লাগিছিল। লচ্‌মীজনীৰ এই সৰ্বনাশৰ কাৰণে নিজকে দোষী বুলি ঠাৱৰ কৰি নিজৰ প্ৰতি ভীষণ ঘিণ লাগিছিল তাৰ। ভাবিছিল—যদি মংগলাই লচ্‌মীক এইবোৰ শুনি চাদি কৰিব নোখোজে? আকৌ নিজকে প্ৰবোধ দিছিল সি, কেনেকৈনো জানিব যাক সি? বাজীৱ তাৰ পুতেকৰ নিচিনা, লচ্‌মী জীযেক—ইয়াত সি কি খাৰাপ কথা ভাবিব পাৰে। এইবোৰকে ভাবি ভাবি সি আঁহত গছজোপাৰ তলত শুই টোপনি গৈছিল। আবেলি উঠি খুব ভয়ে ভয়ে সি ঘৰলৈ আহিছিল। লচ্‌মীলৈ তাৰ লাজ লাগিছিল। জপাই থোৱা বাঁহৰ দুৱাৰখনৰ ওচৰত থিয় হৈ সি শব্দ নোহোৱাকৈ খুলিবলৈ চেষ্টা কৰিছিল। তথাপি কেৰেকৃকৈ শব্দ এটা হৈছিল। খিৰিকী-বন্ধ জুপুৰীটো অন্ধকাৰ। তথাপি সেই আন্ধাৰতো সি দেখিছিল—মজিয়াত সি পেলাই যোৱাৰ দৰেই পৰি থকা কাপোৰ-পইচাবোৰ আৰু একেদৰে থিয় হৈ থকা লচ্‌মীক। দুয়ো দুয়োকো একো কথা কোৱা নাছিল। চাকি জলাবলৈ জুই-বাহটো বিচাৰি নাপাই মেঘুৱে খিৰিকী এখন খুলি দিছিল—বাঁহৰ জাপ-খিৰিকী। তথাপি জুই-বাহটো বিচাৰি নাপাই লচ্‌মীলৈ চাইছিল—লাহে লাহে ভৰিৰপৰা ওপৰলৈ। মাটিৰপৰা তিনি আঙুল ওপৰত ভৰি দুটা, ওলমি পৰা জিভাখন, বাঁহৰ চ'তিৰপৰা তাইৰ ডিঙিলৈকে বছীৰ দৰে মেৰিওৱা গামোচাৰ ফিটফিটীয়া বান্ধ·····।

অভয়ৰ চকুৰেদি পানী বাগৰি আহিল। মেঘু কিন্তু অকণো বিচলিত হোৱা নাই। সি ক'লে, "নাকান্দিবি চোনাবাবু। তাই মৰোঁতেও মই কন্দা নাই। তাই ঐ ৰকম মৰাত মোৰ বাগ হৈছিল। তাই মাৰিব লাগিছিল ঐ চুঁৰৰক, আৰ্ মাৰিলে আপ্‌নাকে। আমাৰ ছোৱালী এই ৰকম হ'লে নিজে নমৰে। পাৰিলে মানুহটোক মাৰে, নাহ'লে জোৰ কৰি তাক চাদি কৰে।"—অভয়ে যেন মেঘুৰ চকুত জুই দেখিলে। সি ভয়ে ভয়ে ক'লে "তইতৰ ছোৱালী হ'লেও লচ্‌মী বেলেগ আছিল মেঘু। তাইৰ আত্ম-সন্মান বেছি আছিল···।"

'ঐচব তইতৰ চন্মানৰ বাত আমি নাবুজেঁ। চোনাবাবু'—তামোল কৰে জুইকুৰা জলাদি মেঘুৰ মুখৰপৰা কথাকিটা ওলাই আহিল—'কিন্তু, লচ্‌মী মোৰ মজা দেখিলে, মোকে চাড়ি দিলে। আমাৰ চুকৰী ঐ ৰকম নাই কৰে, চোনাবাবু।' মেঘুক যে

লচ্মীয়ে সঁচাকৈয়ে শাস্তি দিলে, তাৰ মুখখন চাই যি কোনো মাহুহেই বুজিব পাৰিলেহেঁতেন। সি যেন অতি কষ্ট কৰি কথাকিটা ক'লে।

'লচ্মী তো তোৰেই ছোৱালী মেঘু।…চব ছোৱালী তো আৰু একে নহয়'— অভয়ে মেঘুক বুজাবৰ চেষ্টা কৰিলে।

কি যেন ভাবিলে খন্তেক মেঘুৱে। তাৰ পাচত শান্তভাৱে অভয়লৈ চাই ক'লে, 'তোক বহুত বাত বলা নাই চোনাবাবু।'

মেঘুৱে কি ক'ব খুজিছে, তাকেই বুজা নাই অভয়ে। অবাক হৈ তাৰ ফালে চাই আছে মাথোন। জেপৰপৰা চাধা-ধঁপাত অলপ উলিয়াই মুখত ল'লে মেঘুৱে। জিভাখনেৰে ঠেলি নি ধঁপাতসোপা দাঁত আৰু ওঁঠৰ মাজত থ'বলৈ মেঘুৱে চেষ্টা কৰা অভয়ে চাই আছে। মনে মনে সি ভাবিছে—ইমান নো বেয়া কথা ক'ব নে মেঘুৱে— যি কথা কোৱাৰ আগতে মুখবোচক কিবা এটা খাই ল'ব লাগে! মুখখন হাতেৰে মোহাৰি মেঘুৱে কৈ যায়—

তেতিয়া সি প্ৰথম হীৰাখনি বাগিচাৰ বঙলাত কাম কৰিবলৈ লৈছিলহি, আজি প্ৰায় ২৫ বছৰৰ আগতে। হীৰাখনি বাগিচাৰ মালিক তেতিয়াও আছিল ৰাজীৱৰ বাপেকেই। ৰাজীৱ তেতিয়া এবছৰীয়া—মাক-বাপেকৰ প্ৰথম সন্তান। বৈৱাহিক জীৱনৰ মাত্ৰ তিনিটা বছৰৰ প্ৰথম সঞ্চয় ৰাজীৱ—খুব আদৰৰ। মেঘু প্ৰায়থিনি সময় থাকিবলগীয়া হৈছিল চাহাবৰ লগত। মাজে মাজে ৰবচাহাবে তাক কৈছিল, ভিতৰৰপৰা পুতেক ৰাজীৱক তেওঁৰ ওচৰলৈ আনিবলৈ। সি আনিছিলগৈ। কিন্তু, সি আচৰিত হৈছিল এটা কথা ভাবি—চাহাব নিজে ভিতৰলৈ গৈ পুতেকক নাচায়গৈ কিয়। সেই সময়ত মেঘুৰ ডেকা বয়স। ঘৈণীয়েক-গিৰিয়েকৰ সম্বন্ধটো তাৰ কল্পনাত স্বৰ্গীয় হৈ আছিল। কিন্তু চাহাব-মেমক ভালকৈ কথা পতাও নেদেখি সি আচৰিত হৈছিল। আনকি মদ খাই খাই ৰাতি যেতিয়া চাহাব বেহুচ হৈ পৰি গৈছিল, তেতিয়াও চাহাবক সি হে নি বিচনাত শুৱাইছিলগৈ। মেমচাহাব সদায় বহুত আগতে নিজৰ দুৱাৰ বন্ধ কৰি শুই থাকিছিল। সি সদায় চাহাবৰ বিচনাৰ ওচৰত মজিয়াতে শুবলগীয়া হৈছিল।

দুই সপ্তাহমান যোৱাৰ পিচতে সি চাহাবৰ বঙলাৰ প্ৰায়বোৰ খবৰ গোটাই পেলাইছিল। চাহাবৰ ৰান্ধনি, চাকৰ-বাকৰ আদিয়ে বহুত খবৰ তাক দিছিল। কিন্তু, এটাইতকৈ বেছি খবৰ দিছিল চাহাবে নিজে। বাগিচাৰপৰা ছমাইল আঁতৰত থকা স্কুল এটাৰ মাষ্টৰণী এজনীলৈ তাক মনে মনে চিঠি দি পঠিয়াওঁতে সি বুজিছিল, চাহাব-মেমৰ মাজত সেই মাষ্টৰণী গৰাকীও আছে। তাৰ পাচত, লাহে লাহে চাহাবে তাক বহুত কথাই কৈছিল। মাত্ৰ সদায় উপদেশ দিছিল, বিশ্বাস ৰাখিবলৈ। বহুত মাষ্টৰণী আহি হঠাতে বঙলাত থাকিবলৈ লোৱাত সি অকণো আচৰিত হোৱা নাছিল। বৰঞ্চ তাৰ কাম কমিছিল। কাৰণ, তেতিয়া ৰাতি মদ খাই বেহুচ হোৱা চাহাবক মাষ্টৰণীয়েই টানি নি বিচনাত শুৱাইছিল। প্ৰতি ৰাতি মাষ্টৰণীৰ শোৱা কোঠাৰপৰা চাহাবৰ শোৱা কোঠালৈ ঘৰৰ বাহিৰেদি হোৱা অহা-যোৱাবোৰৰ সি সাক্ষী আছিল। চাহাবে তাক কৈছিল, বিশ্বাস ৰখাটোৱেই আটাইতকৈ ডাঙৰ ধৰ্ম। সি যেন মেম-চাহাবক এইবোৰ কথা নকয়। সি বিশ্বাস ৰাখিছিল। কিন্তু মেমচাহাবৰো দুটা চকু

আছিল। এদিন হঠাৎ মেমচাহাব বাজীৰক লৈ চাহাবক নোলোধাকৈ যোৰহাটৰ ঘৰলৈ গুচি গৈছিল। তিনি দিন চাহাব আৰু মাষ্টৰণী নিৰ্বিবাদে আছিল।

সেই তিনি দিনৰ মূৰত আহি ওলাইছিলহি চাহাবৰ এজন বন্ধু। থাকিছিল ৫ দিনমান। দেখিবলৈ ধুনীয়া মানুহজন। দিনত চাহাব কামজাৰিলৈ যাওঁতে মাষ্টৰণীৰ লগত সেই বন্ধুজনৰ ব্যৱহাৰ তাৰ প্ৰথম দিনাই ভাল লগা নাছিল। পিচদিনা সি দুপৰীয়া দুয়োটাকে বৰ বেয়া অৱস্থাত দেখি আঁতৰি আহিছিল। মাষ্টৰণীয়ে তাক মাতি নি মনে মনে বকচিচ্ দি কৈছিল—সি যেন কাকো একো নহয়। যিবোৰ কথা ক'লে আনৰ বিপদ হ'ব পাৰে, তেনেকুৱা কথা কোৱা পাপ বুলি বুজাইছিল। তাক শপত দিছিল, বিশ্বাস ৰাখিবলৈ। সি মাষ্টৰণীৰ বিশ্বাস ৰাখিছিল। কিন্তু, বঙলাতে কাম কৰা কুলী-ছোৱালী দুগ্‌নিয়েও দেখিছিল কিবা। কাৰণ, তাই আহি তাক কৈছিল, নতুন মেমচাহাব নতুন চাহাবটোৰ লগত পলাই যাব বুলি। আৰু, বিশ্বাস ৰাখিব পাৰিলে আন বহুত কথাও ক'ব বুলি কৈছিল। সি মান্তি হৈছিল। নতুন চাহাবটো অহাৰ চতুৰ্থ দিনাৰ কথা। নতুন চাহাবটোৱে তাক মাতি নি খুব প্ৰশংসা কৰি কৈছিল—মাষ্টৰণীয়ে তাক খুব বিশ্বাসী বুলিছিল বোলে। তাৰ পিচত কৈছিল, ৰাতি খুব সাৱধানে তেওঁৰ সকলো বস্তু আৰু মাষ্টৰণীবো কিবা-কিবি, তেওঁৰ গাড়ীত নি মনে মনে তুলি থ'বলৈ—যাতে চাহাবে গম নাপায়। সি সেই বিশ্বাস ৰাখিছিল। ইপিনে সেইদিনা ৰাতিয়েই বহুত মদ খোৱাৰ পাচত চাহাবে তাক মনে মনে কৈছিল—নতুন চাহাবটোৰ খাৰাপ মত্‌লব্ দেখিলে কৈ দিবলৈ। সি কোনো উত্তৰ দিয়া নাছিল।···· ·পিচদিনা নতুন চাহাব আৰু মাষ্টৰণীক চাহাবে শুই উঠি দেখিবলৈ পোৱা নাছিল। নাই বুলি জনাৰ পাচত চাহাবে তাক একো সোধা নাছিল।

তাৰ এদিন পাচৰ কথা। দুগ্‌নি আহি তাক হাঁহি হাঁহি কৈছিল, মাষ্টৰণী নোযোৱা হ'লে তায়ে কাটিলেহেঁতেন বুলি। তাই মাষ্টৰণীক ইমান বেয়া পাইছিল বুলি সি জনা নাছিল। কিন্তু সিও ভাল পাইছিল, বহুত বিশ্বাস ৰাখি নিজে অশান্তি ভুগিবলগীয়া অৱস্থাটোৰ অৱসান হোৱাৰ কাৰণে। সেইদিনা ধুনীয়াকৈ কাপোৰ পিন্ধি দুগ্‌নি ধুনীয়া হৈ আছিল। আৰু, কি অৰ্ডাৰ তাইৰ? যেন তাই হে বঙলাৰ মেমচাহাব। ৰাতি চাহাবে তাক মাতি নি বিশ্বাস কৰি যিটো কথা কৈছিল, সেইটো সি হজম কৰোঁতে টান পাইছিল। চাহাবে তাক কৈছিল, দুগ্‌নিৰ হেনো পেটত বাচ্চা—প্ৰায় দুমাহ। সেইদিনা হে বোলে তাই চাহাবক কৈছিল। চাহাবৰ হেনো কোনো মত্‌লব্ নাছিল। তথাপি যি হ'ল হ'ল। এতিয়া তাইক বঙলাৰপৰা নি আন ক'ৰবাত থৈ আহিবগৈ লাগে। নহ'লে তাৰ ঘৰত ৰাখি ঔষধ খুৱাই বাচ্চা নষ্ট কৰিব লাগে। নহ'লে বৰ বদনাম হ'ব। তাৰ কাৰণে চাহাবে টকা দিব বুলি কৈছিল।···তাৰ পাচত যেঘুৰে তিনি দিন ভাবিছিল। চতুৰ্থ দিনা সি চাহাবক কৈছিলগৈ, দুগ্‌নিক বিয়া কৰাব বুলি। চাহাব কিন্তু ৰাজি নহ'ল। কৈছিল, প্ৰথমে বাচ্চা নষ্ট কৰিব লাগিব। নহ'লে মুস্কিল আছে পিচত। সি বাচ্চা নষ্ট কৰিবলৈ ঔষধ খুওৱা বুলিয়েই মিছাকৈ কৈছিল। তাৰ বিয়াত চাহাবেই সকলো খৰচ দিছিল। লচ্‌মী ওপজাৰ দিনাই মাক মৰিছিল—লচ্‌মীৰ মুখ দেখাৰ আগতে

মৰিছিল। নিৰপৰাধ শিশুক সি তাণ্ডব-দীঘল কৰিছিল। সকলোৱে জানিছিল তাৰ সন্তান বুলি। চাহাবেও। কাৰণ, চাহাবে জানিছিল ঔষধ খাই বাচ্চা নষ্ট হোৱা বুলি। চাহাব এদিন গৈ মেমচাহাবক যোৰহাটৰপৰা লৈ আহিছিলগৈ। আগৰ দৰেই বঙলাত দিন-ৰাতি হৈছিল। চাহাব, চাহাবৰ বন্ধু, মাইৰণী আদি সকলোৰে পৰস্পৰৰ প্ৰতি থকা অবিশ্বাসবোৰ সি বিশ্বাসেৰে হজম কৰি লুকাই ৰাখিছিল। ইমানবোৰ অবিশ্বাসৰ মাজত এই চাহাববোৰ কেনেকৈ জীয়াই থাকে, সি কেতিয়াবা ভাবি চাইছিল। সিমানবোৰ অবিশ্বাসৰ মাজত জন্ম হোৱা লচ্‌মীৰ বাপেকৰ নাম পৃথিবীত তাৰ আৰু লচ্‌মীৰ মাকৰ বাহিৰে কোনেও নাজানিছিল। ইমানলৈকে কৈ এটা হুমুনিয়াহ কাঢ়ি মেঘুৱে সুধিছিল :

'আচ্ছা, বল্‌ চোনাবাবু, লচ্‌মী যদি মোৰ বেটী, বাজীৰ মোৰ বেটা নহয় ? আৰু বাজীৰ্‌কে ত মই মানুহ কৰিছু।'

'বাজীৰক তই তাৰ পাচত দেখিছিলি মেঘু, মানে লচ্‌মীক তেনেকুৱা কৰাৰ কাৰণে তই গৈ বঙলাতে মৰাৰ পিচত ?'

'নাই। মই মনৰ দুখতে দোছোৰা একটা বাগিচাত গৈ থাকিছিলোঁ। তাত ধৰ্মঘট হৈ আছিল। মই কিছু কৰা নাছিলোঁ। লেকিন, চেই বাগিচাৰ মেনেজাৰ আছিল বাজীৰ শ্যালাৰ বন্ধু। বাজীৰ তাকে কি বলিলে, আৰ মোক পুলিচ ধৰিলে। দুই বছৰ জেল। দুই বছৰ বাদ আহি চুনিলু, চব বাজীৰৰ মত্‌লব্‌। প্ৰতিচোধ লিলে। ত কি হ'ব ? চুনিছুঁ, বাজীৰ ঐ মাচ বিলাত চলি গ'ল। আৰ বচ্‌। মেম চাদি কৰিছে। আৰ না কি নাই আচিবে।'

'তই জেল খালি মেঘু ?'

'হাঁ চোনাবাবু। গান্ধী মহাৰাজ বলি গৈছে জেল ত তীৰ্থ। পুইনা কৰিলোঁ বাবু।'

এইবোৰ মেঘুৰ ব্যক্তিগত জীৱনৰ কথা নে সমাজৰ ইতিহাস ?—অভয়ে এবাৰ দাৰ্শনিক দৃষ্টিকোণৰপৰা যেন ভাবি চাব খুজিলে।

'কিমান চুনিবি চোনাবাবু ? আৰ্‌ তই বলিছ, মোৰ চুলি কেইচে পাকিছে…'—মেঘুৱে হাঁহি দিলে। অভয় কিন্তু সিমান সহজ হ'ব নোৱাৰিলে। ইমানবোৰ কথা হজম কৰা সহজ নহয়। প্ৰায়বোৰ কথাই জানো সি সভ্য বুলি ভবা সমাজখনক চাবুকৰ দৰে কোবোৱা নাই। সি তেন্তে কেনেকৈ হাঁহিব ? হঠাতে সি মেঘুক সুধি পেলালে কিবা এটা সন্দেহ কৰিয়েই,

'আচ্ছা মেঘু, তই সেই তেতিয়াই, মানে মই স্কুলত পঢ়ি থাকোঁতেই, কি কি কৈছিলি মনত আছে ?'

'তোৰ আছে ?'—মেঘুৱে হাঁহি সুধিলে।

'ওঁ; তই যে কৈছিলি তই প্ৰথমতে সোণাবালি বাগিচাৰ চাহাবৰ বঙলাত আছিলি…?'

'ঠিক চোনাবাবু।'

'কিন্তু, তই কেতিয়াও নক'লি, কিয় তাৰপৰা গুচি আহিছিলি—তাৰ পিচত কাম বিচাৰি ঘূৰি ফুৰিছিলি ..'

'তখন তই ছোট্ট আছিলি চোনাবাবু।'

'আচ্ছা, সোণবালি এই মৃণালৰ বাগিচাখনেই নহয় জানো ?'

'হয় ৰে। তখন মৃণালৰ বাবা আছিল,·· এঃ, কি চুৰাবা আছিল নামটা ·· ?'

'হেমন্ত চুৰবা ?'

'হাঁ হাঁ, হেমন্ত······'

'ক না মেঘু···তই বহুত কথা লুকাই থৈছ।'

'বলিম ৰে বলিম। তই ভাত নাই খাবি আজি ?'

ঠিকতো ? ভাতৰ কথাটো পাহৰিছিলেই সি।

দুপৰীয়া একমান বজাত অভয় আৰু মেঘু গৈ ওচৰতে থকা খাচিয়া হোটেলটোত ভাত খাই আহিলগৈ। খাচিয়া হোটেলত ভাত খোৱাটো অভয়ৰ এটা চখ। আজি অৱশ্যে খোৱাৰ দৰকাৰো হৈছিল। বাপধন তো নাই। যিবা নেপালী ল'ৰা এটা ৰাখিছিল 'বথাৰ' বুলি ৰাতিপুৱাই তাৰ ঘৰলৈ গুচি গ'ল। বাহিৰত একেদৰেই চেঁচা ফেৰ্‌ফেৰীয়া বতাহ—ব্ৰহ্ম তালুৰ পোনে পোনে সূৰ্য আছে বুলি ঘড়ী চাই হে অনুমান কৰিব পাৰি। খাই উঠি মেঘু গ'ল হস্পিটাললৈ বুলি। তাৰপৰা আহি সি হোটেলৰ পইচা-পাতি দি অভয়ৰ ঘৰলৈকে কাপোৰ-কানি লৈ আহিব। বাকী যি কিদিন থাকিব লাগে, অভযৰ ঘৰতে থাকিব। আৰু, খাই থাকোঁতেই দুইটাই ঠিক কৰিলে, হোটেলত খোৱাতকৈ দুয়ো লগ লাগি ভাত ৰান্ধি খাব। খাই উঠি, খাচিয়ানীৰ জুহালৰ ওচৰত বহি মেঘুৱে মৃণালৰ বাপেকৰ যি কাহিনী ক'লে, সেই কাহিনী বিশ্বাসেৰে হজম কৰিব নোৱাৰি এতিয়াও তাৰ ডিঙিতে লাগি আছে। সঁচা কথাবোৰেই বোধকৰোঁ বিশ্বাস কৰিবলৈ এটাইতকৈ টান।

মেঘুক বিদায় দি আহি অভয় নিজৰ ঘৰত সোমালহি। ওলাই যাওঁতে ভুলতে দুৱাৰখন মেলি থৈযে গৈছিল। ঘৰৰ ভিতৰত খবৰ-কাগজ চোৰাই থকা ছাগলী পোৱালি দুটা দেখাৰ আগলৈকে অভয় নিশ্চিন্ত মনেই সোমাই গৈছিল। খেদিব-লগীয়া হোৱাৰ আগতে ছাগলী পোৱালি দৌৰি পলাল—মুখত দুই-এটুকুৰা পুৰণি কাগজ লৈ। ছাগলীয়ে সিঁচি যোৱা কাগজসোপা ভৰিৰে গোটাই আনি চিম্‌নিৰ ওচৰ পোৱালেহি। কাঞ্চাৰ বন্ধা-ঘৰৰপৰা জুইশলাৰ বাহ এটা আনি কয়লা দি থোৱা চিম্‌নিটো জলায়ে দিলে—দিনতে। তাৰ পাচত চিম্‌নিটোক নিজ ইচ্ছামতে জলিবলৈ দি সি মেঘুৱে কোৱা কথাবোৰকে ভাবিবলৈ ধৰিলে :

মেঘু বোলে তেতিয়া চফল ডেকা। বঙলাত সাধাৰণ কাম কৰে। ভাল কাপোৰ-কানি পিন্ধে। ভাল খায়। দৰমহাৰ কথা নাই। চাহাব-মেমৰ আদ্‌পৈচান ধৰা, ডাঙৰ ডাঙৰ চাহাব আহিলে চাহ, মদ আদি দিয়া কামত মেঘু পটু। মেম চাহাব বজাৰলৈ যাওঁতে মেঘুক নিয়েই। কোনোবা এজনে চাহাব-মেমক জোকাই-ছিলোঁ বোলে, মেঘুক একেবাৰে বৰপুত্ৰেক কৰি বখা বুলি।

১৯৩৪ নে '৩৫ চনৰ কথা বোলে। চাহাব-মেম ওলাইছিল কলিকতালৈ। লগতে মেঘু, চিতা নামৰ এজনী সৰু কুলী-ছোৱালী আৰু বাগিচাৰ ছোট-কেৰেণী। ডাক্তৰক দেখুৱাবলৈ—চাহাবৰ কিবা অসুখ বোলে। আগে পোৱা মেমচাহাবক কেবাদিনো সুধিও সি উলিয়াব পৰা নাছিল, কি অসুখ। কলিকতাৰ এটা বিৰাট চাহাবী হোটেলত আছিল চাহাব-মেম, আৰু সেই হোটেলৰে চাকৰ থকা ঘৰত সি আৰু চিতা। কেৰেণীজন কোনোবা আন হোটেলত আছিল। বাহিৰলৈ যাওঁতে চাহাব-মেমে প্ৰায়ে তাক লগত নিছিল আৰু চিতা আৰু কেৰেণীজন ঘৰ-ৰখীয়া হৈছিল। একেজন ডাক্তৰৰ ওচৰলৈকে দুদিন যোৱাৰ পিচত তাৰ বিশ্বাস হৈছিল, অসুখৰ কথাটো সঁচা বুলি। তৃতীয় দিনা ডাক্তৰ হোটেললৈকে আহি মেমচাহাবকো চাইছিলহি। বহুত সময় পৰীক্ষা কৰিছিল। চতুৰ্থ দিনাই সি গম পাইছিল, অসুখ তাৰ চাহাবৰ নহয়, মেম-চাহাবৰ হে। কিছুদিন চিকিৎসা কৰিব লাগিব। এসপ্তাহৰ পিচত চাহাব বাগিচালৈ গুচি আহিছিল। অহাৰ আগতে তাক ভালকৈ বুজাই থৈ আহিছিল, মেমচাহাব এমাহমান থাকিব লাগিব বুলি। সি, চিতা আৰু কেৰেণীজনৰ বাহিৰেও মেমচাহাবৰ বুঢ়ী মাহীয়েক এগৰাকী চাহাব গুচি অহাৰ আগতেই কলিকতা ওলাইছিলগৈ—লগত ডেকা পুতেকক লৈ। পুতেকে কলেজত পঢ়িছিল, হোস্টেলত থাকি। বুঢ়ী মেমচাহাবৰ লগতে আছিল। চাহাব গুচি আহিছিল। ডাক্তৰ নিয়ম মতে প্ৰায় আহিছিল। তাৰ খুব দুখ লাগিছিল, মেমচাহাবে সদায় মন মাৰি থকা দেখি। কি বেমাৰ বুজিব নোৱাৰি তাৰ বেছি বেয়া লাগিছিল।

সেইদিনা বুঢ়ী কালীঘাটলৈ গৈছিল—মেমচাহাবৰ কাৰণে পূজা কৰিবলৈ। সি ঠিক কৰি থৈছিল, ডাক্তৰ আহিলেই সুধিব, মেমচাহাবৰ কি বেমাৰ। ডাক্তৰ আহিছিল, কিন্তু সি সুধিবলৈ সাহ কৰিব নোৱাৰিলে। মৰোঁ-জীওঁকৈ সি ডাক্তৰৰ পিচে পিচে মনে মনে ভিতৰ সোমাই চোফাৰ দাঁতিতে কোনেও নেদেখাকৈ শুই আছিল—কিজানি ডাক্তৰে কোৱা কথাবপৰা বুজিব পাৰিয়েই। দুই-এটা ইংৰাজী শব্দ মিহলাই বঙালীতে কোৱা ডাক্তৰৰ কথাবপৰা সি বুজিছিল। কিন্তু, বুজিও বিশ্বাস কৰিব পৰা নাছিল।

পিচদিনা ডাক্তৰৰ ঘৰলৈ গৈয়েই মেমচাহাবক লৈ গৈছিল। তাৰ পিচদিনাও। সেইদৰেই দহদিন। মেমচাহাবৰ মুখৰ বেজাৰৰ ভাব আঁতৰিছিল। মেমচাহাবে হাঁহিছিল। এদিন আবেলি বুঢ়ীয়ে মেমচাহাবক কৈছিল—"মই আকৌ শুনিয়েই ভয় খাই গৈছিলোঁ। এনেকুৱা কথা কেনেকৈ হ'ব পাৰে। ল'ৰা-ছোৱালী নোহোৱা বাঁজী তিৰোতাৰ চেহেৰাই বেলেগ। অৱশ্যে সৰু-সুৰা দোষ কেতিয়াবা থাকে।" মেমচাহাবে কোনো উত্তৰ দিয়া নাছিল। বুঢ়ীয়ে আকৌ সুধিছিল—"কিবা হৈছে নেকি?"

"ডাক্তৰে কৈছে, এতিয়া কোনো দোষ নাই···হ'ব বুলি",—মেমচাহাবে লাজ কৰি কৈছিল।

এই কথাখিনি শুনাৰ লগে লগে তাৰ মনত পৰিছিল—চোফাৰ তলত সোমাই মনে মনে শুনা ডাক্তৰৰ কথাবোৰ। ডাক্তৰে যে কৈছিল, মেমচাহাবৰ চব ঠিক আছে, কেৱল চাহাবৰ দোষ। চাহাবৰ জীৱনত ল'ৰা-ছোৱালী নহয়। কিন্তু, চাহাবৰ সকলো

ঠিক আছে বুলি ডাক্তৰে চাহাবক কৈছিল কিয় ? সি তেতিয়া সকলোবোৰ কথা লগ লগাই পেলাইছিল। চাহাবক সকলো ঠিক আছে বুলি কৈ মেমচাহাবক চিকিৎসাৰ কাৰণে ৰাখিছিল। তাৰ পাচত মেমচাহাবক সঁচা কথা কৈছিল। সেই কাৰণে মেমচাহাবে কিছুদিন দুখ কৰি আছিল।...তাৰ পাচত নিজৰ ঘৰত কৰা দীঘলীয়া চিকিৎসাৰে ডাক্তৰে মেমচাহাবক মাতৃত্ব দিছিল।

তাৰ দুদিনৰ পাচতে চাহাব আহি ডাক্তৰক অশেষ ধন্যবাদ দি মেমচাহাবক লৈ গৈছিলহি। বাগিচালৈ। লগতে সিহঁতো।...এই অদ্ভুত চিকিৎসাৰ বিষয়ে জনাৰ পিচত মেঘু অলপ হতভম্ব হৈ গৈছিল। সি বুজিব পাৰিছিল, বিয়াৰ পাঁচ বছৰৰ পিচতো মেমচাহাবৰ কিয় ল'ৰা-ছোৱালী হোৱা নাছিল। কলিকতাৰপৰা অহাৰ ঠিক সময়ৰ পিচত মেমচাহাবৰ এটি ল'ৰা হৈছিল। মৃণাল উপজিছিল। বঙলাত তিনি-চাৰি দিন উৎসৱেই চলিছিল। ..

মৃণালৰ জন্মৰ প্ৰায় তিনি বছৰৰ পাচৰ কথা। ইতিমধ্যে কলিকতালৈ সিহঁতৰ লগত যোৱা চিতাজনী গাভৰু হৈ পৰিছিল। তাই অৰণ্যে বঙলাত কাম নকৰিছিল। কিন্তু মেঘুক লগ পাবলৈ প্ৰায়ে আহিছিল। তাই মেঘুৰ ওচৰলৈ অহা দেখি মেমচাহাবে ভাল নাপাইছিল। মেমচাহাবৰ মতে মেঘুৱে কুলী ল'ৰা-ছোৱালীৰ লগত মিলিবলৈ যোৱা উচিত নহয়। মেঘুক মাতি নি তেওঁ এদিন বুজাইছিল—সি কুলীতকৈ বহুত বেছি ভদ্ৰ হৈছে। গতিকে কুলী-ছোৱালীৰ লগত 'সেইচব' কৰা ঠিক হোৱা নাই।

এদিন দুপৰীয়া। চিতা মনে মনে আহি বঙলাৰ দাঁতিত থিয় হৈ মেঘুৰ স'তে কথা পাতিছিল। দুইটাই সেইদিনাই প্ৰথম ঠিক কৰিছিল, তাই ৰাতি আহিব—মনে মনে। মেঘুৱে কোনো বিপদ নাই যেন দেখিলে তাৰ দুৱাৰ খুলি চাকি এটা জলাই থ'ব। তাই অহা গম পালেই নুমুৱাই দিব। আৰু তাই সোমাই আহিব। কিন্তু, কিবা বিপদ থকা যেন পালে, সি চাকি নজ্বলায়। তাই তেতিয়া ঘূৰি যাব। আৰু তাই কৈছিল বাপেকে কোৱা বুলি—সেই সপ্তাহতে সিহঁতৰ ঘৰ হৈ যাব। মেঘুক মেমচাহাবে বঙলাত নাৰাখিলে সি ওচৰৰে বস্তিত থাকিবলৈ চিতাৰ বাপেকে ঘৰ ঠিক কৰিছিল। এইবোৰ কথা পাতি থাকোঁতেই হঠাৎ এবাৰ সি ঘূৰি চাই দেখিছিল, সিহঁতৰ নিচেই ওচৰতে থকা খিৰিকীখনৰ সিফালে থিয় হৈ মেমচাহাব—মুখখন খঙেৰে ৰঙা। সি কি কৰিব হতভম্ব হৈ ৰৈ আছিল। চিতাও। কিন্তু মেমচাহাবে হাঁহি মাৰি সুধিছিল—"চাদি তেন্তে হৈ গৈছে নেকি ?" তাৰ তেতিয়া হে সন্দেহ হৈছিল, মেমচাহাবে বহুত কথা শুনি থকা বুলি। তাৰ খুব লাজ লাগিছিল। চিতাই শাৰীৰে মুখ ঢাকিছিল। মেমচাহাবে আকৌ কৈছিল—খুব ভাল কথা হৈছে বুলি। আৰু কৈছিল—আবেলি চিতা মেমচাহাবৰ লগত বজাৰলৈ যাব লাগিব। মেমচাহাব গুচি গৈছিল। মেঘু আচৰিত হৈছিল, হঠাৎ এই পৰিৱৰ্তন মেমচাহাবৰ কিয় হ'ল বুলি ভাবি। খুচিও হৈছিল। এতিয়া তেন্তে চিতা তাৰ ওচৰলৈ অহাত কোনো বাধা নাই। চিতাৰ মাক-বাপেকেতো বাধা নিদিয়েই। কাৰণ, চিতাৰ ধৰুতে মনে মনে সিহঁতৰ বিয়া হৈ গ'ল আগদিনাই। নিয়ম মতে চিতা তাৰ লগত থাকিবহিয়েই পাবে সেইদিনা। কিন্তু, মেঘুৱে ভয় কৰে মেমচাহাবলৈ। সেই কাৰণে

চিতা লুকাই আছিব। চিতাহঁতৰ ঘৰত গৈ থাকিবলৈও ঠাই নাই। এটা সৰু কোঠা। চিতাৰ মাক-বাপেক থাকে। আৰু, আনক কথাটো জানিবলৈও দিয়া নাই। ঘৰ এটা লৈ সকলোকে খুৱাই-বুৱাই এদিন লগৰ মানুহবোৰক জানিবলৈ দিব বুলি ঠিক কৰিছিল—এসপ্তাহমানৰ পিচত।

জীৱনত এই প্ৰথম এজনী গাভৰু ছোৱালী ৰাতি অকলৈ তাৰ ওচৰলৈ আহিব—এই চিন্তাতে মেঘু বলিয়াৰ নিচিনা হৈছিল। কাম-কাজত ভুল হৈ গৈছিল। ৰাতিলৈ অধীৰ হৈ অপেক্ষা কৰিছিল।

ধুনীয়াকৈ সাজি-কাচি চিতা আহি আবেলি মেমচাহাবৰ লগত মটৰত উঠি বজাৰলৈ যোৱা চাই, মেঘুৰ বুকুখন গপত ফুলি উঠিছিল। সন্ধিয়া মেমচাহাব যেতিয়া ঘূৰি আহে, তেতিয়া নি চাহাবক কিবা ফাইল এটা দিবলৈ অফিচলৈ গৈছিল।

চাং-বঙলাটোৰ তলত এটা মটৰ-থোৱা-ঘৰ আৰু তাৰ দাঁতিতে ড্ৰাইভাৰ আৰু মেঘুৰ ছুটা সৰু কোঠা। বেলেগ বেলেগ। ড্ৰাইভাৰৰ টোপনি নাহিলেও দুৱাৰ বন্ধ কৰি শুই আছিল। চাহাব-মেমচাহাবৰ খোৱা ৯ বজাতে হৈছিল? চাহাবৰ অসুখ কাৰণে চাবে ন বজাত শুইছিলেই। সি ভাত-পানী খোৱা বাদ দি লৰালৰিকৈ আহি নিজৰ ঘৰৰ দুৱাৰখন খুলি চাকিটো জ্বলাই দিছিল। বুকুখন খুব কঁপিছিল তাৰ। ভিতৰৰ আন্ধাৰত থিয় হৈ বাহিৰলৈ চাই চাই ৰৈ আছিল। কিবা-কিবি ভাবি আছিল। ওপৰত বঙলাত কোনো শব্দ নাই। ভীষণ অন্ধকাৰ ৰাতি। ইমান অন্ধকাৰত আহিবলৈ চিতাই ভয় কৰিলে কি হ'ব, সি ভাবিছিল। এনেতে সি দেখিছিল, ঠিক কৈ যোৱা মতেই বঙলাৰ পিচফালৰ ফুলনিখনৰ মাজৰপৰা চিতা ওলাই আহিছিল। সি চাকিটো নুমাই দিছিল। চিতা আহি সোমাইছিলহি। সি মুখেৰে একো নকৈ আঙুলিৰে ড্ৰাইভাৰৰ কোঠাটোৰ ফালে দেখুৱাই কথা নক'বলৈ ইংগিত দিছিল। দুৱাৰখন বন্ধ কৰি দিছিল। ইমান মিহি শাৰী পিন্ধি আহিছিল চিতাই—মেমচাহাবৰ সমান দীঘলকৈ—ভৰিৰ সৰু-গাঁঠিত পৰাকৈ। আন্ধাৰত বগা শাৰীখনেৰে তাইকো বগা যেন লাগিছিল। মেঘুৱে তাইক সাৱটি ধৰিছিল।… অতি সাংঘাতিক ছোৱালী। মেঘুৱে লাজ কৰিছিল যদিও, তাই সেইদিনা ৰাতিয়েই…… ..। তাৰ পাচতে লৰালৰিকৈ কোনো শব্দ নকৰাকৈ তাই যাবলৈ ওলাইছিল। সি কিছুদূৰ আগুৱাই দিবলৈ ওলোৱা দেখি তাই হাতেৰে বাধা দি নিজে বাহিৰ ওলাই দুৱাৰখন বন্ধ কৰি দিছিল। খন্তেক পিচতে সি দুৱাৰ খুলি দেখিছিল, তাই বহুত দূৰ গৈছে—আন্ধাৰত বগা শাৰীখন গৈ আছে। কিন্তু কোনফালে গৈছে?…সেইফালে গ'লে যে বঙলাৰ খট্খটী পাবগৈ। সি নিজেই ওলাই গৈছিল—তাই বাট ভুল কৰা বুলি। গৈ কিন্তু তাইক আৰু নেদেখিলে। ঘূৰি আহি গোটেই ৰাতি চিতাৰ চিন্তা কৰি শেষ কৰি দিলে। পুৱা লৰালৰিকৈ চাহাব-মেমক বেড টি দি সি কাপোৰ পিন্ধিবলৈ আহিল—এবাৰ চিতাৰ ঘৰৰপৰা আহিবলৈ। কিন্তু, চাহাবে ভৰি মালিচ কৰিবলৈ মভাত যি যাবলৈ সময় নাপালে। ৯ মান বজাত আহৰি পাই আহি দেখে, তিনি বছৰীয়া মৃণালে তাৰ কোঠাত বৰ লণ্ড-ভণ্ড কৰি আছিল। খবৰ কৰি সি আয়াক মাতি মৃণালক পঠিয়াই দিছিল। বস্তবোৰ সামৰিব

খুজি দেখিছিল—মৃণালে পুতলা, জোতা, আনকি মেমচাহাবৰ চুলিৰ ফিতা-কাঁটা আদিও তাত পেলাই থৈ গৈছে। সেইবোৰ সি বঙলাত থৈ আহিছিলগৈ। বিচনাখন ঠিক কৰিব খুজি দেখে, এপাত কাণৰ ফুল। ৰাতি পৰি যোৱা চিতাৰ ফুল—ইমান ধুনীয়া! এটা চুমা খাইছিল সি ফুলপাটক। তাৰ পাচত সি ফুলপাট হাতত লৈ চিতাহঁতৰ ঘৰ পাইছিলগৈ। চিতাৰ বাপেক-মাক কামলৈ গৈছিল। তায়ে আহি তাক বহিবলৈ দিছিল। কিন্তু, হঠাতে তাই কেনেকুৱা গহীন হৈ গৈছিল। সি ফুলপাট উলিয়াই দিছিল। তাই সুধিছিল—ইমান দামী ফুল ক'ত পালি বুলি। সি ৰাতিৰ লাজ লগা কথাখিনি বাদ দি তাইক সুধিছিল—মেমচাহাবৰ লগত আগদিনা তাই কি বজাৰ কৰিলে। তাই দুখ কৰি কৈছিল, মেমচাহাবে তাইক ভুলতে বজাৰতে এৰি থৈ আহিছিল বুলি। অকলে পাঁচ মাইল বাট আহিবলৈ ভয় লাগি তাই লাইনৰে এটাৰ আগত বাপেকক মাতি পঠিয়াই বজাৰৰ ওচৰতে থকা তাইৰ মাহীয়েকৰ ঘৰত বহি আছিল। বাপেক গৈ তাইক আনোতে ৰাতি দহ বাজি গ'ল। সেই কাৰণেই ৰাতি তাই মেঘুৰ ওচৰলৈ যাব নোৱাৰিলে।··মেঘুয়ে সপোন দেখা মানুহৰ দৰে কিছুপৰ তাত বহি থাকি গুচি আহিছিল। তাৰ মূৰত এটা নতুন বুদ্ধি খেলাইছিল। সি আহি আয়াজনীক ফুলপাট দেখুৱাই সুধিছিল, কাৰ হ'ব পাৰে। আয়াই কৈছিল, মেমচাহাবে ফুল হেৰুৱাই গোটেইখন বিচাৰি ফুৰিছে আৰু সেইপাটেই মেমচাহাবৰ। তাই দৌৰ মাৰি মেমচাহাবক দিবলৈ গৈছিল। মেঘু গৰু নাছিল। আগদিনা মেমচাহাবে সি চিতাৰ লগত কথা পতা শুনি থকা, চিতাক বজাৰত এৰি থৈ অহা, তাৰ কোঠাত সি ফুচ্‌ফুচাই কোৱা বহুত কথাৰ উত্তৰতো তাই একো নোকোৱা, ওলাই যাওঁতে তাক যাবলৈ নিদি অকলৈ গৈ তাই বঙলালৈ উঠা খট্‌খটীৰ ওচৰত নেদেখা হোৱা, পুৱা নিজৰ কোঠাত মেমচাহাবৰ চুলিৰ ফিতা-কাঁটা আদি পোৱা আৰু এই মেমচাহাবৰ ফুলপাট—সকলো একেলগ কৰি সি বুজিছিল, ৰাতি তাৰ ওচৰলৈ অহাজনী চিতা নহয়। আৰু সেইজনী কোন সি জানিও মুখ ফুটাই উচ্চাৰণ কৰিব নোৱাৰিছিল। লগে লগে তাৰ মনত পৰিছিল, চিতাজনীয়ে ৰাতি আহোঁতে মেমচাহাবৰ দৰে শাৰী পিন্ধি অহাৰ কথা, চিতাৰ গাটো খুব কোমল কোমল লগাৰ কথা—মেমচাহাবক প্ৰায়ে মালিচ কৰি দিওঁতে যিমান কোমল লাগিছিল, সিমান কোমল। আৰু, চিতাৰ নাকৰ ফুলটো যে তাৰ এবাৰো হাতত লগা নাছিল। সেই আন্ধাৰতো চিতাজনীক মেমচাহাবৰ সমান বগা বগা যেন দেখিছিল সি। আৰু, চিতা অহা কথা আছিল গোটেই ৰাতি থাকিবলৈ! বহুত কথা ভাবি সি বুজিব পাৰিছিল, জীৱনত প্ৰথম একেখন বিচনাতে আন্ধাৰত পোৱা মানুহজনী কোন হ'ব পাৰে, সেই কথা ভাবি চাবলৈ তাৰ জ্ঞান নাছিল। সেই নিশা অন্ধকাৰত অহা মানুহজনীৰ হাতত সি একপ্ৰকাৰ আত্ম-সমৰ্পণ কৰিছিল। কলিকতাত মেমচাহাবৰ চিকিৎসাৰ বিষয়েও সি কোনো দিন কাকো ক'ব পৰা নাছিল। সেইদিনাও নক'লে। লাজ, খং আৰু ঘিণত সি চিতাৰ মায়াও ত্যাগ কৰিছিল। আৰু, কাকো নোকোৱাকৈ সোণাবালি চাহ-বাগিচা চিৰদিনৰ কাৰণে এৰি আহিছিল—ভয়ত, সন্দেহত, বিতৃষ্ণাত।

মিচেচ্ বৰাৰ মনত পৰি গ'ল, প্ৰথম যিদিনা তেওঁ বীৰেনৰ ভনীয়েক মীৰাৰ লগত ক্লাবলৈ গৈছিল—ডাঙৰ ডাঙৰ মানুহৰ, বহুত চাহাব-মেম থকা ক্লাবটোলৈ। অবাক হৈ তেওঁ চাৰিওফালে চাইছিল। ইয়াত মতা মানুহ দেখি মাইকী মানুহে লাজ নকৰে, ভৰি দিলেই দলিচাখন সোপোকা হৈ সোমাই যায়, কোনেও কালৈকো লক্ষ্য নকৰে, সকলোৱে ইংৰাজীতে কথা কয়। তেতিয়া তেওঁ দশমমানৰ ছাত্ৰী। কিন্তু, ইমান থৰকৈ ইংৰাজীত কথা পতা মীৰাজনীৰ কথাবোৰ তেওঁ বুজিব পৰা নাছিল। সেইদিনা মিচেচ্ বৰাৰ খুব ভাল লাগিছিল। কেৰাণীৰ জীয়েক হোৱাতকৈ ডাইৰেক্টৰৰ জীয়েক হোৱা কিমান সুখৰ ভাবিছিল। ক্লাবটো, ক্লাবৰ জীৱনটো এনেয়ে নহ'লেও বিয়াৰ পিচত পাবলৈ মিচেচ্ বৰাই মনে মনে সংকল্প কৰিছিল। হয়তো সেই কাৰণেই সেইদিনাই প্ৰথম বিয়া কৰোৱাৰ কথা ভাবিছিল,—বীৰেনকে বিয়া কৰোৱাৰ কথা ভাবিছিল। লগে লগে ভাবিছিল, ডাইৰেক্টৰৰ পুতেকলৈ কেৰাণীৰ জীয়েকক সামাজিকভাৱে বিয়া দিয়া অসম্ভৱ। সেই কাৰণে হয় বাপেকে কিবা ভাগ্যৰ গুণত ডাইৰেক্টৰৰ পদবী পাব লাগিব, নহ'লে বীৰেনে তেওঁক ভাল পাই জোৰকৈ বিয়া কৰাব লাগিব। বীৰেনৰ লগত পলাই গৈ নাটকীয়ভাৱে গোটেই অসমতে চাঞ্চল্যৰ সৃষ্টি কৰাৰ সপোন এটাৰ ৰামধেনুৱে সেইদিনা তেওঁৰ মনটো জুৰি পেলাইছিল। তাৰ পিচত—ক্লাব, চোকা, আৰ্ডালি, গাড়ী, স্পেনিয়েল, শাৰী,……আৰু কত কি ভাবিছিল তেওঁ। চাওঁতে চাওঁতেই বীৰেনৰ বিয়া হৈ গৈছিল। সেই সময়ত তেওঁ বীৰেনৰ কাৰণে বেজাৰ কৰিবলৈ শিকা নাছিল, বৰঞ্চ ভাল পাইছিল বীৰেনৰ বিয়াত ৰং-ধেমালি কৰি।

তাৰ এবছৰমান পিচতে তেওঁ যুন্তুক-ঘানাককৈ শুনিছিল নিজৰ বিয়াৰ কথা—হেমন্ত বৰাৰ লগত। বৰাক তেওঁ আগেয়েও দেখিছিল—বি-এ পাছ কৰি আহি বৰাই প্ৰথম চাপ্ৰাই চুপাৰিনটেণ্ডেণ্টৰ চাকৰি পোৱাৰ কাৰণে খুউৰা মিঠায়ো খাইছিল দহ মাহমানৰ আগতে। তেওঁৰ বয়স তেতিয়া ১৬ বছৰমান হ'ব। উস্, কি যে বয়স সেইটো! দেহাটো ইমান গধুৰ যেন লাগে। কাৰোবাৰ গাত সদায় ওলমি থকাৰ ইচ্ছা হয়। কিতাপে-কাগজে দেখা ধুনীয়া ডেকাৰ ছবিয়েও যেন বুকুত চেপি ধৰি উশাহ ল'ব নোৱাৰা কৰি দিয়ে। তেওঁ মনে মনে বৰাকেই ভাল পাই পেলাইছিল—প্ৰেমত নপৰাকৈ যেন বিয়া কৰাব নোৱাৰি।

মিচেচ্ বৰাই এদিন বুজিলে যে বিশেষ কোনো ৰূপ বা গুণৰ দ্বাৰা আকৰ্ষিত হৈ তেওঁ মিস্টাৰ বৰাক প্ৰথম ভাল পোৱা নাছিল, ভাল পাবৰ কাৰণে অধৈৰ্য হৈ পৰা নিজৰ মনটোক সন্তুষ্ট কৰিবৰ কাৰণেই, হাতৰ মুঠিৰ মাজত নিজৰ কৰি পাব পৰা প্ৰথম মানুহজন হিচাপেই,—তেওঁ মিস্টাৰ বৰাক ভাল পাই পেলাইছিল। কিন্তু, এই কথা তেওঁ বুজি পালে বহুত পলমকৈ—তেওঁৰ বৈবাহিক জীৱনৰ তৃতীয় বছৰৰ কোনোবা এটা গতানুগতিক দিনত হে। সেইদিন মিস্টাৰ বৰাৰ প্ৰতীক্ষাত তেওঁ অভ্যাসবশতঃ ঘৰৰ আগফালে বৈ আছিল। বৰা বাতি ঘৰলৈ ঘূৰি আহোঁতে বহুত পলম হৈছিল। মিচেচ্ বৰাৰ বুকুখন চিৰিংকৈ উঠিছিল—জীৱনৰ উপচি পৰা বয়স তিনিটা এনেয়ে যোৱা যেন লাগিছিল। বিয়াৰ আগৰ সপোনবোৰ সেইদিনা মনত

পৰিছিল। সেইবোৰ সপোন দিঠকত পৰিণত হোৱা দূৰৰ কথা—সপোনবোৰকে তেওঁ মনত সজাব নোৱাৰিছিল। প্ৰেমত পৰাৰ প্ৰয়োজনত তেওঁ ৰবাৰ প্ৰেমত পৰিছিল, আৰু এতিয়া প্ৰয়োজন হ'লেও ৰবাৰ লগত প্ৰেমিকাৰ উন্মাদনা লৈ অভিনয়ো কৰিব নোৱাৰা হৈছিল। বুকুখন কিবা বৰ বিঙা বিঙা লাগিছিল। আশ্ৰয় বিচাৰি তেওঁ ৰাধা-কৃষ্ণৰ ফটোখনৰ আগত কৰযোৰে কিবা এটা মিনতি কৰিছিল।

দিনবোৰ বাগৰিছিল গতানুগতিকভাৱে। মন আৰু শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি মিচেচ্ ৰবাই গিৰিয়েকক 'ঘৰত-মন-বহা' কৰিব খুজিছিল। নিজৰ সকলো আকৰ্ষণী শক্তি কামত লগাইছিল। সকলোকে বিফল কৰি গিৰিয়েক ফাইল আৰু কটিকাৰ সংগ সুখত একেদৰেই থাকি গৈছিল।

সেইদিনা—বিয়াৰ তিনি বছৰৰ পিচত—এটা সন্তানৰ মাক হোৱাৰ পিচত—মিচেচ্ ৰবাই বৈবাহিক জীৱনৰ হিচাপ কৰিছিল। পোৱা-নোপোৱাৰ হিচাপ কৰিছিল। তেওঁ যে মিস্টাৰ ৰবাৰ কাৰণে বাটলৈ চাই বৈ আছিল, তাক পাহৰি গৈছিল। সেই হিচাপত পোৱাৰ ঘৰত তেওঁ পাইছিল—চৰকাৰী ওখ খাপৰ বিষয়াৰ ঘৈণীয়েক হিচাপে বিভাগীয় চকীদাৰ-চাপ্ৰাচী আৰু আন আন সম-পৰ্যায়ৰ বিষয়াৰপৰা লাভ কৰা মৌখিক মান-সন্মান, এটি সন্তান আৰু আন কেবাটিৰো অজানিত সম্ভাৱনা, মিস্টাৰ ৰবাৰ ক্ৰমবৰ্ধমান অমনোযোগ আৰু আনক বুজাব নোৱাৰা এবিধ অৱজ্ঞা, পৰিবৰ্তনৰ সম্ভাৱনা নথকা ভৱিষ্যতৰ ছবি ·····ইত্যাদি। বাকীৰ ঘৰত আছিল—সুখ, শান্তি, তৃপ্তি আৰু কত কি? এইবোৰ ভাবি ভাবি সেইদিনা তেওঁ ক'ৰ নোৱাৰাকৈ টোপনি গৈছিল। দুৱাৰ খোলাৰ শব্দত চকু মেলি দেখিছিল, দুৱাৰ বাগিত থিয় হ'ব নোৱাৰা 'ৰবা'ক। ভাত-পানী নোখোৱাকৈ, কোনো কথা নোকোৱাকৈ কাপোৰে-কানিয়ে, জোতাই-মোজাই শুই পৰিছিল ৰবা। এই ঘটনা গতানুগতিক ধৰণৰ। নতুনৰ তাত নাছিল। কিন্তু, মিচেচ্ ৰবাৰ সেইদিনা অসহ্য লাগিছিল। অতি অকলশৰীয়া যেন লাগিছিল। ৰবাৰ টোপনি ভাঙিবলৈ চেষ্টা কৰিছিল। ৰবাৰ লৈতে বহুত কথাৰ মীমাংসা কৰিব খুজিছিল। কিন্তু, নাকৰ শব্দৰ সামান্য পৰিৱৰ্তন হোৱাৰ বাহিৰে ৰবাৰ কোনো সাৰ-সিকতি তেওঁ নাপাইছিল। মিচেচ্ ৰবাৰো আৰু ভাত খোৱা নহৈছিল। ৰাতি-তেওঁৰ চকু-পানীবোৰ ৰবাৰ বুকুৰ নোমৰ মাজেদি ব্যৰ্থভাৱে বৈ গৈছিল—কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰাকৈ।

এই দৰেই ৰাতি আৰু দিনৰ লুকা-ভাকু খেলাৰ মাজেদি মিচেচ্ ৰবাৰ দিনবোৰ গৈ আছিল। "দিন" মানে 'কেঁকো-জেঁকোকৈ কঢ়িয়াই নিয়া বোজা'। পৃথিৱীখন জেবেঙা পথাৰ যেন লাগিছিল।

নিজৰ সকলো ৰূপ-যৌৱনেৰে, আনকি গোটেই জীৱনটোৰেও, মিস্টাৰ ৰবাক ঘৰমুৱা কৰিব নোৱাৰি লাহে লাহে মিচেচ্ ৰবাৰ অন্তৰত প্ৰতিশোধৰ ভাবে শক্তি সঞ্চয় কৰিবলৈ ধৰিছিল। সেই প্ৰতিশোধ চৰিতাৰ্থ কৰিবলৈ গৈয়েই কিছুদিনৰ ভিতৰতে মিচেচ্ ৰবা হৈ পৰিছিল ক্লাবৰ নিয়মীয়া সভ্যা, ঘৰৰ কাম-কাজৰ কাৰণে সময় নোপোৱা আধুনিকা, নিজে আদৰ-সাদৰ কৰি নষ্ট নকৰি 'আয়া'ৰ শাসনত সন্তানক গঢ় ল'বলৈ দিয়া ৰজৰ অনুগামিনী আৰু 'এড্‌মায়াৰাৰ' পৰিবেষ্টিতা 'বিউটি'।

পাৰ্টিলৈ যোৱা আৰু পাৰ্টি দিয়া, চিনেমাৰ আলোচনা আদি হৈ পৰিছিল দৈনন্দিন প্ৰধান কৰ্তব্য। মিস্টাৰ বৰাৰ কাৰণে চাহ-জলপান গোটাই, ভাত গৰমকৈ ৰাখি বৈ থকাৰ নিচিনা কামবোৰৰ অৱসান হৈছিল। ৰাজনীতি চৰ্চাৰ নামত ৰাজনৈতিক নেতাৰ ব্যক্তিগত চৰিত্ৰ-চৰ্চাত বৰাৰ লগত যোগ দিয়া হৈছিল। বিয়াৰ আগতে ডাইৰেক্টৰৰ পুতেক বীৰেনৰ লগত ক্লাবলৈ প্ৰথম দিনা যাওঁতে যিবোৰ ভৱিষ্যৎ কল্পনা কৰিছিল, বৰাৰ লগত বিয়া হোৱাৰ পিচত বৰাক 'মানুহ' কৰাৰ চেষ্টা কৰোঁতে যিবোৰ কল্পনা পাহৰাৰ উপক্ৰম হৈছিল—সেইবোৰেই সেইদিনা মিচেচ্ বৰাৰ জীৱনত বাস্তৱ হৈ দেখা দিছিল। বিয়াৰ আগৰ জীৱনৰ অন্ততঃ এটা সপোন দিঠক হোৱাৰ আনন্দত তেওঁ আত্মহাৰা হৈছিল। ধৰ্মান্তৰ গ্ৰহণ কৰি ত্যাগ কৰা ধৰ্মটোক ঘিণ কৰাৰ দৰে তেৱোঁ ইয়াৰ আগতে কটোৱা জীৱনটোক ঘিণ কৰিবলৈ ধৰিছিল। প্ৰতিশোধৰ ভাবে অনা মানসিক বিকৃতিয়েই তেওঁৰ প্ৰকৃতিত পৰিণত হৈছিল—অশান্তিকেই শান্তি বুলি সাৱটি লৈছিল। 'ক্লাবৰ একমাত্ৰ আকৰ্ষণ' বুলি বিদিনা এজন ক্লাবৱালাই তেওঁক তোষামোদ কৰিছিল, সেইদিনা মিচেচ্ বৰাৰ সকতে ভূগোলত পঢ়া পৃথিৱীৰ মাধ্যাকৰ্ষণ শক্তিৰ কথা মনত পৰিছিল। তেওঁৰ চাৰিওফালে থকা কোনোৱেই যেন তেওঁৰ আকৰ্ষণ উপেক্ষা কৰি আঁতৰি যাব নোৱাৰিব।

বহুতৰ লগতে তেওঁৰ চিনাকি হৈছিল—দেশী-বিদেশী ডেকা-বুঢ়া, মতা-তিৰোতা আদি সকলো মানুহ। তেওঁৰ মনটো ক্লাবৰ ব্ৰিজ-ৰুমত পৰা কাৰ্পেটখনৰ নিচিনা হৈ পৰিছিল—প্ৰতি নৱাগতৰ পৰশত সোপোকা হৈ সোমাই যায়, কিন্তু পৰিচয় বা সম্বন্ধৰ পদ-চিহ্ন চিৰস্থায়ীকৈ নাৰাখে; আকৌ আগৰ দৰে নিমজ সমান হৈ পৰে। দুই-এজন পুৰুষৰ লগত সম্বন্ধ কেতিয়াবা গাঢ় হৈ পৰিছিল। সেই আটাইকেইজনেই আছিল অনা-অসমীয়া, বিদেশী। বিদেশীৰ বিষয়ে জনাৰ ইচ্ছা আৰু বিদেশীক অসমীয়া ছোৱালী কিমান 'ফৰ্‌ৱাৰ্ড' বুজাবলৈ যাওঁতেই মিচেচ্ বৰা এইবোৰ পাকত পৰিছিল। দুই-এজনৰ লগত সম্বন্ধ ইমান গাঢ় হৈছিল যে বিবাহিত স্বামী আৰু বন্ধুৰ মাজত থকা পাৰ্থক্যৰ সীমা-ৰেখা উদ্ধাৰ কৰোঁতে তেওঁ কষ্ট কৰিবলগীয়া হৈছিল—কেতিয়াবা হয়তো নজনাকৈ চেৰাই যোৱা সীমালৈ লাজে-ভয়ে উভতি আহিবলগীয়া হৈছিল।

বয়সক বাধা দিব নোৱাৰি, কিন্তু লুকুৱাব পাৰি। ক্ৰীম-পাউডাৰ আৰু সাজ-পাৰেৰে মিচেচ্ বৰায়ো বয়স লুকুৱাইছিল। লুলুকায়ো উপায় নাছিল। কাৰণ, বয়স বাঢ়িলেও তেওঁৰ মনৰ মানুহজনী গাভৰু হৈ আছিল—তৃপ্তিৰ আশা সেউজীয়া হৈ বৈছিল—যাব খোজা যৌৱনটোক বেছি ভালকৈ উপভোগ কৰি লোৱাৰ বাসনা বৃদ্ধি পাইছিল। যৌৱনৰ লগতে যেন জীৱনৰো শেষ। কেতিয়াবা সন্দেহ হৈছিল, অৱসাদ আহি পৰিছে বুলি। সন্দেহ অমূলক নাছিল। সেই কাৰণেই তেওঁ ভয় খাইছিল। নিজক, নিজৰ ৰূপক চিৰস্থায়ী কৰাৰ কাৰণে প্ৰাণপণে চেষ্টা কৰিছিল—শিল্পীসুলভ আন্তৰিকতাৰে।

ঠিক সেই সময়তে তেওঁ অভয়ক দেখিছিল। যেন মানুহ নহয় এটা অফুৰন্ত প্ৰাণ-শক্তিৰ আধাৰ হে। আনক প্ৰাণৱন্ত কৰাৰ কাৰণে বিলাবলৈও যেন তাৰ প্ৰাণ-শক্তি

আছে। কিন্তু সি যে সাধাৰণ খবৰ-কাগজৰ ৰিপোৰ্টাৰ! মনটোৱে বাধা দিছিল। কিন্তু, যিদিনা তেওঁ জানিছিল যে কেৱাজনীও অভিজাত পৰিয়ালৰ 'মনীৰ পুতলা' তাৰ কাৰণে বলিয়া, সেইদিনা তেওঁ অভয়ৰ সামাজিক ষ্টেণ্ডাৰ্ডৰ কথা পাহৰি পেলাইছিল। নিজে বুঢ়ী হৈ যোৱা নাই বুলি প্ৰমাণ কৰিবৰ কাৰণেই সেই গাভৰুহঁতৰ লগত প্ৰতিযোগিতাত যোগ দিবৰ কাৰণে নিজে নজনাকৈয়ে সাজু হৈছিল।

অভয়ৰ সৈতে চিনাকি হ'ল। প্ৰথমতে তাক বেয়া লাগিছিল! তাৰ পিচত সিমান বেয়া লগা নাছিল। তাৰ পিচত ভালেই যেন লাগিছিল। কিন্তু, যিদিনা তাক ভাল লাগিছিল, সেইদিনা তালৈ ভয়ো লাগিছিল। অতি ভয় লগাকৈ ভয় লাগিছিল। কিন্তু, ই যেন কিবা আচৰিত ধৰণৰ ভয়! এই বুজিব নোৱাৰা অকাৰণ 'ভয়'টোলৈ অভয়তকৈও বেছি ভয় লাগিছিল। সেইবিধ 'ভয়'ৰ সীমাৰ লগত ভাল পোৱাৰ সীমা চিনিব নোৱাৰাকৈ মিলি থাকে। জীৱনত আগেয়েও এবাৰ তেনেকুৱা ভয় লাগিছিল বুলি মিচেচ্ বৰাৰ মনত পৰিছিল। তেওঁৰ মনত পৰি গৈছিল, বিয়াৰ দিনা ৰাতি নতুন আচ্‌বাব-পত্ৰেৰে সজোৱা কোঠালিটোত সোমাই তেওঁৰ ঠিক একেটা ভয়েই লাগিছিল। এই কথা মনত পৰি তেওঁৰ আৰু বেছি ভয় লাগিছিল। তেওঁৰ দৌৰি পলাবৰ মন গৈছিল। কিন্তু, এনেতে মনৰ ভিতৰৰপৰা কোনোবাই তেওঁক কৈছিল—'অভয়ে তোক পাচে পাচে খেদি নগ'লে তই সেইদৰে পলাই গৈ সুখ পাবি জানো'। ভয়ত মিচেচ্ বৰা জিকাৰ খাই উঠিছিল। সৰুৰেপৰা শিকি অহা অভ্যাসৰ কাৰণেই ব্লাউজটো দাঙি বুকুত থুৱাই দিছিল।

বহুত দিন তেওঁ ভাবি চাইছিল, কিয় অভয়ক এইদৰে ভয় কৰে। তেওঁ জানো বৰাক এৰি অভয়ৰ লগত গুচি যাব পাৰিব? সামাজিক প্ৰথামতে বিয়া কৰোৱা গিৰিয়েক বৰা, ভাল হওক, বেয়া হওক গিৰিয়েক। আনকি, আন কাৰোবাৰ লগত প্ৰেম কৰিবলগীয়া হ'লেও তেওঁ বৰাৰ সৈতে সকলো সম্পৰ্ক শূন্য কৰি প্ৰেমত পৰিব নোৱাৰে— বৰাক গিৰিয়েক ৰূপে মানি লৈ তাৰ পিচত হে লুকাই-চুৰকৈ প্ৰেম কৰিব পাৰে। আৰু, ইমান দিনে এজন মানুহৰ সুখ-দুখৰ ভাগী হৈ একেলগে থকাৰ মাজেদিও এটা সম্বন্ধ গঢ়ি উঠিছে, মোহ জাগিছে—যি মোহৰ কাৰণেই বেয়া হ'লেও বহুত দিন থকা পুৰণি ভাড়া-ঘৰ এৰি নতুন ভাল এটালৈও যাবৰ মন নাযায়। আৰু, একমাত্ৰ সন্তান ৰণী, সি যে তেওঁৰ বৰাৰ লগত নিজক পাহৰি কটোৱা কেইটামান মুহূৰ্তৰ কেঁচা চিন…তাক তেওঁ কেনেকৈ এৰি যাব? সেইদিনা মিচেচ্ বৰাই প্ৰথম অনুভৱ কৰিছিল, বৰাক তেওঁ বহুত কথাতে বেয়া পালেও মূঠতে ভাল পাবলৈ বাধ্য আৰু নিজে বহুত বিষয়ত বৰাক বেয়া বুলি মত প্ৰকাশ কৰিলেও আনে বেয়া বোলা তেওঁ সহ্য কৰিব নোৱাৰিব।

ইমানবোৰ যুক্তি-যুক্তিও অভয়ৰ নামটো কিন্তু মিচেচ্ বৰাৰ হিয়াৰ ভিতৰত তেজৰ দৰে নিয়মতে চলাচল কৰি আছিল। তেওঁ গম পাইছিল, কিন্তু বন্ধ কৰিব নোৱাৰিছিল। মিচেচ্ বৰাই গম পাইছিল,—তেওঁৰ মনটোৱে অভয়ক যেনেকৈ আপোন কৰিব খুজিছিল, তেনেকৈ আপোন কৰিবলৈ তেওঁৰ হিয়াত ঠাই নাছিল। সেইবিধ আপোনৰ কাৰণে থকা সকলো ঠাই বৰাই অধিকাৰ কৰি আছিল। কিন্তু, অভয়ৰ সৈতে চিনাকি হোৱাৰ দিনৰপৰাই তেওঁৰ মনটোৱে অভাৱ কাৰণে হিয়াক

মাজত ঠাই উলিওৱাৰ চেষ্টা কৰি থকাও তেওঁ অনুভৱ কৰিছিল। প্ৰথম যিদিনা তেওঁ জানিব পাৰিলে যে তেওঁৰ হিয়াত অভয়ৰ কাৰণে যথেষ্ট ঠাই আছে, সেইদিনা তেওঁ অতি আচৰিত হৈছিল—নিজে হঠাতে এখন সাম্ৰাজ্যৰ সম্ৰাজ্ঞী হোৱা হ'লে যিমান আচৰিত হ'লেহেঁতেন, তাতকৈও বেছি আচৰিত হৈছিল। মনটোৱে কৰা যোগাৰ-যন্ত্ৰ তেওঁ মনে মনে লক্ষ্য কৰিছিল। তেওঁ দেখিছিল—ৰবা নিজৰ ঠাইতে আছে। স্বামী হিচাপে তেওঁ পাবলগীয়া সকলোখিনি একেদৰেই পাই থাকিব। মাত্ৰ এটুকুৰা ঠাই অলাগতিয়ালভাৱে খালী পৰি আছে—যিটুকুৰা ঠাইত বিয়াৰ আগতে ভাল পাওঁতে ৰবাক বহুৱাইছিল। তাতে এতিয়া থাকিব অভয়। ঘৰ-সংসাৰ, ৰণী, আনকি মিচেচ্ ৰবা নিজেও মিস্টাৰ ৰবাৰ হৈয়ে থাকিব। কিন্তু, কোনেও নেদেখা সেই এনেয়ে পৰি থকা হিয়াৰ মাজৰ ঠাইকণত থাকিব 'অভয়'।

সেইদিনা তেওঁ খুব ধুনীয়াকৈ ভাবিছিল অভয়ৰ কথা। দন্দ-খৰিয়াল নকৰিবৰ কাৰণে সক ল'ৰা-ছোৱালীক দিয়াৰ দৰে নিজৰ মৰমখিনি মনে মনে ভাগ কৰি দিছিল ৰবা আৰু অভয়ৰ মাজত। ভাগ তেওঁ এইদৰে কৰিছিল :—ৰবা গিৰিয়েক—অভয় 'কেঁচা-সোণ'। যেতিয়াই বিচাৰে তেতিয়াই তেওঁ ৰবাৰ কাষত—কিন্তু, নিবিচৰা সময়খিনি অভয়ত বুকুত। ৰবাৰ গাত হাত দি তেওঁ শুই থাকিব—অভয়ক মনে মনে মনত ৰাখিব। ৰবাৰ লগতে তেওঁ সংসাৰ কৰিব—অভয়ৰ লগত পলাই যোৱাৰ কল্পনা কৰিব। ৰবাৰ লগত বাহিৰত ফুৰিবলৈ যাব—অভয়ৰ লগত ঘৰৰ ভিতৰতে ৰবাই ধৰিব নোৱাৰাকৈ চকুৰে কথা পাতিব। কিবা কথাত খং উঠিলে ৰবাক তেওঁ যুক্তিৰে বুজাব—অভয়ক বুকুত সুমাই মৰম কৰি 'খং কৰিব নাপায় নহয় সোণটো' বুলি ক'ব। সন্তানৰ বাপেক হ'ব ৰবা—কিন্তু দেখাত অভয়ৰ নিচিনা হ'বলৈ ভগৱানক খাটিব…।

এইবোৰ ভাবি ভাবি তেওঁ সেইদিনা নিজৰ ওপৰতে বিশ্বাস হেৰুৱাই পেলাইছিল। ৰাতিপুৱা উঠি তেওঁ ৰবাক কৈছিল—"কিয় জানো, মোৰ আজিকালি খুব ভয় ভয় লাগে।" সপোন ৰাজ্যৰপৰাই বাস্তৱলৈ চকু ঘূৰাই তেওঁ দেখিছিল—অভয়ৰ লগতে আছে কলংক, অশান্তি, বদনাম আৰু কত কি ?

কেইদিনমানৰ ভিতৰতে তেওঁ অতি কঠোৰ হৈ পৰিছিল। অভয়ৰ বিপক্ষে সঁচা-মিছা বহুত কথা তাৰ খবৰ-কাগজৰ সম্পাদকলৈ লিখিছিল। তাক খিলঞ্জৰপৰা আঁতৰাই নিনিলে কাগজৰ বদনাম হ'ব বুলিও লিখিছিল। অভয়ৰ বহুত দোষৰ বিষয়ে মন্ত্ৰী আৰু ওখ খাপৰ বিষয়াসকলকো কৈছিল—যাতে সকলোৱে চেষ্টা কৰি অভয়ক খিলঞ্জৰপৰা বেগেতে পঠিয়াই দিয়ে। অভয় আঁতৰি গ'লেই যেন তেওঁৰ সকলো ভয় দূৰ হ'ব—অভয়ক পাহৰি যাব পাৰিব। গিৰিয়েককো তেওঁ আদেশৰ সুৰত কৈছিল, অভয়ক যাতে ঘৰলৈ অনা বন্ধ কৰে। বেচ গহীনভাৱেই তেওঁ কৈছিল, "ৰিপোৰ্টাৰক তোষামোদ কৰি কিবা নিউজ বা নিজৰ নাম যদি ছপা কৰিব খোজা, তেন্তে অফিচতে কৰিবা। ঘৰলৈ অনাৰ কোনো দৰকাৰ নাই। সেইপাটক মোৰ দেখিবৰ মন নাযায়।" ৰবাই হাঁহি হাঁহি উত্তৰ দিছিল—"কেনেকৈ জানিবা, সি কিজানি তোমাৰ কাৰণেই আহে।" মিচেচ্ ৰবাৰ বুকুখন কঁপি উঠিছিল। মুখৰ

বস্তা পৰি গৈছিল—ৰবাই অভয় তেওঁৰ কাৰণে অহা বুলি কোৱাৰ কাৰণে নহয়, ৰবাৰ লগত কথা পাতি থাকোঁতেই মনটোৱে অভয়ক বিচাৰি হাত দুখন মেলি দিয়াৰ কাৰণে। "ছিঃ—কেনেবাকৈ যদি ধৰা পৰি যাওঁ"—সেইদিনা তেওঁ ভাবিছিল, উপভোগ কৰিছিল।

কিন্তু, কি বিপদ—কাগজৰ সম্পাদকেও কোনো কাণসাৰ নকৰিলে, মন্ত্ৰী-সচিব আদিয়েও অভয়ক পঠিয়াব নোৱাৰিলে, ৰবায়ো কোনো গুৰুত্ব নিদিলে। মিচেচ্ ৰবাৰ খুব খং উঠিছিল। মিস্টাৰ ৰবাক কৈ দিবৰ মন গৈছিল—"চাবা, পিচত কিবা এটা হ'লে মোক দোষ নিদিবা। মনটোক মই বান্ধি ৰাখিব নোৱাৰোঁ।" কিন্তু, এইবোৰ কথা চেপি ৰাখি ৰবাক তেওঁ কৈছিল, "মই কোৱা কথাবোৰত তুমি আজি-কালি একেবাৰে গুৰুত্ব নিদিয়া।"

দুমাহমানৰ ভিতৰতে অভয় তেওঁৰ বহুত ওচৰ চাপি অহা মিচেচ্ ৰবাই গম পাইছিল। কিন্তু,কোনো উপায় নাছিল নিজক আঁতৰাই ৰখাৰ। যিমানেই আঁতৰি থোৱাৰ চেষ্টা কৰিছিল, সিমানে ওচৰ চাপি হে গৈছিল। যিমানে বেয়া পাবৰ চেষ্টা কৰিছিল, সিমানে ভাল পাই আহিছিল। ই যেন ব্ৰহ্মপুত্ৰৰ পলসত পৰাৰ নিচিনা কথা। তেওঁ ভাবি চালে—প্ৰথমে অভয় আহিছিল, চাকৰে চাহ দিছিল। তাৰ পিচত নিজে দিছিল। তাৰ পিচত গল্প কৰিছিল। তাৰ পিচত শাসনৰ সুৰত চুলিত তেল নঘঁহাৰ কাৰণে 'টান কথা' কৈছিল। তাৰ পিচত কিয় বিয়া কৰোৱা নাই সুধিছিল ···। এইবোৰ সদায় তেওঁ ৰবা আগত থাকোঁতেই কৰিছিল। কাৰণ, সাধাৰণতে সি ৰবা থাকোঁতে হে আহিছিল। দ্বিতীয় কাৰণ হ'ল, ৰবাই জনাকৈ কৰা কামবোৰ দোষণীয় হ'ব নোৱাৰে আৰু সেই সুযোগ লৈ অভয়েও সাহ পাব নোৱাৰে। কিন্তু, ৰবা আগত বহি থাকোঁতেও তেওঁ এনে কিছুমান কাম কৰিছিল, যিবোৰ ৰবাৰ চকুত পৰা নাছিল। যেনে, ওচৰেদি যাওঁতে অভয়ৰ গাত গাটো ঘঁহাই গৈছিল, আকলুৱা দৃষ্টিৰে তালৈ চাইছিল, চাদৰৰ আঁচলটো উৰি গৈ তাৰ মুখত লগাকৈ এৰি দিছিল। লাহে লাহে অভয়ক অকলে লগ পোৱাৰ ইচ্ছা তেওঁৰ প্ৰবল হৈ আহিছিল। আনকি, সেই আশাতে তেওঁ ক্লাবলৈ যোৱা কমাই দিছিল—কিজানি অভয় হঠাতে ওলায়হি। ক্লাবৰ কোনো মানুহকে তেওঁৰ ভাল নলগা হৈছিল। আন কাৰোবাক অকণমান ভাল লাগিলেও যেন অভয়ৰ ভাগৰ মৰম হে নিষ্ঠুৰভাৱে কাঢ়ি আনি দিবহি লাগিব।

নিজৰ মনৰ দুৰ্বলতাৰ কথা তেওঁ ভালকৈ জানিছিল। সেই কাৰণেই তেওঁ কেবাদিনো ৰবাক ক'ব খুজিছিল—"মোক ধৰা, মই পৰিব খুজিছোঁ, তোমাৰপৰা আঁতৰি যাব খুজিছোঁ, নিজক বান্ধি ৰখাৰ শক্তি মোৰ নাই।" কিন্তু, এইবোৰতো আৰু ক'ব পৰা কথা নহয়। এইবোৰ কথাৰ অৰ্থটো বুজাবলৈকে তেওঁ ৰবাক কেবাদিনো কৈছিল—"মোক তুমি আজিকালি মৰম নকৰা হৈছা। এনেকৈ মৰম নকৰা হ'লে মই কিন্তু গুচি যাম।" ৰবাই "পাগলী" বুলি গম্ভীৰভাৱে হাঁহিছিল।

ইয়াৰ পিচৰ এদিনৰ কথা। ড্ৰইং-ৰুমত বহি ৰবা আৰু অভয়ৰ লৈতে তেওঁ ৰাজ্যৰ কত কথা পাতি আছিল। হঠাতে তেওঁ থিয় হওঁতে শাৰীখন ক'ৰবাত লাগি থকাৰ

কাৰণে পৰি যাব খুজিছিল। ওচৰতে থকা অভয়ে থাপ্ মাৰি তেওঁৰ হাতখন ধৰিছিল। তেওঁ উশাহ-নিশাহ বন্ধ হৈ ইমান বত্তা পৰি গৈছিল যে দৌৰি শোৱনি কোঠালৈ গৈ আর্চীত নিজৰ মুখ চায়ো নিজেই লাজ পাইছিল। কপালত বিৰিঙি উঠা ঘামবোৰ আঁচলেৰে মচি দিছিল। কিবা এক অহেতুক আনন্দত অভয় থোৱাৰ পিচতে বৰাক জোৰকৈ ধৰি দীঘলীয়াকৈ চুমা খাই দিছিল।

তাৰ পিছত আজি পোন্ধৰ দিনমান আগৰ ঘটনা। মিচেচ্ বৰাই মূৰ কামুৰিছে বুলি কোৱাৰ পিচতো বৰা অফিচলৈ গুচি গৈছিল। মূৰ যে বেছিকৈ কামুৰিছিল ক'ব নোৱাৰি। কিন্তু মূৰ কামোৰাৰ লগে লগে মূৰত আৰু এটা চিন্তা সোমাইছিল। বৰাৰ তেওঁৰ প্রতি থকা মৰম জুখি চাবৰ মন গৈছিল। তেওঁৰ গা বেয়া লাগোঁতেও বৰা যেতিয়া দৈনন্দিন গতানুগতিক কামলৈ একেদৰেই ওলাই গৈছিল, তেতিয়া তেওঁ মর্মাহত হৈছিল। ভাবিছিল—তেওঁ মৰিলেও বৰাৰ কোনো পৰিৱৰ্তন নহয়। বৰ দুখ লাগি চকুকিটা সেমেকিছিল। ভাত-পানী নোখোৱাকৈ তেওঁ বিচনাতে পৰি আছিল। এনে সময়তে দিনৰ প্ৰায় বাৰমান বজাত—দুৱাৰত কোনোবাই টুকুৰিয়াইছিল। চাকৰটো আহি খবৰ দিছিল, অভয় আহিছে। তেওঁ আচৰিত হৈ গৈছিল। সঁচাকৈ তেওঁ সেই সময়ত অভয়ৰ কথাই ভাবি আছিল। কোনো কথা নভবাকৈ চাকৰটোক তেওঁ আদেশ দিছিল, অভয়ক শোৱনি কোঠালৈকে লৈ আহিবলৈ। ভয় কৰিব নজনা অভয়টো ভয়ে ভয়ে সোমাই আহিছিল। আনৰ শোৱনি কোঠাত সোমোৱা বিষয়ত অনভ্যস্ত অভয়ৰ মুখখনৰ দোষী দোষী ভাবটো অতি আকর্ষণীয়, অতি পৱিত্র যেন লাগিছিল। ইচ্ছা কৰিয়েই অতি ক্ষীণ মাতেৰে মিচেচ্ বৰাই "বহক" বুলি শিতানৰ ফালে বিচনাতে লাগি থকা চকীখনলৈ আঙুলিয়াই দিছিল। অভয় বহিছিল। তেওঁ একো নোসোধাকৈয়ে অপৰাধীৰ দৰেই সি জবানবন্দি দিছিল—"এই ফালেদি যাওঁতে বৰ পিয়াহ লগাত পানী এগিলাচ খাই যাওঁ বুলি সোমালোঁ। বেমাৰী গাত আপোনাকো মিছাকৈ বিৰক্ত কৰিলোঁ।" মিচেচ্ বৰাই তাক চেপি ধৰাৰ সকলো উন্মাদনা সংযত কৰি উত্তৰ দিছিল—"আপুনি আহি বৰ উপকাৰ হে কৰিলে; অকণে অকলে ইমান বেয়া লাগিছিল। বিশেষ কাম নাই যদি অকণমান বহিলে বৰ ভাল পাম।" অপৰাধৰ হাত সাৰি নিশ্চিন্ত হোৱা অপৰাধীৰ দৰে অভয়ে প্ৰাণৰপৰা ওলোৱা তৃপ্তিৰ হাঁহিটো চেপি ধৰি ওঁঠত মিলাই দি উৎসাহেৰে কৈছিল—"আপুনি যাবলৈ আদেশ নকৰালৈকে বহিম।"

তাৰ পিচত কথা পাতিছিল—বহুত কিবা-কিবি কথা পাতিছিল। এনেতে চাকৰটোৱে অভয়ৰ কাৰণে কফি আৰু মিচেচ্ বৰাৰ কাৰণে বার্লি আনিছিল। নিজৰ অসুখ হোৱা বুলি বুজাবৰ কাৰণেই তেওঁ চাকৰটোক বার্লি দিবলৈ কৈছিল। অভয়ে কফি খাই শেষ কৰিলে, কিন্তু তেওঁ তেতিয়ালৈকে বার্লি খাবলৈ আৰম্ভই কৰা নাছিল। এবাৰ তেওঁ অতি কষ্ট পোৱা যেন কৰি মূৰটো দাঙি এসোৱাহ খাই শুই পৰিছিল—ভাগৰ লগা যেন দেখুৱাইছিল। অভয়ে চাই আছিল বুলি তেওঁ জানিছিল। সি "কি হ'ল" বুলি সুধিছিল। তেওঁ কৈছিল, "চামুচেৰে খাওঁ, মূৰটো দাঙিলে পৰি যাওঁ যেন লাগে।" তেওঁ শুই শুই চামুচেৰে খাব খোজোঁতে পৰি গৈছিল বিচনাত। খেকেচা

মাৰি নাখাওঁ বুলি থৈ দিছিল তেওঁ। অভয়ে নিজে চামুচখন হাতত লৈ খুৱাই দিছিল। ভৰা মতেই অভয়ে খুৱাই দিয়া দেখি তেওঁৰ যে কিমান আনন্দ লাগিছিল! অভয়ে তেওঁক খুৱাই দিছে?—তেওঁৰ ভাবিব নোৱাৰাকৈ ভাল লাগিছিল। সাদ-সোৱাদ নথকা বাৰ্লিসোপা তেওঁ পৰম তৃপ্তিৰে খাইছিল। আক খাব যেন লাগিছিল। মাজে মাজে দুই-এবাৰ চামুচখন কামুৰি ধৰিছিল—অভয়ৰ হাতৰ আঙুলিত কামোৰা যেন লাগিছিল। খোৱাৰ শেষত অভয়ক তেওঁ কৈছিল—"আপোনাৰ নিচিনা নাৰ্চ পালে যি কোনো ৰোগী ঔষধ নোখোৱাকৈয়ে ভাল হ'ব। মোৰ যে বাৰ্লিখিনিও অমৃত যেন লাগিছিল।" অভয়ে প্ৰশংসা শুনি লাজ পাইছিল—হাঁহিছিলেও।

খোৱাৰ শেষত তেওঁ গামোচাখন লৈ মূৰত বান্ধিব খুজিছিল—এনেয়েই। কিয় তেনে কৰিছে বুলি অভয়ে সোধোঁতে তেওঁ অতি কষ্ট পোৱা যেন দেখুৱাই মূৰ কামুৰিছে বুলি কৈছিল। অভয়ে নিজে গামোচাখন বান্ধি দিব খুজি ভয়ে ভয়ে সুধিছিল—"মূৰটো পিটিকি দিম নেকি।" এনে অযাচিত দান তেওঁ কল্পনাও কৰা নাছিল ...। উস্, কপালত তাৰ হাতৰ প্ৰথম তপত পৰশটো··সেইটো তেওঁ জীৱনত পাহৰিব নোৱাৰে। কপালত অনুভৱ কৰা হাতৰ পৰশটোৰ কাৰণে গোটেই দেহাটো ব্যাকুল হৈ পৰিছিল। কিন্তু, কি আচৰিত, তাৰ হাতখন কপালৰ সীমাৰপৰা অকণমানো বাহিৰ ওলোৱা নাছিল। কপাল পিটিকি থকাৰ মাজতে তেওঁ অভয়ক "তুমি" বোলাৰ অনুমতি বিচাৰিছিল। অভয়ে কৈছিল, "বাঃ, খুব ভাল কথা।" সি নিজেও তেওঁক তুমি বুলি নাম কাঢ়ি মাতিবলৈ মান্তি হৈছিল। তেওঁ তাক অনুৰোধ কৰিছিল প্ৰথম এবাৰ মাতি চাবলৈ। সি নিসংকোচে কৈছিল, "অণু, ভাল পাইছা নে? পৃথিৱীত তেওঁতকৈ সুখী মানুহ নাই বুলি মিচেচ্ বৰাই সেইদিনা বিশ্বাস কৰিছিল। পৃথিৱীৰ কোনো গানেই সেই শব্দকিটাতকৈ ভাল হ'ব নোৱাৰে বুলি তেওঁ ঠিৰাং কৰিছিল। অভয়ে মূৰ পিটিকি আছিল।

চাকৰটো সোমাই আহিছিল, হাতত 'টিফিন কেৰিয়াৰ'ৰ বাটিত অফিচত বৰাক দি আহিবৰ কাৰণে দুপৰীয়াৰ খোৱা লৈ। তেওঁ চকুৰে ইংগিত দিছিল যাবলৈ। অভয়ে মূৰ পিটিকি আছিল।

"তোমাৰ চাগে আমনি লাগিছে।"—তেওঁ সুধিছিল। অভয়ে কৈছিল—"ইমান সোনকালে আমনি নালাগে।" সি মূৰ পিটিকি আছিল।

গোটেই শৰীৰত তেওঁ এটা তীব্ৰ উন্মাদনা অনুভৱ কৰিছিল। অভয়ে মূৰ পিটিকি আছিল।

বাহিৰত বতাহ। শোৱনি কোঠাৰ একমাত্ৰ দুৱাৰখন বতাহত বাৰে বাৰে সশব্দে মেল খাইছিল আক বন্ধ হৈছিল। অসহ্য লাগি তেওঁ অভয়ক দুৱাৰখন বন্ধ কৰি দিবলৈ কৈছিল। অভয়ে তাকে কৰিছিল। আকৌ অভয়ে মূৰ পিটিকি আছিল।

মিচেচ্ বৰাৰ গোটেই শৰীৰটো উত্তেজনাত কঁপিছিল। কপালত অভয়ৰ হাতৰ কোমল মৰম।

তেওঁৰ সৰ্বাংগ জৰ জৰাই ঘামিছিল। অভয়ে মূৰ পিটিকি আছিল।

তেওঁৰ বুকুখন ৰৰকৈ ধৰফৰাইছিল—উশাহ বন্ধ হৈ যাব যেন লাগিছিল। তেওঁ খুব ধৰকৈ উশাহ লৈছিল। অভয়ে মুৰ পিটিকিয়েই সুধিছিল—"কি হৈছে।"

তেওঁ বুকুত হাত দি সেহাই সেহাই কৈছিল—"বুকুখন খালী খালী লাগিছে।" নিজৰ মুৰত থকা অভয়ৰ হাতখন টানি আনি বুকুৰ মাজত ৰাখি চেপি ধৰিছিল নিজৰ দুইখন হাতেৰে। অভয়ে বুকুৰ ধৰফৰণি নিজ হাতত অনুভৱ কৰি সুধিছিল—"আপোনাৰ, অ' তোমাৰ খুব বেয়া লাগিছে নেকি?" তেওঁ মাত্ৰ সেহাই সেহাই কৈছিল—"ধৰি থাকা।" অভয়ে ধৰি আছিল।

গোটেই পৃথিৱীখন তেওঁ পাহৰি গৈছিল। অভয়ে তেওঁৰ বুকুত হাত দি কঁপনি বন্ধ কৰাৰ চেষ্টা কৰিছিল।

ঘৰত কোনো নাছিল। অভয়ৰ হাতখন তেওঁৰ বুকুৰ কাপোৰৰ ওপৰত সোঁমাজত আছিল।

কেৰাবাৰো তেওঁ চট্‌ফটোৱাৰ নিচিনা কৰি গাটো লৰাই দিছিল, অভয়ৰ হাতখন ৰখাৰ ঠাই সলনি কৰিবলৈ। কিন্তু, কি আচৰিত, তাৰ হাতখন একে ঠাইতে আছিল। সি তাৰ হাতখন খুব সাৱধানে ৰাখিছিল—যাতে নপৰিবলগীয়া ঠাইত নপৰেগৈ।

বাহিৰৰ দুৱাৰত কোনোবাই ভুকুৱাইছিল। লগে লগে "মা" বুলি মাতিছিল। ৰণী স্কুলৰপৰা আহিছিল। অভয়ৰ হাত দুখনৰ এখন তেওঁৰ বুকুত আৰু আনখন তেওঁৰ কপালত আছিল। দুৱাৰত ভুকুওৱাৰ লগে লগে সি হাত দুখন আঁতৰাই নিব খুজিছিল।

তেওঁৰ আৰু ধৈৰ্য নাছিল। থাপ্‌ মাৰি হাত দুখনত ধৰি তাক কাষলৈ টানি আনিছিল। সি বিবুদ্ধি হৈ হতভম্ব হৈছিল। দুৱাৰত ৰণীয়ে ভুকুৱাইছিল।

তেওঁ চকু মুদি মৰোঁ-জীওঁকৈ নিজৰ মুখখন অভয়ৰ ওচৰলৈ লৈ গৈছিল। তেওঁৰ ওঁঠ দুটা অভয়ৰ কপালৰ চুলিবোৰত লগা তেওঁ গম পাইছিল। অভয়ৰ নাক-চকুৰ ওপৰেদি তেওঁ ওঁঠ দুটা পিছলাই আনিছিল তাৰ ওঁঠ দুটা বিচাৰি। দুৱাৰত ৰণীয়ে জোৰকৈ ভুকুৱাই "মা মা"কৈ কান্দোনৰ সুৰত চিঞৰিছিল।

হঠাতে তেওঁৰ হাতৰ বান্ধৰপৰা মুকলি হৈ অভয় দৌৰি গৈছিল। দুৱাৰ খুলি দিছিল। ৰণীয়ে দৌৰি সোমাই আহি তেওঁৰ কোলাত মুৰ গুজি দিছিল। এহাতেৰে ৰণীক ধৰি খিৰিকীয়েদি বাহিৰলৈ জুমি চাই তেওঁ দেখিছিল—অভয় খুব দৌৰি গুচি গৈছিল। ভাগৰত তেওঁ লাল-কাল হৈ পৰিছিল। লাজত তেওঁৰ মৰিবৰ মন গৈছিল…।

খুব দীঘলকৈ এটা উশাহ লৈ মিচেচ্‌ বৰা চকীখনত পোন হৈ বহিল। বাহিৰলৈ ঘূৰি আহি তেওঁ দেখিলে, বাৰাণ্ডাত তেওঁ বহি আছে প্ৰায় দুঘণ্টা। চাকৰটোৱে একাপ চাহ আনি ওচৰতে দি ক'লে—"পাঁচ বাজিল, চাহাব এতিয়াও অহা নাই। বজাৰৰপৰা ঘূৰি আহোঁগৈ নেকি?" তেওঁ কোনো উত্তৰ নিদিলে। মনে মনে তেওঁ ভাবিছিল, আজি পোন্ধৰ দিনৰ আগৰ তেওঁৰ অধৈৰ্য মুহূৰ্ত কেইটামানৰ কথা। ছিঃ ··তাৰ পিচত তেওঁ আৰু অভয়ক দেখা নাই—লগ পোৱা নাই। কেৰাদিনো

তেওঁ তালৈ চিঠি লিখাৰ কথা ভাবিছিল, তাৰ ওচৰলৈ যোৱাৰ কথা ভাবিছিল। কিন্তু, তেওঁ সেইটোও কৰিব পৰা নাছিল—তেতিয়া হয়তো অন্তৰে তেওঁক আৰু বেছি সস্তা-তিৰোতা বুলি ভাবিব। এতিয়া হয়তো সেই কেইমিনিটমানৰ ঘটনাটো ক্ষণিকৰ উত্তেজনা বুলি ধৰিছে—তেওঁ নিজকে নিজে প্ৰবোধ দিলে।

* *

'কিৰিৰিং—কিৰিৰং—কিৰিৰিৰিং · '

টেলিফোনটোৰ বিৰক্তিকৰ শব্দটো বন্ধ হৈ নোযোৱা দেখি অভয়ৰ খঙে মূৰৰ চুলি পাইছিলগৈ। খঙতে সি ঘড়ীটো চাই দেখে চাৰে দহ। শিলঙত ৰাতি চাৰে দহ বজা মানে প্ৰায় মাজনিশা। এই সময়তনো কোনে ফোন কৰিব পাৰে সি ভাবি চালে।

'কিৰিৰিং—কিৰিৰিং—কিৰিৰিং ··'

উপায় নাপাই সি বিচনাত দীঘল দি থকাৰপৰা উঠি থিয় হ'ল। মনে মনে পাৰেমানে গালি পাৰিলে বাপধনক। 'কাণৰ ওচৰতে ইমানপৰ ফোনটো বাজি থাকোঁতেও তাৰ মৰ-টোপনি নাভাগে'—এই বুলি বাপধনৰ উদ্দেশ্যে মুখৰ ভিতৰতে ভোৰ্ ভোৰাই সি ফোনটোৰ ওচৰ পালেগৈ। এই মাত্ৰ সি 'কংচি'ৰ চিঠিখন পঢ়ি শেষ কৰিছে। কংচিৰ চিঠিখনে তাক কোনোবা এখন সপোন-ৰাজ্যলৈ লৈ গৈছিল—য'ত তাৰ পত্নীও আছে। সেই সপোনটো নষ্ট কৰাৰ কাৰণেই তাৰ খং উঠিছিল ফোনটোৰ ওপৰত। খঙতে সি ফোনৰ বিচিভাৰটো দাঙি কাণত লগালে।

মহেশে ফোন কৰিছে। তাৰ বোলে অসুখ। ৰব বজাৰত বোলে কিবা এটা ৰহস্যজনক হত্যাৰ ঘটনাৰ সূত্ৰ ওলাইছে। এটা মৰা দেহ পোৱা গৈছে—খাচিয়া ছোৱালী এজনীৰ। ফোনত এনে খবৰ থানাৰপৰা পোৱা টান। গতিকে অভয় গৈ থানাৰপৰা খবৰটো আনি মহেশৰ কাগজলৈকো পঠিয়াব লাগে।

ফোনটো থৈ সি ভাবিলে। কথাটো তাৰ বেয়া নালাগিল। আজি তিনি দিন ধৰি তাৰ খবৰ পঠোৱা হোৱা নাই। কাপোৰ-কানি পিন্ধাই আছিল। সেইদৰেই সি ওলাই গ'ল।

জন-প্ৰাণীহীন আলিয়েদি অভয় হলং হলংকৈ থাবলৈ ধৰিলে—পুলিচ থানা অভিমুখে। ফিৰফিৰীয়া বতাহে গালে-মুখে হাত বুলাই গৈছিল। সি গৈ আছিল।

ডুকালৰপৰা অহা ডুখন টেক্সি সমুখা-সমুখী হৈ চকু টিপিয়াই অভিবাদন জনাইছিল। সি ৰোৱা নাছিল।

কোনোবা এজন সুৰা-সেৱীযে নিজক ৰাস্তাৰ বাঁওফালে ৰখাৰ চেষ্টা কৰিছিল। সি গৈ আছিল।

কোনোবা নাৰীৰ ভিক্ষা-কাতৰ আবেদনৰ সুৰ ৱাৰ্ড-লেকৰ একোণৰপৰা ভাহি আহিছিল। সেই আবেদন এবাৰ নোৱাৰিয়েই যেন ৱাৰ্ড-লেকৰ পাৰত আন্ধাৰবোৰ গাঢ় হৈছিল। সি খোজবোৰ লাহে লাহে পেলাইছিল।

পুলিচ বজাৰত তেতিয়াও জনচেৰেক মা মুহ ইফাল-সিফাল কৰি আছিল—অভিনয়ৰ শেষত মঞ্চৰ সমুখত অনাৱশ্যকভাৱে অভ্যাসবশতঃ ৰৈ থকা দৰ্শকৰ দৰে। সি পাচ পেলাই গৈ আছিল।

কাণত লগুণ মেৰিয়াই দুই-এজন মাৰোৱাৰীয়ে নিজ দোকানৰ সমুখত থিয় হৈ দেহাৰ ভৰটো ভৰি দুখনে ৰাখিব পাৰে নে নোৱাৰে পৰীক্ষা কৰিছিল। সি চাই চাই গৈ আছিল।

হঠাতে টেক্সি এখন আহি অভয়ৰ ওচৰতে ৰ'লহি। ড্ৰাইভাৰটো নামি বাটত শুই থকা গৰু দুজনী নেগুৰত ধৰি তুলি খেদাই দি আকৌ গুচি গ'ল। গৰু দুজনীয়ে বাটটো বন্ধ কৰি থৈছিল।

জেল-ৰোডৰ দাঁতিতে থকা ধোবাটোৱে পঞ্জাটোৰ আগচালিত কাপোৰ ইস্ত্ৰি কৰিছিল। জুইৰ ওপৰৰপৰা ইস্ত্ৰি এটা আনিবলৈ ধৰা ধুবুনীজনীৰ মুখখন জুইৰ পোহৰে ইমান ধুনীয়া কৰিছিল। অভয়ৰ খন্তেক বৈ চাবৰ মন গৈছিল।

আৰু কেইখোজমান যোৱাৰ পিচতে থানাৰ অফিচাৰ-ইন-চাৰ্জৰ কৰ্কশ স্বৰ অভয়ৰ কাণত পৰিল। থানাৰ বাৰাণ্ডাত পহৰা দিয়া পুলিচটোৰ লোহাৰ গোবোহা লগোৱা বুট-জোতাৰ যান্ত্ৰিক শব্দই অভয়ৰ কাণৰ পৰ্দাত কোবাইছিল; অভয় পোনে পোনেই থানাৰ মালিক শইকীয়াৰ সমুখত থিয় হ'লগৈ।

কাণৰে ধৰা মোটা কলমটোৰে জোঙা গুৰিটো নিজৰ খৰঙা গোঁফৰ ওপৰত পিছলাই পিছলাই শইকীয়াই অস্বাভাৱিক গম্ভীৰভাৱে মেজৰ ওপৰত থকা আধা-ময়লা, আধা-লিখা কাগজ এখন চাই আছিল। অভয়ক দেখিয়েই তেওঁ হাঁহি এটা মাৰি 'বহক' বুলি ক'লে। তাৰ পিচতে শইকীয়া চকুত পৰাকৈ অতি ব্যস্ত হৈ পৰিল। কোনোৰা এটা পুলিচক মাতি মেজত ভুকুৱাই গালি পাৰিলে। মেজত পৰি থকা কাগজ কিছুমান অতি খৰকৈ চহী কৰিলে। কেবাজনো চাব্-ইন্স্পেক্টৰ আৰু পুলিচক বিভিন্ন বিষয়ৰ প্ৰশ্ন কৰি বিতত কৰিলে। সি নিৰ্বিকাৰভাৱে সমুখত বহি থাকি সকলো লক্ষ্য কৰি গ'ল। অভয়ে শইকীয়াক ভালকৈ চিনি পায়। এনে ব্যস্ততা দেখুৱাই শইকীয়াই সাধাৰণতে প্ৰমাণ কৰিব খোজে যে তেওঁ এক মিনিট খৰৰ লোৱা বন্ধ কৰিলে গোটেই খিলংখন ৰসাতললৈ যাব। এনে অভিনয়ৰ মাজেদি নিজৰ গুৰুত্ব বঢ়াই আত্ম-তৃপ্তি লাভ কৰা শইকীয়াৰ সমুখত অভয় সদায় মুগ্ধ দৰ্শকৰ দৰে বহি থাকে। নহ'লে কাম নিসিজে।

বহুত কাম কৰি অলপ আজৰি পাই বক্তা পোৱাৰ দৰে হাতৰ কলম-কাগজ আঁতৰাই থৈ দীঘলকৈ উশাহ ল'লে শইকীয়াই। তাৰ পিচত কিলাকুটি মেজত দি হাত দুখনেৰে কেপীয়া পাতি তাৰ ওপৰত টুঁতৰি থৈ, অলপ আগলৈ হালি শইকীয়াই অভয়ক অভ্যৰ্থনা কৰিলে—

"আপোনাক বহুত সময় বহুৱাই থ'লোঁ। দেখিছেই নহয়, এই ৰাতি এখাৰ বজাতো কামৰ শেষ নাই। পিচে, হঠাৎ ৰাতিখন যে?"

"আপোনাক আৰু ক'ব লাগিছে নে শইকীয়া? আজি দিনটো একো খবৰ পঠিওৱাই নাই। আপোনাৰ ওচৰতো খবৰৰ অভাৱ নাই। সেই কাৰণেই··"

"আপোনালোকক খবৰ দিওঁ কেনেকৈ? অৱশ্যে খবৰ নাই বুলিলে মিছা কোৱা হ'ব। কিন্তু, যি আছে সিও ৰব 'চিক্ৰেট' খবৰ। সেইবোৰ 'ডিচ্ক্লোজ' কৰিব নোৱাৰি।"

"আজি বোলে বৰ বজাৰৰ কালে কোনোবা ছোৱালী এজনীৰ মৰা শ এটা পাইছিল ?"—অভয়ে হঠাতে সুধি পেলালে।

"আও, আপোনালোক দেখোন সববজান। কোনে ক'লে আপোনাক ?"—শইকীয়া অতি আচৰিত হ'ল।

অভয়ে জানে শইকীয়াৰ কাৰণে সকলো খবৰেই 'চিক্ৰেট'। তেওঁ সংবাদ-দাতাক খবৰ দি যেন অনুগ্ৰহ হে দেখুৱায়। গোটেই শিলঙে জনা ঘটনাও তেওঁক সুধিলে 'চিক্ৰেট' হৈ পৰে।

"অহকাণে-পহকাণে শুনিছোঁ আৰু।"

চকু মুদি হাত জোকাৰি শইকীয়াই চিঞৰিয়েই ক'লে, "নাই নাই, সেই বিষয়ে মই এতিয়া একো ক'ব নোৱাৰোঁ। কাইলৈ আহিব।"

কাগজত ছপাৰ আখৰত নিজৰ নামটো দেখাৰ কাৰণে দুৰ্বলতা আন প্ৰায়বোৰ মানুহৰ দৰে শইকীয়াৰো আছে বুলি অভয়ে জানে। সেই কাৰণেই সি এইবাৰ ক'লে—

"আপোনাৰ অসুবিধা হয় যদি কাইলৈকে আহিম। কিন্তু, খবৰটো আজি মই যি জানো তাকে পঠিয়াবই লাগিব। আপুনি তদন্ত কৰিছে বুলিও লিখিব লাগিব। আপুনি তদন্ত কৰা কেচ্ এটাৰ ইমান পৰেও কোনো উৱাদিহ ওলোৱা নাই বুলি লিখিবলৈ বেয়া পাই হে আপোনাক সুধিবলৈ আহিলোঁ।"

শইকীয়াৰ মুখত এইবাৰ এটা আত্ম-প্ৰসাদৰ হাঁহি। সোঁহাতেৰে বাঁও বাহুৰ মাংসপেশীত থপৰিয়াই থপৰিয়াই শইকীয়াই ক'লে—

"আপোনালোকে যে মোৰ নামটো লৈ কিয় ইমান টনা-আঁজোৰা কৰে ক'ব নোৱাৰোঁ। বাৰু, নেৰে যেতিয়া ক'বই লাগিব···"

এনেতে ফোনটো বাজিবলৈ ধৰিলে। শইকীয়াই গহীনভাবে ফোনটো তুলি লৈ ক'লে—"পুলিচ ষ্টেচন, ও. চি. স্পিকিং"

সিফালৰপৰা উত্তৰ অহাৰ লগে লগে শইকীয়াই ধৰমৰকৈ বহাৰপৰা থিয় হৈ বুট-জোতা খটকৈ মাৰি ফোনত ক'লে—"ইয়েচ চাৰ, গুড্ ইভি্নিং চাৰ ··ইয়েচ্ চাৰ ··বুজিছোঁ। চাৰ···যাম চাৰ ··হয় চাৰ···এতিয়াই যাম চাৰ···গুড্ নাইট চাৰ।"

ফোনটো থৈয়েই শইকীয়াই "লিংডো, জলদি আও" বুলি চিঞৰ মাৰিলে—যেন এমাইল আঁতৰত থকা মানুহ এটাক হে চিঞৰিছে। কাষতে থকা 'লিংডো' নামৰ পুলিচজনে চালাম মৰাৰ লগে লগে শইকীয়াই একে উশাহে কৈ গ'ল—

"ড্ৰাইভাৰকো তুৰন্ত্ গাড়ী স্টাৰ্ট কৰ্নে বল, আমাদাৰকো বল এক ডজন বিজাৰ্ভ পুলিচ—তুৰন্ত্—"

শইকীয়াৰ হাব-ভাবৰপৰা অভয়ে বুজিলে, ক'ৰবাত কিবা এটা হৈছে আৰু তালৈকে শইকীয়া সদলবলে যাবলৈ ওলাইছে। একো উৱাদিহ নাপাই অভয়ৰ বৰ অৰতি লাগিছিল। সি মনে মনে ঠিক কৰিলে—কিবা এটা উপায় কৰি শইকীয়াৰ মুখৰপৰাই কথাটো উলিয়াব লাগিব। সেই কাৰণেই প্ৰশংসাৰ সুৰত অভয়ে শইকীয়ালৈ চাই ক'লে—

"ভাল মানুহৰ এইটোৱেই বিপদ। যিমানে কাম কৰে, সিমানে মূৰৰ ওপৰত কামৰ বোজা বেছিকৈ পৰে। পিচে যি কোনো সাধাৰণ 'ও-চি'য়ে খিলং থানাখন চলাব নোৱাৰে দেই।"

"নক'ব আৰু। এই মাজৰাতি এতিয়া যাব লাগে সেই ইস্টাৰ্ন হোটেললৈ।"—শইকীয়াৰ কণ্ঠস্বৰত প্ৰশংসা পোৱা মানুহৰ সন্তুষ্টি।

"ইস্টাৰ্ন হোটেল?"

"তাকেইতো কৈছোঁ। বোলোঁ, কাকনো বুলিবা ককা, আটাইবে দাড়ি-চুলি পকা। সেই হোটেলত সাধাৰণ মানুহ সোমাবলৈ সাহ নকৰে, অথচ তাতে বোলে কোনোবা এগৰাকীক কোনোবাই চুৰি মাৰি পেলাই থৈছে। এই মাত্ৰহে পুলিচ চাহাবে তাকে ক'লে ফোনত।"

কথা কৈ কৈ শইকীয়া গৈ ক'লাকৈ নীলা দীঘলীয়া পেৰাটোৰ দৰে পুলিচৰ মটৰ-গাড়ীখনৰ ওচৰ পালেগৈ। গাড়ী স্টাৰ্ট কৰাই আছিল। "ভাল যাওঁ" বুলি অভয়ক কৈ শইকীয়া জঁাপ মাৰি ড্ৰাইভাৰৰ বাঁওফালে উঠি বহিল। অভয়েও আগ-পাচ নাভাবি কিনো হয় চোৱা যাওক বুলি পাচফালেদি উঠি ৰাইফোল লোৱা পুলিচ-বিলাকৰ লগতে বহি পৰিল। 'ও-চি' চাহাবৰ আদেশ অনুসৰিয়েই উঠিছে বুলি ভাবি পুলিচবিলাকে একো নক'লে।

ইস্টাৰ্ন হোটেলৰ সমুখত আহি গাড়ীখন ৰোৱাৰ লগে লগে পুলিচবিলাকৰ লগতে সামৰিক কায়দাৰে অভয়ো জঁাপ মাৰি নামিল। নামিয়েই দেখে ইতিমধ্যে শইকীয়া গৈ হোটেলৰ মেনেজাৰৰ লগত কথা পাতিছে। হোটেলৰ কেবাটাও বগা সাজ পিন্ধা চাকৰ আৰু কেবাজনো হোটেল-নিবাসী জুম বান্ধি সেইখিনিতে বৈ আছে। অভয় ওচৰ চাপি গ'ল। কথা-বতৰাৰপৰা বুজিলে, ৯ নম্বৰ কোঠাত কেঁকনি শুনি হোটেলৰ চকীদাৰ গৈ দেখে এগৰাকী তিৰোতা মজিয়াত পৰি আছে—মুখত তেজ। তিৰোতাগৰাকী হোটেলত থকা তিৰোতা নহয়। সেই কোঠাত থকা পশ্চিমীয়া ভদ্ৰলোকজনক বিচাৰি পোৱা নাই। তিৰোতাগৰাকীক ইতিমধ্যে হস্পিটাললৈ পঠিয়াই দিয়া হৈছে।

এনেতে হোটেলৰ বাৰাণ্ডাৰপৰা এজন ওখ-দীঘল মানুহ এগৰাকী তিৰোতাৰ লৈতে নামি অহা অভয়ে দেখিবলৈ পালে। লগে লগে শইকীয়াৰ চিঞৰ অভয়ে আশা কৰা মতেই শুনিলে—"গোটেই হোটেল ঘেৰাও কৰ। কোনো যেন হোটেলৰপৰা ওলাই নাযায়।" পুলিচবোৰ ঘেৰাও কৰিবৰ কাৰণে ইফালে-সিফালে দৌৰি গ'ল। অভয়ে কি কৰিব ভাবিছিল—কাৰণ, তাত থিয় হৈ থাকি আৰু লাভ নাই। হঠাতে কাণৰ কাষতে পাচফালৰপৰা কোনোবাই 'অভয়' বুলি মতা শুনি ঘূৰি চাই দেখে, মিচেচ্ বৰা। ইমান ৰাতি এনেকুৱা ঘটনা ঘটা হোটেল এটাৰ সমুখত মিচেচ্ বৰাক অকলে দেখি অভয়ে ভয় খাই গৈছিল। এনেতে মিচচ্ বৰাই অলপ দূৰত আধা-আন্ধাৰত বৈ থকা ভদ্ৰলোক এজনক উদ্দেশি ইংৰাজীতে ক'লে, —"আকিলি, মই যৰৰ মানুহ এজনকে পাইছোঁ। এওঁৰ লগতে যাব পাৰিম। আপোনাক অশেষ ধন্যবাদ।" পশ্চিমীয়া কায়দাত আগতে হাঁহি অভিবাদন জনাই

ভদ্রলোকজন গুচি গ'ল। অভয়ে মাহুহজনক চিনি পালে। কেন্দ্ৰীয় চৰকাৰৰ এজন ওখ মহলাৰ বিষয়া। খুব কাষলৈ আহি মিচেচ্ বৰাই অভয়ক অতি সহজভাৱেই সুধিলে—

"এই বাতিখন ইয়াত কি কৰিছা ?"

—বাতি সেই হোটেলৰ সমুখত সি থকাটো আচৰিত নে মিচেচ্ বৰা থকাটো আচৰিত, সেই কথা ঠিক কৰিবলৈ অভয়ে ভাবিবলগীয়া হ'ল। আৰু, তাক ইমান সহজভাৱে তুমি বুলিছে কিয় ? মিচেচ্ বৰাই হাঁহি ক'লে—

"কি হ'ল, হতভম্ব হ'লা দেখোন ?"

অভয়ৰ চেতনা ফিৰি আহিল। সি লৰালৰিকৈ উত্তৰ দিয়াৰ চেষ্টা কৰিলে—

"নাই, এই···মানে আপোনাক হঠাতে ইয়াত পাম বুলি নাজানিছিলোঁ।··"

"বেচ কথা, ব'লা, মোক ঘৰত থৈ আহাগৈ। আৰু, হঠাতে 'তুমি'ৰপৰা 'আপুনি' কৰিলা দেখোন ? অচিনাকিৰ ভাও ধৰিব খুজিছা নেকি ?"—মিচেচ্ বৰাই হাঁহি দিলে।

"কিন্তু মইতো এতিয়া যাব নোৱাৰিম ····"

"কিয় ?"—মিচেচ্ বৰাৰ মাতত আদেশৰ সুৰ।

"কিন্তু, ইমান ৰাতিখন ··মোক লগ নোপোৱা হ'লে···?"—অভয়ে তুমি বুলি সম্বোধন কৰিবলৈ জিভাখনক ৰাজী কৰাব নোৱাৰি একো সম্বোধন নকৰাকৈ কোৱাৰ চেষ্টা কৰিলে।

"মিস্টাৰ বৰা ক্লাবৰপৰা আহোঁতেই বুলি ওলাই গ'ল, এঘণ্টাৰ আগতে। মোক এৰি থৈ গ'ল ইয়াৰ 'বাৰ্-ৰুম'তে। ইমান পলম কৰিছে, তাতে এইখন গণ্ডগোল। ভয়ো লাগিছিল। মিস্টাৰ পণ্ডিতকে কৈছিলোঁ। মোক ক্লাবত থৈ আহিবলৈ। এনেতে তোমাক দেখা পাই ৰক্ষা পালোঁ।—আৰু কিবা ক'ব লাগিব নেকি ? ব'লা এতিয়া।"—মিচেচ্ বৰাই অভয়ক নিজৰ ভেনিটি বেগটোৰে পিঠিত হেঁচা দি খোজ কঢ়াই দিলে। দুয়ো হোটেলৰ কম্পাউণ্ডৰপৰা ওলাই টেক্সি-স্টেণ্ডৰ ফালে খোজ দিলে।

পকা ৰাস্তাত মিচেচ্ বৰাৰ জোতাৰ শব্দই নিস্তব্ধতা ভাঙিবৰ চেষ্টা কৰিলে কেইমিনিটমান। অভয় নিমাত।

"বিয়া কৰোৱা মাহুহক তুমি ঘিণ কৰা নেকি ?"

অভয় নিমাত।

"তুমি ইমান লাজকুৰীয়া কিয় ?"—মিচেচ্ বৰাই শিল এটাত উজুটিয়াই অভয়ৰ বাহুত ধৰি সুধিলে।

"ছোৱালীৰ আগত বঙা-চঙা পৰি তোমাৰ মুখৰ যি নিৰুপায় অৱস্থা ওলাই পৰে, সি কিন্তু অতি বিপদজনক"—গহীনভাৱে মিচেচ্ বৰাই আকৌ ক'লে।

"কি আৰু বিপদটো···" অভয়ে এনেয়ে ক'লে। তাৰ বাহুত মিচেচ্ বৰাৰ হাতৰ পৰশ—যেন তাৰ বিবেক-বুদ্ধিক অচেতন কৰিবৰ কাৰণে এনেচ্থেটিয়া দিছিল। তাৰ পিচত তাৰ শৰীৰটোৰ ওপৰত বিবেকৰ কোনো শাসন নাথাকিল··· ।

"বিপদ ভাগুৰেই। এনেকুৱা লাজ-কুমলীয়া মুখ দেখিলে যি কোনো ছোৱালীকে খাই পেলাবৰ মন যায়।"—

অভয়ে কথাটো নাই শুনা বুলি প্ৰমাণ কৰিবৰ কাৰণেই কেইখোজমান আগুৱাই গৈ টেক্সি এখনক মাতিলে। দুয়ো টেক্সিত উঠি বহিল। মিচেচ্ বৰাই ড্ৰাইভাৰক ক্লাবলৈ যাবলৈ নিৰ্দেশ দিলে।

ক্লাবৰ সমুখত গাড়ীখন ৰ'লহি। মিচেচ্ বৰাই গাড়ীৰপৰা নামি অভয়ক ক'লে,

"অকণমান ৰ'বা মই মিস্টাৰ বৰাক মাতি আনো।"

ক্লাবৰ আগৰ আহল-বহল ঘাঁহনিডৰাৰ মাজে মাজে থকা বগা ইটাৰ বাটটোৰেদি গৈ মিচেচ্ বৰা ক্লাবত সোমালগৈ। অভয়ে অকলে টেক্সিত বহি ভাবিছিল—মিস্টাৰ বৰা আহিলে সি ৰক্ষা পৰিব। অকলে মিচেচ্ বৰাৰ লগত বৰ ভয় লাগে, নিজক বিশ্বাস কৰিব নোৱাৰাৰ সমান ভয় লাগে। হঠাতে তাৰ মনত পৰি গ'ল—আজি পোন্ধৰ দিনৰ আগতে মিচেচ্ বৰাৰ ঘৰৰপৰা দৌৰি পলোৱাৰ কথা। ইস্ ৰাম! কাণ দুখন গৰম লাগি গ'ল। সেইদিনা সি দৌৰিছিল—খুব দৌৰিছিল—বাটত কোনোবাই চোৱালৈ লক্ষ্য কৰিবলৈ পাহৰি গৈছিল। কিন্তু, পিচত তাৰ বেয়া লাগিছিল—নিজকে ভীৰু যেন লাগিছিল। সি এইবোৰ কথা ভাবি থাকোঁতেই মিচেচ্ বৰা অকলে আহি গাড়ীত উঠিলহি। বাটৰ লাইটৰ পোহৰত সি চকামকাকৈ দেখিলে তেওঁৰ মুখত যেন কান্দোনৰ ডাৱৰ। মিচেচ্ বৰাৰ মুখৰ কোনো মাত নাই। অভয়ৰ অসহ্য লাগিল। সি সুধি পেলালে,—

"মিস্টাৰ বৰা নাহিল দেখোন।"

"আৰু পলম হ'ব বোলে। মোক অকলৈ যাবলৈ ক'লে।"

"তেন্তে···"

মিচেচ্ বৰাই কোনো উত্তৰ নিদিলে। ড্ৰাইভাৰে গাড়ী স্টাৰ্ট কৰি ক্লাবৰ পাকটো ঘূৰি বাজ-আলিত উঠিলহি। হঠাতে মিচেচ্ বৰাই হুকহুককৈ কান্দিবলৈ ধৰিলে। অভয় অবাক। গাড়ী মিচেচ্ বৰাৰ ঘৰ পাওঁতে বেছি পৰ নালাগে। দূৰত্ব আধা মাইলমান হে। কিন্তু, সেই আধা মাইলো অভয়ৰ কাৰণে এশ মাইল যেন লাগিছিল। তাৰ বৰ দুখ লাগিছিল 'বেচেৰী' বৰাজনীলৈ। ভিতৰি ভিতৰি ইমান দুখ বেচেৰীৰ। সি নাকান্দিব বুলি কেবাবাৰো ক'লে। এবাৰ নিজৰ জেপৰপৰা কমাল উলিয়াই চকুপানী মচি দিলে। তথাপি কান্দোন বন্ধ নহয়।

দুই হাতেৰে মুখ ঢাকি মিচেচ্ বৰাই কান্দি আছিল। অভয়ে জোৰেৰে তেওঁৰ হাত এখন একৰাই থতেৰে কোৱাদিয়েই ক'লে—"নাকান্দিব"। এনেতে টেক্সিখনে মিচেচ্ বৰাৰ ঘৰলৈ যোৱা ঠেক আলিটোৰ ভাত্তৰ পাকটো ল'লে। মিচেচ্ বৰাই সেই সময়তে বেঁকা হৈ হঠাতে অভয়ৰ বুকুত পৰি হুকহুককৈ কান্দিবলৈ ধৰিলে। অভয়ে জোৰেৰে মিচেচ্ বৰাৰ মুখখন তাৰ বুকুৰ ওপৰৰপৰা এঠা লাগি ধৰা টিকট একৰাদি একৰালে। চকুৰ পানীৰ টোপাল এটা তাৰ বুকুৰ লোমৰ মাজেদি বৈ যোৱা সি গম পালে। অভাৱনীয় উন্মাদনাত তাৰ দেহাত ভুঁইকঁপ আহিছিল। মনটোৱে

তাক বাৰে বাৰে 'বেয়া কথা' কৈছিল। গিৰিয়েকৰ অকণমান মনোযোগৰ অভাৱত লাজ-কাজ এৰি কন্দা বৰাজনীলৈ তাৰ মৰমো লাগিছিল।

মিচেচ্ বৰাৰ মুখখন দুই হাতেৰে বুকুৰপৰা তুলি ল'লে অভয়ে। তুলি লৈ নিজৰ মুখৰপৰা শিহৰণ তুলিব পৰা দূৰত্বৰ ব্যৱধান ৰাখি একেথৰে চাই থাকিল। তেতিয়াও চকুৰপৰা পানী বাগৰিছে—ওঁঠ দুটা কঁপিছে।· · ·

কিবা এটা বৰ আবেগ-কাতৰ চিঞৰ শুনি টেক্সিৰ ড্ৰাইভাৰটোৱে 'ৰিয়াৰ ভিউ' (পাচফাল প্ৰতিবিম্বিত হোৱা) আর্চীখনত চকু পেলাইছিল। ষিলঙত আজি সাত বছৰে টেক্সি চলোৱা জীৱনত সি বহুত ঘটনা দেখিছে। এই বুঢ়া টেক্সিখনত তাৰ সমুখত আৰি থোৱা পাচফাল-দেখা সৰু আইনাখনত সি বহুত প্ৰেমৰ পাতনি, বহুত প্ৰেমৰ সামৰণি দেখিছে। আজিও সি আচৰিত নহ'ল।

হয়তো এক মিনিট—দুই মিনিটো হ'ব পাৰে। তাৰ পিচতে টেক্সিখন আহি মিচেচ্ বৰাৰ ঘৰৰ সমুখত ৰ'লহি। মিচেচ্ বৰাই অভয়ক এৰি দি তাৰ মুখলৈ এবাৰ চালে। বাঁও হাতেৰে তাৰ ঠুঁতৰিটোত ধৰি জোকাৰি দাঁত চেপি ক'লে—"সোণটো মোৰ, তোক কোনেও মোৰপৰা কাঢ়ি নিব নোৱাৰে"· ···· মিচেচ্ বৰা গাড়ীৰপৰা নামিল। অবিন্যস্ত কাপোৰবোৰ সামৰাৰ চেষ্টা কৰি এটা হাত জোকাৰি অভয়ক বিদায় দিলে।· · ·

টেক্সিখন আহি অভয়ৰ ঘৰৰ সমুখত ৰ'লহি। নামিব খুজি সি দেখিলে তাৰ চোলাৰ বুকুত সেন্দুৰ আৰু লিপ্‌ষ্টিকৰ চেকা। সি কোটটোৰে ঢাকি ল'লে। ৰুমালেৰে ওঁঠ দুটা মোহাৰি দিলে। তল-ওঁঠটো চেলেকি চালে।

গম্ভীৰভাৱে নামি সি ড্ৰাইভাৰক সুধিলে—"কোতনা?"

"এক ৰূপয়া জী"

অভয়ে এখন পাচ-টকীয়া নোট উলিয়াই ড্ৰাইভাৰক দিলে। ড্ৰাইভাৰে টকাটো জেপত ভৰাই অভয়ৰ মুখলৈ চাই থাকিল। অভয়ে খঙেৰে ক'লে—

"কাঁহা?"

অভয়ে তাৰ পাবলগীয়া ভাঙনি বিচাৰি ড্ৰাইভাৰলৈ হাতখন আগবঢ়াই দিলে।

"জী, আপ্‌কা আজ বহুত আচ্ছা নচিব হ্যায়। কুচ বক্‌চিচ···।

······অভয় প্ৰায় দৌৰিয়েই ঘৰৰ ভিতৰ সোমালগৈ।

## মনৰ দাপোণ

[ 'অভয়'ৰ ]

নিশাৰ খিলং। ১২ মান বাজিছিল। কৃষ্ণা-পঞ্চমীৰ জোনটো পাহাৰৰ সিপাৰে লাজে-ভয়ে শেঁতা হৈ ওলাইছিল—ঠিক যেন ঘণ্টা পৰাৰ পিচত উপস্থিত হোৱা স্কুলীয়া ছোৱালী এজনীৰ মুখখন, ক্লাচৰ দুৱাৰ-মুখত প্ৰৱেশৰ অনুমতি বিচাৰি ৰৈ আছে।

অভয়ে খিৰিকীয়েদি দূৰ-দিগন্তলৈ চাই আছিল। সি যেন তাৰ চাৱনিয়ে কিমান দূৰলৈকে দেখে জুখিহে চাইছিল।

এইমাত্ৰ সি টেক্সিৰপৰা নামি দৌৰি আহি ঘৰ সোমাইছেহি। দুৱাৰ খোলাই আছিল—দুৱাৰ-মুখত ৰৈ আছিল বাপধন। বাপধনে তাক শাসনৰ সুৰতে সুধিছিল—

"ইমান ৰাতি যে অকলে গৈছিল, মোকো লৈ নেগাল কিয়ো?"

সি কোনো উত্তৰ দিয়া নাছিল। বাপধনৰ চকুলৈ চোৱাৰ সাহো সি যোগাৰ কৰিব নোৱাৰিছিল। সি যেন এটা মহাপাপী। বাপধন যেন তাৰ তুলনাত দেৱতা। খৰধৰকৈ আহি সি বিচনাখনৰ ওচৰ পাইছিলহি। বাপধন পাচে পাচে অহা গম পাই সি লাজতে খিৰিকীয়েদি দূৰ-দিগন্তলৈ চাই আছিল। ৰাতি খাবৰ কাৰণে এগিলাচ পানী থৈ বাপধন ওলাই যোৱাৰ পিচত হে সি উশাহ লৈছিল।

টেক্সিৰ ড্ৰাইভাৰটোলৈ এতিয়া হে তাৰ বৰ লাজ লাগিল। "ছিঃ, সি চাগৈ কি ভাবিছে।"—মনে মনে সি ভাবিলে। টেক্সিৰ ভিতৰত কটোৱা অশান্ত সময়খিনিত সি আন কাৰো অস্তিত্ব অনুভৱ কৰা নাছিল। তাৰ নিজৰ ওপৰতে খুব খং উঠিছিল। কিন্তু, বাধা সি দিয়া নাছিল—দিব পৰা নাছিল। এতিয়া সি ভাবি চাই দেখিলে, সেই সময়ত সজ্ঞানে থাকিও সি অজ্ঞান হোৱাৰ ভাও ধৰিছিল। "ছিঃ, মিচেচ্ বৰাৰ সেইদিনা দুপৰীয়াৰ ভাও ধৰা মূৰ্ব কামোৰণি তকৈও মোৰ এই অজ্ঞান হোৱাৰ অভিনয় অমাৰ্জনীয় দুৰ্বলতা"—সি নিজৰ আগতে নিজেই লাজ পালে। মূৰটো সি খিৰিকীৰ কাঠডালত হঠাতে খুন্দা মাৰি ক'লে, "হুঁঃ, আৰু কৰি নে কিবা?" এই প্ৰশ্ন সি তাৰ মনটোক কৰিছিল। টেক্সিৰ ঘটনাটো ভাবি ভাবি নিজকে দোষ দি থাকোঁতে মনটোৱে তাক কৈছিল, "কিয় মিছাকৈ ভাবিছ? একো বেয়া কাম কৰা নাই তই।" বান্ধনি উচটাই জোল খোৱা মনটোক এশিকনি দিবৰ কাৰণেই সি মূৰটো কাঠত খুন্দিয়াইছিল। খুন্দা খাই তাৰ মনটো মনে মনে থাকিল। সি নিজেও শান্ত হ'ল। নিৰপেক্ষভাৱে চিন্তা কৰি সি শেষত বুজি পালে যে এনে কিছুমান বিপদ আছে, যিবোৰত পৰিলে দেহাটোক বিবেকে সহায় কৰিব নোৱাৰে। তাৰ মনত পৰি গ'ল, টেক্সিৰ ওপৰত কটোৱা অশান্ত দুই মিনিটমান সময় সি তাৰ বিবেকটোক পৰামৰ্শৰ কাৰণে বিচাৰি পোৱা নাছিল। সি নিজকে বুজাবলৈ চেষ্টা কৰিলে, "বুজিছ গৰু, দেহাৰ বিপদত বিবেক পলায়।"

খিৰিকীৰ কাঠডালত কিলাকুটি থৈ সি অকণমান আগলৈ হালি দিলে। এটা ভৰিৰ ওপৰত দেহাৰ ভৰটো এৰি দি আনটো ভৰিক জিৰণি দিলে। সি গোটেই ঘটনাটো আগৰপৰা গুৰিলৈকে ভাবি চাবলৈ সাহসেৰে সাজু হ'ল।

"আচ্ছা, মইতো প্ৰথমতেই মিচেচ্ বৰাক 'মাফ কৰিব' বুলি কৈ আঁতৰি পৰিব পাৰিলোঁহেতেন। ৰাতি এঘাৰ বজাত তেনেকুৱা এটা হোটেলৰ সন্মুখত যি তিৰোতা বৈ থাকিব পাৰে, তেওঁ ঘৰলৈও অকলৈ আহিব পাৰে। তেন্তে, মই তাকে নকৰিলোঁ কিয় ?"

ভাবি চাই দেখিলে, সি প্ৰথমতে আপত্তি কৰি দেখুৱালেও, মিচেচ্ বৰাক ঘৰত থ'বলৈ যোৱাৰ ইচ্ছা তাৰ আছিল। সেয়ে সি জোৰকৈ আপত্তি কৰা নাছিল। তাৰ মনৰ মানুহটোৱে 'এড্‌ভেঞ্চাৰ'লৈ লোভ কৰিছিল। সেই কাৰণেই সি নিজক ফাকি দিছিল,—তিৰোতা বিপদত পৰিলে সহায় কৰিব লাগে বুলি, কেৱল ঘৰত থৈ অহাত দোষ নাই বুলি, নগ'লে অন্যায় কৰা হ'ব বুলি। কিন্তু মনে মনে সি মনত পৰিও পাহৰি পেলাইছিল, আজি পোন্ধৰ দিনৰ আগৰ যুৱ পিটিকা দিন-দুপৰীয়াৰ কথাটো। দিন-দুপৰীয়া সিমান দূৰ আগবাঢ়িব পৰা মানুহজনী ৰাতিৰ অন্ধকাৰত কিমান দূৰ আগুৱাব পাৰে, সেই হিচাপ কৰাৰ মগজু তাৰ আছিল। কিন্তু, তেনে কথা ভবা পাপ বুলি সি নিজকে কৈ মনে মনে সাজু হৈছিল কিবা এটাৰ কাৰণে। 'দেখা যাওকচোন ব্যাক'—এই বুলিয়েই ভাবিছিল সি তেতিয়া।

তাৰ পিচত মিচেচ্ বৰাৰ সি চকুপানী মচি দিছিল। সেই সময়তে টেক্সিৰপৰা বাহিৰলৈ চাই সি বুজিছিল, মিচেচ্ বৰাৰ ঘৰ পাবলৈ আৰু হয়তো দুই মিনিট লাগিব। একো অঘটন ঘটাৰ ভয় নাই বুলি সি নিজকে নিজে সেই সময়ত কৈছিল। কিন্তু, সি অনুভৱ কৰিছিল, একো অঘটন নঘটাকৈ মিচেচ্ বৰাক ঘৰত থৈ যোৱাত যেন কোনো বাহাদুৰী নাই। তাৰ পিচত আৱেগৰ অত্যাচাৰত ব্যাকুল হৈ কঁপি থকা মিচেচ্ বৰাৰ মুখখন সি চাই আছিল। আৰু চাই আছিল, তাৰ মুখৰ নিচেই ওচৰতে থকা তেওঁৰ মিনতি-সেমেকা চকুহাললৈ। সেই সময়তে তাৰ সংযমে মুৰ-পোলোকা দিছিল। সেই অৱস্থা তাৰ অসহ্য লাগিছিল। মনটোৱে যেন কৈছিল, আৰু অকণমান যদি ওচৰলৈ আহে, নহ'লে আৰু সময় নাই, আৰু এক মিনিটমানৰ পিছতে টেক্সি ৰ'ব, মিচেচ্ বৰা নামি যাব লাগিব··· । তাৰ পিচতে সি নিৰ্দোষীৰ দৰে আত্মসমৰ্পণ কৰিছিল। লিপ্‌ষ্টিকৰ সোৱাদটো ভাল লাগিছিল। তাৰ ওঁঠৰ ওপৰত থকা অকণমান বতাহকে মিচেচ্ বৰা আৰু তাৰ নাকে বুকুৰ ভিতৰলৈ নিবলৈ টনা-আঁজোৰা কৰা সি গম পাইছিল। পৃথিৱীৰ আন কতো যেন বতাহ পাবলৈ নাই। তাৰ বুকুখনে এটা কোমল হেঁচা অনুভৱ কৰিছিল। সেইটো হেঁচাই উশাহ বন্ধ কৰি তাক মাৰি পেলালেও সি হয়তো ভালেই পালেহেঁতেন।

খুব থৰকৈ উশাহ লৈ খিৰিকীৰ বেলিংডালত নিজৰ মুৰটো সি চেপি ধৰিলে। যামৰে ধৰা লোহাৰ খহটা-চেঁচা পৰশত সি সাৰ পোৱাদি পালে।

পুনৰ খিৰিকীয়েদি বাহিৰলৈ চাই দেখিলে জোনটো আগুৱাই আহি আকাশৰ ভিতৰত সোমাল। সৰল গছবোৰে জোনৰ পোহৰত সেউজী ৰাতিত কিবা-কিবি

ছবি আঁকিছিল—নতুন প্ৰেমিকাই প্ৰেমিকলৈ চিঠি লিখিবলৈ লৈ কি লিখিব ভাবি ভাবি অঁকাৰ দৰে। অলপতে কিনকিনীয়া বৰষুণ দিছিল। তিতি থকা পিছল সৰল গছৰ পাতবোৰত জোনাকবোৰ ৰ'ব নোৱাৰি পিছলি পিছলি পৰিছিল। অভয়ৰ মনটো বৰ উদাস উদাস লাগিছিল। সি যেন নিশাৰ নিস্তব্ধতাটোতকৈও অকলশৰীয়া।

এটা অৰ্থহীন হুমুনিয়াহ কাঢ়ি সি খিৰিকীৰ কাষৰপৰা আহি বিচনাৰ ওচৰ পালেহি। বিচনাখন গৰু-গোহালি যেন হৈ আছিল, কিতাপ-কাগজ কিছুমান তলত হুমুৱাই সি চেপেটা হোৱা গাঁৰু দুটা ওখ কৰি ল'লে। কাপোৰ-কানি, জোতা আদি একো নোখোলাকৈয়ে সি বিচনাত লাং খাই পৰিল। মুখখন গাঁৰুত গুঁজি দিলে। মিচেচ্ বৰাৰ প্ৰসাধনৰ সুগন্ধ তাৰ নাকত তেতিয়াও লাগি আছিল। হয়তো সেই কাৰণেই, গাঁৰুটো ঘিণ লগাকৈ ঘাম ঘাম গোন্ধোৱা যেন লাগিল। গাঁৰুটোৰ ওপৰত খবৰ-কাগজ এখন মেলি ল'লে।

তাৰ মনটো বৰ বেয়া লাগিল। ঘৰলৈ মনত পৰিল। সৰুতে হাতত জেওৰা-খুঁটি লৈ দাঁতিত গজা কচু কাটি কাটি যোৱা সেই চিনাকি বাটটোৰ কথা মনত পৰিল। হঠাতে খুব ভয় লাগি গ'ল তাৰ। যদি এই সময়তে পদুমী আহি ওলায়হি, তেন্তে সি তাইৰ চকুলৈ কেনেকৈ চাব? তাই যদি সকলো কথা জানি যায়? তাৰ বৰ ভয় লাগিল পদুমীলৈ। লৰালৰিকৈ ওঁঠ দুটা ৰুমালেৰে মোহাৰি ৰুমালখন দূৰলৈ পেলাই দিলে। সেন্দুৰ লাগি থকা চোলাটো খুলি পেলালে। কিন্তু, টেক্সিৰ সেই 'দুৰ্বল মানুহ' অভয়টোৰ সকলোবোৰ চিন এইদৰে হেৰাই যোৱাকৈ পেলাই দিও তাৰ অলপ বেয়া লাগিছিল—ই যেন ট্ৰেনত চিনাকি হোৱা অচিনাকিক এৰি যাবৰ সময়ত বেয়া লগাৰ নিচিনা কথা। এনে ক্ষণস্থায়ী হঠাতে-আপোন-হোৱা চিনাকিবোৰ জোনাকী পৰুৱাৰ দৰেই সৰু সৰু। জোনাকী পৰুৱা ভাল লাগে, কিন্তু সিহঁতক চাই থাকিবৰ কাৰণেই বাতিটো দীঘলীয়া কৰিবৰো মন নাযায়।

মেজৰ ওপৰত থকা ঘড়ীটোৱে নিয়ম মতে টিকটিকাই আছিল। টিনৰ চালিৰপৰা কেতিয়াবা খৰকৈ আৰু কেতিয়াবা লাহে লাহে টোপাল সৰিছিল। টিনৰপৰা সৰা টোপালে যেন ঘড়ীৰ সময়ৰ হিচাপ ভুল কৰাৰ চেষ্টা কৰিছিল। ঘড়ী চলি আছিল, কিন্তু অভয়ৰ সময়ৰ হিচাপ ভুল হৈ গৈছিল। সি ভাবি আছিল।

আজি তিনি বছৰৰ আগৰ কথা তাৰ মনত পৰিছিল।

* *

অভয়ৰ দেউতাকে তেতিয়া জিলাৰ কাচাৰিত চাকৰি কৰিছিল। কেৰাণীৰ চাকৰি। যিবিধ চাকৰি কৰিলে চৰকাৰী চাকৰি বুলিয়েই গাঁৱত সন্মান আছে, কিন্তু পেট ভৰাই ভাত খোৱাৰ দৰমহা নাপায়। দেউতাকে তাক কৈছিল, তেখেতে টকাৰ অভাৱতে পঢ়িব নোৱাৰিলে বুলি। সেই কাৰণেই অভয়ক যিমান পাৰে পঢ়োৱাটোৱেই দেউতাকৰ ইচ্ছা। যেন নিজৰ অসম্পূৰ্ণতা অভয়ৰ যাজেদি সম্পূৰ্ণ কৰিব। সেই কাৰণেই মাটি-বাৰী বন্ধকত দিও তাক কলিকতালৈ পঢ়িবলৈ পঠোৱাৰ যোগাৰ কৰিছিল। বহুত আশা কৰিছিল···পুত্ৰেক হাকিম, মুন্সিফ্ আৰু কত কি হ'ব?

শোভাযাত্ৰা, সভা আদি কৰি সুবা ৰাজনৈতিক দলৰ মানুহবোৰক তেখেতে দেখিব নোৱাৰিছিল। ভয় কৰিছিল—কিজানি সিহঁতে অভয়ৰ মূৰটোও ঘোলা কৰি দিয়ে।

যাত্ৰা কৰাৰ দিনটোৰ কথা অভয়ৰ মনত পৰিল। দিন-বাৰ চাই সময় ঠিক কৰা আছিল। সেই দিনা পুৱাই তাৰ মাকে গা ধুই আহি তিতা গাৰেই গোসাঁই ঘৰত কিবা এটা আগ কৰিছিল। মাক ওচৰতে বহি তাক ভাত খুৱাইছিল। অকণমান দৈ দিছিল। যাত্ৰাৰ আগতে বোলে দৈ খোৱা ভাল। ঘৰৰ আগফালে ডুকলহ পানী থৈছিল। আগ-চোতালত গৰু-গাড়ী আহি দুৱণ্টাৰ আগৰেপৰা বৈ আছিল। তাৰ বস্তুবোৰ বাপেকেই গাড়ীত তুলিছিল—মৰাপাটৰ ৰচিৰে বন্ধা এখন বিচনা, এটা ক'লা টিনৰ বাকচ, এবটল পানী। মাকে টোপোলা বান্ধি হাতত দিছিল কেইটামান নাৰিকলৰ লাৰু, কেইখনমান লুচি আৰু অলপ পাতলকৈ চকলিওৱা আলুগুটিৰ ভজা। বাপেকে দুশ টকা কাপোৰ এখনত মেৰিয়াই তাৰ কঁকালত বান্ধি দিছিল। জেপত ভৰাই দিছিল ত্ৰিশ টকা। এইবোৰ কৰাৰ মাজে মাজে বাপেকে তাক উপদেশ দি আছিল—ট্ৰেনত সাৱধানে যাবি, নোটোপনিয়াবি। গৈ পায়েই খবৰ দিবি। ভালকৈ পঢ়া-শুনা কৰিবি—তোৰ ওপৰতে সকলো আশা। য'তে-ত'তে যিহকে-তিহকে নাখাবি। ·· মাকে কিন্তু সেইবোৰ একো কোৱা নাছিল। মাত্ৰ সি খাই থাকোঁতে কৈছিল—দেহা-ভগা কষ্ট নকৰিবি বোপাই। ভালে-কুশলে ঘূৰি আহগৈ।

অভয় কলিকতালৈ পঢ়িবলৈ যাব। সেই বুলিয়েই চুবুৰীয়া মানুহ আহিছিল। আৰু আহিছিল বহুত সৰু সৰু ল'ৰা-ছোৱালী। কোনোটোৰ পেণ্ট নাই, কোনোটোৰ চোলা নাই, কোনোটোৰ কঁকালত এখন গামোচা।

যাবৰ সময় হৈছিল। সি তাত গোট খোৱা সকলোৰেপৰা বিদায় লৈছিল। কাৰো চকুলৈ সি চাব পৰা নাছিল। তাৰ ভৱিষ্যৎ উন্নতিৰ কাৰণে সকলোৰে আগ্ৰহ দেখি সি আচৰিত হৈছিল। 'ইমানবোৰ মানুহৰ শুভেচ্ছা যাৰ সহায়, তাৰ কাৰণে পৃথিৱীত অসম্ভৱ একো নাই'···সেই দিনা সি নিজকে নিজে কৈছিল। প্ৰাইমাৰী স্কুলত তাক পঢ়োৱা হেড্ পণ্ডিতে গালে-মূখে মৰম কৰি কৈছিল—বোপাই, বিদ্যাৰ বৰপুত্ৰ হৈ ঘূৰি আহিবি। গাওঁবুঢ়াই কৈছিল—আমি এখন বাইজ আছোঁ। তই ঘৰলৈ চিন্তা কৰিব নালাগে। কেৱল পঢ়ি-শুনি গাঁৱৰ মুখ উজ্জল কৰাৰ চেষ্টা কৰিবি। বুঢ়ী আইতাকক সি সেৱা কৰিছিল। আইতাকে আশীৰ্বাদ দিওঁতে চকুৰপৰা পানী এটোপ তাৰ মূৰত পৰিছিল। তাৰ পিচত দেউতাকক সেৱা কৰিছিল। শোকে চেপি ধৰা মাতেৰে দেউতাকে "হ'ব হ'ব" বুলি তাৰ মূৰত ধৰি তুলি দিছিল। মাকক সেৱা কৰিবলৈ গৈ সি সাৱটি ধৰিছিল। মাকৰ লগতে সিও কান্দি দিছিল ·····। অভয়ে বিচনা-চাদৰখনত নিজৰ চকু দুটা মচি ল'লে। সেই শুভ মুহূৰ্তটোৰ কথা মনত পৰিলেই সদায় তাৰ চকুপানী ওলায়।

আজি অভয়ে ভাবি চালে, তিনি বছৰৰ আগতে গৰু-গাড়ীত তুলি তাক পঢ়িবলৈ পঠিয়াবলৈ গোট খোৱা ৰাইজৰ আন্তৰিকতাৰ ছবিখন। প্ৰত্যেকখন মুখেই যেন কৈছিল—"তুমি যোৱা, পলম নকৰিবা। আমি যাব পৰা নাই। এদিন আমিও যাব পাৰিম। আমি সদায় পাচ পৰি নাথাকোঁ। আমাৰ আশাৰ অন্ত নাই। সুবিধাৰ

অভাৰ যিদিনা জাঁতৰিব, সেইদিনাই আমিও ওলাম।" প্ৰতিমাত প্ৰাণ প্ৰতিষ্ঠা কৰাৰ দৰে তাৰ ওপৰত যেন প্ৰাণৰ আশা স্থাপন কৰিছিল এখন গাঁৱৰ স্কুলৰ ছাত্ৰই। এখন গাঁৱৰ ৰাইজৰ শিক্ষিত হোৱাৰ বাসনা, এখন গাঁৱৰ ৰাইজৰ প্ৰগতিৰ দুৰ্বাৰ স্পৃহা, তাক পঢ়িবলৈ পঠিওৱাৰ মূলতে যেন মূৰ্তিমন্ত হৈ আছিল। এই স্পৃহা, এই বাসনা, কিহবাই চেপি ৰাখিব পাৰিব নে?—সি উত্তেজিত হৈ বিচনাত উঠি বহিল।

সেইদিনা গাড়ীত উঠাৰ আগতে সি চাৰিওফালে চাইছিল—পদুমীকো চাইছিল। দেখা পোৱা নাছিল।

গাড়ীখন চলিছিল। গোট খোৱা সকলো মানুহ কিছুদূৰ পাচে পাচে আগুৱাই আহিছিল। তাৰ বুকুখন চিৰিংকৈ উঠিছিল। উস্—ইমানবোৰ মানুহৰ আশা পূৰ কৰিব লাগিব। মনে মনে ঠিক কৰিছিল, সি খুব ভালকৈ পঢ়িব। গাড়ী গৈ আছিল।

সৰু ভায়েক দুটা জাঁপ মাৰি গাড়ীত উঠিছিলহি। সিঁহতো স্টেচনলৈ যাব। গাতে গাটো লগাই বহিছিল—যেন তেনেকৈ নবহিলে বহাই নহয়। একো ক'ব পৰা নাছিল। চকুবোৰ বগা পৰি আছিল। সি দুইটাকে ডিঙিত সাৱটি ধৰিছিল। কৈছিল—বৰ ৰ'দত ঘূৰি ফুফুৰিবি দেই। মাৰ কথা শুনিবি। এটাই তাৰ চুৰিয়াত লগা বনগুটিকিটা একৰাই দিছিল। সকটোৱে ডিঙিত ওলমি কৈছিল—"দেউতালৈ চিঠি দিবি, তোৰ অকলে বেয়া লাগিছে বুলি। তেতিয়া মোক পঠিয়াই দিব।"... গাড়ী আহি স্টেচন পাইছিলহি।

ট্ৰেনত উঠি তাৰ মনত পৰিছিল ঘৰলৈ—পদুমীলৈও। পদুমী গাঁৱৰে ধনবৰ মাউতৰ জীয়েক। ধনবৰ গাঁৱৰ মৌজাদাৰৰ মাউত। মহাভাৰতৰ দিনত ভগদত্তই কুৰুক্ষেত্ৰ যুদ্ধত হাতী লৈ যুদ্ধ কৰিবলৈ যোৱা দিনৰেপৰা পৃথিৱীত বহুত পৰিৱৰ্তন হৈছে। হাতী কামত লগোৱা বিষয়তো বহুত পৰিৱৰ্তন হৈছে। কিন্তু, ধনবৰক দেখিলে মনত হয় যেন হাতীৰ মাউতৰ জীৱন সেই তেতিয়াৰেপৰা একেদৰেই চলি আছে—কোনো পৰিৱৰ্তন নাই।

ধনবৰ চহকী নহয়—হোৱাৰ আশাও নাই। দিনে-নিশাই সি হাতীৰ ওপৰতে। সাঁজৰ পৰত গাঁৱৰ চৰায়ে পোৱালিলৈ বুলি মুখত টোপ লৈ বাহলৈ ঘূৰে, লানি নিছিগা গুড়ি-পৰুৱাৰ মুখতো একোখুদ আহাৰ থাকে গাঁতলৈ ঘূৰাৰ সময়ত। কিন্তু, ধনবৰ সদায়ে ঘূৰে শুদা হাতে—হাতীৰ পিঠিত উঠি। ঘৰৰ আগ-চোতালত গধূলি পৰত সি হাতীটো থিয় কৰায়হি। তাৰ উকথা পঁজাতকৈ হাতীটো ওখ। হাতীৰপৰা নামিয়েই সি ঘৈণীয়েকৰ গালি খাইছিল সদায়।

সেই দুখ-খৰিয়ালৰ মাজতে পদুমীৰ জন্ম হৈছিল প্ৰায় পোন্ধৰ বছৰ আগতে। সিঁহতৰ ঘৰৰ বাৰী আৰু অভয়হঁতৰ বাৰীৰ ঢাপ একেটা। সিঁহতে অভয়হঁতৰ পুখুৰীৰে পানী খায়। অভয়হঁতে সিঁহতৰ কাজলী গৰুজনী ধনবৰৰ বাৰীতে এৰাল দিয়ে। বিহুত পদুমীৰ মাকে অভয়ক এখন গামোচা দিয়ে। অভয়ৰ মাকে পদুমীক কাপোৰ এসাজ দিয়ে। পদুমীৰ মাকে দুপৰীয়া অভয়ৰ মাকৰ মূৰৰ ওকণি চাই দিয়ে। ধনবৰৰ অসুখত অভয়ৰ বাপেকে ঔষধ আনি দিয়ে। অভয়ৰ ভনীয়েক নাই। বায়েকৰ

কেতিয়াবাই বিয়া হৈ গৈছিল। পদুমীয়ে নিজৰ ছোৱালীৰ দৰে অভয়ৰ মাকক ইটো-সিটো কৰাত হাত ধৰি দিয়ে। অভয়ে পদুমীক পঢ়োৱাৰ নামত চুলি জোকাৰে। তাই তেতিয়া গাঁৱৰ স্কুলৰ তৃতীয় মানত পঢ়িছিল।

লাহে লাহে তাৰ চকুত পৰিছিল, সাধাৰণতে কাপোৰ-কানি পিন্ধিব নাজানি আধা নাঙঠ হৈ থকা পদুমীজনীয়ে কাপোৰ পিন্ধিবলৈ শিকিছিল। তাৰ আগত কেতিয়াবা অসংযত হোৱা কাপোৰখনত তাইৰ নিজৰে চকু পৰি তাই চক্ খাই উঠিছিল—সংযত কৰি লৈছিল। লাহে লাহে তাইৰ অভাৱটো সি অনুভৱ কৰিছিল। এবাৰ তাই মোমায়েকৰ ঘৰলৈ তিনি দিনৰ কাৰণে যাওঁতে, তাৰ তিনিও দিনেই বৰশী বোৱা নহৈছিল। ঘূৰি আহি সেই কথা শুনি তাই হাঁহি হাঁহি কৈছিল—"ভাল হৈছে, মই থাকিলে দন্দ কৰি থাকিবা।" সি খঙেৰে কৈছিল, "তোৰ মুৰ।" তাই চকুকিটা টেলেকা কৰি তাক ভয় খুৱাব খুজিছিল।

অভয় কলিকতালৈ যাবৰ আগদিনা। সেইদিনা পুখুৰী-পাৰত সি গা ধুবলৈ গৈছিল। এনেতে পদুমীও পানী নিবলৈ আহিছিল। সিয়েই প্ৰথমে কথা কৈছিল,—সি তাইক বেঙী বুলি মাতিছিল—

"বেঙী, মই কাইলৈ যাম নহয়।"

"আকৌ আহিবাই দেখোন।"

"তোৰ বেয়া নালাগিব ?"

"বেয়া অকণমান লাগিবই, কিন্তু তুমি পঢ়ি-শুনি ডাঙৰ মানুহ হৈ আহিলে বহুত বেছি ভাল লাগিব যে।"

"তই মোলৈ চিঠি দিবি দেই।"

"ইস্, মোৰ আৰু কাম নাই নহয়।"

কথাকিটা মনত পেলাই তাৰ ভাল লাগিল। সেইদিনা পুখুৰী-পাৰতে হঠাতে তাক সেৱা কৰি দিছিল পদুমীয়ে। থিয় হৈ কৈছিল—ডাঙৰ মানুহ হৈ আহিবা দেই। ঘটনাটো কি হৈছে, সি ভাবি ঠিক কৰিব পৰাৰ আগতে তাই পলাইছিল। বহুত দূৰৈৰপৰা কৈছিল—"কাইলৈ বহুত মানুহৰ আগত লাজ লাগিব কাৰণেই আজিয়েই মাত লগালোঁ। বেয়া নাপাবা-আকৌ।"···

কথাটো মনত পৰি তাৰ ভাল লাগিল। সি আকৌ বিচনাত দীঘল দিলে।

* *

কলিকতালৈ আহি অভয়ে প্ৰথম ঘৰৰপৰা পোৱা চিঠিখন 'বিয়েৰিং' হৈ আহিছিল। সকলোৰেই একোখনকৈ লিখি এজাপ চিঠি ভৰাই দিছিল—পদুমীৰ বাহিৰে সকলোৱে। ডাঙৰ ভায়েকটোৰ চিঠিৰপৰা সি বুজিব পাৰিছিল, সি অহাৰ দিনা পদুমীয়ে কান্দি কান্দি ধনবৰকো কন্দুৱাই দিছিল। ধনবৰে উপায় নাপাই ৰাতি আহি তাইক তাৰ মাকৰ ওচৰত থৈ গৈছিলহি। ৰাতি তাই তাৰ মাকৰ লগতে শুই আছিল।

কলিকতাখন তাৰ বৰ আচৰিত আচৰিত লাগিছিল। অসমত সি গোন্ধ পাইছিল পথাৰৰ মাটিৰ, বাঁহ-বনৰ আৰু ফুলৰ। কলিকতাত সি পাইছিল মানুহৰ গোন্ধ।

তাক যেন কোনোবাই কৈছিল—পৃথিৱীখন প্ৰকৃতিৰ নহয়, মানুহৰ হে। মানুহৰ বাবে হে প্ৰকৃতিৰ দৰকাৰ, প্ৰকৃতিৰ বাবে মানুহৰ নহয়। অসমত যেন প্ৰকৃতিয়ে কয়—শান্তিৰে শুই থাকা, তোমাক কোনেও আমনি নকৰে। কলিকতাত যেন মানুহৰ অসীম ব্যস্ততাই কয়—গৈ থাকা, কিয় বৈ আছা? যোৱা, গৈ থাকা, দৌৰি যোৱা।···'লোকাৰণ্য' বোলা শব্দটোৰ অৰ্থ আছে বুলি সি কলিকতাত স্বীকাৰ কৰিছিল। সঁচাকৈয়ে ই এখন মানুহৰ হাবি।

অভাৱৰ বিকট ৰূপ দেখি সি জিকাৰ খাই উঠিছিল। কলিকতাত মানুহে অভাৱত পৰি দ'মাই থোৱা জাবৰৰ মাজত খোৱা বস্তু বিচাৰে, অনুভূতিৰ অভাৱত মৰা মানুহ দেখি হাঁহে, ঘৰৰ অভাৱত ৰাজ-আলিৰ দাঁতিত শোৱে, সময়ৰ অভাৱত দৌৰে, মৰণৰ অভাৱত বাচি থাকে। ·

তিনি মাহৰ পিচত কলেজ বন্ধ হোৱাৰ লগে লগে সি অসমলৈ ঘূৰি আহিছিল। ষ্টেচনত নামিয়েই সি বাপেক আৰু ভায়েক দুটাক পাইছিল। সিহঁতলৈ কলিকতাৰপৰা অনা বস্তবোৰ সি তাতেই খুলি দেখুৱাইছিল। তাৰ পিচত গৰু-গাড়ী। গৰু-গাড়ী গৈ আছিল। সিহঁতে কথা পাতি গৈছিল।

ওপৰেদি এখন আকাশী জাহাজ সশব্দে উৰি গৈছিল। সিহঁতে ডিঙি মেলি চাইছিল। গৰু-গাড়ী গৈ আছিল।··

ঘৰত গৈ সি এটা প্ৰশ্নৰ উত্তৰ বিচাৰি বিতত হৈছিল। "বোপাই, ইমান খীণালি কিয়?"—এই প্ৰশ্নৰ উত্তৰ সি কেনেকৈ দিব? সি যে খীণোৱা নাই, সেই কথা বাৰে বাৰে কৈয়ো হাৰ মানিলে। সকলোতকৈ সি আচৰিত হৈছিল, তাক দেখিয়েই পদুমী লাজ কৰি আঁতৰি যোৱা যেন দেখি। তাৰ পিচত বান্ধনি-ঘৰত চাহ-জলপান খাবৰ পৰত পদুমীক দেখি সি সুধি পেলাইছিল—

"তই দেখোন বেঙী, মোৰ খবৰেই কৰা নাই। চিন পাহৰিলি নেকি?" ·

তাই কিন্তু একো উত্তৰ দিবলৈ নাপালে। মাকে হে তাক মিছা-খং দেখুৱাই কৈছিল—

"তই এতিয়া তাইক 'বেঙী বেঙী' নকৰিবি। তাই এতিয়া ডাঙৰ হৈছে।"

"তাই ডাঙৰ হ'লে কিবা বেঙী নহৈ ৰূপহী হ'ব নে?"—সি উত্তৰত কৈছিল।

এইবাৰ তাই উত্তৰ দিছিল—"তোমাতকৈ বহুত ধুনীয়া বুজিছা: নেদেখিছা—কেনেকুৱা শুকাই হাড়-ছাল লৈ আহিছে।"

সি প্ৰমাদ গণিছিল। সেইকেইটা শুনাত দুটা শব্দৰ মাজত লুকাই থকা বেথাখিনিৰ সোৱাদ সি বুজি পাইছিল।···

সেইদিনা ৰাতি ভাত খাই উঠি তামোল খোৱাৰ পৰত মাকে তাক আন কথাৰ মাজতে কৈছিল, পদুমীহঁতৰ কথা। এদিন পদুমী বোলে মৌজাদাৰৰ ঘৰলৈ গৈছিল, কিবা সকামত। মৌজাদাৰ বুঢ়াই বোলে তাইৰ হাত চাই ভাগ্যৰ কথা কৈছিল। এবাৰ বোলে বুঢ়াই হাতখনত টানি ধৰি বৰ 'ভনিয়েও-পাপ-লগা' ব্যৱহাৰ কৰিছিল। পদুমী বোলে কোনোমতে তাৰ হাতৰপৰা এৰাই দৌৰি আহিছিল। তাৰ পিচতে বোলে ধনবৰ মাউতৰ চাকৰিটোও গৈছিল। 'সিহঁতৰ এতিয়া ভাত মুঠিৰে অসুবিধা

হৈছে'—সেইবুলি মাক বৈ গৈছিল। অন্তৰৰ ইচ্ছা হৈছিল, মৌজাদাৰক নদীত উটাই দিয়েগৈ। অকণমান বৈ মাকে হুমুনিয়াহ কাঢ়ি কৈছিল,—"তই যোৱাৰ পিচৰপৰা তাইৰ পঢ়া-শুনাও হোৱা নাই।"...

পিচদিনা পুৱা সি চাহ-জলপান খাই উঠি বাৰীৰ পাচফালে থকা কঠীয়াতলীখন চাবলৈ গৈছিল। গৈ দেখিছিল, পদুমীয়ে অকলে কঠীয়া তুলি থকা। তাই গম নোপোৱাকৈ সি ফুটুকাজোপাৰ আঁৰত থিয় হৈছিলগৈ—তাইৰপৰা দুনলমান আঁতৰতে।

তাইৰ সোণবৰণীয়া দেহত পুৱাৰ ৰং পৰিছিল। কঠীয়াবোৰ বতাহত হালিছিল-জালিছিল। সি চাই আছিল।

কঁকালত তাইৰ এখন আঁঠু-ঢকা মটীয়া বৰণৰ কপাহী মেখেলা। খালী গাটোত একে ৰঙৰ এখন কপাহী বিহা—একে পাকতে বাউসিয়েদি দেহাটো ঢাকি আনি কঁকালত টঙালি বান্ধি লৈছিল। জোকাৰ মাৰি কঠীয়া উঘালোঁতে তাইৰ বাহুৰ মঙহবোৰ কঁপিছিল। জালি টিয়'হ যেন কঁকালটো ভাগি পৰিব যেন লাগিছিল। সি মন্ত্ৰমুগ্ধৰ দৰে চাই আছিল।

এমুঠি কঠীয়া হাতত লৈ তাই কঁকালটো পোনাই লৈছিল। কঠীয়াৰ আগেৰে গালৰ ঘামবোৰ মচি দিছিল। সি চাই চাই তাইৰ ওচৰ চাপি আহিছিল আৰু ভাবিছিল—ঘাম মচাৰ কাৰণে পৃথিৱীত ইয়াতকৈ ভাল কিবা আছে জানো।

আকৌ এমুঠি কঠীয়া তুলি তাই সোঁ ভৰিটো সামান্য দাঙিছিল। এইবাৰ তাই নেদেখিলেও অভয় তাইৰ বহুত ওচৰত। তাইৰ বগা কলাফুলত হঠাতে চকু পৰি অভয়ে দেখিছিল, জিলিকি থকা এডাল নীলা সিৰ—তাইৰ তেজৰ সোঁত বৈ থকা নীলা সিৰ। জিকাৰ খাই উঠি সি দূৰৰ আকাশলৈ চাই পঠিয়াইছিল। আকাশখনো নীলা। নীলা আকাশ, নীলা সিৰ...। সি ভাবত অভিভূত হৈছিল। বিশ্ব-ব্ৰহ্মাণ্ডৰ নীলাৰ লগত মিলি গৈছিল তাইৰ সিৰৰ নীলা—আৰু, একে নীলা সিৰেদি বৈ থকা জগতৰ একে মানুহৰ একে তেজৰ সোঁত। সি সেইদিনা গোটেই বিশ্ব-ব্ৰহ্মাণ্ডকে দেখা পাইছিল পদুমীৰ মাজত। হঠাতে সাৰ পোৱাৰ দৰে পাই সি নিজকে প্ৰকৃতিস্থ কৰিছিল।

পদুমীয়ে আপোনমনে কঠীয়া তুলি আছিল। কোমল সেউজীয়া কঠীয়াৰ মাজত তাইৰ কেঁচা সোণ যেন হাতৰ মিহি আঙুলিবোৰ জিলিকি পৰিছিল। বতাহে কঠীয়াতলীত ঢৌ তুলিছিল। তাৰ মনত ঢৌ তুলিছিল পদুমীৰ চিন্তাই। পদুমীজনী পুৱাৰ ৰ'দত জিলিকি পৰিছিল—যেন সৃষ্টিৰ প্ৰথম পুৱাত কৃষ্টিৰ পাতনি মেলা সমগ্ৰ কৃষক-সমাজ তাইৰ মাজতে সেইদিনাও জীৱন্ত হৈ উঠিছিল।

তাই কঠীয়া তুলি আছিল। বাঁও ভৰিটোৰ তলুৱাত আলফুলে কঠীয়াৰ মুঠি আছাৰি মাটিবোৰ এৰুৱাইছিল। লগে লগে তাইৰ বুকুত অহা সৃষ্টিৰ সম্ভাবনাৰ কঁপনি উঠিছিল—গলধনত ওলোমাই বন্ধা খোপাটোৱে এবাৰ ইফালে এবাৰ সিফালে গৈ তাল ৰাখিছিল। সি আৰু ব'ৰ নোৱাৰিছিল। মাতি দিছিল,—"পদুমী .."

"তু ·····মি ?"—তাই লাজ পাইছিল। গোটেই দেহাটো ভালকৈ ঢকাব কাৰণে যথেষ্ট কাপোৰ তাইৰ গাত নাছিল। তাই কাপোৰবোৰ ইফালে-সিফালে এনেয়ে টানি লাজ কৰি হাঁহিছিল।··

সেইদিনাই আবেলি। সি পুৰণি বাৰীখন চাবলৈ গৈছিল। পত্নীয়ে তাতে খৰি লুৰি আছে বুলি সি নাজানিছিল। এনেতে দেখিছিল, এবোজা খৰি মূৰত লৈ তাই এডাল সাঁকো পাৰ হ'ব খুজি বৈ আছিল। সি লাহে লাহে ওচৰ চাপি গৈছিল। তাই নজনাকৈ পিচফালৰপৰা সি খৰিবোজা দাঙি লৈছিল। তাই অতি আচৰিত হৈ তাৰ ফালে চাই কিবা এটা ক'বলৈ জিভাখন বিচাৰিছিল। সি মাথোঁ কৈছিল—"তই পাৰ হৈ ল।" দুডাল সৰু বাঁহেৰে দিয়া সাঁকোডাল তাই ভয়ে ভয়ে পাৰ হৈছিল। সি তাইৰ পিচতে পাৰ হৈ খৰিবোজা তাইৰ মূৰত আকৌ তুলি দিছিল। তাই তাৰ ফালে চাই আছিল। সেই চাৱনি সহ্য কৰা শক্তি তাৰ নাছিল। সি লৰালৰিকৈ কৈ পেলাইছিল—"যা, মূৰত খৰিবোৰ লৈ থিয় হৈ থাকিব নালাগে।" তাই গুচি গৈছিল। পৰি থকা শুকান পাতৰ ওপৰত তাই খোজ কঢ়াৰ মৰ্মৰণি লাহে লাহে দূৰলৈ গৈ শুনা হৈছিল। সেইদিনা সি ভাবিছিল—তাইৰ স'তে কথা পতা হ'লে ভাল আছিল। কিন্তু, পিচতেই ভাবি চাইছিল—কি কথা সি পাতিলেহেঁতেন ? তাইৰ চাৱনিয়ে যে এটা জীৱনৰ কথা খন্তেকতে কৈ গৈছিল। তাৰ বাহিৰে আৰু কি কথা তাৰ পাতিবলৈ থাকিব পাৰে ? ····· সেইদিনা সি বুজিছিল, মুখৰ কথাতকৈ চকুৰ চাৱনিৰ প্ৰকাশ-শক্তি বহু হাজাৰ গুণে বেছি।··

তাৰ কলিকতালৈ যাবৰ সময় হৈ আহিছিল। যিমানে সময় ওচৰ চাপি আহিছিল, সিমানে তাৰ কলিকতাখন বৰ বেয়া যেন লাগিছিল।·· তিনি দিনমানৰ পিচতে তাৰ যোৱাৰ দিন। ভৰ দুপৰীয়াৰ ৰ'দ। দূৰত কপৌৱে কুৰুলিয়াইছিল। সি ঘৰৰ আগচালিৰ তলত কঠ এখন পাৰি দীঘল দি আছিল। বিচনীখন ওচৰতে পৰি আছিল। নিজে বিচিবলৈও এলাহ লাগিছিল। এনেতে পত্নী আহি তাক এখন খুৰিয়া তামোল দিছিলহি। তামোলখন হাতত লৈ সি কৈছিল—

"হঠাতে দেখোন তামোল দিবলৈ মনত পৰিল ?"

"যাবাগৈ নহয়। সেই কাৰণে দিছোঁ।"

সি তামোলখন মুখত ভৰাইছিল। ওচৰতে বহি তাই বিচনীখনেৰে নিজক বিচাৰ ছলেৰে তাকো বিচি দিছিল।

"কলিকতাখন তোমাৰ কেনেকুৱা লাগে ?"

"ভাল লাগে।"

"ঘৰলৈ মনত পৰে নে বাৰু ?"

"তোলৈ নপৰে।"

"মই কিবা তোৰ কথা সুধিছোঁ নেকি ?"

এনেতে মাক আহি কাষতে বহিছিলহি। তাই কৈছিল—"চাওকচোন, কথা এটা সুধিলে ভালকৈ উত্তৰ নিদিয়ে।"

তাৰ মাকে কৈছিল, "মুখৰ খজুৱতিটো ইয়াতে মাৰি লৈছে। কলিকতাতনো কাক পাব ?"...

মাকে তাক সুধিছিল—"হয় নে বোপাই, আকৌ বোলে যুদ্ধ লাগিব ? তেনেকুৱাখন হ'লে তই কিন্তু গুচি আহিবি।"

"মানুহবোৰে বাক নিজৰ মাজতে কিয় যুদ্ধ কৰে। আমাৰ দেখোন কাৰোবাক চৰ এটা মাৰিও বেয়া লাগে"—পদুমীয়ে সুধিছিল।

"যুঁজ নিজে কোনেও নকৰে, ৰজাই বা চৰকাৰে লগাই দিয়ে, প্ৰজাই কটা-কটি কৰি মৰে।"—সি বিজ্ঞৰ দৰে কৈছিল।

"জানো বোপাই, পৃথিবীখন মানে দেখোন এখন ডাঙৰ গাঁৱৰ নিচিনা কথা। এনেকৈ একেখন গাঁৱৰ মানুহকে ইহঁতেনো কেনেকৈ মাৰে, কেনেকৈ কাটে।"—মাকে নভবাকৈয়ে কৈছিল। সি শুনিছিল। বিশ্ববিখ্যাত লেখকে 'এখন পৃথিবী' গঢ়াৰ বিষয়ে দাৰ্শনিক তথ্যেৰে ভৰাই লিখা কিতাপবোৰ তাৰ পুৰি পেলাবৰ মন গৈছিল।

"জানে আই, যুঁজ লগাই দিয়ে দুখীয়াৰ মুখৰ ভাত মুঠি কাঢ়ি নিবৰ কাৰণেই। তেহে সিহঁতে চৰা দামত বস্তু বিকি পকী ঘৰ সাজিব পাৰিব"—পদুমীয়ে তাৰ মাকক বুজাইছিল। অভয়ে মনে মনে নিজকে 'মূৰ্খ' বুলি গালি পাৰিছিল। অৰ্থনীতি শিকিবলৈ ডাঙৰ ডাঙৰ কিতাপবোৰ এনেয়ে পঢ়িলে যেন লাগিছিল। ভাবি ভাবি তাৰ টোপনি আহিছিল। মাকে কৃষ্ণ নাম গাইছিল। পদুমীয়ে বিচি আছিল। সি টোপনিতো গম পাইছিল।

ৰাতি ভাত খাওঁতে মাকে তাক কৈছিল—পদুমীজনীৰ বিয়াৰ বয়স হোৱা বুলি আৰু কৈছিল—"তাই ওলাই গ'লে বৰ বেয়া লাগিব।" মাকে তাক সুধিছিল—

"তোৰ আৰু ডেৰ বছৰতে পঢ়া শেষ হ'ব নহয়। তোৰে বিয়াখন পাতিব লাগিব।"

ৰাতি তাৰ টোপনি অহা নাছিল।

* *

কলিকতাত সাতোটা মাহ খুব ভালকৈয়ে কাটিছিল তাৰ। বাপেকে কষ্ট কৰি তালৈ পঠিওৱা টকাৰ অপব্যৱহাৰ নকৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈয়ো সি চিনেমা চাবলৈ গৈছিল। বিলাসিতাৰ দুই-এটা বস্তুও সি কিনি পেলাইছিল। চিগাৰেট খোৱাটো বেয়া কাম নহয় বুলি ভাবিছিল। তেইশ বছৰীয়া ডেকা সি তেতিয়া। দেহাটো ইমান পাতল পাতল লাগে—যেন তুলাৰ দৰে উৰি হে ফুৰে। ঘৰৰ কথা ভাবিও তাৰ ভাল লাগিছিল তেতিয়া। সি পঢ়ি-শুনি ডাঙৰ কিবা কাম পাব, বহুত টকা পাব। মাক-দেউতাকক এনেকুৱাকৈ ৰাখিব যে তেওঁলোকে পৃথিবীখন সুখৰ ঠাই বুলি ক'বলৈ বাধ্য হ'ব। ভায়েক দুটাক খুব পঢ়াব—যিমান পঢ়িব খোজে সিমান পঢ়াব। পদুমীজনীক...পদুমীক কি কৰিব সি একো ঠিক কৰিব পৰা নাছিল।

সেই সময়ত তাৰ ভাল লাগিছিল নিজক, নিজৰ দেহাটোক, নিজৰ ভৱিষ্যতক, নিজৰ মাক-বাপেকক, বন্ধু-বান্ধৱক, সংসাৰখনক আৰু পদুমীক। জীৱনৰ প্ৰতি

খোজতে যেন তৃপ্তি উপচি পৰিছিল। অতৃপ্তি, অভাৱ, অনাটনো যেন উপভোগৰ হে বস্তু। জীৱনটো যেন এখন শেষ নোহোৱা বিয়া, আৰম্ভ নোহোৱা সংসাৰ।...

প্ৰায় সাতমাহমানৰ পিচত সি পুৱা উঠিয়েই এখন চিঠি পাইছিল। বাপেকৰ চিনাকি হাতৰ আখৰকিটা লেফাফাৰ ওপৰত দেখি সি মৰম কৰি চিঠিখন খুলিছিল। খোলাৰ আগতে সি ভাবিছিল, ভিতৰত কি কি আছে। বাপেকৰ উপদেশ আৰু আশীৰ্বাদ, মাকৰ মৰম আৰু ভায়েক দুটাৰ কলিকতাৰপৰা পঠিয়াবলৈ লিখা বস্তুৰ তালিকা। সি চিঠিখন খুলিছিল। মাত্ৰ এখন চিঠি—তাৰ মাকে লিখিছিল। সি পঢ়িছিল। চিঠিৰ কথাবোৰ সি যেন বুজি পোৱা নাছিল। আকৌ পঢ়িছিল। এইবাৰ সি বুজিছিল—কিবা অচিন ৰোগ হৈ ধনবৰ একেদিনাই মৰি থাকিল। পত্নীহঁতৰ অৱস্থা বৰ বেয়া। সাঁচতীয়া পইচা এটাও নাই। "এতিয়ালৈকে শতুৰুৱে হাঁহিব নোৱাৰাকৈ একেখন ঘৰ চলাৰ দৰে চলি আছোঁ। আমাবোতো অৱস্থা উভৈনদী নহয়। সেই কাৰণে তোলৈ লিখিলোঁ। এই মাহত কিছু কম টকা পঠিয়ালে চলিব পাৰিবি নে লিখিবি।"

ভালকৈ কথাটো অনুভৱ কৰোঁতে তাক কিছু সময় লাগিছিল। তাৰ মনটো লাহে লাহে বৰ বেয়া লাগি আহিছিল। দুখ লাগিছিল। সকতে তাক কোকোচাত লৈ ফুৰা ধেমেহা শকত ধনবৰটো, চকু টেলেকা কৰি ভয় দেখুওৱা ধনবৰটো,—সিনো হঠাতে এনেকৈ মৰিব পায় নে? পত্নী আৰু পত্নীৰ মাকৰে বা এতিয়া কি অৱস্থা হ'ব...? ভাবি ভাবি সি বহি আছিল। কেবাঘণ্টাও। চিঠিখন আকৌ এবাৰ পঢ়িছিল। ইমান বেজাৰতো কিন্তু চিঠিখনৰ এটা কথা তাৰ বৰ ভাল লাগিছিল। সংসাৰৰ সমস্যাৰ বিষয়ে এই প্ৰথমবাৰ মাকে তাক সুধিছে। সি যেন দায়িত্ব ল'ব পৰা হৈছে। সেইদিনাই তাৰ প্ৰথম মনত খেলাইছিল—সি যেখোন পঢ়ি থাকোঁতেও আজৰি পৰত কৰা কিবা চাকৰি কৰিব পাৰে। কলিকতাত তেনেকুৱা কত চাকৰি পোৱা যায়। তেতিয়া যেখোন সি ঘৰৰপৰা টকা ননাকৈয়ো চলিব পাৰিব। হয়তো পত্নীৰ মাকলৈও পঠিয়াব প্যাৰিব দুটকামান। সেই ভাব অহাৰ লগে লগেই তাৰ চাকৰি পোৱা যেনেই লাগিছিল। চকু মেলি বহি থাকোঁতেই সি চকুৰ আগত দেখিছিল তাৰ চাকৰি জীৱনৰ ব্যস্ততা।...

খুব বেছি কষ্ট নকৰাকৈয়ে সি এখন দৈনিক বাতৰি-কাকতৰ অফিচত চাকৰি পাইছিল। চাব্-এডিটৰৰ কাম—সন্ধিয়াৰপৰা ৰাতি একমান বজালৈ কৰিব লাগে। কলেজত পঢ়ি থাকিবও পাৰিব। প্ৰথমে মাহে ১০০৲ টকাকৈ দৰমহা। আনন্দত সি হাৰাশাস্তি হৈছিল। আনন্দটো প্ৰকাশৰ কাৰণে উপযুক্ত মানুহ বিচাৰি নাপাই সি কলিকতাখন জন-প্ৰাণীহীন মৰিশালি বুলি ভাবিছিল। সেই কাৰণে সি পাৰেমানে চিঠিকে লিখিছিল—মাকলৈ, বাপেকলৈ, ভায়েক দুটালৈ দুখন আৰু এখন পত্নীলৈও। তাইলৈ সি লিখিছিল বিপদত ধৈৰ্য ধৰাৰ উপদেশ দি। সেইদিনা সি ভাবিছিল—সিতো সাধাৰণ ছাত্ৰ নহয়, সি উপাৰ্জনক্ষম মানুহ। সি আনক উপদেশ দিব পৰা হৈছে। এইবোৰ ভাবে তাক পাহৰাই দিছিল ধনবৰৰ কাৰণে তাৰ দুখ। বাপেক মৰি নিঠৰুৱা হোৱা পত্নীৰ মনৰ অৱস্থাটো বুজিবলৈ চেষ্টাও সি কৰা নাছিল সেইদিনা।...

—এই কথা মনত পৰাৰ লগে লগে তাৰ খুব অস্বস্তি লাগিল। বিচনাৰ ওপৰতে চটফটাই নিজকে পাৰে মানে গালি পাৰিলে সি। সুধৰাব নোৱাৰা ভুলবোৰ মনত পৰাৰ সমান কষ্ট পৃথিৱীত আন একো নাই।…

বাতৰি-কাকতৰ অফিচত চাকৰি কৰি তাৰ বৰ ভাল লাগিছিল। গোটেই পৃথিৱীখনৰপৰা একেবাহে খবৰ আহি থাকে। নিশা-দিনৰ ছেদ-ভেদ নাই, সৰু সৰু টুকুৰা-টুকুৰ খবৰবোৰ তাৰ খুব ভাল লাগিছিল। সেইবোৰ যেন গোটেই পৃথিৱীৰপৰা গোটাই অনা অলেখ মুকুতা। তাৰে ভাল ভাল বিলাক বাছি গাঁথাটোৱেই তাৰ কাম। আৰু, প্ৰতি মুহূৰ্ত্তে পৃথিৱীখনৰ খবৰ পাই থকাটো কেনেকুৱা কেনেকুৱা লাগিছিল। পৃথিৱীখন যেন নিচেই সৰু। গোটেই পৃথিৱীখনৰ লগত যেন সি অনবৰত কথা পাতি আছিল। প্ৰত্যেকখন দেশৰ খবৰ যেন সি গাঁওবুঢ়াই গাঁৱৰ প্ৰত্যেকৰ মানুহৰ খবৰ লোৱাদি লৈ আছিল। ক'ৰবাত অকণমান বিপদৰ ইংগিত পালেই গোটেই পৃথিৱীকে সাৱধান কৰি দিয়াৰ গুৰুভাৰ যেন তাৰ হাতত। গোটেই পৃথিৱীখনেই যেন তাৰ নিজৰ। এইবোৰকে ভাবি ভাবি সি আৱশ্যকতকৈও বেছি সময় কাম কৰিছিল—কামত তাৰ আন্তৰিকতাবোৰ উপচি পৰাকৈ ঢালি দিছিল। সম্পাদকৰ সি প্ৰিয়পাত্ৰ হৈ পৰিছিল। এমাহমানৰ ভিতৰতে সম্পাদকৰ প্ৰশংসা পাই সি নিজকে নিজে প্ৰশংসা কৰিছিল। মাকৰ আশীৰ্বাদসনা হাতৰ পৰশ মূৰত অনুভৱ কৰিছিল, বাপেকৰ তৃপ্তি-ভৰা মুখখন চকুৰ আগত ভাহি উঠিছিল, ভায়েক দুটাই 'আমাৰ ককাইদেউ' বুলি তাৰ কথা কৈ কোনোবা সমনীয়া ল'ৰাৰ আগত গৰ্ব কৰাৰ দৃশ্য এটা চকুৰ পতাত প্ৰতিবিম্বিত হৈছিল, গোটেই গাঁৱৰ ৰাইজৰ শুভেচ্ছাবোৰে আহি তাক আগলৈ ঠেলি নিছিল।

—অভয়ে বিচনাত দীঘল দি ভাবি আছিল। দীঘলকৈ এটা হুমুনিয়াহ কাঢ়ি সি তাৰ চিন্তাৰ সোঁত আকৌ বিচাৰি ল'লে।

সেই সুখ-শান্তিৰ অত্যাচাৰত জিৰণি ল'বলৈ আহৰি নোপোৱা সময়তে ঘৰৰপৰা অহা এখন চিঠিয়ে তাক একেবাৰে স্তব্ধ কৰি দিছিল। ঠিক যেন বিজয়ী বাহিনীৰ বিজয় অভিযানৰ বাধাহীন পথত যুদ্ধ-বিৰতিৰ সংবাদ। বাপেকে লিখিছিল—প্ৰথম দৰমহা পাই সি পঠিওৱা ২৫৲ টকা পাই মাকহঁতে খুব আনন্দ পাইছে। তাৰে ১০৲ টকা সি লিখা মতেই পদুমীৰ মাকক দিছে। বাকী টকাৰে মাকে এদিন গাঁৱৰ ৰাইজক মাতি খুৱালে। কিন্তু, এই আনন্দৰ ভাগ পদুমীয়ে হে নাপালে। "শিলঙত ডেপুটি ডিৰেক্টৰৰ চাকৰি কৰা মৌজাদাৰৰ ডাঙৰ পুতেকে এইবাৰ বৈণীয়েককো শিলঙলৈ লৈ গ'লহি, আজি এসপ্তাহৰ আগতে। বৈণীয়েক নতুন ঠাইত অকলশৰীয়া হ'ব বুলি সি 'হাতৰ পাচ' হিচাপে পদুমীক লৈ গ'ল। পদুমীৰ মাকলৈ তাৰ বিনিময়ত মৌজাদাৰৰ পুতেকে মাহে ২০ টকাকৈ পঠিয়াব। তাইৰ অকণো যাবৰ ইচ্ছা নাছিল। কিন্তু, নগ'লেও মাকৰে সৈতে তাই খাব ক'ৰপৰা? গঞ্জা ৰাইজেও তাইক যাবলৈকে পৰামৰ্শ দিলে। তাৰ পিচত আৰু বহুত কথা। সেইবোৰ পঢ়াৰ তাৰ ধৈৰ্য নাছিল।

জীৱনত সেইদিনা ৰাতিয়েই সি প্ৰথম অনুভৱ কৰিছিল, পদুমী দূৰত থাকিলেও তাৰ জীৱনৰ কোনোবা এটুকুৰা খালী ঠাইত মনে মনে পৰিপূৰক হৈ বহি আছিল—সি

নিজে নজনাকৈয়ে। সেইদিনা সি অনুভৱ কৰিছিল, পত্নী চাকৰণী হোৱা মানে যেন তাৰেই অপমান। ভাবি ভাবি সি সেইদিনা ভাবিব নজনা হৈ গৈছিল। পত্নীক তেন্তে সি বিয়া কৰাব খুজিছিল নেকি? নাই খোজা বুলি তাক লাজটোৱে কৈছিল। কিন্তু, আনৰ হাতত এৰি দিবলৈও তাৰ মনটো ৰাজী হোৱা নাছিল। সেইদিনা সি ভাবি ভাবি পাইছিল, তাৰ মনটোৱে প্ৰকৃততে কি বিচাৰে। মনটোৰ মতে—পত্নী পত্নী হৈয়ে থাকিব, তাৰ মাকৰ ওচৰত থাকিব, তাৰ মনত থাকিব। যদি তেনেকৈ থকা অসুবিধা হয়, তেন্তে সি লাগে বিয়া কৰায়েই ল'ব। বিয়াৰ কথা মনত পৰিয়েই সি সেইদিনা জিকাৰ খাই উঠিছিল। গোটেই গাটোত কেঁচা হালধিৰ গোন্ধ সি পাইছিল। আম-পাতৰ পৰশ অনুভৱ কৰিছিল।..... এই কথা ভাবি ভাবিয়েই সি বাতৰি-কাকতৰ অফিচত তাৰ নিজৰ ঠাইত বহি আছিল। এনেতে তাক সম্পাদকে মাতি পঠিয়াইছিল। তাৰ বৰ বিৰক্তি লাগিছিল। এই সময়ত হে, তাৰ ইমান বেজাৰৰ সময়ত হে, তাক সম্পাদকে মাতিব পায় নে? সি সম্পাদকৰ কমৰ ফালে গৈছিল। যাওঁতে কিন্তু ভাবি গৈছিল,—কিবা নতুন কাম দিলে এতিয়া কৰিব নোৱাৰোঁ বুলি সি ফটভাৱে ক'ব। সেই কাৰণে যদি তাৰ চাকৰি যায়, যাওক।... সম্পাদকে তাক কৈছিল, শ্বিলঙলৈ এজন ষ্টাফৰ মানুহ পঠিওৱাৰ কথা তেখেতে ভাবিছে—বিশেষ সংবাদ-দাতা হিচাপে পৰীক্ষামূলকভাৱে প্ৰথমতে ছমাহমানৰ কাৰণে। আৰু সুধিছিল, সি যাব পাৰিব নে। অফিচৰ যাবতীয় খৰচ লৈ সি তেতিয়া মাহে আঢৈশমান পাব, যদিও তাৰ মূল দৰমহা ১০০৲ টকা হৈয়ে থাকিব। বিজুলীৰ দৰে তাৰ মনত পৰি গৈছিল, পত্নী শ্বিলঙতে আছে। সি ৰাজী হৈছিল। পিচদিনাই যাব নেকি সি সম্পাদকক সুধিছিল। সম্পাদকে হাঁহি হাঁহি কৈছিল—'দেশে যাবে বলে কালকেই যেতে চাও, না?'... পাঁচ দিনৰ পিচত সি শ্বিলঙলৈ বুলি ৰাওনা হোৱা ঠিক হৈছিল।

সেইদিনা বাতৰি-কাকতৰ অফিচৰপৰা ঘূৰি আহি সি ভাবিছিল—কলিকতাৰপৰা গুচি গ'লে তাৰ পঢ়া আৰু নহ'ব। আকৌ সিয়েই নিজকে নিজে বুজাইছিল,—কিয় নহ'ব? সিতো ছমাহৰ পিচতে ঘূৰি আহিব কলিকতালৈ। বাপেকলৈ খবৰটো দিব নে নিদিয়ে ভাবিছিল। ভয় লাগিছিল। মৰসাহ দি সি বাপেকলৈ এখন চিঠি লিখিছিল, সেই ৰাতিয়েই। সি লিখিছিল, ছমাহৰ কাৰণে শ্বিলঙলৈ হঠাতে যাবলগীয়া হোৱাৰ কথা। আৰু লিখিছিল, কিতাপ-পত্ৰ সি লগত লৈ যাব। ঘূৰি আহি কলিকতাতে বি. এ পৰীক্ষা দিবহি। আৰু, লোভ লগাকৈ লিখিছিল, সি কিমান বেছি টকা পাব।

—সেইদিনা গোটেই ৰাতি তাৰ টোপনি অহা নাছিল—আজিৰ দৰেই। আজিৰ ৰাতিটোৰ লগত তাৰ সেই দিনাৰ ৰাতিটো তুলনা কৰি চাই ভাল লাগিল। চিন্তাৰ খাঁজ হেৰাই যায় বুলি লাইটটোৰপৰা চকু আঁতৰাই আনি গাঁকৰ ওপৰত পৰা কাগজখনেৰে ঢাকি ধৰিলে। আজি তাৰ সঁচাকৈয়ে ভাবিবৰ মন গৈছে।

সেইদিনা ৰাতি সি ভাবিছিল শ্বিলঙত গৈ কি কৰিব। প্ৰথমেই সি তাক ইমান সহায় কৰা বাতৰি-কাকতখনৰ কাৰণে কৰিবলগীয়া দেখা-সাক্ষাৎ কৰি ল'ব এদিনৰ

ভিতৰতে। পিচদিনা পুৱাই সি মৌজাদাৰৰ পুতেকৰ ঘৰলৈ যাব। গৈ ক'বগৈ, তাক পঠিয়াই দিছে পদুমীক নিবলৈ। পদুমীৰ মাকৰ অসুখ। কুকুৰে হয়তো লাজ পাব—যি পদুমীক সি সুবিধাত পাই চাকৰণী কৰিছিল, সেই পদুমীক খবৰ কৰা মানুহৰ অভাৱ নাই। সি হয়তো অনুভৱ কৰিব—পদুমী চাকৰণী হোৱা ছোৱালী নহয়।

তাৰ পিচত পদুমীও আচৰিত হ'ব। তাইক সি লৈ আহিব। এনে অভাৱনীয় ঘটনা দেখি তাই হতভম্ব হ'ব। কিন্তু, সি তাইক আনি ক'ত ৰাখিবহি? অকলে তাৰ লগত পদুমীৰ নিচিনা ভয় লগা যৌৱন থকা গাভৰু এজনী ৰখা ঠিক নহ'ব। তাইক সেইদিনাই সি ঘৰলৈ লৈ যাব। কিন্তু দুদিনীয়া বাট, সি অকলে পদুমীক লৈ কেনেকৈ যাব? গাঁৱৰ মানুহে বা কি বুলিব?—সি নিৰুপায় হৈছিল। সেই সময়তে তাৰ মনত পৰিছিল, তাৰ গাঁৱৰে মহেশ আৰু তাৰ ভনীয়েক মিনতি শ্বিলঙত থকাৰ কথা। তাৰ খুব ভাল লাগি গৈছিল। সি তেন্তে পদুমীক প্ৰথমতে আনি মিনতিহঁতৰ ঘৰতে থ'বহি। দুই-এদিন শ্বিলংখন দেখুৱাব আৰু তাৰ পিচত এদিন মিনতি আৰু মহেশক লৈ ঘৰত থৈ আহিবগৈ। পদুমীৰ মাকে তাক আশীৰ্বাদেৰে পুতি পেলাব। এইবোৰকে ভাবি ভাবিয়েই সি প্ৰায় ছমাহৰ আগৰ সেই এটা ৰাতি কলিকতাত শেষ কৰি দিছিল—এই ১৯৫৫ চনৰে ফাগুন মাহৰ এটা বলিয়া নিশা।

—অভয়ে বিচনাত দীঘল দি ভাবি আছিল।

সন্ধিয়া শ্বিলঙত উপস্থিত হৈ সি মহেশৰ ঘৰ পাইছিলগৈ। মহেশ আৰু মিনতি দুয়ো আচৰিত হৈছিল হঠাতে তাক দেখি। সি তাতে ৰাতিটো কটাইছিল। সেইদিনা ৰাতিয়েই সি মহেশ আৰু মিনতিক তাৰ চাকৰিৰ লগতে থকা গোপন উদ্দেশ্যৰ কথা কৈছিল। মহেশে বৰ দুখ কৰিছিল, ধনবৰ মাউত মৰা বুলি শুনি। পদুমী চাকৰণী হ'বলগীয়া হোৱা শুনি মিনতিয়ে কান্দি পেলাইছিল। পিচদিনা পুৱা সি তাৰ বাতৰি-কাকতে ঠিক কৰি থোৱা অফিচ-ঘৰটোলৈ আহিছিল। বান্ধনিৰ অভাৱত সি এটা থাচিয়া হোটেলত ভাত খাবলৈ ঠিক কৰি লৈছিল।

—অভয়ে বাগৰ সলাই দীঘলকৈ উশাহ টানিলে। সেই দিনবোৰৰ কথা যেন ভাবি থাকিলেও শেষ নহ'ব। বুকুত অসীম আশা লৈ সি শ্বিলং পাইছিলহি। কত তাৰ আশা—পদুমীক উদ্ধাৰ কৰিব—দাসত্বৰপৰা মুক্তি দিব—নিজত্ব উপলব্ধি কৰাৰ সুবিধা দিব। কি তাৰ উছাহ—সি যেন সমগ্ৰ মানৱ কৃষ্টিটোক হে কৃত্ৰিম দাসত্বৰ কৰাল গ্ৰাসৰপৰা মুক্ত কৰিবলৈ ওলাইছিল!

শ্বিলঙখন তাৰ কিবা কিবা লাগিছিল। ই যেন ভাৰতে স্বাধীন হোৱাৰ পিচতো নিৰাপদে থাকি যোৱা ইংৰাজী কৃষ্টি-সভ্যতাৰ উপনিবেশ। ইয়াত যেন বৃটিচৰ আহিত ভাৰতীয় আদৰ্শই পচ লয়। হাড়ে-হিমজুৰে ভাৰতীয়বোৰক ইয়াত বিদেশী বিদেশী যেন লাগে। কিন্তু, সেইবোৰৰ ফালে মনোযোগ দিয়াৰ সময় তাৰ নাছিল। প্ৰথম সি পদুমীক বিচাৰি উলিয়াব লাগিব। নহ'লে তাৰ শান্তি নাই।...

একেদিনাই সি মৌজাদাৰৰ পুতেকৰ ঘৰটো বিচাৰি উলিয়াইছিল। কিন্তু তাত গৈ কোনটো লাজেৰে সি পদুমীৰ কথা সোধে। কেবাদিনো সি বাহিৰে বাহিৰে

খবৰ লোৱাৰ চেষ্টা কৰিলে। কিন্তু, নতুন মানুহ। কোনে তাক এজন অফিচাৰৰ ঘৰৰ ভিতৰুৱা খবৰ আনি দিব? এদিন সি নিজে গৈ মৌজাদাৰৰ পুতেকৰ ঘৰত ওলাইছিলগৈ। মানুহটো আচৰিত হৈছিল অভয়ক দেখি। সুধিছিল—কিয় কলিকতাৰপৰা গুচি আহিল। চাহ দিছিল—বৈণীয়েকে চাহ দিছিল। অভয়ে তেখেতক সুধিছিল—শিলঙত অকলে বেয়া নালাগে নে? তাৰ উদ্দেশ্য আছিল কিবা উপায়ে পদুমীৰ খবৰ লোৱা। কিন্তু তেওঁ উত্তৰ দিছিল—"প্ৰথমতে বেয়া লাগিছিল। এতিয়া বহুতৰে সৈতে চিনাকি হৈ গৈছে।" সি পদুমীৰ কোনো খবৰ নোপোৱাকৈয়ে গুচি আহিছিল।

আন উপায় নাপাই সি বহুত পেট পেলাই পঢ়া গোয়েন্দা-গল্পবোৰ কামত লগোৱাৰ কথা ভাবিছিল। সি ঠিক কৰিছিল, দূৰে দূৰে থাকি সি মৌজাদাৰৰ পুতেকৰ ঘৰৰ ওপৰত চকু ৰাখিব। যাতে প্ৰথম জানি ল'ব পাৰে, পদুমী তাত আছে নে নাই। এই উদ্দেশ্যেই সি প্ৰথম কংচিৰ চাহৰ দোকানত বহিছিলহি। কংচিৰ দোকানৰ সোঁফালে কোণত বহিলে মৌজাদাৰৰ পুতেকৰ ঘৰৰ পিচফাল বৰ ভালকৈ দেখা পায়। কিন্তু, সেইদৰে কংচিৰ দোকানত বহুত দিন ঘণ্টাৰ পিচত ঘণ্টাকৈ বহিও পদুমীৰ ছাঁটোও সি দেখিবলৈ নাপালে। সেই সময়ত সি ভাবিছিল—"বেচেৰীক কুকুৰহঁতে বাহিৰলৈ ওলাবলৈকে নিদিয়ে।"

মিচেচ্ বৰাৰ ঘৰলৈও সি প্ৰথম সেই সময়তে গৈছিল। প্ৰথম দিনা মিস্টাৰ বৰাৰপৰা কিবা এটা খবৰ আনিবলৈ, দ্বিতীয় দিনা পুতেকৰ জন্ম-দিনৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ। নিজৰ মূৰৰ ভিতৰত থকা পদুমী হেৰোৱাৰ ধুমুহাটো বাহিৰত যে সি কেনেকৈ কোনেও মুবুজাকৈ ৰাখিব পাৰিছিল, আজি ভাবিবও নোৱাৰে সি। বৰাৰ ঘৰখন তাৰ ভাল লাগিছিল। অতি বেছি ভাল লাগিছিল ৰণীৰ সংগ। সি প্ৰায়ে গৈছিল। তিৰোতাই তিৰোতাৰ খবৰ ৰাখে। শিলঙত থকা চাকৰিয়ালৰ ঘৰৰ তিৰোতাই আমনি লগা সময়বোৰ অতিবাহিত কৰিবলগীয়া হয়, আন তিৰোতাৰ দোষৰ কথা আলোচনা কৰি। এদিন কথাৰ মাজতে সি মৌজাদাৰৰ পুতেকক চিনি পোৱাৰ কথা মিচেচ্ বৰাক কৈছিল। আৰু কৈছিল, মৌজাদাৰৰ পুতেক আৰু ঘৈণীয়েক ভাল মানুহ নহয় বুলি। কাৰণ, সি জানিছিল, সি বেয়া বুলিলে হে মৌজাদাৰৰ পুতেকৰ ঘৰৰ বেয়া কথা মিচেচ্ বৰাই তাক ক'ব—অৱশ্যে যদি হে কিবা জানে। তাৰ বুদ্ধিয়ে কাম কৰিছিল। মিচেচ্ বৰাই কওঁ-নকওঁকৈ কৈছিল—সিহঁতৰ ঘৰত চাকৰণী এজনী থকাৰ কথা—তাইৰ লগত মৌজাদাৰৰ পুতেকৰ বদনাম ওলোৱাৰ কথা—তাইক মাৰি-কিলাই ঘৈণীয়েকে খেদাই দিয়াৰ কথা…।

সি সেইদিনা মিচেচ্ বৰাৰ ঘৰৰপৰা পোনে পোনেই মহেশৰ ওচৰ পাইছিলগৈ। সেইদিনা মহেশক গৈ সি সকলো কথা কৈছিল—পদুমীক উলিয়াবই লাগিব বুলি কৈছিল। মহেশে তাৰ অৱস্থা দেখি তাক সকলো ধৰণেৰে সহায় কৰিবলৈ গাত লৈছিল। মহেশৰ পৰামৰ্শ মতেই সি সেইদিনাই মৌজাদাৰৰ পুতেকৰ ঘৰ পাইছিলগৈ। কোনো পাতনি নেমেলাকৈ সি মৌজাদাৰৰ পুতেকক সুধিছিল পদুমীৰ কথা। মৌজাদাৰৰ পুতেকে আচৰিত হৈ তাৰ ফালে চাই আছিল। সি তেতিয়া কৈছিল—

মিছাকৈ কৈছিল,—পদুমীৰ মাকৰ অসুখ, তাইক ঘৰলৈ পঠিয়াই দিব লাগে। পদুমীৰ মাকৰ অসুখ বুলি শুনি মৌজাদাৰৰ পুতেকে বেজাৰ কৰিছিল। লগে লগে কৈছিল —"নক'বা আৰু আজি-কালিৰ গাঁৱৰ ছোৱালীবোৰৰ কথা। তাইক মই আনিছিলোঁ। সংস্থান এটা হওক বুলি। পোন্ধৰ দিন নৌহওঁতেই কোনোবা এটাৰ লগত পলাই গ'ল। এস্, এতিয়া বাৰু তুমি মাকজনীলৈ কি লিখিবা—" তাৰ আৰু বক্তৃতা শুনাৰ ধৈৰ্য নাছিল। সেইদিনালৈকে সি ভাবি আছিল পদুমী আছে। মৌজাদাৰৰ পুতেকৰ লগতে আছে। মাত্ৰ এদিন তাইক আনি ঘৰলৈ পঠিয়াই দিয়াই কথা। মিচেচ্. বৰাই কওঁতেও সি বিশ্বাস কৰিব পৰা নাছিল। ভাবিছিল—মাইকী মানুহে মাইকী মানুহৰ বদনাম কয়েই। কিন্তু এতিয়াতো বিশ্বাস নকৰি উপায় নাই! সি লাহে লাহে মৌজাদাৰৰ পুতেকৰ ঘৰৰপৰা ওলাই আহিছিল। খোজ কাঢ়িবলৈ সি আঁঠুবোৰত একেবাৰে শক্তি পোৱা নাছিল। বুকুখনত কিবা এটাই হেঁচা মাৰি ধৰিছিল। চকুৰেও কম দেখিছিল বোধকৰোঁ। কেতিয়া কেনেকৈ আহি সি মহেশৰ ঘৰ পাইছিলহি ক'ব নোৱাৰে। হঠাতে সাৰ পোৱাৰ দৰে পাই সি দেখিছিল—সি নিজে মহেশৰ বিচনাত শুই থকা। সি চকু মেলা দেখি মহেশে সুধিছিল—গা বেয়া লাগিছে নেকি? মূৰ ঘূৰাইছে নেকি?…সি বুজিব পাৰিছিল কিছু সময়ৰ কাৰণে সি অজ্ঞান হৈ যোৱা বুলি।

মহেশৰ বুদ্ধি মতেই পিচদিনা পুৱা সি মহেশৰ লগতে থানালৈ গৈছিল। থানাত খবৰ দিছিল এজনী ছোৱালী হেৰোৱা বুলি। পদুমী সংক্ৰান্ত সকলো ঘটনা ভাঙি-পাতি কৈছিল। ডেকা চাব্-ইন্‌স্পেক্টৰ দত্তই খুব আগ্ৰহেৰে শুনিছিল। চাকৰি জীৱনৰ অভিজ্ঞতাৰে মৌজাদাৰৰ পুতেকেই সকলো জানে বুলি ভাবিছিল। মৌজাদাৰৰ পুতেকে সঁচা কথা কোৱা নাই বুলি দত্তই সন্দেহ কৰিছিল। তাৰ মনটোৱেও কৈছিল, পদুমী কেতিয়াও পলাই যাব নোৱাৰে। পলাই যোৱা ছোৱালী পদুমী নহয়।…

থানাৰপৰা ওলাই সি সেইদিনা কিবা নিৰাশ হৈ পৰিছিল। মহেশ গুচি গৈছিল আনফালে কিবা কামত। সি বাটৰ শিলগুটি এটা গুৰিয়াই ভাবি আহিছিল বহুত কিবা-কিবি কথা। শিলঙলৈ অহা প্ৰায় এমাহ হ'ল বুলি মনত পৰি সি ভয় খাই উঠিছিল। এই এমাহেও পদুমীক বিচাৰি নোপোৱাৰ কাৰণে তাৰ নিজৰ ওপৰতে খুব খং উঠিছিল। ভয় খাইছিল—পদুমী যদি সঁচাকৈ হেৰাই গৈছে। নিজকে প্ৰবোধ দিয়াৰ চেষ্টাও কৰিছিল।…সেইবোৰ ভাবি-চিন্তি বাটৰ শিলগুটি গুৰিয়াই আহি থাকোঁতেই সেইদিনাই প্ৰথম সি বাপধনক লগ পাইছিল।…সি ভাত খোৱা থাচিয়া হোটেলটোত তাক নি ভাত খুৱাইছিলগৈ। বাপধনে ভাত খোৱা চাই চাই তাৰ চকুপানী বাগৰি গৈছিল। সি ভাবিছিল, এই ভাতমুঠিৰ কাৰণেই পদুমীৰ আজি চাগে কি অৱস্থা হৈছে? ভগৱানে দিয়া ভাতমুঠিৰ অভাৱৰ কাৰণে অভাৱীবোৰেই দোষী নে? বাপধনে আগ্ৰহেৰে ভাত খোৱা দেখি তাৰ ভাল লাগিছিল। ভুখাতুৰ বাপধনক ভাত দি যেন সি ভগৱানক সন্তুষ্ট কৰিছিল। সেই সন্তুষ্টিৰ কাৰণেই যেন ভগৱানে পদুমীক নি কোনোবা দয়ালু লোকৰ হাতত পেলাই দিবগৈ। বাপধনৰ সৰল মুখত পদুমীৰ মুখখন সি দেখা পাইছিল।…

প্ৰথম এমাহমান খবৰ বিচাৰোঁতেও তাৰ কম সময় যোৱা নাছিল। প্ৰত্যেকটো খবৰকে ভালভাৱে জানি লোৱাৰ দৰকাৰ হৈছিল। কিন্তু লাহে লাহে সি বুজিছিল, খবৰৰ কাৰণে হাবাথুৰি খোৱাৰ দৰকাৰ নাই। কাগজৰ খবৰ অতি সাধাৰণ কথা। চৰকাৰী খবৰবোৰ চৰকাৰে নিজে আহি দিয়ে। চৰকাৰৰ দোষ-ভুলৰ খবৰ কাগজে বৰ ভাল নাপায়। সেইবিধ খবৰ বিচৰাৰো কোনো অৰ্থ নাই। মন্ত্ৰী আদিৰ বক্তৃতাৰ ছপা নকল বহুত দিন আগতে পোৱা যায়। সঁচাকৈয়ে মানুহৰ বুকুৰ যিবোৰ সংবাদ —যিবোৰ যোগাৰ কৰিবলৈ বুদ্ধি, জ্ঞান আৰু প্ৰাণৰ দৰকাৰ—সেইবোৰ ছপা কৰা কাগজ পৃথিৱীতে খুব কম। এমাহমানৰ পিচৰপৰা খবৰ বিচৰা কাম সি বাদ দিছিল। গতানুগতিক খবৰখিনিকে পঠিয়াবলৈ ধৰিছিল। খিলঞ্জত এটা মাহ কেনিবাদি কুঁৱলীৰ দৰে উৰি গৈছিল।...... .. ...থানাত খবৰ দি অহাৰ পিচৰ তিনি দিন কেনেকৈ যে গৈছিল! প্ৰতি মুহূৰ্ততে সি আশা কৰিছিল, থানাৰপৰা কিবা এটা খবৰ পোৱাৰ। প্ৰতি মুহূৰ্ততে সি চঁক্ খাই উঠিছিল, হঠাতে পদুমী আহি তাক মতা যেন লাগিছিল। তিনি দিনৰ পিচত চাব্-ইন্সপেক্টৰ দত্ত তাৰ অফিচত নিজে ওলাইছিলহি। বেজাৰ কৰি কৈছিল,—তেওঁ নিজে গৈ কলিতাক (মৌজাদাৰৰ পুতেকৰ নাম কুসুম কলিতা। অভয়ে কিন্তু কেতিয়াও তাক নামটোৰে সৈতে মনত পেলাব নোৱাৰিছিল। সি তাক মৌজাদাৰৰ পুতেক বুলিয়েই চিনি পাইছিল। তাৰ নামটো যেন মনত ৰাখিবলগীয়াকৈ দৰকাৰী মানুহ্ সি নহয়) দেখা কৰিছিল। জেৰা কৰিছিল। জেৰাত ওলাই পৰিছিল, সি মাৰি-কিলাই খেদি দিয়া কথাটো। ইয়াৰ ফল বৰ বেয়া হ'ব বুলি দত্তই তাক বুজাইছিল। সোনকালে ছোৱালীজনী উলিয়াই দিবলৈ কৈছিল। কিন্তু, তাৰ পিচদিনাই দত্তই বদলি হোৱাৰ অৰ্ডাৰ পালে। দত্তৰ বিশ্বাস, তেওঁ অফিচাৰ এজনৰ পাচত লগাৰ কাৰণেই এই বদলিৰ অৰ্ডাৰ।

দত্ত নমস্কাৰ কৰি গুচি গৈছিল। অভয়ে কিছু সময় একো ভাবিব পৰা নাছিল। লাহে লাহে সমস্তাটো সি পৰিষ্কাৰকৈ দেখা পাইছিল। ইমান দিনে সি উন্মাদৰ দৰে বিচাৰি ফুৰিছিল। সেইদিনা সি বুজিব পাৰিছিল, পদুমীক বিচাৰি উলিওৱাটো কাৰো বাবে দৰকাৰী কথা নহয়। নগণ্য পদুমী, কোনে তাইৰ কথা ভাবিব? আৰু, ভবাৰে বা সুবিধা ক'ত? বেচেৰা দত্তটোৱে যত্ন কৰিছিল। তাক খিলঞ্জৰপৰাই আঁতৰাই পঠিয়ালে। কিন্তু এখন সভ্য সমাজৰ মাজৰপৰা এজনী ছোৱালী জীয়াই জীয়াই নোহোৱা হৈ যায়—ই কি সম্ভৱ?

সেইদিনা ৰাতিয়েই সি গোটেই সমস্তাটোকে নিজৰ কৰি লৈছিল। কোনেও তাক সহায় কৰিব নালাগে, সি নিজেই পদুমীক বিচাৰি উলিয়াব।—এই ভাব মনলৈ অহাৰ সময়ত সি পদুমীক ভাল পোৱাৰ কথা ভবা নাছিল, পদুমীক কিয় বিচাৰিছে ভবা নাছিল। পদুমীক পাই সি কি কৰিব তাকো ভবা নাছিল। সি তাৰ মাক-বাপেকৰ কথাও সেইদিনা ভবা নাছিল। সি যেন জেদ ধৰিছিল—সভ্য বুলি গৰ্ব কৰা সমাজখনৰ লগত জেদ ধৰিছিল,—'কেনেকৈ পদুমীক হেৰুৱাই পেলাব মই চাম।'

তাৰ কৰ্ম-পন্থা সি ঠিক কৰি পেলাইছিল। সভ্য সমাজখনৰপৰা সি লাহে লাহে আঁতৰি পৰিছিল। নিতান্ত এবাৰ নোৱাৰা সাংবাদিক মেল দুই-এখনৰ বাহিৰে মি

চৰকাৰী ভদ্ৰলোকসকলক লগ নোপোৱা হৈছিল। লাহে লাহে সি মহেশ-মিনতিকো বাদ দিছিল। আটাইতকৈ বেছি তাৰ আপোন হৈ পৰিছিল মৌজাদাৰৰ পুতেকৰ চাপ্ৰাচিটো। বকচিচ্‌ দি দি সি চাপ্ৰাচিটোক একেবাৰে হাত কৰি পেলাইছিল। তাৰ মুখতে সি শুনিছিল পদুমীৰ বিষয়ে আচল ঘটনাটো।

*

চাপ্ৰাচিটোৱে তাক মৌজাদাৰৰ পুতেকৰ বিষয়ে বহুত কথাই কৈছিল। কোনোবা এজনী কাঞ্চিৰ বোলে এটা সন্তান আছে মৌজাদাৰৰ পুতেকৰ ফালৰপৰা। সি মাহে মাহে টকা দি থাকে। তাইক প্ৰথম বিয়া কৰাব বুলিয়েই সি নিছিল। কিন্তু, কিছুদিনৰ পিচত সি ঘৰত গৈ বিয়া কৰাইছিলগৈ। কাঞ্চিৰ তেতিয়া সন্তানটোৰ বয়স আছিল মাত্ৰ চাৰি মাহ। বাপেক-মাকে তাইক ঘৰত সোমাবলৈ নিদিলে। তাই অনাই-বনাই ফুৰিছিল। এনেতে তাই এটা মানুহ লগ পাইছিল। সেই মানুহটোৱেই তাইক এজনী বুঢ়ীৰ লগত ৰাখিছিলগৈ। বুঢ়ীক তাই "মাই" বুলি মাতিছিল। লাহে লাহে তাই বুজি আহিছিল তাই কি ঠাইত পৰিছিলহি। কিন্তু, ওলাই যোৱাৰ উপায় নাছিল। প্ৰথমতে তাই চিঞৰি-বাখৰি দেখুৱাইছিল। কোনোবা মতা মানুহ আহিলেই পলাব খুজিছিল। মদপী দেখিলে ভয় খাইছিল। কিন্তু, পেটৰ ভোকে জীৱনৰ আন সকলো দাবী তল পেলাই দিয়ে। তাই দেহৰ ব্যৱসায় আৰম্ভ কৰিছিল।..... মৌজাদাৰৰ পুতেকে সন্তানটোৰ কাৰণে টকা দি গৈছিল। এতিয়াও দিয়ে। তাৰ চাপ্ৰাচিটো আহি দি যায়।......

পদুমীক এদিন বোলে মৌজাদাৰৰ পুতেকে বলেৰে ধৰিছিল—ঘৈণীয়েক ঘৰত নাথাকোঁতে। তাই বোলে খুব চিঞৰিছিল। এনেতে ঘৈণীয়েক আহি পাইছিল। ঘৈণীয়েকক দেখি উৰাই-ঘূৰাই মৰিয়াই পদুমীক ঘৰৰপৰা সি উলিয়াই দিছিল। ঘৈণীয়েকক কৈছিল—এইৰ চৰিত্ৰ অতি বেয়া। ঘৈণীয়েকে ভাল পাইছিল। গাভৰু চাকৰণী ঘৰত ৰখাটো নিৰাপদ নহয় বুলি মন্তব্য কৰিছিল। পদুমীয়ে কোনো আপত্তি কৰা নাছিল। চাপ্ৰাচিটোৰ বেয়া লাগিছিল—বাটত আহি তাইক লগ ধৰিছিল। এটা চকুৰেদি তাইৰ তেজ ওলাইছিল। সি তাইক সুধিছিল—'ক'লৈ যাবিনো?' তাই একো উত্তৰ দিয়া নাছিল। চাপ্ৰাচিটোৱে তাইক আনি কাঞ্চিৰ ঘৰতে থৈ গৈছিলহি।

দুৰ্ভগীয়াই আনৰ দুৰ্ভাগ্য দেখি সকাহ পায়। নিজৰে নিচিনা দুৰ্ভগীয়া আন কিছুমান আছে বুলি জানিলে নিজৰ দুখ বহুত পাতলে। কাঞ্চিয়েও প্ৰথম তাইক পাই ভাল পাইছিল। সেই ৰাতিয়েই কাঞ্চিয়ে পদুমীক বুজাইছিল। দেহাৰ বেপাৰেই সকলোতকৈ সুখৰ বুলি কৈছিল। স্বাধীন ব্যৱসায় বুলি কৈছিল।

সেই ৰাতিয়েই পদুমী পলাই গৈছিল। ক'লৈ গৈছিল কোনেও নাজানে। তাৰ পিচত তাইৰ আৰু কোনো খবৰ পোৱা নাই।...এই ঘটনা শুনিয়েই সি চাপ্ৰাচিটোক লগত লৈ কাঞ্চিৰ ঘৰ পাইছিলগৈ। কাঞ্চিয়ে পদুমীৰ কাৰণে দুখ কৰিছিল—চাপ্ৰাচিটোৱে কোৱা ঘটনাটোকে আকৌ কৈছিল। তাৰ সেইদিনা খুব ভয় লাগিছিল, সঁচাকৈয়ে যদি পদুমী এতিয়া ক'ৰবাত অতি বেয়াভাৱে জীয়াই আছে।

সি মনে মনে ভগৱানক খাটিছিল—পত্নী যেন তাৰ আগতে মৰি যায়। পত্নীৰ অধঃপতনতকৈ পত্নীৰ মৃত্যু সি যেন সহজে সহ্য কৰিব পাৰিব।

সময়ৰ লগে লগে পত্নীক বিচাৰি ফুৰোঁতে, সি লাহে লাহে 'ভদ্ৰ' সমাজৰপৰা হেৰাই গৈছিল—সুৰা, সুন্দৰী আৰু জুৱাৰে গৰম নিশাৰ খিলঙৰনত সোমাই পৰিছিল—নিজে নজনাকৈয়ে। 'ভদ্ৰ সমাজ' বুলিলেই তাৰ ঘিণ লগা হৈছিল। নিশাৰ গোপন খিলঙখন তাৰ ভাল লাগিছিল। লাহে লাহে সি বাতিও ঘৰলৈ নহা হৈছিল। বহুত ভদ্ৰলোকেই তাক চিনি নোপোৱাৰ ভাও ধৰিবলৈ বাধ্য হৈছিল। গোপন খিলঙত লগ পোৱা বহুত মদপী, বহুত জুৱাৰী, বহুত বামাচাৰীক সি দিনৰ খিলঙত ভদ্ৰলোকৰ বেশত দেখি হাঁহিছিল। সিহঁতৰ অভিনয় ভাঙি দিবৰ মন গৈছিল। একমাত্ৰ সি ভয় কৰিছিল মহেশ আৰু মিনতিক। সিহঁতৰপৰা সি পলাই ফুৰিছিল। বাপধনৰ মুখৰ হতাশ ভাবটো সি লক্ষ্য কৰিছিল। কিন্তু, সেই সময়ত কোনো দুচিন্তাই তাক আমনি কৰিব নোৱাৰিছিল। পানীত পৰা কুটা কলহৰ দৰে সি লাহে লাহে তললৈ গৈ আছিল—ওপঙাৰ কোনো ব্যৰ্থ চেষ্টা নকৰাকৈ। দুপৰীয়াৰ ভাতসাজ খোৱাৰ বাহিৰে বাপধনৰ লগত তাৰ প্ৰায় দেখা নোহোৱা হৈছিল। কেইদিনমান সেই সময়তে মহেশে তাক খবৰ কৰাৰ কথা জানিব পাৰি সি সময় সলনি কৰি আহিবলৈ লৈছিল। পৃথিৱীখনকে সি পাহৰি গৈছিল। একমাত্ৰ পত্নীৰ কথা তাৰ মনত আছিল। সিও কিন্তু পুৰণি বোগৰ দৰে তাৰ সহ্য হৈ গৈছিল। পত্নী হেৰোৱাটো যেন সি মানি লৈছিল। তাৰ আৰু খবৰ কৰিবলৈ ভয়ো লাগিছিল, কিজানি তাই একেবাৰে অধঃপতনে গৈ জীয়াই আছে। সেই খবৰ সি পাবলৈ নিবিচাৰিছিল। পত্নী সসন্মানে মৰিল বুলি সি ধৰি লৈছিল।

দিনৰ খিলঙৰপৰা আঁতৰি বাতিৰ খিলঙত সোমাই সি এটা মাহ কটাই দিছিল। কিন্তু, তাৰ তাতো আমনি লাগি আহিছিল। সদায় সন্ধিয়া সি ওলাই গৈছিল চুৰকৈ কাকিয়াং বিক্ৰী কৰা সেই বুঢ়ীজনীৰ ঘৰলৈ। চাপৰ দুৱাৰখনেদি মূৰ দোঁৱাই সি সোমাইছিল—মকৰা-জালেৰে ভৰা, এটা কেৰাচিনৰ চাকিৰে পোহৰ কৰিব খুজি আন্ধাৰ কৰা সেই গোন্ধেৰে গৰম কোঠাটোত। কেতিয়াবা হয়তো পাইছিল, কেবাজনেও ইতিমধ্যেই কাকিয়াং খাই থকা। সিও আৰম্ভ কৰিছিল। প্ৰথমতে গহীন হৈ খাইছিল, তাৰ পিচত দাঁতিতে বহা এজনৰ লগত কথা পাতিছিল। আৰু কাকিয়াং খাইছিল। ভাত থকা সকলোৰে লৈতে কথা পাতিছিল। আৰু খাইছিল। ভাঙৰ ডাঙৰকৈ কথা পাতিছিল। দ্বন্দ্ব কৰিছিল। কেতিয়াবা হাতো চলাইছিল। কেতিয়াবা মাৰো খাইছিল। পুলিচ আহিছিল। এটকামান সিহঁতৰপৰা আদায় কৰি গুচি গৈছিল। ওলাই আহিছিল। আন এটা ঘৰত জুৱা খেলিছিল। পইচা শেষ হৈছিল। বাতি ঘৰ পাইছিলহি ২, ৩, ৪ বা পুৰা ৫ বজাত। বাপধনৰ মুখখন দেখি দুখ লাগিছিল। দিনটো শুইছিল; আবেলি কেইটামান খবৰ পঢ়িয়াইছিল। আকৌ সন্ধিয়া ওলাই গৈছিল…

ছিঃ, কি যে আমনি লগা—আজি সি ভাবি চালে। সেই জীৱনত একমাত্ৰ সি আনন্দ পাইছিল, সেইবোৰ ঠাইত নিজৰ ৰূপত ভদ্ৰলোকসকলক পাই। দিনৰ সমাজক

এটা নতুন জগত দেখি সি প্ৰথমে আচৰিত হৈছিল। অপ্ৰকাশিত প্ৰথম প্ৰেমে গঢ়ি তোলা তাৰ চৰিত্ৰটো হেৰাই গৈছিল পছুমীৰ লগতে—মিশাৰ অবৈধ মিলনৰ প্ৰৰোচনাত। তাৰ দিনবোৰ বৈ আছিল নে মদ খাই ক'ৰবাত পৰি আছিল—সি গম পোৱা নাছিল। সি যন্ত্ৰ নে মানুহ পাহৰি গৈছিল।

এটা দিনৰ কথা মনত পৰি আজি তাৰ অসম্ভৱ লাজ লাগিল। কথাটো পাহৰিবৰ কাৰণে সি তাৰ মূৰটো গাঁৰুটোৰে ঢাকি ধৰিলে। 'ছিঃ, ইমান লাজ মই কোনো দিন পোৱা নাই'—সি নিজকে ভাওৰকৈয়ে ক'লে।

এজনী কুখ্যাত তিৰোতাৰ ঘৰত বহি সি সন্তীয়া খাচিয়া মদ খাই আছিল। কিমান খাইছিল সি নাজানে। কিন্তু, কলহৰপৰা ঢালিলে যেনেকৈ কল্‌কলকৈ পানী ওলায়, তেনেকৈ তাৰ মুখৰপৰা কথা ওলাই আছিল। এনেতে এজন মানুহ সোমাই অহা যেন দেখি সি অলপ বৈছিল—মানুহজন বহিলেই কথা আৰম্ভ কৰিবৰ কাৰণে। মানুহজন ভালেখিনি পৰ থিয় হৈ থকা দেখি সি মূৰ তুলি মানুহজনলৈ চাইছিল—কোন মূৰ্খক আহিছে বুলি। চাই সি মদৰ নিচাত কিবা ভুল দেখিছে বুলি ভালকৈ চকু দুটা মোহাৰি লৈছিল। আকৌ চাইছিল। হে প্ৰভু! তাৰ সমুখত থিয় হৈ সেইটো মহেশ! যমদূতক আগতে দেখাতকৈও সি বেছি ভয় খাইছিল সেইদিনা।

কোনো কথা নোকোৱাকৈ মহেশে তাক হাতখনত ধৰি তুলিছিল। মন্ত্ৰমুগ্ধৰ দৰে সি মহেশে টানি নিয়াৰ ফালে গৈ আছিল। মহেশে নি তাক এখন বৈ থকা টেক্সিৰ খোলা দুৱাৰেদি ঠেলা মাৰি ভিতৰলৈ সুমাই দিছিল। মহেশ নিজেও তাৰ দাঁতিতে বহিছিল। মহেশক দেখিয়েই তাৰ নিচা ভালেখিনি কাটি গৈছিল। টেক্সিত বহি মহেশৰ চকুৰে চকুৱে পৰাৰ ভয়ত সি টেক্সিখনৰ মহেশ নথকা ফালে একেথৰে চাই আছিল। কেইচেকেণ্ডমান চাই থকাৰ পিচতে সেই আন্ধাৰতো সি অনুভৱ কৰিছিল সি চাই থকা ফালে কোনোবা বহি আছিল। কিন্তু, কোন সি ধৰিব নোৱাৰি অতিষ্ঠ হৈ উঠিছিল। মদপীৰ মৰসাহ যোগাৰ কৰি সি জেপৰপৰা চিগাৰেট এটা উলিয়াই মুখত দিছিল। তাৰ উদ্দেশ্য আছিল, চিগাৰেট জলাওঁতেই চাই ল'ব, সেই অন্ধকাৰত আত্মগোপন কৰা মানুহজননো কোন। জুইশলাৰ পোহৰত মুখখন দেখিয়েই সি টেক্সিৰপৰা জাঁপ মাৰি দিব খুজিছিল। ইমানবোৰ মদ খোৱা নিচা তাৰ একেবাৰে নাইকিয়া হৈ গৈছিল। সেইজনী মিনতি। সি জুইশলা জলাই তাইৰ মুখ চোৱা দেখি তাই খঙেৰে কৈছিল,—'অসভ্যামি কৰিছা কিয়? মনে মনে বহি থাকা।' সি বহি আছিল। দুটা পিস্টল লোৱা পুলিচৰ মাজত বৈ থকা ডকাইতৰ দৰে অলৰ-অচৰভাৱে বৈ আছিল। টেক্সি চলিছিল। টেক্সিৰ জোকাৰণিয়েও তাক জোকাৰিব পৰা নাছিল।

টেক্সিখন বৈছিল। মহেশে তাক নমাই নি মহেশৰ ঘৰৰ পাচফাল পোৱাইছিলগৈ। কাপোৰ তিতি যোৱাকৈ তাৰ মূৰত এক বাল্‌টি পানী ঢালি দিছিল। এলোপা নেমুটেঙা চেপি মিনতিয়ে তাক জোৰকৈ খুৱাই দিছিল। সি কোনো প্ৰতিবাদ কৰা নাছিল। সেই সময়ত এমোনমান টোপনি সোমাই তাৰ মূৰটো গধুৰ কৰি দিছিল—ডিঙিটোৱে মূৰটো পোনকৈ বাখিব নোৱাৰা হৈছিল। মিনতি আৰু মহেশে কথ

পতা সি শুনিছিল—কিন্তু, কি কথা পাতিছিল বুজিব পৰা নাছিল। তাৰ পিচত বাত্তিটোৰ কথা সি ক'ব নোৱাৰে।

পিচদিনা ৰাতিপুৱা সি সোনকালে সাৰ পাইছিল। মূৰটোৰে একো কাম কৰিবলৈ অমান্তি হৈছিল। সি উঠি বিচনাৰ ওপৰতে বহি আছিল। সি যেন এমাহমানৰ মূৰত জ্ঞান পাইছিল। এমাহমান—এমাহ কিয়, দুমাহমান—সি যেন মদৰ ৰাগিত আছিল। গোটেই দেহাটো তাৰ বৰ দুৰ্বল যেন লাগিছিল। কোনোবা অহাৰ ভৰিৰ শব্দ শুনি সি তলমূৰ কৰিছিল। মেখেলাখনৰ স'তে ভৰি দুটা দুৱাৰ-মুখত দেখিয়েই সি বুজি পাইছিল, সেই ভৰি দুটাৰ ওপৰত থকা মানুহজনী মিনতি। সি মূৰ দঙা নাছিল। বিচনাৰ ওপৰতে কিবা কাগজ এখনৰ ওপৰত চাহ একাপ থৈ তাই কৈছিল—'চাহ খোৱা।' সি তাৰ চকুৰ চাৰনি মজিয়াত গোঁজ পোতাদি পুতি থৈছিল।

সি চাহ খাবলৈ লোৱাৰ আগতেই মহেশ সোমাই আহি তাৰ সন্মুখৰ চকীখনত বহিছিলহি—হাতত চাহৰ পিয়লা এটা লৈ। সি মূৰ তুলি চোৱা নাছিল। খন্তেক পিচতে হাতত এখন কিতাপ লৈ মিনতি আহি বহিছিলহি মূঢ়াটোত। গোঁজ পোতাদি মজিয়াত পুতি থোৱা তাৰ চাৰনিটোক সেইদিনা সি মনে মনে কৈছিল—'খবৰদাৰ, লৰচৰ নকৰিবি, বিপদ আছে।' সঁচাকৈয়ে তাৰ বিপদ আছিল। মহেশৰ কণ্ঠস্বৰ শুনি সি ভয়ত কঁপি উঠিছিল—

"চাহবোৰ নাখাৱ কেলেই ?"

চাৱনিটো ঠিক মজিয়াৰ একে ঠাইতে ৰাখি সি মনে মনে আছিল।

"এইবোৰনো তই কি বলিয়ালি আৰম্ভ কৰিছ ? বলিয়ালিতো নহয়, অসভ্যালি হে। ইমান সোনকালে তই অধঃপতনে যাবি বুলি মই ভবা নাছিলোঁ।"

সি মনে মনে ভাবিছিল,—এটা মাহ পলাই থকা হ'লে, একে দিনাই ইমানবোৰ কথা শুনিবলগীয়া নহ'লহেঁতেন।

"তোমাৰ কাৰণেই ক'তো মুখ উলিয়াব নোৱাৰা হ'লোঁ। সকলোৱে তোমাৰ নামটো শুনিলেই নাক কোঁচায়। তোমাৰ বন্ধু-বান্ধৱক এনেদৰে কষ্ট দিয়াটো কি উচিত হৈছে ?"—মিনতিৰ মাতত মিনতিসনা খং।

সি ভাবিছিল, তাৰ কাণকিখন অতি বিশ্বাসঘাতক। তাৰ অনুৰোধ উপেক্ষা কৰিও, তাৰ বিপদ হ'ব বুলি জানিও, তাৰ কাণে তাৰেই বেয়া কথা কাণপাতি শুনিছিল কাৰণে।

"হুঁ, বন্ধু-বান্ধৱ! ইমান সাদৰী মাক-বাপেকৰ কথা সি পাহৰি গৈছে ; তাৰ আকৌ বন্ধু-বান্ধৱ।...এইবোৰ চা। তই কি কৰিছ বুজিবৰ চেষ্টা কৰ"—মহেশে দুখন চিঠি তালৈ দলি মাৰি দিছিল। খোলা চিঠি। ওপৰত তাৰে নাম-ঠিকনা লিখা।

এখন মাকৰ চিঠি। সি মহেশৰ কথাৰ উত্তৰ দিয়াতকৈ চিঠি পঢ়াৰ সুবিধা পাই ভালেই পাইছিল। সি পঢ়ি গৈছিল। মাকে লিখিছিল—

"যেয়ে-সেয়ে তোৰ বাবেহুবি বদনাম কৈ আমাৰ ঘৰখনতে অশান্তিৰ জুই লগাইছে। মোৰ পেটৰ পোৱালি ৰবিলেও অধঃপতনে যাবায় বুলি মোৰ এটা

বিশ্বাস আছে। আশাকৰোঁ সেই বিশ্বাস তই ৰাখিবি। কালি এজনে আহি নিজ চকুৰে দেখা বুলি বহুত কথাই কৈছিলহি—তোৰ বিষয়ে। তোক মই মৰম কৰিয়েই বেয়া কৰিলোঁ বুলি কৈছিল। তোক মৰম কৰা অন্যায় বুলি কৈছিল। মইনো বাৰু কি ক'ম? মই মাত্র কৈছিলোঁ—সি মোৰ ল'ৰা বুলিয়েই মই মৰম কৰোঁ, ভাল ল'ৰা বুলি নহয়। তাতে তয়ো দেখোন চিঠি-পত্র দিবলৈ এৰিলি…।"

আনখন চিঠিত বাপেকে লিখিছিল,—"তোৰ বিষয়ে কথা শুনি শুনি মোৰ আমনি লাগিছে? কিবা এটা সত্য নাথাকিলে এনেয়ে কথা নোলায়। মুঠতে সোনকালে তই এবাৰ আহি যা।"

ডাঙৰ ভায়েকটোৱে লিখিছিল—"তোমাৰ বিষয়ে বুঢ়া শইকীয়াটো খিলভৰপৰা আহি এনেকুৱা কথা কৈছিলহি যে মোৰ তাক খোচা মাৰি দাঁতৰ আলুবোৰ সৰাই দিবৰ মন গৈছিল। কিন্তু, দেউতা আগত থকা কাৰণে মনে মনে থাকিলোঁ।"

চিঠিবোৰ সি পঢ়ি গৈছিল, একো নুবুজাকৈয়ে। পঢ়া শেষ হোৱাৰ লগে লগে হে সি তাৰ অৰ্থ যেন বুজি পাইছিল। বহুত দিনৰ মূৰত যেন তাৰ মাক-বাপেক-ভায়েকহঁতলৈ মনত পৰিছিল। জীৱনত প্ৰথম সি অনুভৱ কৰিছিল, সংসাৰত সি অকলশৰীয়া নহয়। অকলে সি একো কৰিব নোৱাৰে। তাৰ ব্যক্তিগত জীৱনৰ প্ৰতিক্ৰিয়া তাৰ বংশ-পৰিয়াল, তাৰ বন্ধু-বান্ধৱৰ ওপৰত পৰে। হঠাৎ তাৰ মগজটোৱে বহুত দিনৰ মূৰত কাম কৰা সি গম পাইছিল। কোনোবাই যেন তাক মগজৰ ভিতৰৰপৰা মনে মনে সুধিছিল—'তোৰ এই এমাহৰ জীৱন যাত্ৰাৰ নিচিনা উশৃংখলতায়েই বহুতৰ, বহু পদুমীৰ পতন সম্পূৰ্ণ নকৰে জানো?' ভয়ত সি ভাবিব নোৱাৰা হৈছিল—কিবা যেন সহায় বিচাৰি মহেশৰ চকুলৈ হঠাতে সি চাই পঠিয়াইছিল।

"বুৰ্বকৰ দৰে চকুলৈ চাই থাকিব নালাগে। এতিয়া কি কৰিবি ক। যদি সেইদৰেই থাক, তেন্তে ইয়াৰপৰা গুচি গৈ ঘ'তে মৰিব খুজিছ মৰগৈ। কিন্তু ইয়াত নোৱাৰ। তোৰ মাৰ-বাপেৰক মই সদাই ফাকি দি থাকিব নোৱাৰোঁ।"

"ইমান ভাল ল'ৰাটো তুমি। এনেকুৱা হ'বা বুলি কেতিয়াও সপোনতো ভবা নাছিলোঁ।" —মিনতিয়ে অভিযোগ কৰিছিল।

সেইবাৰেই সি খঙতে মিনতিক ক'ব খুজিছিল,—তহঁতৰ ভদ্ৰলোকবোৰে জীয়াই জীয়াই মানুহ এজনী হেকৰাই পেলাব পাৰে, আৰু মই হে তাইক বিচৰাটো দোষৰ কথা। কিন্তু, সি একো কোৱা নাছিল।

"সি পদুমীক বিচাৰিয়েই তেনেকুৱা হ'ল বুলি ক'ব এতিয়া। ইস্, সি যেন কোনোবা প্ৰেমিকৰ অভিনয় হে কৰিছে। ইপিনে অভিনয় কৰোঁতে কৰোঁতে পদুমীক কেতিয়াবাই পাহৰি নিজে বসাতললৈ গ'ল। আচ্ছা, ক'চোন তই, সেই জঘন্য ঠাইবোৰত ঘূৰি ক'ত পদুমীক বিচাৰিছিলি?"

সি সেই সময়ত ভাবি পাইছিল—মহেশেই সঁচা। সি পদুমীক বিচৰা নাছিল। পদুমীক পাহৰিবৰ হে চেষ্টা কৰিছিল। সুস্থভাৱে পদুমীৰ কিবা এটা বেয়া পৰিণতি জানিবলৈ তাৰ মনৰ বল নাছিল। সেই কাৰণেই সি ফাকিৰ ঘৰৰপৰা পদুমী ক'লৈ

গ'ল জানিবলৈ যত্ন কৰা নাছিল। তাৰ আগতে যেন সি তাৰ মগজটোক বিকৃত কৰি ল'ব খুজিছিল। তাৰ দুৰ্বলতাক সি মনে মনে স্বীকাৰ কৰিছিল। কিন্তু, একো কোৱা নাছিল।

"আগেয়ে তুমি মোক দেখোন খুব উপদেশ দিছিলা—জীৱনৰ দুখ-কষ্টবোৰ সাহসেৰে গ্ৰহণ কৰিব লাগে। এতিয়া নিজে তুমি কি কৰিছা?"—মিনতিৰ কণ্ঠত বুজনিৰ সুৰ। তাৰ দুখ লাগিছিল।

"আজি ইয়াতে বহিয়েই মাৰ-দেউতাৰলৈ লিখি দে—তেখেতসকল দুখে-শোকে মৰি গ'লেও তোৰ ভাবিবলৈ সময় নাই। তোৰ যাতে আৰু খবৰ নকৰে।"

তাৰ বুকুখন চিৰিংকৈ গৈছিল। ভয় লাগিছিল, দুখে-শোকে মাক-দেউতাকৰ যদি কিবা এটা হয় বুলি। ছিঃ, কিমান যে নিৰ্দয় সি। তাক শোকে খুন্দা মাৰি ধৰিছিল।

"তোমাৰ কি কাৰো প্ৰতি কোনো দায়িত্ব নাই?" —মিনতিৰ প্ৰশ্নত ফুটি উঠিছিল অভয়ৰ দায়িত্বজ্ঞান থকাৰ বিশ্বাস। সেই বিশ্বাসে তাৰ বুকুলৈ যেন এবোজা শোক দলি মাৰি দিছিল।

"দায়িত্ব আকৌ কি? সি পদুমীক বিচৰাৰ দায়িত্ব লৈছে নহয়। বাকী সংসাৰখন তাৰ কাৰণে একো নহয়। পদুমীক উদ্ধাৰ কৰিবলৈ গৈ সি হাজাৰ হাজাৰ পদুমীক অধঃপতনৰ বাটলৈ নিয়া দলৰে এটা হৈ পৰিছে।"

সকলো দোষ সি মুৰ পাতি লৈছিল। শোকে তাৰ বুকুত খুন্দিয়া-খুন্দি কৰিছিল।

"তোৰ মাৰলৈ মই এই মাহত টকা পঠিয়াই দিছোঁ। চিঠি লিখিলেও আথৰ চিনি পাব, একো খবৰ নিদিলেও চিন্তা কৰি মৰিব। উপায় নাপাই টকাকে তোৰ নামতে পঠিয়ালোঁ।"

উত্তৰ সি দিয়া নাছিল। খুব দুখ লাগিছিল তাৰ—সি জীয়াই থাকোঁতেও তাৰ মাকৰ খবৰ আনে হে ল'বলগীয়া হোৱা কাৰণে।

"তই বাৰু ইমান অধঃপতনে কেনেকৈ গ'লি? ধাৰ্মিক, সত্যনিষ্ঠ বাপেৰ তোৰ, সাধ্বী মাৰ—সৎ বংশৰ তেজ তোৰ আছে। শিক্ষা তই পাইছ। তথাপি তই ইমান তললৈ কেনেকৈ নামি গৈছ? তই কি গৰু?…"

প্ৰতিটো কথা তাৰ সেইদিনা বুকুত বাজিছিল। সঁচা কথা, সিতো গৰু নহয়, মানুহ হে। মানুহ বুলিয়েই তাৰ বুকুত বেথা লাগে, মানুহ বুলিয়েই সি পদুমীৰ কাৰণে বলিয়া, মানুহ বুলিয়েই সি প্ৰলোভনত পৰে, মানুহৰ দুৰ্বলতা আছে কাৰণেই সি সত্যক মুখামুখিকৈ পাবলৈ সাহ নকৰি মদৰ বাগিত নিজ চিন্তা-শক্তিক বিকল কৰে। সুস্থ মগজৰ কষ্টৰ হাত সাৰিব খোজে। কিন্তু কিন্তু…তাৰ মাক, বাপেক, ভায়েক, তাৰ গাঁও—সকলোৰে আশাক কি সি একেবাৰে পাহৰি যাব? তাৰ কাৰণে যিসকলে ভাবে, সেইসকলৰ প্ৰতি কি তাৰ কোনো দায়িত্ব নাই?

"ইমান নিষ্ঠুৰ তই কেনেকৈ হ'লি অভয়?"

নিষ্ঠুৰ শব্দটোৱে তাৰ সেইদিনা শোকৰ বৰফত জুই লগাই দিছিল। নিষ্ঠুৰ বাস্তৱক পাহৰাৰ চেষ্টা কৰি বাস্তিৱ আন্ধাৰত সি লুকাই পৰিছিল…মদৰ নিচাৰে

মুৰটোক অকামিলা কৰিছিল। কিন্তু, ভাবধাৰা যে সি আৰু বেছি নিষ্ঠুৰভাৱে মাক-বাপেক, বন্ধু-বান্ধৱক আঘাত দিছিল। অনুতাপত সি শেষ হৈ যাব খুজিছিল। সি সেইদিনা প্ৰথম বুজিছিল—যৌৱনৰ উন্মত্ততাক একলীয়া কৰি থৈ সি প্ৰথম অনুভৱ কৰিছিল,—মানুহৰ সকলো স্বাভাৱিক দুৰ্বলতা থকা সি এটা সাধাৰণ মানুহ।

"ইমান তললৈ তই কেনেকৈ নামিলি অভয় ?"

শোকবোৰে তাৰ উশাহ নিশাহ বন্ধ কৰি দিছিল। হাবাথাপ্তি হৈ সি সহায় বিচাৰি মহেশৰ চকুলৈ চাইছিল। চাই চাই সি হুকহুকৈ কান্দি দিছিল। কান্দি কান্দি সি গৈ মহেশক সাৱটি ধৰিছিল। মহেশে তাক কিবা-কিবি বুজনি দিছিল। সি শুনা নাছিল। কান্দি কান্দি সি মহেশক কৈছিল—'মই যে মানুহ⋯ ⋯মানুহ, মহেশ। মই দু ⋯।' আৰু বহুত কোৱাৰ তাৰ ইচ্ছা আছিল। কিন্তু, সি শব্দ বিচাৰি পোৱা নাছিল। তাৰ ক'বৰ মন গৈছিল—'মই মানুহ—মানুহৰ দুৰ্বলতা লৈয়ে মই তললৈ নামো। মানুহৰ অনুতাপ লৈয়েই মই আকৌ উঠিম। তইঁত যেতিয়া আছ, তইঁতৰ শুভ ইচ্ছা যেতিয়া আছে, মই সদায় তলত কেনেকৈ থাকিম ? মই উঠিম মহেশ, তইঁতৰ হাতত ধৰিয়েই উঠিম।' কিন্তু, এইবোৰ সি ক'ব পৰা নাছিল। উচুপি উচুপি কান্দি কান্দি সি নিজক পাতল কৰি পেলাইছিল। মহেশৰ হাতটো তাৰ পিঠিত থকাটো অনুভৱ কৰি সি নিজে বৰ নিৰাপদ অৱস্থাত থকা যেন পাইছিল।⋅

—হঠাতে অভয়ে সাৰ পোৱাদি পালে। পিঠিত যেন এতিয়াও সি মহেশৰ হাতখন অনুভৱ কৰিছে। তাৰ দুই গালেদি চকুপানী বৈ গৈছে। তাৰ অতি ভাগৰ লাগিছিল। চকুপানীবোৰ মোহাৰিবৰ মন নগ'ল তাৰ। চকু মেলি সি ওপৰলৈ চাই থাকিল। চিন্তাৰ আঁত ধৰি সি আকৌ চিন্তা-জগতলৈ ঘূৰি গ'ল।⋅⋅

সেই ঘটনাৰ তিনি দিনমানৰ ভিতৰতে সি নিজক সম্পূৰ্ণ নিজৰ দখললৈ আনি লৈছিল। আচৰিত কথা, বাপধনটো একেদৰেই আছিল। তাৰ দীঘলীয়া অনুপস্থিতিৰ কথাও বাপধনে তাক কেতিয়াও সোঁৱৰাই দিয়া নাছিল। আজি এমাহ যে বলিয়াৰ দৰে ঘূৰি ফুৰিছিল, সেই কথা বাপধনে তাক কেতিয়াও বুজিবলৈ দিয়া নাছিল; সহজে আগৰ মানুহটো হৈ পৰাত বাপধনেই তাক সহায় কৰিছিল সকলোতকৈ বেছি।

আকৌ আগৰ মানুহটোৰ দৰেই সি ঘৰলৈ চিঠি লিখিছিল, নিয়ম মতে খবৰ পঠিয়াইছিল। বাপধনৰ লগত অভিমান কৰিছিল। মহেশক মুখ ভেঙুচাই জোকাইছিল, মাইকীৰ এপোৱা মগজ বুলি মিনতিক কৈ পাৰেমানে গালি খাইছিল।

এদিন এই গতানুগতিক দিনবোৰৰ মাজতে মহেশে তাক বহুত কিবা-কিবি কথাৰ মাজত কৈছিল পদুমীৰ খবৰ। সি বলিয়ালি কৰি কটোৱা সময়খিনিৰ ভিতৰতে মহেশে বোলে তলে তলে পদুমীৰ খবৰ লৈ আছিল। বোজাদাবৰ পুতেকৰ চাপ্ৰাচিয়ে অনুমান কৰি পদুমী পলোৱাৰ যিটো তাৰিখ দিছিল, সেই তাৰিখটোকে ধৰি সি অনুসন্ধান আৰম্ভ কৰিছিল। কাজিৰ ঘৰৰপৰা সেই বাজিয়েই পদুমী পলোৱাৰ সূত্ৰ লৈ সি থানাত খবৰ কৰিছিল—সেই দিনৰ পিচৰ কেইদিনমানৰ ভিতৰত তেনে কোনো

ছোৱালীৰ কিবা অথন্তৰৰ খবৰ থানাই পাইছে নেকি? ইতিমধ্যে মাকে তালৈ লিখা চিঠি এখন খুলি মহেশে খবৰ পাইছিল, পদুমীৰ মাকৰ মৃত্যু হোৱা বুলি।...... তাৰ কিছুদিন পিচতে থানাত গৈ মহেশে পদুমীৰ খবৰ পাইছিল। চাপ্ৰাচিটোৱে পদুমী বিদিনা কাক্বিৰ ঘৰৰপৰা পলাইছিল বুলি কৈছিল, তাৰ এদিনৰ পিচতে পদুমীৰ খবৰ থানাৰ বহীত লিখা হৈছিল—এজনী নাম নজনা গাভৰু ছোৱালী বুলি, অসমীয়া সাজ-পাৰ পিন্ধা বুলি, এটা চকুত দুখ পোৱাৰ দাগ থকা বুলি, হাতত 'পদুমী' লিখা এটা ৰূপৰ আঙঠি থকা বুলি। থানাত তাইৰ এই খবৰ লিখা বহীখন আছিল আত্মহত্যা কৰা সকলৰ নাম লিখা বহী।

অভয়ে ভাগৰ লাগি এটা উশাহ ল'লে। এই ঘটনাটো শুনাৰ দিনা সি কন্দা নাছিল। আজি সেই ঘটনাৰ কথা ভাবিও সি নাকান্দিলে। পদুমীৰ মৃত্যু-খবৰ পাই সি শান্তি পাইছিল। তাই যেন বিপদৰ হাত সাৰিল।· ·মনে মনে সি পদুমীৰ শান্তি প্ৰাৰ্থনা কৰিলে।

বিচনাৰপৰা উঠি সি এগিলাচ পানী খালে। ঘড়ীটোলৈ চাই ক'লে—"তিনি-ভালনো এতিয়াই বাজিল নে?" লাইটটো এনেয়ে জ্বলি আছিল। নুমাই দিলে। জোনটোৱে জোনাক এগজমান খোলা খিৰিকীয়েদি আনি তাৰ লেতেৰা গাঁৰুটোৰ ওপৰত ঢাকনীৰ দৰে মেলি দিছিলহি। জোনৰ মৰমটো তাৰ ভাল লাগিল। খিৰিকীয়েদি সি আকাশলৈ চালে। পদুমীৰ কলাফুলৰ নীলা সিৰভাল তাৰ মনত পৰিল। 'পদুমীৰ সিৰৰ নীলা লৈ চহকী হোৱা আকাশখন একেদৰে আছে'—সি নিজকে নিজে ক'লে।

আকাশখন চাই চায়েই সি বিচনাত আকৌ দীঘল দিলেহি। আকাশখনে তাক টোপনিৰ কথা পাহৰাই দিলে। আকাশখনে তাক মনত পেলাই দিলে আজি এমাহমানৰ আগৰ ঘটনা এটা—পদুমীৰ শেষ খবৰ পোৱাৰ এমাহমানৰ পিচৰ সেই লাজ লগা ঘটনাটো। কংচিহঁতৰ ঘৰৰ পাচফালে নিৰ্জন জুৰিৰ পাৰত কংচিক সাৱটি ধৰা সেই দুৰ্বল মুহূৰ্তটোৰ কথা। "ছিঃ"—লাজতে সি জোনৰ পোহৰৰপৰা মুখটো আন্ধাৰলৈ আনিলে। কংচিক তাৰ ভাল লগাটো সঁচা কথা—সি জোৰকৈ ভাল লগাবৰ চেষ্টাও কৰিছিল। কংচিৰ ওচৰত থকা সময়খিনিত তাক পদুমীৰ চিন্তাই যেন জুকলা কৰিব নোৱাৰিছিল। মনত পৰিলেও যেন ভাল লগাকৈ হে মনত পৰিছিল। পদুমীৰ কথা কিন্তু কংচিক ক'বলৈ সি সাহ কৰা নাছিল। কিয় জানো তাৰ ভয় লাগিছিল।

সেইদিনা দেওবাৰ আছিল। আবেলি সি কংচিৰ লগত গৈ সিহঁতৰ ঘৰৰ পাচফালে থকা জুৰিটোৰ পাৰত বহিছিলগৈ। প্ৰকৃতিৰ সেই শান্ত পৰিৱেশৰ মাজত কঠীয়াতলীত বৈ থকা পদুমীজনীৰ কথা তাৰ মনত পৰিছিল। আকাশৰ নীলাবোৰে যেন তাক কৈছিল—'তই যিফালেই হাত মেলিবি সেইফালেই পদুমীকে পাবি।' পিটাৰৰ উঠি অহা সুৰটো পদুমীয়ে লাজ কৰি কাণে কাণে কোৱা কথা যেন লাগিছিল। পদুমীয়ে যেন কৈছিল—'মোক ধৰা, নহ'লে মই আকৌ পলাম।' কংচিৰ অস্তিত্ব সি পাহৰি গৈছিল। পদুমী বুলি কংচিক্কে সি খাপ মাৰি ধৰিছিল। ধৰিয়েই সি

তাৰ ভুল বুজিব পাৰিছিল। এৰি দিছিল। কংচিয়ে তাৰ মুখত থুৱাই দিছিল। সি তাৰ সেই অপমান প্ৰাপ্য বুলি মানি লৈ গুচি আহিছিল। কংচিৰ লগটোও হেৰুৱাব বুলি তাৰ খুব দুখ লাগিছিল। পিচদিনা পুৱাই সি কংচিৰ দীঘল চিঠিখন পাইছিল। সেই চিঠি পঢ়ি কংচিৰ জীৱনৰ বেদনাময় ইতিহাস জানিও বেজাৰৰ লগতে সি আনন্দও পাইছিল—কংচিক সি চিৰজীৱনৰ কাৰণে ভনী হিচাপে পোৱাৰ আনন্দ। সেইদিনা তাইক সি বেয়া উদ্দেশ্যেৰেই সাৱটি ধৰিছিল বুলি তাই ভুলকৈ ভবাৰ কাৰণে তাৰ বেয়াও লাগিছিল। সেই ভুল ভাঙিবৰ কাৰণে সি তাৰ আচল ঘটনাটো কেতিয়াও কোৱা নাই তাইক। তাই এতিয়াও নাজানে, সি সেইদিনা তাইক পদুমী বুলি হে সাৱটি ধৰিছিল বুলি। কংচিয়ে সেইকণ ভুল বুজাৰ কাৰণেই কংচিক সি ইমান আপোনকৈ পোৱাৰ সুবিধা পালে। সেই উপকাৰী 'ভুল-বুজা'-কণলৈ তাৰ খুব মৰম লাগে—কংচিৰ সমানেই মৰম লাগে।…

কিন্তু, মিচেচ্ বৰাক তাৰ কিছুদিনৰ পিচতে মুৰ পিটিকি দিয়া ঘটনাতো মনত পৰি তাৰ কিবা লাগি গ'ল। সি সেইদিনা মিচেচ্ বৰাৰ ঘৰত সোমাইছিল, এটা বিশেষ উদ্দেশ্য লৈ। পদুমীৰ চিন্তাবোৰ বুকুত লুকাই থোৱাটো তাৰ অসহ্য হৈ উঠিছিল। মহেশ আৰু মিনতিকেনো কিমান ক'ব। আৰু যেন কাৰোবাক ক'লে তাৰ বহুত দুখ পাতলিব। সেইদিনা সি মিচেচ্ বৰাক কথাৰ চলতে পদুমীৰ কথাই ক'ব বুলি সোমাইছিল। ভাবিছিল—প্ৰথমতে অলপ কৈ চাব কেনে পায়, যদি মন দি শুনে, তেন্তে বহুত কথা কৈ পেলাব।

মিচেচ্ বৰাৰ মুৰ পিটিকিবলৈ পাই সি ভাল পাইছিল। ভাবিছিল, সেই সুযোগতে সি ক'ব,—'এইদৰেই এদিন সি পদুমীৰ মুৰ পিটিকি দিছিল।' মিছাকৈয়ে ক'ব।…মুৰ পিটিকি পিটিকি সি ভাবিছিল, কেনেকৈ কথাটো আৰম্ভ কৰে।…ভাবি থাকোঁতেই তাৰ হাতখন নি মিচেচ্ বৰাই বুকুৰ কাপোৰৰ ওপৰত চেপি ধৰোঁতে সি অলপ আচৰিত হৈছিল। তাৰ পিচত তাক সাৱটি ধৰোঁতে সি বিবুদ্ধি হৈছিল।… আজি নিজকে বিচাৰ কৰি সি বুজিছে, সেইদিনা সিমানখিনি অপৰ্যাপ্ত অযাচিত মৰমক অনাদৰ কৰি ভীৰুৰ দৰে সি পলাই গৈছিল—তাৰ সজ-চৰিত্ৰ আৰু পদুমীৰ প্ৰতি থকা ভাল পোৱাৰ কাৰণে নহয়, নিজে তেনে এটা পৰিস্থিতিৰ কাৰণে অনভিজ্ঞ আৰু অপ্ৰস্তুত হোৱাৰ কাৰণে হে। মানুহ বহুত সময়ত চৰিত্ৰৱান হৈ থাকে চৰিত্ৰহীন হোৱাৰ সুবিধা আৰু সাহস নথকাৰ কাৰণেই—সি নিজকে নিলাজৰ দৰে ক'লে।

হঠাতে তাৰ আজি কেইঘণ্টামান আগতে টেক্সিৰ ওপৰত ঘটা ঘটনাটো মনত পৰি গ'ল। সেই ঘটনা হৈ যোৱাৰ প্ৰায় ৫।৬ ঘণ্টাৰ পিচত এতিয়া সি প্ৰথম অনুভৱ কৰিলে, দেহাৰ দাবীৰ চিঞৰ-বাখৰ আৰম্ভ হ'লে মনটোৰে কোনো কথা কোৱাৰ সুবিধা নাপায়—দেহাৰ আদেশ মতে চলিবলৈ বাধ্য হয়। যি কোনো নাৰীৰ প্ৰাণৰ আকৃতিৰ আগত পুৰুষৰ সংযম জুইৰ ওপৰত থকা ঘিউৰ দৰে। ছিঃ, নিজৰ দুৰ্বলতা, নিজৰ অসংযমৰ কাৰণে নিজলৈকে তাৰ বৰ ঘিণ লাগিল। সি নিজকে সংযমহীন পশু বুলি গালি পাৰিলে। আত্মধিক্কাৰৰ অত্যাচাৰত অসহ্য হৈ তাৰ বিবেকটো প্ৰতিবক্তাৰ কাৰণে থিয় হোৱা যেন পাই নিজকে নিজে সি প্ৰশ্ন কৰিলে—

'আজি টেক্সিত দুই মিনিটৰ কাৰণে আধিপত্য বিস্তাৰৰ সুবিধা পোৱা মোৰ দুৰ্বলতাই মোৰ প্ৰকৃত পৰিচয় নে? এনে দুৰ্বলতাৰ বিপক্ষে নিজক সদায় সাজু কৰা মোৰ ভিতৰৰ মানুহটো—তাৰ কি কোনো দাম নাই? মই পৰি যোৱাটোৱেই কি সত্য—পৰি গৈ পুনৰ উঠাৰ কি কোনো সত্যতা নাই?' মইতো পৰিবৰ কাৰণে সুঠো, উঠিবৰ চেষ্টা কৰোঁতে হে পৰোঁ।· সি ঠিক কৰিলে, এদিনৰ, এমাহৰ বা এবছৰৰ বিকৃতি—পাৰিপাৰ্শ্বিক অৱস্থাই জাপি দিয়া বিকৃতি—কাৰো প্ৰকৃত পৰিচয় হ'ব নোৱাৰে।

হঠাতে তাৰ মনত পৰিল, তেন্তে সি মিচেচ্ বৰাক দোষ দিয়ে কেলেই? সি নিজৰ ভুলৰ কাৰণে মনে মনে মিচেচ্ বৰাৰ ওচৰত ক্ষমা বিচাৰিলে। অসতৰ্ক মুহূৰ্তৰ উদ্‌ভ্ৰান্ত অৱস্থা কাৰো প্ৰকৃত পৰিচয় হ'ব নোৱাৰে, মিচেচ্ বৰাৰো নহয়। বুকুত লুকাই ৰখা অলেখ দুখ, অসংখ্য অতৃপ্তি মিচেচ্ বৰাৰ। তাৰ ওপৰত গিৰিয়েকৰ অৱহেলা। সেই অসতৰ্ক অৱস্থাত পৰি বিকৃত হোৱা সংযমে যদি গা এৰা দিয়ে, তেন্তে সেই দোষ কি মিচেচ্ বৰাৰ? ক্লাবৰ প্ৰলোভনৰ মাজত থিয় কৰাই সীতাৰ অগ্নি-পৰীক্ষাৰ দৰে মিচেচ্ বৰাৰ সতীত্ব পৰীক্ষা কৰা গিৰিয়েৰ কি এই ক্ষেত্ৰত কোনো দোষ নাই? মিচেচ্ বৰাক সমাজে গঢ়িছে, প্ৰলোভনে বাট দেখুৱাইছে, অন্তৰৰ মানুহজনীক অন্তঃসাৰশূন্য কৰি পেলাইছে। একেই অৱস্থা জানুৰ। দেশৰ মানুহৰ জীৱনতকৈ, আনকি নিজৰো জীৱনতকৈ নাইলনৰ শাৰী, মটৰ-গাড়ী বা পশ্চিমীয়া আচাৰ-ব্যৱহাৰৰ দাম বেছি বুলি জানুকতো তাইৰ পাৰিপাৰ্শ্বিকতায়েই শিকাইছে। নহ'লে পদুমী, জানু আৰু মিচেচ্ বৰাৰ ভিতৰৰ মানুহকিজনী একেই। মৌজাদাৰৰ পুতেকৰ হয়তো বিকৃতিয়েই প্ৰকৃতিত পৰিণত হৈছে। মৰীচিকা হে ভাল লগা হৈছে। দূৰৰটো যেন বেছি ভাল।

জানু, মিচেচ্ বৰা, মৌজাদাৰৰ পুতেক, পদুমী, আনকি তাৰ নিজৰ কাৰণেও নিজৰে দুখ লাগিল। দুই চকুৰেদি সৰ্‌সৰ্‌কৈ পানী বৰলৈ ধৰিলে। সকলোৱেই সিহঁত একে অমৃতৰ সন্তান, একে প্ৰগতিৰ পথিক, একে সমাজৰ আৱৰ্জনাৰ বোজা বৈ হাৰাশাস্তি হোৱা একোটি পৱিত্ৰ প্ৰাণ আৰু একেবোৰ দুৰ্বলতাক পৰাজয় কৰিবৰ কাৰণে দিনে-নিশাই যুঁজি থকা তেজ-মঙহৰ কেঁচা মানুহ। মিচেচ্ বৰাবিলাক, জানুবিলাক আৰু আন বহুত 'বিলাক'লৈ তাৰ বৰ দুখ লাগিল। 'বেচেৰাহঁত' বুলি কৈ সি সিহঁতৰ কষ্টটো অনুভৱ কৰাৰ চেষ্টা কৰিলে। সিহঁতক যেন সি গৈ কৈ দিব, সিহঁতৰ অধঃপতন হোৱা নাই। সিহঁতে যেন নিজক ভুল বুজি নাথাকে···।

তাৰ নিজৰ সাংবাদিক জীৱনটোও তেলৰ ঘানী যেন লাগিল। কিমান একে খবৰকে সি পঠিয়াব? তাৰ নিজৰ জীৱনৰে আটাইতকৈ ডাঙৰ খবৰটো—তাৰ পদুমীয়ে আত্মহত্যা কৰা খবৰটো—থানাৰ কোনোবা এটা বহীতে থাকি গ'ল। বাইজৰ মুখত ফুটি উঠা বুকুৰ সংবাদ, সেঁতা ওঁঠত জিলিকা পেটৰ ভোক, কোটৰত সোমোৱা চকুত জিলিকা প্ৰগতিৰ স্পৃহা, শুকান চুলিত উৰি ফুৰা দৰিদ্ৰতা, সাজ-পাৰ ছিৰলা-ছিৰলি কৰি আত্মপ্ৰকাশ কৰা দুৰৱস্থা—এইবোৰ কি খবৰ-কাগজত ছপা হোৱা খবৰ? হয়তো লেইবোৰো ছপা হয়, কিন্তু সিহঁতক বেলেগ ৰূপত সজাই দিয়া

হয়। খবৰ-কাগজত কাম কৰা মানুহবোৰলৈ আজি তাৰ বেয়া লাগিল। গোটেই জীৱন সিঁহতে আনৰ খবৰ যোগাৰ কৰি যায়—কম্পোজ কৰে, ছপা কৰে। যেন একোটা যন্ত্ৰ। নিজৰ জীৱনৰ খবৰবোৰ সিঁহতে আনৰ খবৰৰ মাজত হেৰুৱাই পেলায়। যিদিনা চাকৰিৰপৰা ওলাই যায়, সেইদিনা হে অনুভৱ কৰে—নিজৰ জীৱনৰ কোনো খবৰ লোৱাই নহ'ল। তেতিয়া কিন্তু খবৰ লোৱাৰ সময়ো আৰু নাথাকে। সিঁহতৰ জীৱনৰ বাতৰি-কাকতবোৰ তাৰ বহুত আগতে ছপা হৈ ওলাই যায়—অসংখ্য ভুলেৰে ভৰা অৰ্থহীন কিবা একোটা হৈ। কেনেকৈ সেই ভুল শুধৰাব বুলি ভাবি থাকোঁতেই সিঁহতৰ জীৱনৰ খবৰ-কাগজৰ আয়ুস শেষ হয়। চিত্ৰগুপ্তই সিঁহতবোৰ আঁতৰাই নতুনৰ কাৰণে বাট চায়। সিঁহতৰ জীৱনবোৰ পুৰণি খবৰ-কাগজৰ দৰে হৈ পৰে। টেবুলৰপৰা সৰি পৰিলেই জাবৰৰ দ'মত পৰাৰ দৰে, কাগজৰ অফিচৰপৰা সিঁহত ওলালেই—সিঁহতৰ নিজৰ কাৰণেই জীৱনটো আৱৰ্জনা হৈ পৰে।· হঠাতে সি ভাবি চালে, সকলো মানুহৰ জীৱনবোৰেই দেখোন এনেকুৱা। কৰ্ম-জীৱনৰপৰা অৱসৰ ল'লেই মানুহ আৱৰ্জনা নহয় জানো? সি মানি ল'লে,—অকৰ্মণ্য হৈ জীয়াই থকা দিনকিটা চিটি-বাচৰ কাৰণে বৈ থকা মিনিটকিটাৰ সৈতে একে। বাধ্য হৈ বৈ থকা।

তাৰ চিলমিলকৈ টোপনি ধৰি আহিছিল। খুলি থোৱা খিৰিকীখনেদি সোমাই অহা চেঁচা বতাহে তাৰ মূৰত হাত বুলাই দিছিল। চিল্‌মিল্ টোপনিতে সি দেখিলে, বহুত দূৰৰপৰা এখন পথাৰৰ মাজে মাজে পহুমী দৌৰি আহিছে। তাঁহাতৰ গাঁৱৰ সেই চিনাকি পথাৰখনৰ মাজেদি। সপোনতে সি চকু মোহাৰি ল'লে, ভালকৈ চাবলৈ। অতি আচৰিত হৈ সি চাই থাকিল—সপোনতে চাই থাকিল—সৰল গছৰ মাজৰপৰা, বৰনৈৰ পাৰৰপৰা, পথাৰৰ মাজে মাজে, হাজাৰ হাজাৰ পহুমী দৌৰি আহিছে। তাক মন মাৰি বহি থকা দেখি সিঁহত আটাইবোৰেই বেঢ়ি ধৰি তাক কৈছে,—"আহা, বৈ আছা কিয়? আমাৰ লগত আহা। আমি নতুন যুগ, নতুন সমাজৰ বোধনলৈ যাওঁ। তুমিও যাবা, আহা।·· এজনী পহুমী মৰিছে বুলি বেজাৰ নকৰিবা। বহুত পহুমীক মাৰিছে, বহুত জাহু, বহুত মিচেচ্ বৰাক কোঙা কৰি সিঁহতৰ দলত ৰাখিছে—পুৰণিক ধৰি ৰাখিব খোজা এটা দলে। আমাক সিঁহতে আগুৱাই যাবলৈ নিদিয়ে। নতুন সমাজখনত সিঁহতৰ আধিপত্য, সিঁহতৰ অধিকাৰ হেৰাই যাব বুলি সিঁহতে জানে। সিঁহতে সদায় চেষ্টা কৰি আহিছে আমাৰ হাতৰপৰা ছলে-বলে এটা বস্তু কাঢ়ি নিবলৈ। কি জানা নে? নতুন সমাজখনৰ তোৰণ-দুৱাৰৰ সাঁচাৰ কাঠীটো—সেইটো আমাৰ হাতত আছে বুলি সিঁহতে জানে।"··

দূৰৰ মচ্‌জিদৰপৰা পুৱাৰ আজানৰ সুৰ ভাহি আহিছিল। চিল্‌মিল্ ভাগৰুৱা টোপনিত সেই সুৰ তাৰ কাণত পৰিছিল। আধা-সপোনত সেই আজানৰ সুৰটোকে সি কাণ পাতি শুনিছিল—ভাবিছিল, হাজাৰ হাজাৰ পহুমীয়ে ন-সমাজৰ বোধন-শংখ বজোৱাৰ সুৰ বুলি। শংকা কৰি বৈ থকা জাহুবোৰক, মিচেচ্ বৰাবোৰক পহুমীহঁতে মৰম কৰি হাতত ধৰি লৈ গৈছিলহি। মেলা সমাজৰ বোকাত লাগি ধৰি থকা গোবোহাৰ জোতাবোৰ আপোনা-আপুনি খোল খাই থাকি গৈছিল; যেন সেই

জোতাৰ জগতে সিহঁতে এৰি গৈছিল, সমাজে মূৰত জাপি দিয়া হাজাৰ যুগৰ আবৰ্জনা···

পত্নীহঁতে সকলোকে আপোন কৰি লৈ যোৱা চাই চাই তাৰ চকুত কৃতজ্ঞতা উপচি পৰিছিল। উলাহতে সি আকাশৰ গোটেইসোপা নীলাকে পত্নী বুলি সাৱটি ধৰিছিল—সপোনত।

বাতি পুৱাইছিল—পূব আকাশত

—বাস্তৱত।

অসমীয়া সাহিত্যত নতুন দিশৰ সন্ধান দিয়া প্ৰথম উপন্যাস, যুগান্তকাৰী উপন্যাস, কেবা দশকৰো শ্ৰেষ্ঠ উপন্যাস, সাহিত্যত নতুন Rebel, আদি প্ৰশংসাৰে সংবাদপত্ৰই মোৰ "মনৰ দাপোণক" আদৰি ল'লে। বন্ধু-বান্ধৱে সুধিবলৈ ল'লেঃ অভং অভয়টো শিৱলগুত 'season flowers' ফুলাদি এবাৰ ফুলিয়ে শেষ হ'বনে? সেয়ে "খবৰ বিচাৰি"ৰ উৎপত্তি।

নীলাজনীয়ে অভয়ক মৰা চৰটো কিমান আকস্মিক, কিমান মৰমৰ, কিমান আকৰ্ষণীয়, সেই কথা আপুনি পঢ়ি চাওক। কিন্তু চাহপাতৰ দৰে নিজৰ দেহা চেপি চাহ-খেতিয়কক চহকী কৰা মেঘুৰ মেহনতত কিনা উজ্জ্বল ভৱিষ্যতৰ লগত মধ্যবিত্তৰ সমাগত অন্ধকাৰ তুলনা কৰি আপুনি জিকাৰ খাই উঠিলে মই নিৰুপায়।

এইখন উপন্যাসকে পঢ়ি এসময়ৰ নাম কৰা সমালোচক শ্ৰীজ্ঞানেন্দ্ৰ শৰ্মা পাঠকে লিখিছিলঃ আপোনাৰ "খবৰ বিচাৰি" পঢ়ি উঠি অসমীয়া সাহিত্য চলাথ কৰিলোঁ। লবেণ্ডে দিছিল, আপুনিও দিছে। উপন্যাসখনিৰ প্ৰথম প্ৰকাশ ওঠৰ দিনতে শেষ হৈ অসমীয়া উপন্যাস বিক্ৰিৰ ৰেকৰ্ড স্থাপন কৰিছিল।

'খবৰ' শব্দটোও কিবা কিবা লাগিছে নহয়? বাতৰি, বা-বাতৰি, বতৰা—এইবোৰৰ কিবা এটা মনত পৰিছে নিশ্চয়? কিন্তু, আপোনাৰ মনত পৰা শব্দ তিনিটাৰ সমান মিঠা, শান্ত আৰু সুৰদি সংবাদ ইয়াত নাই। একেবাৰে জীয়া খবৰ। আৰু, আমি জানো এতিয়া চোতালত কঁঠালৰ পীৰাত গাটো থৈ চিলনীযে জীয়েকলৈ বতৰা অনা চাই চাই তামোলৰ সেলেঙী বোৱাই বহি থাকোঁ? আমি এতিয়া ওপৰেদি বিশ্বাশৱদে যোৱা 'এৰোপ্লেন'খনো নোচোৱাকৈ 'টাইম' কিমান হ'ল বুলি কামলৈ ওলাই যাওঁ? সময়ৰ দাবী। আপুনি-মই কি কৰিম। গেলা গপ মাৰি পুৰণিকে ধৰি থাকিব পাৰোঁ অৱশ্যে। তেতিয়া পৃথিৱীৰ বাকীবোৰে আহি ক'ব—'ভাল ডাঙৰীয়া, ডাঙৰীয়ানী— আপোনালোক বহক তেন্তে। আমি আহিলোঁ।' আৰু পিচত এৰি থৈ গ'ল বুলি কান্দিব লাগিব। আপোনাক মনে মনে হে কৈ থওঁ, বৰ্তমানৰ সতীত্বক প্ৰতি খোজতে সন্দেহ কৰিলে সীতাৰ দৰে বৰ্তমানো আই বসুমতীক প্ৰাৰ্থনা কৰি আমাৰপৰা আঁতৰি যাব।

# খবৰ বিচাৰি

……  ………… } … …বাৰ ·  ·তাৰিখ, ১৯৫৯ চন { …… …………

## 'ডাবোল-বেড'ৰ চোৰাং খবৰ

### ব্যক্তিৰ মনত সমাজৰ প্ৰতিচ্ছবি

( বিশ্বস্তসূত্ৰে গোটোৱা )

**শ্বিলং, ১৫ ফেব্ৰুৱাৰী, '৫৯ ( পুৰা )** —নিয়ৰৰ টোপালবোৰে সেউজীয়া ঘাঁহনিবোৰ তেতিয়াও ঢাকি আছিল—যেন নিশাৰ শ্বিলঙৰ অসংযমৰ চিন থকা ঘাঁহনিবোৰে পুৱাৰ পোহৰত মুখ ঢাকিছিল, লাজতে। চয়মান বাজিছিল। নিৰ্জন জাৰ। সেই নিৰ্জনতাত অকলে ওলাই আহিছিল বেলিটো, মনে মনে কঁপি কঁপি আহিছিল, আলফুলে ওখ ওখ সৰল গছবোৰৰ ঘুমটি ভাঙিছিলহি—পাতল চুমাৰে। দুই-এটা ঘৰৰ চিম্‌নিৰপৰা ওলোৱা কেঁচা-কয়লাৰ আন্ধাৰ-ধোঁৱাই বেলিক বাধা দিছিল। ভিতৰত শুই থকা মানুহবোৰৰ কামনাৰ ধোঁৱাও তাৰ লগতে ওলাই আহি বেলিক যেন তিৰস্কাৰ কৰিছিল—'ইমান সোনকালে' অহাৰ কাৰণে। বেলিটোৰেও জনা উচিত—শ্বিলঙত আৰকালিৰ ৰাতিৰ দীঘল বাটটো চুটি হয়, সুৰা-সুন্দৰী আৰু সংগীতৰ ধোঁৱা-দোৱ লাগি। সূৰ্যৰ উত্তৰায়ণ বা দক্ষিণায়নে শ্বিলঙত দিন-ৰাতি চুটি-দীঘল কৰিব নোৱাৰে। কোনেও সন্দেহ কৰিব নোৱাৰাকৈ প্ৰাকৃতিক সৌন্দৰ্যৰ মুখা পিন্ধি লুকাই থাকে কৃত্ৰিম শ্বিলং। নিখুঁত camouflage।

নেপালী চাকৰটোৱে সশব্দে ড্ৰয়িং-ৰুমৰ দুৱাৰ-খিৰিকী খুলি সময়-সংকেত দিয়াৰ লগে লগে এহাল ঘুমটি-কোমল চকুৰ পতা লাহে লাহে মেল খালে—কোমল-ক'লা-দীঘল নোমেৰে দহি ৰখা চকুৰ পতা। আগদিনাৰ পুতলাটোকে পিচদিনা চকুৰ আগত দাঙি ধৰিলে নতুন এটা বুলি চাই থকা শিশুৰ চাৱনিৰ দৰেই স্তব্ধ দুটা চকুৰ মণি—বাইশ বছৰৰ কৃষ্ণপক্ষৰ নিশা গোট মাৰি ক'লা কৰা চকুৰ মণি। চকুৰ দাঁতিত হয়তো সেই ঘন-ক'লা চকুৰ মণিৰে প্ৰতিবিম্ব পৰি পাতল-ক'লা ৰেখা এটি জিলিকি পৰিছে। বাঁওকালে কাতি হৈ শুই আছিল। সোঁ-গালখনৰ মাজতে এটা সেৰা পৰা যেন বস্তা দাগ—গালত হাত দি শোওঁতে বালাপাট বহি গৈ সেৰা পাৰিছিল। ৰাতি সপোনে খেলি-মেলি কৰি যোৱা চুলিবোৰ এতিয়াও তাইৰ মুখতে পৰি আছে—সপোনৰ

পৰ্দাখনৰ দৰে। এলাহ কৰিয়েই তাই এঠা লাগি ধৰা ওঁঠ দুটা জিভাখনেৰে চেলেকি একৰাই সক ল'ৰা-ছোৱালীৰ দৰে তপালিলে। চুলি কেইডালমান ওঁঠৰ ওপৰতো। কোনোমতে হাত এখন লেপৰ তলৰপৰা উলিয়াই আনি মুখৰ ওপৰত পৰি থকা চুলিবোৰ পৰ্দা আঁতৰোৱাদি এটা আঙুলিৰে আঁতৰাই দিলে। লগে লগে ৰাতিৰ সপোনৰ পৰ্দাখনো যেন আঁতৰি গ'ল। চকু দুটাৰ ওপৰত আঙুলিকিটা এবাৰ বুলাই দিলে। অকণ অকণ সেন্দুৰৰ ৰঙচুৱা চিন থকা শেঁওতাৰ ওপৰেদি আঙুলিৰ নখকিটা শাৰী পাতি, পিছলাই নি, আধা-খোলা খোপাটো চুই চালে। সেই অৱস্থাতে মূৰটো পিচলৈ বেঁকা কৰি এটা টোপনি-ভগাৰ হামি মাৰিলে। খোপা পৰীক্ষা কৰা হাতখনে বুকুৰ ওচৰত লেপখন দাঙি ধৰি নিশা-পিন্ধা-কাপোৰৰ অসংযম ধৰা পেলাইছিল। বুকুত ঠাণ্ডা লগা গম পালে তাই। ভয় কিন্তু নাখালে। কাৰণ, সেই অসংযমে উত্তেজিত কৰিবলৈ ওচৰত কোনো নাছিল। দীঘলকৈ উশাহ লৈ লেপখন গাললৈকে টানি তাই নিজেই এবাৰ মৰমেৰে চালে—ধুনীয়া বগা বুকুৰ একেবাৰে ওখত চকুৰ ক'লা মণিৰ দুটা পাতল ক'লা প্ৰতিবিম্ব। লাজতে লেপখনেৰে ঢাকি অতি মৰমেৰে তাই দুই হাতৰ বাহুৰে চেপি ধৰিলে—সৃষ্টিৰ বাসনাৰে উপচি পৰা দুদোণ বুকু। বাধা পাই ওফন্দি উঠা বুকুৰ কোমলবোৰ ঢৌৰ দৰে আগুৱাইছিল ডিঙিৰ ফাললৈ। কিহৰ যেন এটা জোৱাৰ তাইৰ মনৰ সাগৰখনতো। যেন কাষতে পোৱা পৃথিৱীখনক এৰি জোনৰ দেশলৈ যাব।...আজি বাতিপুৱাই বাৰু তাইৰ কি হৈছে ?

কাতি হৈ শুই থকা অৱস্থাতে চালে—চকুৰ পোনে পোনে থকা চাৰিওফালে কাঠৰ ৰেলিং দিয়া সৰু বিচনাখন খালী। আধা-আধি কাপোৰ মজিয়াত পৰি আছে। আগদিনা কিনি অনা চেলুলয়েডৰ ধুনীয়া পুতলাটো চেপেটা হৈ বিচনাতে পৰি আছে। এই আঢৈ বছৰীয়া ছোৱালী বাণুজনীয়ে বাৰু ইমান বাতিপুৱাই সাৰ পায় কেনেকৈ। কেতিয়ানো মনে মনে উঠি বান্ধনি-ঘৰ পায়গৈ, কোনেও ক'বই নোৱাৰে। জাৰো নালাগে নে বাৰু ?

বাণুৰ বিচনাখনৰ ঠিক ওপৰতে কেলেণ্ডাৰখন। সদায় চোৱাদি আজিও চালে তাই। তাৰিখটো বিচাৰি উলিয়ালে—১৫ ফেব্ৰুৱাৰী, ১৯৫৭ চন—যেন বিশেষ দৰকাৰ। প্ৰজাৰ কথা শুনি ৰামে সীতাক ত্যাগ কৰা ছবি থকা এই কেলেণ্ডাৰখন আজি তাইৰ অলপো ভাল নালাগিল। কিবা ভয় ভয় লাগিল। কাতি হোৱাৰপৰা ঘূৰি তাই ওপৰলৈ মুখ কৰিলে। সোঁ-গালখনত কিবা গৰম বতাহ লাগিছে নেকি ? তাই ঘূৰি চালে। গৰম বতাহেই, হয়। তাইৰ গাতে গা লগাই শুই থকা মানুহটোৰ নাকৰ নিশাহৰ গৰম বতাহ। ইমানপৰে তাই ইমান ওচৰতে শুই থকা এই চিনাকি মানুহটোৰ কথা পাহৰিয়েই আছিল। লাগ বুলিলেই ড্ৰাইভাৰে আনি হাজিৰ কৰা 'পন্টিয়াক্' গাড়ীখন থকাৰ বিষয়ে তাই যেনেকৈ ভাবিবলগীয়া নহয়, এই মানুহটো তাইৰ ওচৰত থকাৰ বিষয়েও তাই বিশেষ নাভাবে। থাকিবই। উশাহৰ লগে লগে মানুহটোৰ নাকৰ পাহি দুটাও কঁপিছে। কেনেকুৱা বিকট শব্দ কৰে নাকটোৱে। তাই ইমান পৰে কিয় শুনা নাছিল বাৰু ? হয়তো শুনি শুনি বিৰক্ত হৈ তাইৰ কাণ দুখনে সুবিধা পালেই সেই শব্দ শুনাৰ ভাও জোৰে। তাই হাত এখন মেলি মানুহটোৰ

মূৰটো লৰাই দিলে। নাকৰ শব্দ কিছু কমিল। মানুহটোৰ দৃঢ় মুখখনত বয়সে কটা-কটি খেলিছে। কেইটামান আঁক বেচ দ। কাণৰ ওচৰত কেইডালমান পকা চুলি। গালত এদিনতে গজা সৰু সৰু জোঙা ক'লা ডাটি। তাই হাতখনেৰে চুই চালে। খহটা পৰশটো ভাল লাগে—এতিয়াও। চাৰে তিনি বছৰৰ ভিতৰতে মানুহটোৰ কপালখনে মূৰত দুটা দীঘল অন্তৰীপ আঁকিছে। বাকী থকা চুলিকিডালো ইমান শুকান। জীৱনৰ সকলো ৰস শেষ হৈ যোৱা নাই তো? তাই ভাবি চালে, ৰস শেষ নহ'লেও আকৰ্ষণৰ তীব্ৰতা হেৰাইছে। তাৰ ঠাই অধিকাৰ কৰিছে, কোনো অনুষ্ঠানৰ এহাল যুটীয়া সম্পাদকৰ দায়িত্বই গঢ় দিয়া বন্ধুত্ব। আৰু হয়তো বিশ্বাস আৰু নিৰাপত্তাৰ সোৱাদ কমিছে—কোনো ভয় বা আক্ৰমণৰ আশংকা নকৰাকৈ দুয়ো ওচৰা-উচৰিকৈ নিশ্চিন্ত মনে শুই থাকিব পৰা বিশ্বাস আৰু নিৰাপত্তা।·· আজি ৰাতিপুৱাই তাইৰ মনটোত বাৰু কি সোমাল?

নাই—উঠি যোৱাই ভাল। বাণুজনীয়ে চাগৈ কাঞ্চাটোক উৎপাত কৰিছেগৈ। কাঞ্চাই আজি বেড্-টি দিওঁতে ইমান পলম কৰিছে কিয়? বাণুক গৰম কোটটো পিন্ধাই দিছে নে নাই। ঠাণ্ডা লাগিলে আকৌ গা অসুখ হ'ব। ইমান দুষ্ট হৈছে ছোৱালীজনী।

উঠিবলৈ বৰ এলাহ লাগে দেখোন। আজি তাইৰ একো কৰিবৰে মন যোৱা নাই। কালি ৰাতিৰ এটা সৰু ঘটনাই তাইৰ বয়সটো চাৰি বছৰ কমাই দিলে। হঠাতে লগ পোৱা এজন মানুহে, হঠাতে লগ পোৱা এজন মানুহৰ চাৱনিয়ে, তাইক ওঠৰ বছৰীয়া কৰি দিব পাৰে বুলি তাই কেতিয়াও ভবা নাছিল। সেই ওঠৰ বছৰীয়া উদাৰ মনটো—কেৱল বিলাই দিবলৈ, সমৰ্পণ কৰিবলৈ, নিঃশেষে নিবেদন কৰিবলৈ উদগ্ৰীৱ হৈ এবোজা গধুৰ যৌৱন লৈ বৈ থকা মনটো—তাই যেন আকৌ পাইছে। কোনো বিশেষ গুৰুত্ব নিদিয়াকৈ তাই ৰাতি শুবলৈ আহোঁতে এবাৰ ভাবি চাইছিল—বাণুৰ জন্ম নোহোৱা হ'লে, বৈধভাৱে লগাই লোৱা বৈৱাহিক জীৱনৰ চিনবোৰ তাই একৰাই পেলালেহেঁতেন—ৰাতিপুৱা গা ধোওঁতে চিকুটি একুৰিয়া কুম্‌কুমৰ কৌটটোৰ দৰে। কিন্তু, উপায় নাই। চাৰে তিনি বছৰীয়া বিয়া কৰোৱা জীৱনটোত তাই বহুবাৰেই অনুভৱ কৰিছে, অতি অসহায়ভাৱে অনুভৱ কৰিছে—গা-ধোৱা, ভাত-খোৱা, বাণুক চোৱা, গিৰিয়েকক অফিচলৈ পঠিওৱা আদি দৈনন্দিন কামবোৰ অতি বিতৃষ্ণাৰে হ'লেও কৰি যাব লাগে। যন্ত্ৰৰ দৰেই তাই কৰিও যায়।

বৈৱাহিক জীৱনটোৰ বিষয়ে কত সপোনেই যে নাছিল তাইৰ। মনত পেলাবৰ মন যোৱাকৈ সুন্দৰ তাইৰ সেই দিনবোৰ। সেই সময়ত তাই ভাবিছিল—এটি পাতল চুমাই ঘুমটি ভাঙি দিব প্ৰতি ৰাতিপুৱাই; চকু মেলিয়েই সদায় দেখিব, এহাল মৰম-কোমল চকু; গোটেই পৃথিৱীত সিহঁত ঘূৰি ফুৰিব—বাটে-ঘাটে, মটৰে-জাহাজে আন মানুহৰ ঈৰ্ষাৰ পাত্ৰ হৈ; অভাৱ নো কি বস্তু, আন মানুহক সুধি বুজিবলৈ চেষ্টা কৰিব; মিছা-অভিমানেৰে বেছি মৰম আদায় কৰি হাঁহি দিব, হাঁহি হাঁহি আনন্দতে কান্দি দিব, কান্দি কান্দি পাগলামি কৰিব, তাৰ পাচত ভাগৰি কোলাত মূৰ থৈ শুই পৰিব।······আৰু কত কি সপোন! লগতে তাই ভাবিছিল, প্ৰথম সুৰছৰ ৰাতে

সিহঁতৰ কোনো ল'ৰা-ছোৱালী নহয়, তাৰ কাৰণে যত্ন কৰিব। সন্তান হোৱাৰ পিচত যেন জীৱনত বহুত বাধ্য-বাধকতা আহি পৰিব। কিন্তু, বিয়াৰ প্ৰথম এঘাৰ মাহৰ ভিতৰতে বাণুৰ জন্ম হোৱাৰ পিচত তাই বুজিছিল, অসংযমক বৈধ কৰা বৈবাহিক জীৱনৰ 'ডাবোল্-বেড'ত সকবেপৰা তাই শিকা সকলো সংযমেই অবৈধ হৈ পৰে। আৰু তাই বুজিছিল, সন্তান জন্মৰ ওপৰত মানুহৰ হাত নাই, মানে দেহৰ দাবীৰ আগত মানুহৰ আন কোনো সুস্থ অস্তিত্ব নাই—বিশেষকৈ যেতিয়া এহাল ডেকা-গাভৰুৱে সমাজৰ অনুমোদন পাই একেলগে থাকিবলৈ লয়।

নাই, উঠিব লাগিল। মনটোৱে আজি কিবা-কিবিবোৰ ভাবিবলৈ লৈছে। লেপৰ তলতে হাত ভৰাই পিন্ধা-কাপোৰবোৰ বিচাৰি লৈ উঠাৰ কথা ভাবিলে তাই। খুব মনে মনে বিচাৰিব লাগিব—নহ'লে আকৌ শ্ৰীমানে সাৰ পাই যাব। ৰাতিপুৱাই টোপনি ভাঙি দিলে মানুহটোৱে দিনটো খেং-খেঙাই থাকে। এনে অধলা হৈ শোৱে মানুহটো। কাপোৰবোৰ যে টানি-টুনি কি কৰে। ঘূৰি চাই দেখিলে, মানুহটোৰ চকুৰ কোণত বগা বগা ফেচ্‌কুৰি। চাদৰৰ আগটো টানি আনি লাহে লাহে ফেচ্‌কুৰি একৰাই দিলে। এই মানুহটোক তাই ভাল পায়েই বিয়া কৰাইছিল। তেতিয়া তাৰ চকুৰ কোণত মকৰা-জালৰ ৰেখা নাছিল, গালত ডাঢ়িৰ ফুটাবোৰো ইমান ডাঙৰ ডাঙৰ নাছিল—মিহি আছিল। এ ৰাম, সাৰেই পালে হ'বলা। এটা এডামুৰি দি যেচেৰা আকৌ শুই থাকিল—তাইৰ কঁকালৰ ওপৰতে হাত এটা থৈ।

জীৱনৰ বহুত নজনা তৃপ্তি আৰু সুখ পোৱাৰ আশাৰে এই মানুহটোক এদিন তাই বিয়া কৰাইছিল। ভাবিছিল, তাই দিয়া মৰম আৰু ভাল পোৱাৰ উচিত প্ৰতিদান দিবলৈ অপাৰগ হৈ সি চিৰদিন তাইৰ ওচৰত কৃতজ্ঞ হৈ থাকিব। কিন্তু, ইমান দিনে কটোৱা বৈবাহিক জীৱনৰ বহুত উজাগৰ নিশাৰ চকুৰ পানীত অতীতৰ প্ৰায়বোৰ কল্পনাকে উটুৱাই দি, এতিয়া তাই হে তাৰ ওচৰত কৃতজ্ঞ হৈ আছে—একেবাৰে দেখা-দেখিকৈ সতিনী আনি ঘৰত নৰখাৰ কাৰণে। বাহিৰত মানুহটোৰ গতি-বিধিৰ বিষয়ে আজিকালি তাই জানিবলৈ নিবিচাৰে। জানিলেই নিজকে কাটি পেলাবৰ মন যায়। অভিজ্ঞতাৰে দীঘলীয়া বৈবাহিক জীৱনত সিহঁত দুয়ো দুয়োকো ভালকৈ চিনি লৈছে। তাই বুজিছে—এই বিধৰ মতা-মানুহবোৰে বিচাৰে, বিবাহিতা ঘৈণীয়েকৰ মাজত কিবা এটা নতুন ৰহস্য, নতুন সোৱাদ সদায় পাবলৈ। নহ'লে সিহঁত ওলাই যায়—অচিনাকি কোনোবা নাৰীৰ অবৈধ সোৱাদ বিচাৰি। এই কথা বুজাৰ পাচত তাই সাৱধান হোৱাৰ চেষ্টা কৰিছিল—কিন্তু বহুত পলমকৈ। তাই তাৰ আগত একো লুকুওৱা নাছিল। বিয়াৰ আগৰ জীৱনৰো ক'ব পৰা বহুত কথাই কৈ পেলাইছিল। বৈবাহিক জীৱনটোত সন্দেহৰ ছাঁ নপৰাকৈ শান্তিৰে কটোৱাৰ সঁচা-হেঁপাহটোক চৰিতাৰ্থ কৰিবৰ কাৰণে লুকাবলগীয়া দুই-এটা কথা হে তাই লুকুৱাইছিল —যিটো সকলো ছোৱালীয়ে কৰে।

গিৰিয়েকক তাই এতিয়া ভাল পায় নে নাপায় ক'ব নোৱাৰে, কিন্তু গিৰিয়েক বুলি মানি আহিছে। কোনো পৰ-পুৰুষৰ কথা তাই বিয়াৰ পিচত ভবাও নাই বুলিলে ভুল হ'ব—কিন্তু কেতিয়াও তাই গা-এৰা দিয়া নাই। আধুনিক অবিবাহিতা

ছোৱালীৰ চৰিত্ৰৰ বিষয়ে বহুত কথাই মানুহে কয়। তাই কিন্তু সম্পূৰ্ণ কুমাৰী দেহা এটা তাৰ হাতত তুলি দিছিল। প্ৰথম নিশা সেই কাৰণে তাই সঁচাকৈয়ে ভয় খাইছিল। তথাপি মানুহটোৰ সন্দেহ প্ৰথমৰপৰাই। তায়ো যদি গিৰিয়েকৰ দৰেই বাহিৰা মৰম বিচাৰিয়েই ফুৰিলেহঁতেন, তেতিয়া ঘৰখন কি হ'লহঁতেন বাৰু ?····· কিন্তু, মনটো কেতিয়াবা তাইৰ কিবা কিবা লাগে। বিয়াৰ পিচত তাই বহুত কিবা-কিবি পাইছে। এখন সংসাৰৰ কৰ্ত্ৰী, বাপুৰ মাক, এজন অফিচাৰৰ বৈণীয়েক। কিন্তু, এটা সন্তানৰ মাক হৈও তাই যেন জীৱনৰ সোৱাদটো পোৱা নাই। নিশ্চিন্ত মনে গিৰিয়েকৰ লগত শুই থকাত কোনো উত্তেজনা তাই অনুভৱ নকৰে। তাতকৈ চুৰকৈ বিয়াৰ আগতে একেটা মানুহকে খোৱা চুমাবোৰত বহুত উত্তেজনা আছিল— বহুত বেছি · ···।

হঠাতে তাইৰ কালি ৰাতিৰ দুৰ্বলতাৰ কথা মনত পৰি গ'ল। সেই কথা জানিব পাৰিলে গিৰিয়েকে তাইক ক্ষমা কৰিব পাৰিব নে বাৰু ? আৰু, লগতে যদি জানে, কালি হস্পিটালত লগ পোৱা অভয়ক বিয়াৰ আগতেও তাই লগ পাইছিল— বিশেষভাৱে ? হয়তো ক্ষমা নকৰে। এই বিষয়ত মতা মানুহ বৰ অবুজ। সিহঁতে এই বিষয়ত তিৰোতাবো মন এটা আছে বুলি পাহৰি গৈ সমাজে দিয়া অধিকাৰটোক প্ৰাধান্য দিযে। বাকী প্ৰায়বোৰ বিষয়তে সিহঁতে সমাজক উপলুঙা কৰে। · সঁচাকৈয়ে কালি তাই দুৰ্বল হৈ পৰিছিল। এনে দুৰ্বলতাৰ কাৰণে তাই কেতিয়াও সাজু নাছিল। তাই নিজে নজনাকৈ তাইৰে মনটোৰে যে এনেকুৱা এটা আশা লুকুৱাই ৰাখিছিল, তাই নাজানিছিল। এদিনৰ উত্তেজনাই খন্তেকৰ কাৰণে আপোন কৰা মানুহটো যে তাইৰ মনত সোমাই আছিল, তাই বাৰু কেনেকৈ জানিব ? অতি সাধাৰণ ঘটনাৰ দৰেই অভয়ক তাই পাহৰি গৈছিল। কিন্তু, কালি তাক হঠাৎ দেখি তাই আচৰিত হৈ গৈছিল। ইমানবোৰ দিনে—ঘিবোৰ দিনে তাইক আঠৈ বছৰীয়া ছোৱালী এজনীৰ মাক কৰিলে—তাক একেদৰেই থৈ দিছে! মাথোন কপালৰ আগৰ চুলি ডুভালমান সৰিছে। অতি মৰমেৰেই তাই ভগৱানক খাটিলে—অভয়ৰ চুলিবোৰ সৰি যাওক, পকক, মুখখন বুঢ়া মানুহৰ নিচিনা হওক। যাতে আন কোনো ছোৱালী তাৰ প্ৰেমত নপৰে। তেতিয়া তাইৰ কথাই তাৰ মনত পৰি থাকিব, তায়েই একমাত্ৰ তাইক আপোন কৰি পাব। এতিয়াৰ সমান ধুনীয়া হৈ থাকিলে যে তাক জীৱনৰ সকলো দি যি কোনো ছোৱালীয়ে আপোন কৰি ল'ব। তাইৰ খুব দুখ লাগিল, অভয়ক বিয়া কৰোৱাৰ কথা কেতিয়াও নভবাৰ কাৰণে। ভবা হ'লে হয়তো············। এতিয়াতো অভয় তাইৰ আপোন হ'ব নোৱাৰে ? অভয়ক যে তাই ইমান আপোন কৰি বিচাৰে, সেই কথা তাই আগেয়ে জনা নাছিল কিয় ? নিজৰ ওপৰতে খুব খং উঠিল তাইৰ। এতিয়াতো তাই এই সংসাৰখন এৰি অভয়ৰ ওচৰলৈ যাব নোৱাৰে ?···কিন্তু কিয় নোৱাৰিব ? তাইতো কোনো 'পাপ' কৰিব খোজা নাই! তাই মাত্ৰ বিচাৰে হিয়া ভৰি থকা বহুত মৰম অভয়ক দি তাৰ পৰিৱৰ্তে কিছু সমবেদনা, কিছু কৃতজ্ঞতা আদায় কৰিবলৈ। এই সলনা-সলনি কৰিবলৈ তাইৰ কাৰণে যে অভয়তকৈ আন কোনো বিশ্বাসী পাত্ৰ নাই। আৰু, সেইবোৰ যে তাই

একেবাৰে পোৱাই নাই—সকলো দিয়াৰ পৰাকী বুলি গোটাই লোৱা গিৰিয়েকে সেইখিনি তাইৰ প্ৰাপ্য বুলিও ভবা নাই। তাইৰ যে দেহৰ বাহিৰে মন এটাও আছে, যিটো মনক কেৱল দৈহিক তৃপ্তিৰে তৃপ্ত কৰিব নোৱাৰি—সেই কথা বুজাৰ সমান ওথ মন তাইৰ গিৰিয়েকৰ নাই। গিৰিয়েক-ঘৈণীয়েকৰ দৈহিক সম্বন্ধটো কিমান ঘিণ লগা। ছিঃ, যেন ভগৱানৰ ইচ্ছামতে একেলগে কাম কৰা দুটা যন্ত্ৰ। · · সেই মনটোৰ সন্তুষ্টিৰ কাৰণেই তাই এতিয়া অভয়ক বিচাৰিছে। কিন্তু, কেৱল মনটো দি অভয়ৰ প্ৰতি অন্যায় কৰা নহ'ব জানো? অন্যায় হ'লেও তো উপায় নাই? তাই যে বিবাহিতা? আৰু, মনটো পোৱাৰ পিচতে অভয়ে যদি জোৰ কৰে? ধেৎ, অভয় তেনেকুৱা নহয়। আৰু, জোৰ কৰিলেনো তাই কি কৰিব? মতা-মানুহৰ লগত আৰু বলেৰে পাৰি নে? …কিন্তু কিমান মধুৰ হ'ব সিহঁতৰ সম্বন্ধটো। তেতিয়া তাই গিৰিয়েককো বেছি মৰম কৰিব পাৰিব। তাইৰ বুকুখন কিমান মৰম-চহকী তেতিয়া হে গিৰিয়েকে বুজিব পাৰিব। হঠাতে তাই সাৰ পোৱাদি পাই ঘূৰি গিৰিয়েকলৈ চালে। মানুহটো টোপনিত লালকাল। কিমান চিন্তাহীনভাৱে শুই আছে। কালি ৰাতি তাইৰ মনৰ যি অৱস্থা হৈছিল, সেইটো জনা হ'লে কেতিয়াও এইদৰে তাইৰ ওচৰত শুই নাথাকিলহেঁতেন। মনৰ দুৰ্বলতাক প্ৰশ্ৰয় দি তাই গিৰিয়েকৰ প্ৰতি অন্যায় কৰিছে নেকি বাৰু? তাইক ইমান বিশ্বাস কৰা মানুহটোৰ প্ৰতি অবিচাৰ কৰা হোৱা নাই তো? গিৰিয়েকে যিহকে নকৰক, তাই তো আৰু তাকে কৰিব নোৱাৰে। নাই, আজিৰপৰা কেইদিনমান তাই গিৰিয়েকক বেছি মৰম কৰিব। যদি কিবা পাপ হৈছে, তেন্তে তাৰ প্ৰায়শ্চিত্ত হৈ যাব। খুব সাৱধান কিন্তু। কিবা সন্দেহ কৰাৰ সুবিধা পালেই ৰাণুৰ মূৰত ধৰি শপত খাবলৈ ক'ব। তেতিয়া মহা বিপদ হ'ব।

হাতৰ পিঠিৰে চকু দুটা মোহাৰি দুৱাৰখনৰ ফাললৈ চাওঁতে তাইৰ চকু পৰিল ড্ৰেচিং-টেবুলখনৰ ওপৰত। টেবুলখন ৰাণুৱে একেবাৰে চাব নোৱাৰা কৰি থৈছে। ক'ৰ বস্তু ক'ত পেলায়, তাৰ তো ঠিক নায়েই। কালি আকৌ কাঞ্চাটোৰ হতুৱাই কুঞ্জলতাৰ সৰু পুলি এটা আনি লেক্টোজেনৰ টিন এটাত বোকা ভৰাই ৰুইছে—আৰু বোকাৰে লেটি-পেটি সেই টিনটো থৈছেহি ড্ৰেচিং-টেবুলৰ ওপৰত। বগাবলৈ কিবা গছৰ ডাল এটাও পুতি দিছে। কালি ডালটোত মেৰিয়াই দিয়া লতাডাল আজি আঁতৰলৈ ওলমি পৰিছে। শুকান ডালটোত কেঁচা লতাডাল জোৰকৈ লগাই থ'লেই থাকিব নে বাৰু? ৰাণুৰ মৰমখিনিয়েই, ৰাণুৱে পুতি দিয়া শুকান ডালটোৰ শক্তি-খিনিয়েই, এডাল লতা বাঢ়িবৰ কাৰণে যথেষ্ট নহয় জানো? ৰাণুৰ লতাডালৰ প্ৰতি মৰমটো বাপেক-মাকৰ জীয়েকৰ প্ৰতি থকা মৰমৰ সৈতে একে নহয় তো?…আঁতৰি পৰিব খোজা লতাডাললৈ চাই চায়েই, নিজৰ কঁকালৰ ওপৰত পৰি থকা গিৰিয়েকৰ গধুৰ-নোমাল হাতখনৰ নোমবোৰ লিৰিকি-বিদাৰি থাকোঁতেই, তাইৰ মনটো উৰি গ'ল—এৰি অহা দিনবোৰ বিচাৰি।… ·

বহুত দিনৰ আগৰ কথা—এতিয়া ভাবিলেও আৰব্য উপন্যাসৰ সাধু যেন লাগে। তেতিয়া ৰাণু নাছিল। মিস্টাৰ সলিল চৌধুৰী আছিল, পৃথিৱীৰ তাই চিনি নোপোৱা কোটি কোটি মানুহবোৰৰে এজন। অভয়ো নাছিল। তাইৰ পৃথিৱীখন তেতিয়া বহুত

সক আছিল। সমান হৈ থকা চাহ-গছবোৰৰ ওপৰেদি তাইৰ মনটো বাগৰি বাগৰি গৈ দূৰৰ পাহাৰবোৰত উঠিছিলগৈ। চাং-বঙলাৰ কাঠৰ বেৰ্জিংভালত বুকুখন হেঁচি ধৰি তাই বৰ্ কটা চুলিবোৰ মুখৰপৰা আঁতৰাই লৈছিল—যেন সঁচাকৈ তাই পাহাৰত উঠোঁতে হে চুলিবোৰ আউল-বাউল হৈছিল। চাহ-খেতিয়ক বাপেকৰ একেজনী ছোৱালী তাই। মাক-বাপেকে যেন আকাশৰ চন্দ্ৰটো লাগে বুলিলেও আনি দিব। ককায়েক ৰাজীৱক তাই 'জীৱ' বুলি নাম কাটি মাতিছিল। ঘৰতে থাকি তাই পঢ়িছিল। এদিন হঠাতে তাই গম পাইছিল—তাই ডাঙৰ হোৱা বুলি। সেইদিনা মেনেজাৰৰ তেৰ বছৰীয়া পুতেক হেমন্তৰ লগত তাই বেড্‌মিণ্টন্ খেলি থাকোঁতে হঠাতে পিছলি পৰি গৈছিল। আঁঠুত দুখ পাইছিল। হেমন্ত আহি ফ্ৰকটো দাঙি আঁঠু মালিচ্ কৰি দিছিল। হঠাতে তাই জিকাৰ খাই উঠি তাৰ মুখলৈ চাইছিল। লাহে লাহে ফ্ৰকটো টানি আঁঠুটো ঢাকি ধৰি তাই গুচি আহিছিল। পিচত বুজিছিল, সেইদিনাই প্ৰথম তাইৰ ডাঙৰ ছোৱালীৰ দৰে লাজ লাগিছিল।

ইয়াৰ পাচত বতাহবোৰলৈকো তাইৰ লাজ লগা হৈছিল। খুব কম কাপোৰ পিন্ধি হাঁহি হাঁহি পাত তুলিবলৈ যোৱা কুলি-গাভৰুবোৰ দেখি, তাই লাজতে কাপোৰকে ঠিক কৰি লৈছিল। পুৱা শুই উঠি থহি যোৱা কাপোৰ ঠিক কৰোঁতে নিজৰ দেহাটোৰ কাৰবাৰবোৰ দেখি নিজেই লাজ পাইছিল তাই। এইবোৰ, ইমানবোৰ, ই-মা-ন অসমানবোৰ তাই বাৰু কাপোৰেৰে কেনেকৈ লুকুৱাব? কাপোৰৰ ওপৰতো দেখোন লাজ লগাকৈ বুজিব পৰা হৈ থাকে? পুৱা উঠি বাপেকৰ বুকুত সোমাই শুবলৈ যোৱা অভ্যাসটো তাই লাজতে এৰি পেলাইছিল। ফ্ৰক্ পিন্ধিবলৈ এৰি দিছিল। কাষলতিৰ তলত নতুনকৈ গজা নোমবোৰ ছুই চাই জিকাৰ খাই উঠিছিল। বাপেকৰ মদৰ টেবুলৰ বন্ধুবোৰে এক বিশেষ ধৰণেৰে অবাক হৈ তাইৰ ফালে চাবলৈ লোৱা দেখি, কোনেও নোকোৱাকৈয়ে তাই বুজিছিল—তাইৰ লাজ কৰিবলগীয়া বয়স হৈছে। এদিন যে তাই দৌৰি এপাহ ফুল ছিঙিবলৈ গৈ আধা বাটতে ৰৈ গৈছিল। 'আজিকালি দৌৰিলে বুকুখন বৰ লাজ লগাকৈ লৰে'—তাই সেইদিনা বুকুত হাত দি মনে মনে ভাবিছিল।

সেই যে সেইদিনা মণিহঁতৰ গাড়ীত হেঁচা-হেঁচিকৈ বহি সিহঁত পিক্‌নিক্ খাবলৈ গৈছিল। তাইৰ বুকুখন মণিৰ ককায়েকৰ পিঠিত লাগি আছিল। মটৰৰ জোকাৰণিত মনত হৈছিল, কোনোবাই যেন তাইৰ বুকুখনত হাত বুলাই দিছিল। কেনেকুৱাকৈ ভাল লাগিছিল—সিৰসিৰাই গৈছিল। কিন্তু, লাহে লাহে অসহ্য হৈ আহিছিল। নাক, মুখ, কাণবোৰ খুব গৰম লাগিছিল। উশাহ ল'ব নোৱাৰা হৈছিল। এ-কে-বা-ৰে—উস্—গোটেই গাটো কঁপিছিল। ইমান ভাল লগাকৈ অসহ্য হোৱা, ইমান অসহ্য ভাল লগা তাই জীৱনত প্ৰথম অনুভৱ কৰিছিল। লাজ-কাজ পাহৰি বুকুখন জোৰেৰে মণিৰ ককায়েকৰ পিঠিত হেঁচি ধৰি তাই আঁতৰাই আনিছিল। সেইদিনা মণিয়ে তাইক সুধিছিল—'ইমান খৰকৈ উশাহ লৈছ কিয়?'...এই অসহ্য ভাল লগাৰ কথা মনত পৰি বহুত দিন তাই নিজকে নিজে সাৱটি ধৰিছিল—ৰাতি বিচনাতে।

মেট্ৰিকলৈকে ঘৰত পঢ়িছিল তাই। ইচ্ছা কৰি নহয়, বাপেকৰ ইচ্ছা অনুসৰণ কৰি হে। তেতিয়া বাপেক-মাকে কোৱা কথা এতিয়াও তাইৰ মনত আছে—'এই

বাবেযিহলি ছোৱালীবোৰৰ লগত পঢ়িবলৈ গ'লে কেবেষ্টাবেই নষ্ট হ'ব।' তায়ো তেতিয়া তাকে ভাবিছিল। ঘৰৰ সীমাৰ বাহিৰত থকা পৃথিৱীখন অতি চৰিত্ৰহীন বুলি ভাবিছিল। চাহ-বাগিচা নথকা মানুহবোৰ কিবা কিবা যেন লাগিছিল। চাহৰ নাম নজনা মানুহবোৰ অশিক্ষিত যেন লাগিছিল। চাহ-বাগিচাৰ মালিকৰ যি দুই-এটা ল'ৰা লগ পাইছিল, সিহঁতকো তাইৰ ভাল লগা নাছিল। তেতিয়া তাই ভাবি আচৰিত হৈছিল—পৃথিৱীখনত ভাল মানুহৰ ইমান অভাৱ।

প্ৰায় এবছৰৰ পাচত শ্বিলঙত মিচনাৰী কলেজত নাম লগাই তাই হোষ্টেলত থাকিবলৈ লৈছিল। হোষ্টেলত থকা প্ৰথম ৬ মাহমানৰ ভিতৰতে তাই বহুত নতুন কথা শিকি পেলাইছিল। ছিঃ, প্ৰথমতে তাইৰ যে কি লাজ লাগিছিল। লাজ লাগি আৰু বেছি জানিবলৈ বিচাৰিছিল, লাজ লাগি আৰু বেছি শুনিবলৈ বিচাৰিছিল, তাৰ পাচত মনটোৱে অভিজ্ঞতা বিচাৰিছিল। নিজ নিজ জীৱনৰ প্ৰেম-কাহিনী কোৱা ছোৱালীবোৰলৈ হিংসা হৈছিল। সিহঁতক ভাগ্যৱতী যেন লাগিছিল।

সেই সময়তে তপতী আহি নতুনকৈ হোষ্টেলত সোমাইছিলহি। তপতী পঢ়িবলৈ আহিছিল বিয়া কৰোৱাৰ দুমাহৰ পিচত—গিৰিয়েক বিদেশত পঢ়িবলৈ যোৱা সময়খিনি কটাবলৈ। ইস্ ৰাম, তাইলৈ যে দিনে দিনে ইমান দীঘল চিঠিবোৰ আহিছিল। তপতীয়ে তাইক আঁকৰী বুলি মাতিছিল। সঁচাকৈয়ে তাই আঁকৰী আছিল। সঁচাকৈয়ে তাই বহুত 'জানিবলগীয়া কথা' তেতিয়াও জনা নাছিল। ফুল-শয্যাৰ নিশাৰ প্ৰথম অভিজ্ঞতাৰ কথা তপতীয়ে যিদিনা তাইক কৈছিল, সেইদিনা তাই অবাক হৈ ভূতৰ গল্প শুনাদি শুনিছিল। তাইৰ প্ৰশ্নৰ উত্তৰত যে তপতীয়ে কৈছিল—"ক'ৰ সময়টো পালোঁ? একে টানে ব্লাউজ ফাটি ছুটুকুৰা হ'ল…।" কিমান তৃপ্তি উপচি পৰিছিল তপতীৰ সেই কথাকিটাত। সেইদিনা ৰাতি তাই শুই শুই অনুভৱ কৰাৰ চেষ্টা কৰিছিল, অকলশৰে এটা আন্ধাৰ কোঠাত এজন নতুন পুৰুষৰ উন্মত্ত উত্তেজিত বন্ধনত নিজক এৰি দিয়াত কিমান এড্ভেঞ্চাৰভৰা তৃপ্তি আছে। এজন ডেকাৰ মন-প্ৰাণ-দেহাৰ সকলো কামনাৰ একমাত্ৰ কাম্য হোৱাৰ যি গৰ্ব, এটা দুৰ্দান্ত পশুক হেলাৰঙে অকলে বশ কৰাৰ যি ক্লান্তিভৰা সুখ, আন সকলো ছোৱালীয়ে অকলে লগ পাবলৈ ভয় কৰা এটা ডেকাক আপোন ইচ্ছামতে চলোৱাৰ যি সাহস—সেই গৰ্ব, সেই সুখ, সেই সাহসৰ অধিকাৰিণী হোৱাৰ এটা দুৰ্বাৰ ইচ্ছাই তাইক এলেহুৱা কৰি পেলাইছিল।

হামিদাজনীৰ কথা মনত পৰাৰ লগে লগে হাঁহি এটাই তাইৰ ওঁঠত পিৰ্পিৰাই দিলে। ইমান দুষ্ট আছিল হামিদাজনী। কেতিয়াবা একেখন বিচনাতে শুই কি যে উৎপাতখন কৰিছিল। অকণমান মৰম কৰি দিওঁ বুলি বুকুৰ বিষ তুলিছিল। একেবাৰে ল'ৰাৰ নিচিনা হামিদাজনী। ল'ৰাৰ দৰেই বুকুত সাৱটি লৈ সদায় তাইক মৰম কৰিছিল। সেই হামিদায়েই তাইক কৈছিল—"আচলতে যিবোৰ মিঠা-ল'ৰা, সেইবোৰ বৰ লাজকুৰীয়া হয়। ছোৱালীয়ে লাজটো ভাঙি নিদিলে সিহঁত সদায় দূৰে দূৰে থাকে। তেনেকুৱা ল'ৰাক সুবিধাত পালে জোৰকৈ এটা চুমা খাই দি পিচত তাৰ ৰলিয়ালি চাবলৈ ভাল হয়। পাহৰি থকা কাম এটা মনত পেলাই দিয়াৰ দৰে সি লগ এৰিব নোখোজা হয়। তেতিয়া তই যিমানে আঁতৰিবি, সি সিমানে তোৰ

পাচ ল'ব। এনেকুৱা ল'ৰাবোৰক প্ৰেমিকৰূপে পোৱাত বেছি সোৱাদ আছে। সিহঁত গোটেই জীৱন কৃতজ্ঞ হৈ থাকে।"

তাইৰ তেতিয়া ১৬।১৭ বছৰ—সেই এলেহুৱা বয়সটো—যিটো বয়সত উপন্যাস এখন পঢ়ি পঢ়ি লেপৰ তলত চাটি-ফুটি কৰি থকাটোৱেই এটাইতকৈ বেছি সুখ যেন লাগে, উপন্যাসৰ নায়কজন লেপৰ তলতে নিচেই কাষতে আছে যেন লাগে। তাইৰো লাগিছিল। কেতিয়াবা হামিদাই বৰ্ণনা দিয়া ল'ৰা এটাৰ স্বপ্ন তাই দেখিছিল। কিন্তু, এটা বছৰৰ ভিতৰতো তাই মনে-বিচৰা ল'ৰা এটাক কাষত নাপালে। ছোৱালীৰ হোস্টেলত থাকি ডেকা ল'ৰাক লগ পোৱা কম কথা নহয়। কি যে কষ্ট ছোৱালী-বোৰৰ। দূৰত বাটত বৈ থকা প্ৰেমিকক লোহাৰ গেটৰ ভিতৰৰপৰা আকুলভাৱে চাই থাকিবলগীয়া হয়, দলিয়াই দলিয়াই চিঠি দিওঁতে ভাগৰি পৰে, কেতিয়াবা বাটে-পথে লগ পাওঁতেও লগৰ ছোৱালীবোৰৰ আগত লাজ লাগি যায়। তায়ো দুই-এটাক দেখিছিল। দুই-এটা ল'ৰাৰ করুণ চাৱনিৰ অৰ্থ বুজি নিজক চহকী যেন লাগিছিল। কিন্তু সিমানেই। এটা 'ভেৰাইটি শ্বো' চাবলৈ গৈ ঘূৰি আহোঁতে নবীনে তাইক সেইদিনা ইংগিত দিয়াৰ বাহিৰে তাই কাৰো মন পোৱা নাছিল। নবীন তাইৰ কলেজৰ বন্ধু মিনাৰ ককায়েক। মিনায়েই তাইক কেবাদিনো কৈছিল, নবীনৰ তাইৰ প্ৰতি 'উইক্‌নেচ্' হোৱা বুলি। সেইদিনা 'ভেৰাইটি শ্বো'ৰপৰা ঘূৰি আহোঁতে গাড়ীত সিহঁত হেঁচা-ঠেলাকৈ বহিছিল। নবীনে গাড়ী চলাইছিল। মিনাই বুদ্ধি কৰি তাইক নবীনৰ ওচৰতে বহুৱাই দিছিল। গিয়েৰ সলাওঁতে হাতখন তাইৰ কৰঙনত লাগিছিল, ষ্টিয়েৰিং ঘূৰাওঁতে তাৰ কিলাকুটি তাইৰ বুকুত লাগিছিল, বাঁওফালে মুখ ঘূৰাই মিনাক কিবা এটা ক'ব খোজোঁতে তাৰ মুখ তাইৰ চুলিত লাগিছিল। খুব হেঁচা-ঠেলাকৈ বহাৰ কাৰণেই তেনে হৈছিল বুলিয়েই নিজকে বুজাইছিল তাই। তাইৰ ভালও লাগিছিল। কিন্তু, হোস্টেলৰ দুৱাৰ-মুখত গাড়ীৰপৰা নামিবৰ সময়ত তাইৰ হাতখন কাষলতিৰ তলত চেপি ধৰি দীঘলকৈ হুমুনিয়াহ কঢ়া নবীনলৈ চাই তাই বুজিছিল—নবীনৰ মনটোক বুজিছিল। তাইৰো কিবা এটা সমিধান দিয়াৰ ইচ্ছা হৈছিল। কিন্তু, লাজ লাগিছিল। সেইবোৰ লৈ কলেজৰ দীঘলীয়া বন্ধত তাই ঘৰ পাইছিলহি।

সেইবাৰ আহি ঘৰখন কিন্তু নতুন নতুন লাগিছিল। বাপেক-মাকৰ লগত তাই বহুত ডাঙৰ ডাঙৰ কথাৰ বিষয়ে 'ফ্ৰিলি' আলোচনা কৰিছিল। জীৱ কোনোবা এজনী ছোৱালীৰ প্ৰেমত পৰাৰ কথা শুনি তাক জোকাইছিল। এদিন বাপেকৰ লগত তাই ক্লাবলৈ গৈছিল। ক্লাবত সকলোৱে তাইক 'লেডি'ৰ সন্মান দিছিল। কিন্তু, তথাপি ঘৰখন ভাল লগা নাছিল। কিবা যেন বন্ধ বন্ধ। হোস্টেলত বহুত ভাল আছিল যেন লাগিছিল। ককায়েক দিনটো ঘূৰিয়েই ফুৰিছিল। বাপেকৰ বন্ধুবোৰ বুঢ়া আছিল। সিহঁতৰ কথাত তাই অলপো ৰস নাপাইছিল। মাক-বাপেকৰ মাজে মাজে লগা খুট-খাট কাজিয়াবোৰো ভাল নাপাইছিল তাই। বাপেকৰ মদ খোৱাটো কমাবলৈ তাই অৱশ্যে চেষ্টা কৰিছিল। মদপী হ'লেও বাপেকক তাই ঘৰখনৰ ভিতৰত বেছি ভাল পাইছিল। বাপেকৰ তাই বেয়া পোৱা দোষবোৰ বাদ দি, বাপেকৰ সন্মানেই মৰমিয়াল

মানুহ এটা তাই গিৰিয়েক হিচাপে কল্পনা কৰি ভাল পাইছিল। বোধকৰোঁ সকলো ছোৱালীয়ে তাকে কৰে।

সেই সময়তে এদিন পুৰা চাহৰ টেবুলত তাই অভয়ক দেখিছিল। আগদিনা ৰাতিয়েই বোলে ককায়েকৰ লগত আহিছিল। তাই তেতিয়া টোপনিত।··· ককায়েকেই চিনাকি কৰি দিছিল—তাৰ ক্লাচ ফ্ৰেণ্ড বুলি। খবৰ-কাগজৰ খবৰ বিচৰা ৰিপোৰ্টাৰ বুলি শুনি তাই তাক ভালকৈ চাইছিল। তাই ৰিপোৰ্টাৰবোৰ বৰ আচৰিত আচৰিত পায়। ক'তনো সিহঁতে খবৰবোৰ পায় তাই ভাবিবই নোৱাৰে। কিন্তু, অভয়টোৰ মাজত তাই বিশেষত্ব একো দেখা নাছিল। সাধাৰণ মানুহ। ল'ৰামতীয়া মুখখন অৱশ্যে নিৰীহ আৰু মৰম লগা। বৰ দুষ্ট যেন লাগিছিল কিন্তু। কাৰণ, তাৰ চকু দুটাই হাঁহি থাকে। ককায়েকে তাইক কৈছিল—'ইয়াৰ লগত 'ফৰ্মেলিটি'বোৰ নকৰিবি। মোক মতাদিয়েই মাতিবি।'

'তোক তো নাম কাঢ়ি মাতোঁ?'—তাই প্ৰশ্ন কৰিছিল।

'মোকো নাম কাঢ়ি মাতিবা'—অভয়ে হাঁহি কৈছিল। তাই মনে মনে নিজকে কৈছিল, 'ইস্, তেওঁক নাম কাঢ়ি নামাতি যেন কিবা সন্মান হে দেখুৱাম। তেওঁক মতাৰেই বা আমাৰ কি দৰকাৰ।' কিন্তু, প্ৰথম দিনাই তো আৰু কড্ হ'ব নোৱাৰি। তাই একো উত্তৰ দিয়া নাছিল। মাত্ৰ তাই লক্ষ্য কৰিছিল—অভয়ৰ মুখৰ হাঁহিটো, তাইৰ সমৰ্থন নাপাই, তাৰ মুখতে নাইকিয়া হৈ গৈছিল।

বিশেষ কোনো বিশেষত্ব নথকা সাধাৰণ ডেকা এটা আছিল অভয়। জপৰা চুলিবোৰেৰে সৈতে মানুহটোক খীণোৱা যেনেই লাগিছিল। নীলা-মুগা চকু দুটাৰ মাজত দীঘল নাকটোৰ প্ৰাধান্য চকুত পৰে। ৰঙা ওঁঠ দুটা কিন্তু বৰ দুষ্ট যেন লাগিছিল। অতি সাধাৰণভাৱে ট্ৰাউজাৰ আৰু হাৱাইন্ চাৰ্ট পিন্ধা এই অভয়টোৰ লগত কথা পাতিলে কিন্তু খং উঠে। সকলো সময়তে হাঁহি হাঁহি এনেকুৱা একোটা উত্তৰ দিয়ে—যেন সকলো বিদ্যা-বুদ্ধি তাৰ মূৰটোৰ ভিতৰতে। জীয়ে অৱশ্যে কৈছিল, ক্লাচত অভয় সকলো বিষয়তে চোকা আছিল।···সকলো আলোচনাতে জিকি গৰ্বৰ হাঁহি মৰা অভয়টোৰ গৰ্ব খৰ্ব কৰাৰ ইচ্ছা এটাই তাইৰ মনত ঠাই লৈছিল। কিন্তু, সুবিধা পোৱা নাছিল। কাৰণ তাই কথা ক'লেই সি সকলো সমৰ্থন কৰি গৈছিল—যেন তাইৰ কথাত গুৰুত্ব দিয়া উচিতেই নহয়। ভাল নলগা হৈছিল। একোটা আচৰিত কাম কৰি বা আচৰিত ধৰণৰ উৎপাত কৰি তাক 'চক্' খুৱাই তাই খুব আনন্দ পাইছিল। একে দিন প্ৰকাশ কৰিব নোৱাৰা খঙে তাৰ ওঁঠ দুটা কঁপোৱা চাই চাই তাই গম্ভীৰ হৈ বহি আছিল—গৰ্বেৰে।

দিনটো নো ক'ত যে ঘূৰি ফুৰে মানুহটো। সুধিলে জীয়ে কয়, খবৰ বিচাৰি যোৱা বুলি। সন্ধ্যাৰ পিছত আৰু কেতিয়াবা ৰাতি ওলায়হি—ভাগৰি-জুগৰি। তেতিয়া কিন্তু তাৰ মুখখন দেখিলে বেয়া লাগে। কিবা খাবলৈ দিলে বৰ আগ্ৰহেৰে খায় আৰু অপৰাধীৰ দৰে ভয়ে ভয়ে কয়—'তোমালোকক খুব ডিস্টাৰ্ব দিছোঁ নহয়।' সঁচাকৈয়ে মৰম লাগে তাৰ সেই অসহায় অৱস্থা দেখি। সাধাৰণ আবেলিৰ খোৱা বস্তু টেবুলত সজোৱা থাকে—সদায়ে—তাৰ কাৰণে। তাকে দি খাওঁতে তাই তাৰ ওচৰত

বহিছিল—ভদ্ৰতা কৰি। সেই ভদ্ৰতাই ভাবপৰা আৰায় কৰা কৃতজ্ঞতাখিনি সঁচাকৈয়ে তাইৰ কাৰণে বেছি হৈছিল। এনেকুৱা সৰু-সুৰা কামত মুখেৰে বহুতেই তাইক 'থেংকিউ' কোৱা তাই পাইছিল, কিন্তু প্ৰায়ে একো নোকোৱাকৈ চকুৰে কৃতজ্ঞতা জ্ঞাপন কৰা তাই অভয়ৰ বাহিৰে পোৱা নাছিল। তাৰ পিছৰপৰাই তাই তাৰ সৰু-সুৰা আন দুই-এটা কামো কৰি দিছিল। কিবা যেখোন ভাল লাগিছিল। কেবাদিনো সি মাক আৰু তাইক লৈ দিখৌৰ পাৰত ফুৰিবলৈ গৈছিল।…বুৰঞ্জীৰ কথাবোৰ ইমান ধুনীয়াকৈ সাধু কোৱাদি ক'ব পাৰে সি।

চাৰপ্ৰাইজ্ এটেক্ কৰি তাৰ খং তুলি তাইৰ সদায় খুব ভাল লাগিছিল। কিয় জানো তাইৰ তাক এসেকা দিবৰ মন সদায় গৈছিল। কেতিয়াবা নিজৰ খঙো উঠিছিল। তেনেকুৱা খং উঠিলে তাই নিজকে ছোৱালী বুলিয়েই পাহৰি গৈছিল। সেইদিনা দিখৌৰ পাৰত ফুৰোঁতে তাই এটা আমৰলি পৰুৱা পাই তাৰ চাৰ্টটো দাঙি পিঠিকালে সুমুৱাই দিছিল। বেচেৰাই পিচত কামোৰত ৰক্ষা নাপাই চাৰ্ট খোলা চাবলৈ বৰ ভাল হৈছিল।

এটা অপমান তাই বহুত দিনলৈকে পাহৰিব পৰা নাছিল। প্ৰথম দিনা তাক পুৱা চাহৰ টেবুলত লগ পাওঁতে তাই চাহ ঢালি যে দিছিল। সি যি নাখাওঁ বুলিলে, নাখালেই। চাহ বোলে নাখায় সি। তাই ইতিকিং কৰিয়েই কৈছিল—'চাহ বাগিচালৈ আহি চাহ নাখাওঁ বুলি নিজৰ ওৰিজিনেলিটি প্ৰমাণ কৰিব খুজিছে।' সি টপ্ কৰে মাত লগাইছিল—'জনা কথা আৰু কি প্ৰমাণ কৰিব লাগিছে।' সেই সময়তে জীয়ে মাত লগাইছিল, 'তই তাইক তোৰ পইণ্ট্ এপ্ৰিচিয়েট্ কৰাব নোৱাৰ। তাইৰ লগত তৰ্ক কৰি লাভ নাই।' ইস, সি যে কি গম্ভীৰ হৈ কৈছিল, 'তই নাজান বাজীৱ, ৰামকৃষ্ণক ভাও ধৰা সন্ন্যাসী বুলি ধৰা পেলাবলৈ যাওঁতেই বিবেকানন্দ শিষ্য হ'ল।' 'গৰজ পৰিছে মোৰ' বুলি তাই চাহৰ কাপটো থেকেচা মাৰি থওঁতে তাইৰ কাপোৰে-কানিয়ে পৰিছিল। সি তাকে দেখি হাঁহি হাঁহি কৈছিল, 'মনটোৱে ভৰা কথাটো তল পেলাই—মুখেৰে আন কথা ক'লেই এনেকুৱা হয়। আচলতে গৰজ পৰিছেই, বুজিছ বাজীৱ।' তাইৰ ইচ্ছা হৈছিল, তাৰ মুখলৈ চাহৰ কাপটো মাৰি পঠিয়ায়। কিন্তু, প্ৰথম দিনাই তো আৰু নোৱাৰি। পিচত এদিন তাৰ কাপোৰত চাহ ঢালি দি তাই সেই অপমানৰ প্ৰতিশোধ লৈছিল।

এদিন হঠাতে তাই তাক সুধি পেলাইছিল, সি বিয়া কৰোৱা নাই কিয়। সোধোঁতে অৱশ্যে বিশেষ কোনো উদ্দেশ্য নাছিল তাইৰ। কিবা ভাল লাগিছিল সেই সময়ত বিয়াৰ কথা পাতি। সি কৈছিল ছোৱালী পোৱা নাই বুলি। তাই সুধিছিল, 'কেনেকুৱা ছোৱালী লাগে, মই বিচাৰি দিম।' তেতিয়া সি ভাবি ভাবি কৈ গৈছিল—এটা এটাকৈ, 'কাপোৰ বব নজনা আৰু ভাত ৰান্ধিব নজনা, দৌৰিব পৰা, প্ৰায়বোৰ গানৰ প্ৰথম শাৰীবোৰ মনত থকা অথচ ভালকৈ গান গাব নজনা…' আৰু যে কত কি আচৰিত আচৰিত কথা। পিচত সি কৈছিল, ভাত ৰান্ধিব আৰু কাপোৰ বব জানিলে অসমীয়া ছোৱালীয়ে জানিবলগীয়া সকলো কাম জনা হ'ল বুলি ভাবে। সেইকিটা নাজানিলে আন কামো শিকাৰ আগ্ৰহ থাকে। সেইদিনা হঠাতে তাই নিজক অভয়ে

বর্গোৱা ছোৱালীজনীৰ লগত মিলাই চাব খুজিছিল। কিন্তু যে সেই ভাব সেইদিনা হৈছিল, তাই এতিয়াও নাজানে।

আঠ দিনমান থকাৰ পাচত মাজতে চাৰি দিন সি পুৱাই ওলাই গৈ ৰাতি হে আহিছিল—তাৰ নিজৰ কামত বোলে। এদিন বস্ত্ৰ-বাহানি লৈ গুচি যাবই খুজিছিল। কিন্তু, তাইৰ উৎপাতত যাব নোৱাৰিলে সেইদিনা।

সেই চাৰি দিন তাৰ অনুপস্থিতি তাই শঁচাকৈয়ে অনুভৱ কৰিছিল। ভাবিছিল, জোকাই থাকিবলৈ হ'লেও মানুহ এটা থাকিলে ভাল লাগে বুলি। নহ'লে সময়বোৰ নাযায়-নুপুৱায় হয়।

জীৱেও 'ফিল্' কৰিছিল অৱশ্যে। কিন্তু, তাৰ বেলেগ কাৰণ আছিল। অভয় খুব ভাল ল'ৰা বুলি জীৱে কৈ কৈ অভয়ৰ কথাৰ ওপৰত গুৰুত্ব দিবলৈ বাপেকক প্ৰায় বাধ্য কৰাইছিল। সেই কাৰণেই অভয় সিহঁতৰ ঘৰত অতি আদৰৰ হৈ পৰিছিল। জীৱৰ উদ্দেশ্য আছিল, জীৱ বিলাতত পঢ়িবলৈ গ'লে বৰ ভাল হ'ব বুলি বাপেকক বুজোৱা। নহ'লে তাৰ নিচিনা 'গাধ' এটাক বাপেকে পঠিয়াব খোজা নাছিল। মুঠতে, অভয়ে ক্লাচ্ ফ্ৰেণ্ড হিচাপে জীৱ কিমান বুধিয়ক আছিল, সেই বিষয়ে নিঃসন্দেহ প্ৰমাণ দি তাক বিলাতলৈ পঠিওৱাবৰ কাৰণে বাপেকক ৰাজী কৰাব—এয়ে আছিল চুক্তি।

অভয় দিনত ঘৰত নথকাৰ তৃতীয় দিনা হঠাৎ জীৱ কোনোবা এটাৰ লগত শ্বিলঙলৈ বুলি গুচি গৈছিল। যাবৰ সময়ত কৈ গৈছিল—অভয়ক জোৰ কৰি ৰাখিবলৈ। আৰু কৈছিল, সি পিচদিনাই ঘূৰি আহিব। পিচদিনা অভয় যাব খুজিছিল। কিন্তু, তাইৰ কথা ৰাখি জীৱৰ কাৰণে দুদিন অপেক্ষা কৰিলে। তৃতীয় দিনা কিন্তু যোৱা ঠিক হৈছিল। কাৰণ, তাৰ দুদিনৰ পাচতে শ্বিলঙৰপৰা সি ক'ৰবালৈ যোৱাৰ কথা। যোৱাৰ কথা আছিল সোণাবালি বাগিচাৰ মৃণালৰ লগত। মৃণাল ওলাইছিল শ্বিলঙত ছোৱালী চাবলৈ—নিজৰ কাৰণে।

মনটো ৰাতিপুৱাৰপৰাই তাইৰ বেয়া লাগিছিল। কিয় জানো তাইৰ মনত হৈছিল, অভয় যোৱাৰ পিচত তাই আকৌ অকলশৰীয়া হ'ব। অভয়ক পাই এই কেইদিন যেন তাই উশাহ লৈছিল। বাগিচাৰ সীমাৰ মাজত, বাগিচাৰ মানুহবোৰৰ চিন্তা আৰু কথাৰ সীমাৰ মাজত, তাইৰ যেন উশাহ বন্ধ হ'ব খোজে। আনকি শ্বিলঙৰ হোস্টেলত থাকোঁতেও তাই চাহ-বাগিচাৰ সীমাৰ কথা পাহৰিব পৰা নাছিল। কাৰণ সকলোৱেই জানিছিল তাইক টি-প্লেণ্টাৰৰ জীয়েক বুলি।

অভয়ৰ ওপৰতো তাইৰ খং উঠিছিল। ইমান আদৰ-সাদৰ পোৱাৰ পিচতো সি কিয় যাওঁ যাওঁ কৰে? এই অভিনেৰি মানুহবোৰে আচল সুখ বুজি নাপায়। আৰু, তাৰ উপৰি হয়তো এটা সদায় টকাৰ চিন্তা। অভাৱতে শেষ হয় এই মানুহবোৰৰ জীৱন .....।

পুৱা পাঁচ বজাতে মৃণালৰ লগত মৃণালৰে গাড়ীত অভয় যোৱাৰ কথা। মৃণাল আহি লৈ যোৱাৰ কথা। আগদিনা অভয় ক'লৈকো ওলাই যোৱা নাছিল। পুৱা চাহ খাওঁতেই ঠিক হৈছিল, মাক আৰু অভয়ৰ লগত তায়ো ডিখৌৰ পাৰত ফুৰিবলৈ যাব। অতি আচৰিত কিছুমান ভাব আহিছিল তাইৰ মনলৈ। সিহঁতৰ চাহ-বাগিচাৰ

বগুলাটো যেন এটা ছাগলীৰ গড়াল। তাৰ ভিতৰতে বন্দী হৈ থাকি তাই যেন অসহ্য হৈ উঠিছিল। তাঁৰেৰে বেৰ দিয়া গোটেই বাগানখনেই কিবা চিৰিয়াখানা যেন লাগিছিল তাইৰ। অভয়ৰ কথাত কিন্তু চাহ-পাত, কুলী, কলঘৰ, ক্লাব আদি শব্দ নাই; সাজ-পাৰত হাফ্-পেণ্ট, গাম-বুট, হাণ্টাৰ আদি নাই। বাগিচাৰ মানুহবোৰতকৈ অভয় যেন বেলেগ।

অভয়ৰ ওপৰতো অৱশ্যে তাই শেষলৈকে সন্তুষ্ট নাছিল। তাৰ বৰ বৰ কথা, কাকো গুৰুত্ব দিব নোখোজা তাৰ মনোভাব, তাঁহাতৰ ঘৰত থাকিও অকণো কৃতজ্ঞতা প্ৰকাশ কৰিব নজনা তাৰ অসভ্যামি—এই সকলোবোৰ তাই সহ্য কৰিছিল জীয়ই বেয়া পায় বুলি। মাকজনীয়ে আকৌ এনেয়ে তাক ভাল পাইছিল। কিয় জানো?... এইবোৰ ভাবি ভাবি তাইৰ টোপনি আহিছিল। আবেলি সাৰ পাই দেখিছিল ঘৰত কোনো নাই। কোন ক'লৈ গ'ল বুলি চাকৰক সুধি জানিব পাৰিছিল—মাক আৰু অভয় খোজকাঢ়ি ফুৰিবলৈ যোৱা বুলি। অতি অসহ্য খং উঠিছিল। ইমান নীচ, এবাৰ তাইক মাতি নিয়াৰ কথাও নাভাবিলে। ৰাতিপুৱা আকৌ যি হে লেন ধৰি কৈছিল—'তুমিও ওলাবা দেই।'

সেই খঙেই তাইৰ মূৰটো গৰম কৰিছিল। সেই মূৰৰ গৰমত তাই কি কৰিছিল, আজি ভাবিব নোৱাৰে। খঙৰ প্ৰতিশোধ ল'বলৈ গৈ তাই যে কি কৰিছিল! ছিঃ। তাৰ পিচত কিন্তু তাই বুজিছিল—তাইৰ মনটোৱে মনে মনে কি বিচাৰিছিল।...... অভয় পিচদিনা পুৱাই ঘৃণা লৰ লগত গৈছিল। তাক থাকিবলৈ ক'বৰ মন গৈছিল। হয়তো কোৱা হ'লে সি থাকিলহেঁতেন। কিন্তু, কোৱা আৰু নহ'ল। বহুত নজনা লাজে তাইক হেঁচা মাৰি ধৰিছিল। তাই ভাগৰি পৰিছিল। আৰু, তাই আশা কৰিছিল, নক'লেও অভয় নাযাব বুলিয়েই।

ভাবিছিল, অভয়ে চিঠি দিব। নিদিলে। ভাবিছিল, অভয় আকৌ আহিব। নাহিল। খঙতে ভাবিছিল, অভয় মৰিব। নমৰিল। অসহ্য হৈছিল তাইৰ। তাই যেন মুক্তি বিচাৰিছিল—বাগিচাৰপৰা, মাক-বাপেকৰপৰা, পঢ়া-শুনাৰপৰা, সংযমৰপৰা।

পাহৰা কামটো যে মনটোৱে কেনেকৈ কৰে, তাই আজিও নাজানে—নুবুজে। প্ৰায় এসপ্তাহৰ ভিতৰতে অভয়ক আকৌ লগ পোৱাৰ কথা ভাবিবলৈ তাই পাহৰি গৈছিল। কেৱল মনত ৰাখিছিল, কেনেকৈ তাই তাক বশ্যতা স্বীকাৰ কৰাইছিল।

অভয় যোৱাৰ বোধকৰোঁ দহ-বাৰ দিনমানৰ পাচতে বাপেক কলিকতালৈ চকু দেখুৱাবলৈ যাবলৈ ওলাইছিল। তাইক শ্বিলঙত হোষ্টেলত থৈ যাব খুজিছিল। কিন্তু, তায়ো জোৰ কৰি কলিকতা পাইছিলগৈ কিবা এটা মুক্তিৰ আশাত। নহ'লে তাইৰ বৰ অশান্তি লাগিছিল। সেই সময়লৈকে তাই লগ পোৱা—খুব ইণ্টিমেট্‌ভাৱে লগ পোৱা—বহুত ডেকাৰ ভিতৰতে অভয়ক থৈ দিও তাই শান্তি পোৱা নাছিল। মনে মনে ভাবিছিল তাই—বহুত টকা হয় যদি, অভয়ে নিশ্চয় ভাল ছোৱালী পাব। আৰু ভাবিছিল—তাই যিটো মানুহক বিয়া কৰাব, সেই মানুহটো সদায় তাইৰ বশ হৈ থাকিব লাগিব। তাৰ সংসাৰৰ তায়ে হ'ব মূৰব্বী। তাইৰ কথা মতেই সকলো চলিব।

ঠাইৰ পৰিৱৰ্তনে তাইৰ মনলৈও আনিছিল এক অভাৱনীয় পৰিৱৰ্তন। কলিকতাত আহি প্ৰথমতে কেইদিনমান তাইৰ বাগিচালৈ খুব মনত পৰিছিল। অভয়লৈ চিঠি লিখিবৰ মন গৈছিল। কিন্তু, আকৌ ভাবিছিল—'বলিয়াটো বা আছে ক'ত ?' আৰু ভাবিছিল, তাই সক হৈ তালৈ কিয় চিঠি দিব। মনে মনে তাইৰ তথাপি খুব বিশ্বাস আছিল, অভয় ওলাবহি—বলিয়া হৈ ওলাবহি—দোষীৰ প্ৰাৰ্থনা ভৰা চাৱনি লৈ ওলাবহি—তাইক জোৰ কৰি বুকুত সুমাই ল'বহি .....। ইয়ানবোৰ কথা ইমান সোনকালে সি পাহৰিব নোৱাৰে। এখন চিনাকি গাভৰু হিয়া আপোন কৰাৰ চেষ্টা কোনো ডেকাই এৰি দিব নোৱাৰে—হামিদাই তাইক কৈছিল।

আজি তাই পৃথিৱীত এটাইতকৈ বেছি অবিশ্বাস কৰে তাইৰ মনটোক। কিন্তু, সেই সময়ত কলিকতাত বাপেকৰ চকু দেখুৱাবলৈ যোৱা সময়ত, এই সত্য তাই জনা নাছিল। আজি তাই বেছিকৈ বুজে, কাৰোবাৰ হাতত যৌৱনৰ জঞ্জালটো গতাই দিয়াৰ ইচ্ছাৰ সোৱাদ পোৱা গাভৰুৰ বাহু দুটাই বহুত সময়তে সাৱটি ধৰে এজনক—সেইজন নো কোন ভাবি নোচোৱাকৈয়ে। তাইৰো সেয়ে হৈছিল। কলিকতাৰ ভিক্টোৰিয়া মেমোৰিয়েলৰ ওচৰত চৌধুৰীৰ লগত গধূলি ফুৰোঁতে অসমক পাহৰি গৈছিল, হোটেলৰ বাৰাণ্ডাত বহি থাকোঁতে প্ৰৱাসী মনটোত জাগি উঠিছিল স্থায়ী নিবাসৰ অভিলাষ, গংগাৰ পাৰৰ বতাহে অতীতবোৰ উৰুৱাই নিছিল, ৰেড্ ৰোডৰ দাঁতিয়ে দাঁতিয়ে, ইডেন গাৰ্ডেনৰ গছৰ তলে তলে দেখা প্ৰেমিক-প্ৰেমিকাৰ অভিনয়ে তাইৰ মনটো বৰ অস্থিৰ কৰি তুলিছিল।

মনৰ সেই খেলি-মেলি অৱস্থাত মাজে মাজে আহি আমনি কৰা অভয়ৰ চিন্তাখিনিৰ কাৰণে আহৰিও নোহোৱা কৰিবলৈ যিদিনা চৌধুৰী সিহঁতৰ হোটেলৰ ৰুমত উপস্থিত হৈছিলহি, সেইদিনা তাইৰ ভালেই লাগিছিল। ওখ-দীঘল, বুকু বহল নিকা মানুহ চৌধুৰীৰ লগত বাপেকে প্ৰথম চিনাকি কৰাই দিওঁতে তেওঁৰ মুখৰ হাঁহিৰ প্ৰত্যুত্তৰত তায়ো হাঁহিবলৈ বাধ্য হৈছিল। তাৰ পাচত তাইৰ সান্ধ্য-ভ্ৰমণৰ সংগী হিচাপে চৌধুৰীক তাই গ্ৰহণ কৰিছিল। দেশ-বিদেশ ঘূৰি, উচ্চ শিক্ষা লৈ অলপতে উভতি আহি চৌধুৰীয়ে ভাল চৰকাৰী চাকৰি পাইছিল—দুমাহৰ পিচত জইন কৰাৰ কথা আছিল। দিল্লীৰপৰা ঘূৰোঁতে কলিকতাত হঠাতে এদিন তাইৰ বাপেকক লগ পাইছিল, সেই হোটেলটোত। চৌধুৰীৰ বাপেক তাইৰ বাপেকৰ বৰ বন্ধু, গুৱাহাটীৰ ধনী ব্যৱসায়ী।

ছোৱালীৰ জীৱনত একোটা দুৰ্বল মুহূৰ্ত আহে বুলি এতিয়া যদিও তাই জানে, তেতিয়া জনা নাছিল। বাস্তৱত নাথাকিলেও কল্পনাৰ প্ৰেমিকৰ অনাদৰ-অৱহেলায়েই যেতিয়া মনটোক নিঃসংগ আৰু বেদনা-কাতৰ কৰি তোলে, সেই সময়তে—সেই দুৰ্বল মুহূৰ্ততে, হিয়া ওপচোৱা মৰমৰ প্ৰতিজ্ঞা লৈ নতুন কোনোবা ডেকা আহি ছোৱালীৰ মনত সহজে সোমাব পাৰে। কান্দি কান্দি মাকক বিচাৰি নাপাই সৰু ল'ৰা-ছোৱালী যেনেকৈ ওচৰত যেয়ে হাত মেলে তাৰ কোলাতে উঠে, ঠিক তেনেকৈ মনে বাছি লোৱা ডেকাটোৰ মৰমৰ অভাৱত নিঠৰুৱা ছোৱালীয়ে সমজেনা জনাই কাষ চপা আন ডেকাৰ মৰমৰ আশ্ৰয় লয়। এনেকুৱা এটা সন্ধিক্ষণতে ছোৱালী যোধকৰোঁ আটাইতকৈ সহজে প্ৰেমত পৰে।

অতি অভাৱনীয়ভাৱে চৌধুৰীটো তাইৰ মনৰ মাজত সোমাই পৰিছিল খুব কম সময়ৰ ভিতৰতে। তাইৰ যে মনটো কেনেকৈ কেনেকুৱা হৈ গৈছিল, এতিয়া তাই যুকিয়াই ভাবিব নোৱাৰে। আচলতে তাই নাজানেও। মন্নুমেণ্টৰ তলৰ ময়দানত বাদাম ভজা খাই চৌধুৰীৰ লগত অকলে আবেলি ফুৰোঁতে, বহুত মানুহৰ মাজত অনুভৱ কৰা নিৰ্জনতাত তাই এদিন কৈ পেলাইছিল—অভয়ক কেন্দ্ৰ কৰি তাই গঢ়া আশাৰ মন্নুমেণ্টটোৰ কথা। অৱশ্যে তাইৰ বেছিখিনি কথাই আছিল কেৱল কল্পনা। তথাপি বহুত কথা সাজি সাজি কৈ ভাল লাগিছিল। চৌধুৰীয়ে কোনো মতামত নিদি আপোন ইচ্ছাৰে কৈ গৈছিল তেওঁৰো জীৱনৰ বহুত বেদনা, বহুত প্ৰতাৰণা, বহুত প্ৰৱঞ্চনাৰ ইতিহাস। আৰু কৈছিল, পৃথিৱীৰ সকলো সুখ, সকলো সম্পত্তি, সকলো আনন্দৰ বিনিময়তো তেওঁ যদি অকণমান সঁচা-মৰম পালেহেঁতেন, তেন্তে পৃথিৱীৰ সকলো কষ্ট তেওঁৰ কাৰণে সুখ হ'লহেঁতেন, জীৱনটো জয়ী হ'লহেঁতেন, সেই সঁচা-মৰম দিয়া ছোৱালীজনীৰ ওচৰত তেওঁ চিৰজীৱন কৃতজ্ঞ হৈ থাকিলহেঁতেন। চিৰিংকৈ তাইৰ মনত পৰি গৈছিল, অভয়ৰ অকৃতজ্ঞতাৰ কথা।

হোটেলৰ বাৰাণ্ডাত চৌধুৰীৰ সৈতে তাই এদিন বহি আছিল। মাক-বাপেক মাৰ্কেটিং কৰিবলৈ গৈছিল। চৌধুৰীয়ে নিজ জীৱনৰ বহুত সঁচা-মিছা বেদনাৰ ইতিহাস তাইৰ আগত প্ৰকাশ কৰি সন্ধিয়াটো মধুৰ কৰি পেলাইছিল। এই 'সবল' মানুহটোক প্ৰতাৰণা কৰা ছোৱালীবোৰলৈ তাইৰ খং উঠিছিল। আৰু, অতি সন্তীয়া ছোৱালীৰ দৰে সেইদিনাই তাই প্ৰথম ভাবিছিল, চৌধুৰীয়ে বিয়া কৰোৱা ছোৱালীজনী সদায় ৰাণীৰ দৰে থাকিব।

যিদিনা দুপৰীয়া খোৱাৰ টেবুলত বাপেকে তাইক প্ৰথম সুধিছিল—'চৌধুৰীক জোঁৱাই কৰিলে তই আপত্তি কৰিবি নেকি'—সেইদিনা তাই কোনো উত্তৰ দিয়া নাছিল। আচৰিতো হোৱা নাছিল তাই। চৌধুৰীৰ প্ৰতি তাইৰ ইতিমধ্যেই পুতৌ জন্মিছিল। কিন্তু, তেতিয়া তাই জনা নাছিল, পুতৌ ভাল পোৱাৰে প্ৰথম খোজ বুলি। তাই নিজকে প্ৰশ্ন কৰিছিল 'ইয়াক আকৌ বিয়া কৰাম কেনেকৈ? অভয়ে মোক কি বুলি ভাবিব?' সেই প্ৰশ্নৰ অৰ্থ বুজি তাই ভয় খাইছিল। অভয়ে কিবা ভাবিব কাৰণেই তাই চৌধুৰীক বিয়া নকৰায় নে নিজেও অভয়কে বিচাৰে?…দুবছৰ পিচত তাই বুজিছিল, সেইদিনা অভয়লৈ মনত পৰাৰ কাৰণ। কিমানক বিমুখ কৰি তাই চৌধুৰীৰ হাতত নিজক তুলি দিলে?—চৌধুৰীৰ এই তুলনামূলক শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবলৈ, আৰু, লগে লগে এই বিষয়ত তাইৰ আত্মত্যাগৰ গৰ্বৰ অধিকাৰী হ'বলৈ, তাইৰ মনটোৱে বিচাৰিছিল। নবালবিত অভয়ৰ নামটোৱেই মনত পৰি গৈছিল।…

এদিন সিহঁত গংগাৰ পাৰত ফুৰিবলৈ গৈছিল—অক্টোবৰ মাহৰ এটা হিম-সেমেকা সন্ধিয়াৰ ৰোমাণ্টিক সময়ত। অতি প্ৰভাৱক এই সময়টো—বেলিৰ অনুপস্থিতিৰ সুবিধা লৈ পৃথিৱীখনে সেই সময়তে অন্ধকাৰক নিবিড়ভাৱে সাৱটি ধৰে। দুখন খোঁৱা-বাৰী। এখনত বাপেক-মাক আগে আগে আৰু আনখনত চৌধুৰীৰ লগত তাই—পিচে পিচে। খোঁৱাৰ চঞ্চল পদক্ষেপত সন্ধিয়াৰ চঞ্চলতাই আত্ম-প্ৰকাশ কৰিছিল। কোনো কথা নাই। ৰাটৰ দাঁতিৰ পেচ-লাইটবোৰ এটা এটাকৈ

আগুৱাই আহিছিল ; কিবা যেন সুধিব খুজিছিল ; আকৌ পাচলৈ গুচি গৈছিল। ভিক্টোৰিয়া মেমোৰিয়েলৰ ওচৰত দুইখন ঘোঁৰা-বাগী বৈ গৈছিল, এখন মটৰক বাৰলৈ দিবলৈ। এখন, দুখন, তিনিখন—কেবাখনো মটৰ গুচি গৈছিল। ঘোঁৰা-বাগী বৈ আছিল। বাপেক-মাকে এবাৰ ঘূৰি চাইছিল। কিবা এটা সুধিছিল, তাই নুশুনিলে। চৌধুৰীৰ চকুলৈ চাই তাই আচৰিত হৈছিল। দুটা করুণ ভিক্ষাৰী চকুৱে অপলক দৃষ্টিৰে তাইলৈ চাই আছিল। পুৰুষৰ চকুত এনেকুৱা ভিক্ষাৰী দৃষ্টি তাই প্ৰথম দেখিছিল। তাই চকু ঘূৰাই আনিব পৰা নাছিল। কেনেকুৱা লাগিছিল। ওচৰতে এটা ভিক্ষাৰীয়ে থিয় হৈ চিঞৰিছিল "মা, একটি পইচা ···"। চৌধুৰীলৈ চাই চায়েই তাই ভেনিটি-বেগৰপৰা এটাইকিটা ভঙা পইচা উলিয়াই হাত মেলি ভিক্ষাৰীটোক দিছিল। ভিক্ষাৰীক ভিক্ষা দিয়া হাতখন কেতিয়া কেনেকৈ চৌধুৰীৰ হাতৰ মুঠিত সোমাই পৰিছিল, তাই জানিও জানিব নুখুজিছিল। চৌধুৰীৰ ভিক্ষা-কাতৰ আবেদন তাই উপেক্ষা নকৰিলে। ইমান দুখীয়া তাই নাছিল। ঘোঁৰা-গাড়ী আকৌ চলিছিল। এইবাৰ বাটৰ দাঁতিৰ লাইটবোৰ দূৰে দূৰে মুখ লুকুৱাই লাজতে আঁতৰি পৰিছিল। জোপোহা গছবোৰৰ মাজেদি সৰকি অহা লাইটৰ টুকুৰা-টুকুৰ পোহৰবোৰ বাটত পৰি আছিল। সিহঁতৰ ঘোঁৰা-বাগী সেই পোহৰবোৰৰ ওপৰেদি আগলৈ আগুৱাই গৈছিল। তাইৰ মনৰ তৃপ্তিৰ আনন্দত বলিয়া হোৱা সেই টুকুৰা-টুকুৰ পোহৰবোৰ জঁপিয়াই জঁপিয়াই আগ ফালৰপৰা ঘোঁৰা-গাড়ীত উঠি, সিহঁতৰ গালে-মুখে পোহৰ সানি, পিচফালে নামি গৈছিল। উঠিছিল, পোহৰ সানিছিল আৰু নামিছিল। ঘোঁৰা-বাগী গৈ আছিল। তাইৰ গলধনত চৌধুৰীয়ে চেপি ধৰা ওঁঠকিটাই তাইক ইলেকট্ৰিক্ হিটাৰৰ দৰেই গৰম আৰু ৰঙা কৰি দিছিল। সেই উত্তাপতে পুৰি ছাৰখাৰ হৈছিল তাইৰ অতীতটো।

বিয়াৰ আয়োজনতো এটা যাদু-মন্ত্ৰ আছে। বিয়াৰ কাৰণে আয়োজন কৰিবলৈ গোট খোৱা মানুহৰ কথা-বাৰ্তা, ধুনীয়া দৰা পাইছ বুলি বান্ধৱী আৰু বংশ-পৰিয়ালৰ মানুহে কৰা প্ৰশংসা, ৰভাৰ কাৰণে কটা কেঁচা বাঁহৰ গোন্ধ, তাইক পিন্ধাই পৰীক্ষা কৰা গহনাৰ চিকমিকনি, বিয়াৰ কাৰণে আগতীয়াকৈ কিনা নতুন কাপোৰৰ প্ৰদৰ্শনী, নিমন্ত্ৰিতৰ তালিকা, নিমন্ত্ৰণী চিঠিত ঠিকনা লিখাৰ ব্যস্ততা—আদিয়ে এনেকুৱা এটা পাৰিপাৰ্শ্বিকতাৰ সৃষ্টি কৰে যে প্ৰায়বোৰ ছোৱালীয়েই নিজৰ মনটোৰ কথা পাহৰি গৈ সেই মহৎ আয়োজন সফল কৰাৰ কাৰণে সাজু হৈ পৰে। এনে এক যোগাৰ-যন্ত্ৰৰ যাদু-মন্ত্ৰৰ দ্বাৰা বশীভূত হৈয়ে হয়তো প্ৰায়ে বিয়া কৰাবলৈ অমান্তি হোৱা বহুত ছোৱালীয়েই ঠিক সময়ত কন্যা হৈ হোমৰ গুৰিত বহেগৈ। আৰু, সকলো ছোৱালীয়েই বোধকৰো বৈৱাহিক জীৱনৰ এটা সময়ত বুজিব পাৰেগৈ, প্ৰেম আৰু বিয়া একে বিধ বস্তু নহয়। বিয়া বোলা শব্দটোৰ উচ্চাৰণত ছোৱালীৰ প্ৰাণত জিলিকি উঠে এটা বখীয়া থকা নিৰাপদ শান্তিৰ ঘৰ, দৈহিক তৃপ্তিৰ কাৰণে সজোৱা চাৰিটা বাঁকৰে এখন নতুন আৰু বৈধ বিচনা, আৰ্থিক নিৰাপত্তা আৰু সামাজিক স্বীকৃতিৰ আশা, আৰু হয়তো মাতৃত্ব। কিন্তু, ভাল পোৱা বুলিলেই প্ৰাণত উথলি উঠে সমাজক উলংঘা কৰাৰ দুৰ্বাৰ হেপাহ, প্ৰতিদান নিবিচৰাকৈ উজাৰি দিব পৰা মৰম, কণিকৰ

চুৰ কৰা পৰশত বোমাঞ্চিত হ'ব পৰা উলাহ, আৰু হয়তো এটা অখৰী ডেকাক ঘৰচীয়া কৰাৰ মোহ। সেই কাৰণেই হয়তো আধা-পাগল ল'ৰাবোৰৰ প্ৰেমত ছোৱালী সহজে পৰে। এতিয়া তাই বুজিব পাৰিছে, বিয়াৰ এবছৰৰ পিচতে তাই বুজিব পাৰিছিল,—চৌধুৰীক তাই বিয়া কৰাবলৈ বিচাৰিছিল—ভাল পাবলৈ নহয়।

সংগ আৰু সান্নিধ্যৰ নিচা, চৌধুৰীৰ প্ৰেম-ভিক্ষাৰী চকুৰ চাৱনি, বাপেক-মাকৰ দ্বাৰা বিয়াৰ যোগাৰ-যন্ত্ৰ,—এইবোৰৰ যি কোনো এটা নথকা হ'লেই চৌধুৰীক হয়তো তাই চিৰজীৱনৰ কাৰণে নল'লেহেঁতেন।

আনকি, চৌধুৰীলৈকে বিয়া দিবলৈ বাপেকে মনে মনে আগৰেপৰা ঠিক কৰি থৈছিল বুলি জনা হ'লেও তাই হয়তো চৌধুৰীৰ প্ৰতি কোনো দুৰ্বলতা প্ৰকাশ নকৰিলেহেঁতেন। যাৰ লগত বিয়া ঠিক হৈ থাকে, তাৰ জানো প্ৰেমত পৰিব পাৰি? কিন্তু ..

কিন্তু কি হৈছে তাইৰ আজি ৰাতিপুৱাই?

কিয় তাই অভয়ৰ কথা ইমান বেছিকৈ ভাবিছে?

আজি হঠাতে তাই কিয় ধৰি লৈছে, অভয় তাইৰ ইমান আপোন আছিল বুলি, অভয়ক তাই ভাল পাইছিল বুলি, অভয়ক তাই মনে-প্ৰাণে বিচাৰিছিল বুলি?

আজি এইদৰে ভাবি তাই নিজকে প্ৰতাৰণা কৰা নাই জানো?

বাগিচালৈ অহা আন বহুত আলহীৰ দৰেই অভয়ো অহা নাছিল জানো?

আন বহুত আলহীক সিহঁতৰ অতিথি-সেৱাৰ আভিজাত্যৰ বিষয়ে বুজাবলৈ গৈ জোৰকৈ দুই-এদিন ৰখাৰ দৰে অভয়কো ৰখা নাছিল জানো?

কৰ্মচাৰীসকলৰ মুখে অভয় দুখীয়া মানুহৰ ল'ৰা বুলি জানি তাক পুতৌ দেখুৱাই নিজকে গৌৰবান্বিত কৰা নাছিল জানো?

অভয়কো এটা এডমায়াৰাৰ হিচাপে পোৱাৰ আশাৰেই, তাক কিছু লাইচেন্স দিয়া নাছিল জানো?

অভয়ৰ নিচিনা অভিনেৰি মানুহৰপৰা কোনো বিপদৰ আশংকা নাই বুলি জানিয়েই এদিন এখন্তেকৰ কাৰণে দুৰ্বল হোৱাৰ ভাও ধৰি তাৰ বং চাব খোজা নাছিল জানো?

অভয়ৰ মূৰটো ঘোলা কৰাই তাইৰ উদ্দেশ্য নাছিল জানো?

কলিকতাত নতুনকৈ লগ পোৱা ধুনীয়া ডেকা চৌধুৰীক জেলাচ্ কৰি আকৰ্ষণ কৰিবলৈকে অভয়ৰ লগত ইটিমেচি থকাৰ কথা মিছাকৈ সাজি কোৱা নাছিল জানো?

পৃথিৱীৰ কোনো ধুনীয়া ছোৱালীৰে বাইভেল-নথকা-অকলশৰীয়া প্ৰেমিক এটা নাথাকে বুলি ভেতিয়া তাই ভৰা নাছিল জানো?

অভয় গুচি যোৱাৰ পাচত তাৰ কথা কেতিয়াবা তাইৰ মনত পৰিছিল জানো?...

অৱশ্যে এটা সঁচা কথা। একমাত্ৰ এদিন নে দুদিন তাই ভাবিছিল, অভয়ৰ নিচিনা মানুহে তাইক বিয়া কৰালে চিৰজীৱন পূজা কৰি থাকিব। বাকীবোৰ যে সকলো তাইৰ কল্পনা। এনেকৈ নিজকে নিজে ফাঁকি দি তাই এইবোৰ কথা কেনেকৈ

তাবে যাক ?……আৰু কালি নগ পাওঁতেও তাই কি হঠাতে তাৰ হাতত নিজৰ জীৱনটো তুলি দিবলৈ বিচাৰিছিল ? কেতিয়াও নহয়। তাই মাত্ৰ বিচাৰিছিল, তাৰ নিচিনা ডেকা এটাক নিজৰ এভ্‌মায়াবাৰ কৰি ৰাখিবলৈ—তাক বলিয়া কৰিবলৈ। এনেকুৱা কথা দুই-এটা বন্ধুমহলত ওলালে ভাল লাগে। কোনোবাই জোকালে, আন কি গিৰিয়েকে অভিযোগ কৰিলেও, ক'বলৈ ভাল লাগে—'মই নো বাক কি কৰিম ? মানুহটো একেবাৰে বলিয়াৰ দৰে পিচে পিচে ঘূৰি ফুৰে।' কলংক আছে কাৰণেই চন্দ্ৰটো বেছি ধুনীয়া হেনো। তাইৰ ওঁঠত থকা তিলটো এটা বিউটি-স্পট্ নহয় জানো ? সক সক অনিষ্ট নকৰা কলংকৰ তিলবোৰেই নাৰীৰ সৌন্দৰ্য আৰু আকৰ্ষণ শতগুণে বৃদ্ধি নকৰে জানো ? তেনেকুৱা এটা কলংকৰ তিল হিচাপে অভয় কি বেয়া চিলেক্‌চন ?…… সকলো প্ৰশ্নৰ উত্তৰ হিচাপে তাই নিজকে নিজে বুজালে—সাবিত্ৰীৰ দৰে সতী হৈ সক ল'ৰা-ছোৱালীয়ে পঢ়া কিতাপৰ সাধু হোৱাতকৈ, ক্লিওপেট্ৰাৰ দৰে কলংকিনী হৈ যুগে যুগে ডেকা-গাভৰুৰ বুকুৰ উমত জীয়াই থকাত বেছি তৃপ্তি, বেছি গৌৰৱ আছে।

আইতাকে সকতে তাইক পঞ্চসতীৰ নাম শিকোৱা হঠাতে মনত পৰিল। বিয়াৰ পিচত তাই সেই সতীসকলৰ বিষয়ে পঢ়িছে। পঢ়ি তাই বুজিছে, অহল্যা-দ্ৰৌপদী-কুন্তী আদি সতীসকলতকৈ তাই একো বেয়া কাম কৰা নাই—আনকি তাই নিজেও ইচ্ছা কৰি পাহৰি যোৱা বহুত দুৰ্বল মুহূৰ্ত এই সতীসকলৰ দুৰ্বলতাৰ আগত নগণ্য। সেই কাৰণেই তাই বুকু ভাঠি কয়—তাই সম্পূৰ্ণ কুমাৰী দেহা এটা গিৰিয়েকক দিছিল—বিয়াৰ দিনা ৰাতি। বিয়াৰ পিচতো তাই কেতিয়াও গিৰিয়েকৰ দৰে মৰম বিচাৰি ওলাই যোৱা নাই। কোনোবা যদি কেতিয়াবা আহিছে, ভিক্ষাৰীৰ দৰে আহি তাইক ৰাণীৰ সন্মান দিছে, তাই সেই সন্মান গ্ৰহণ কৰি কৃতজ্ঞতা আদায় কৰিছে। তাই দিয়া দানতকৈ বহুত বেছি দানৰ আশা দেখুৱাইছে আৰু তৃপ্তিৰে গ্ৰহণ কৰিছে, দানৰ পৰিমাণতকৈ হাজাৰ গুণ বেছি কৃতজ্ঞতা আৰু বশ্যতা—ঠিক ফুলীবোৱক বাপেকে মিছা-মৰম দেখুৱাই হাত কৰাৰ দৰেই। আচলতে তাম্ৰো তো বাপেকৰে জীয়েক। দিয়াতকৈ দিয়াৰ আশা দেখুৱাই হে যে মানুহক নিকিনা গোলাম কৰিব পাৰি, সেই কথা তাই বেচ বুজে।……

দুৱাৰত কেইবাবাৰ টুকুৰিয়াই কাকা সোমাই আহিল। বিচনাৰ ওচৰতে থকা 'টিপয়'খনত দুকাপ চাহ থৈ সি সদায় ৰাতিপুৱা কোৱা শব্দ দুটাকে ক'লে,

'মেমচাহাব, চাহ।'

তাই চকু মেলিলে।

ভুপভুপকৈ সোৰি আহি ৰাণু বগাই বগাই বিচনাত উঠি থিয় হ'ল। মাকৰ হাত এখন বাপেকৰ মূৰৰ চুলিত থকা দেখি তাই ভাল নাপালে। তাইৰ ভাগৰ মৰম যেন তাইৰ অনুপস্থিতিত মাকে বাপেকক দিছে। জঁপ মাৰি বাপেক-মাকৰ মাজত পৰি তাই মাকক সাবটি ধৰিলে,

'মা, মই ভাল ?'

তাই জীয়েকক আঁকোৱালি ল'লে।

ইমান সময়ে কৰা চিন্তাবোৰ কেনিবাদি উৰি গ'ল।

কল্পনাতকৈ বাস্তৱ কিমান সঁচা।

'বোৱা সোণ, কাক্কাই গাখীৰ দিব, খোৱাগৈ।'

—চুমা এটা খাই তাই বাণুক এৰি দিলে।

'ইস্, এওঁৰ হিংসাটো চোৱা।'

—বাণুৰ গালত আঙুলিৰে চেপি চৌধুৰীয়ে জীয়েকৰ খং তুলি ৰং চাব খুজিলে।

'মোৰ মা।'

—বাণুৱে মাকক সাৱটি ধৰি বাপেকলৈ কেৰাহিকৈ চালে।

আৰু এটা চুমা খোৱাৰ পিচত বাণু নামি গ'ল। ড্ৰেচিং-টেবুলখনৰ ওচৰলৈ গৈ বাণুৱে ক'লে,

'মা, চা, লতাডাল পৰিব খুজিছে।'

বাণুৱে কুঞ্জলতাডাল ডালটোত মেৰিয়াই লগাই দিলে। কাক্কাই তাইক টানি লৈ গ'ল গাখীৰ খুৱাবলৈ। যাওঁতে তাই মাকলৈ চাই কৈ গ'ল—

'চা, মই লতাডাল লগাই দিলোঁ।'

সঁচাকৈ, বাণুৱে লতাডাল ধুনীয়াকৈ মেৰিয়াই দিলে শুকান ডালটোত।

চৌধুৰীৰ গালে-মুখে হাত ফুৰাই তাই ক'লে—

'উঠা, চাহ খোৱা।'

চৌধুৰীয়ে চাহ খোৱাৰ কোনো চেষ্টা নকৰি তাইক জোৰেৰে সাৱটি ধৰিলে।

'চাওঁ, এৰি দিয়া।'

—তাই দুই হাতেৰে ঠেলি চৌধুৰীৰ মুখখন আঁতৰাই দিবলৈ জোৰ কৰিলে।

চৌধুৰীয়ে জোৰকৈ তাইৰ বুকুৰ মাজত মুখখন লুকুৱাই দিলে।

'এৰি দিয়া না। কাক্কা ওলাবহি এতিয়া।'

—তাই চৌধুৰীৰ বাহু-বন্ধনৰ মাজৰপৰা মাছৰ দৰে পিছলি ওলাবলৈ যেন যত্ন কৰিলে।

'কেলেই আহিব কাক্কা?'

—চৌধুৰীৰ ডাড়িবোৰে তাইৰ বুকুত পিৰ্‌পিৰাইছিল।

'লাজ নালাগে। ৰাতি মদ কিছুমান খাই মৰা-গৰু পৰাদি পৰি থাকিবহি। ৰাতিপুৱা তেওঁৰ প্ৰেম জাগে।'

—চৌধুৰীৰ হাতখন এৰুৱাবলৈ তাইৰ সাধ্য নাই।

'এৰি দিয়া না।'

—তাই উপায় নাপাই কাপোৰখনকে ঠিক কৰি ল'ব খুজিলে।

'কালি ৰাতি নো কোনজনীৰ ওচৰলৈ গৈছিলা'—চৌধুৰীৰ আগবাঢ়ি অহা মুখখন দুই হাতেৰে ঢাকি ধৰি তাই সদায় কোৱাদিয়েই ক'লে।

চৌধুৰী কামৰ মানুহ। তিৰোতাৰ এইবোৰ লেন্‌ ধৰা কথাৰ উত্তৰ দিয়াৰ কোনো প্ৰয়োজন অনুভৱ নকৰে—বিশেষকৈ ঘৈণীয়েকৰ।

যিমানকণ বাধা নিদিলে পুৰুষে তিৰোতাক মূল্য দিবলৈ টান পায়, সিমানকণ বাধা আৰু 'না না' আদি সহযোগিতা প্ৰকাশ কৰা ব্যাকৰণ-বিৰুদ্ধ শব্দেৰে তাই কোঠাটোৰ বেৰবোৰ স্বপ্নালু কৰি পেলালে—গতানুগতিক অভ্যাস মতেই।

তাইক ধৰি থকা অৱস্থাতে চৌধুৰীয়ে বিচনাৰ দাঙিলৈ আহি ভৰিৰে গোৰ মাৰি দুৱাৰখন বন্ধ কৰি দিলে।

বাহিৰত তেতিয়া ঘঁাহনিবোৰ ঢাকি ৰখা গোট মৰা নিয়ৰবোৰ গলি পৃথিৱীখন নাঙঠ কৰি পেলাইছিল। কেৱল তেতিয়াও বেলিয়ে জনা নাছিল, যোৱা নিশাৰ পিলঙী অসংযমৰ কথা।

সন্ধিয়াৰ অন্ধকাৰৰ মাজত হেৰাই যাবলৈ ৰাতিপুৱাটো আগ বাঢ়িল—বলিৰ কাৰণে টানি-নিয়া ছাগলীৰ দৰে। বাহিৰৰ পোহৰৰ সাৱধানী ইংগিত আওকাণ কৰি, তেতিয়াও দুৱাৰ-খিৰিকী বন্ধ শোৱনি কোঠাবোৰত ৰাজত্ব কৰা কামনাৰ অন্ধকাৰে, পালেঙক কন্দুৱাইছিল।

# এটা জীৱন্ত ঝুমুৰ-নাচৰ পৰিণতি

[ চাৰি বছৰৰ আগৰ ]

**শ্বিলং, ১৫ ফেব্ৰুৱাৰী '৫৯ ( দিনৰ ১১ বজাত )**—পুৱাতে হাঁহি মাৰি ওলোৱা বেলিটো ক'ৰবাত মূৰে-গায়ে লেপ লৈ শুই আছে বোধকৰোঁ। সামৰিক কায়দাত অলৰ-অচৰ হৈ বৈ আছে সৰল গছবোৰ—ৰাজ্যপালৰ প্ৰাসাদৰ সমুখত বৈ থকা ঘাৰ-বন্দীটোৰ দৰে। বোমাঙ্ক-কানন শ্বিলঙৰ সিঁহত যেন চিৰদিনীয়া প্ৰহৰী।

নতুন সচিবালয়ৰ তিনি-মহলাৰ ওপৰৰপৰা অভয় ফুপ্‌ফুপকৈ নামি আহিল—হাতত থকা ছামৰাৰ বেগ্‌টো আপুৰুগীয়া সম্পত্তিৰ দৰে কাষলতিৰ তলত চেপি ধৰি। বেগটোৰ ভিতৰত একো নাই, কেইখনমান অদৰকাৰী কাগজৰ বাহিৰে। তথাপি জোৰেৰে চেপি ধৰিছিল সি—কিবা যেন ওলাই যাব। অতীতৰ পাহৰণিৰ মাজৰপৰা কিছুমান অদৰকাৰী কথা তাৰ সজ্ঞান মনলৈ ওলাই আহিব খুজিছে নেকি? কি কথা? তাৰ ঠিক মনত নপৰিল। খট্‌খটীৰ মাজতে বৈ সি ভাবি চালে—কি কথা, ছাম্‌ৰাৰ বেগটো দুই হাতত লৈ কপালত টুকুৰিয়াই দিলে। 'অ বুজিছোঁ, ধেৎ বাদ দে সেইবোৰ।' আধা খোল খাই থকা জিপ-শিকলিডাল টানি ভালকৈ বন্ধ কৰি দিলে বেগটো—খঙেৰে। মনৰ ভিতৰতে অতীতৰ কথাবোৰো পাহৰণিৰ মাজতে থাকিল। হাঁহি এটাৰে সি মনৰ অৱস্থাটো ঢাকি লৈ প্ৰায় নাচি নাচিয়েই আকৌ নামি আহিল। তলৰপৰা উঠি অহা এজন মুখ-চিনাকি চাকৰিয়ালে তাক ক'লে—"মিস্টাৰ দত্ত, আপুনি সদায় হাঁহিয়ে থাকে।" ··· ··দু-মহলাত আহি সি কমালখনেৰে মুখখন মচাৰ চলতে মুখৰ হাঁহিটোও মোহাৰি লৈ গম্ভীৰ হ'ল। সদায় হাঁহি থকাটো পগলাৰ স্বভাৱ—নিজকে সি বুজালে। খোজবোৰো সি গহীন গহীনকৈ দিলে। বাঁওফালে থকা অফিচটোৰ দুৱাৰখন খোল্য আছে। এনেৰে সি জুমি চালে। প্ৰায়বোৰ কেৰেণীয়েই নিজ নিজ চকীত বহি, টেবুলত মেলি লোৱা ফাইলত মূৰ থৈ টোপনিয়াইছে। ৯ বজাতে লৰালৰিকৈ খাই অহা ভাতৰ এইটো নিচা। চাহৱালীজনী আহি এপিয়লা চাহ আৰু এখন্তেক মুখ-চুপতিৰ সুবিধা নিদিলে এই টোপনি ভাঙিবলৈ বৰ টান। বেচেৰাহঁতৰ এতিয়া চাগৈ সেই শুকান ফাইলটোৱেই কোনোবা কোমল কোলা যেন লাগিছে। দীঘলীয়া কৰিডোৰটোৱেদি সি পৰিদৰ্শকৰ দৰেই ইফালে-সিফালে চাই আগুৱাই গ'ল। এটা চাপ্ৰাচিয়ে তাৰ কাষে পিঠি দি বেঞ্চখনৰ ওপৰত ভৰি-হাত তুলি টোপনিয়াই আছিল। কাষৰে অফিচটোত চাহ দি ওলাই অহা খাচিয়া ছোৱালীজনীয়ে হাতত থকা চাহদানীটোৰে কেইটোপামান চাহ চাপ্ৰাচিটোৰ মূৰত দি খিল্‌খিল্‌কৈ হাঁহি দিলে। চাপ্ৰাচিটোৱে থকমককৈ সাৰ পাই তাইক খেদা মাৰিব খোজোঁতেই, তাই পিচলৈ যাবলৈ ধৰিলে। 'আৰে···আৰে···সে—ই—ম্না।' ছোৱালীজনী অভয়ৰ গাতে পৰিলহি। লাজ পাই বতা পৰিল। শিক্ষা-বিভাগৰ

বয়সিয়াল সচিৱজনে সেই সময়তে সেই ফালে বাওঁতে অভয়লৈ কেৰাহিকৈ চাই গ'ল। ডেকা চাপ্রাচিটো কৰিডোৰত আৰু দেখা নগ'ল। পৰি যোৱা চাহদানীটো তাইৰ হাতত অভয়ে তুলি দিলে। বঙা পৰি ওঁঠ শুকাই যোৱা মুখখনত পিৰিক-পাৰাক কৰি থকা চকু দুটাৰে এবাৰ তাইলৈ চাই ছোৱালীজনী দৌৰ মাৰিলে। তাক গহীন দেখি যেন আনন্দবোৰ তাৰ ওচৰৰপৰা ভয়ে ভয়ে দৌৰি পলাল। সি মনে মনে ঠিক কৰিলে, স্কুল-কলেজৰ শিক্ষক, ভণ্ড তপস্বী আৰু প্রেমত পৰা ডেকা-গাভৰুৰ মাক-বাপেকবোৰৰ বাহিৰে আন মানুহ গহীন নোহোৱাই উচিত। আন এটা টোপনিয়াই থকা দেছোৱালী চাপ্রাচিৰ থুঁতৰিটোত হাত ফুৰাই সি সাৰ পোৱাই দিলে। চাপ্রাচিটোৱে সেমেনা-সেমেনি কৰা দেখি সি সুধিলে—"তোম্‌লোক্‌কো বালিচ্‌ নহি"… ..; আধা কোৱা হওঁতেই সি ওচৰৰে অফিচটোলৈ চালে। টাইপিস্ট্‌জনীয়ে সৰু আৰ্চী এখন লৈ ওঁঠত লিপ্‌ষ্টিক্‌ লগাইছে। বেচেৰী নিশ্চয় আজি ক'ৰবালৈ যাব। এজুন চিনাকি কেৰেণীৰ চকুৱে চকুৱে পৰাত সি এখোজ সোমাই গ'ল। "কি চাইছে দত্ত"—কেৰেণীজনে সুধিলে। "এনেয়ে হে, অফিচটো দেখোন খালী খালী লাগিছে ?"—সি সঁচাকৈয়ে খালী খালী দেখিছিল। বহুত চকীতে মানুহ নাই। "কেলেই, চকীয়ে চকীয়ে কোটবোৰ ওলমি থকা দেখা নাই ?"—কেৰেণীজনে হাঁহি ক'লে। "অ"—হাঁহি মাৰি সি ওলাই আহিল। ডেকা ল'ৰাবোৰে অফিচত সোমাই চহীটো কৰিয়েই ওলাই যায়—নিজৰ চকীখনত কোটটো থৈ। এবাৰ বোলে এজনে এটা পুৰণা কোট আনি স্থায়ীভাৱে নিজৰ চকীত থৈ দিছিল। কিছুদিনৰ পিচত বোলে তেওঁ গুৱাহাটীৰ এটা অফিচলৈ বদলি হৈ গুচি গ'ল—কিন্তু কোটটো নিবলৈ পাহৰিলে। এদিন বোলে চুপাৰিন্‌টেণ্ডেণ্টজনে ওচৰৰে কেৰেণীজনক সুধিছিল—"এওঁ দেখোন কেতিয়াবাই গৈ গুৱাহাটীত 'জইন' কৰাৰ কথা—এতিয়াও ইয়াতে আছে নেকি ?"

কৰিডোৰত পাৰি দিয়া লিনোলিয়াম কাৰ্পেটত ভৰি চোঁচোৰাই চোঁচোৰাই অভয় আহি আই-জি-পি অফিচৰ ফালে নামিব পৰা খট্‌খটীটো পালেহি। স্প্রিং লগোৱা দুৱাৰখন খুলি সি বাহিৰ ওলাল। ইস্‌, ব্রহ্ম জাৰ। কানৰ ওপৰত পেলাই থোৱা ওভাৰকোটটো পিন্ধি ল'লে। উস্‌ বাম। ওপৰলৈ চাই বুজিলে, বেলি ওলোৱাৰ আশা নাই। এই এঘণ্টা সি নতুন সচিবালয়টোৰ ভিতৰত থাকোঁতে জাৰৰ কথাটো পাহৰি আছিল। ইমান সময় সি বহি আছিল উন্নয়ন বিভাগৰ সচিবৰ অফিচত। কৃত্রিম উপায়েৰে গৰম কৰি ৰখা সচিবালয়ৰ কোমল দলিচা পৰা অফিচত বহি থাকিলে সঁচাকৈয়ে বাহিৰৰ জাৰটোৰ কথা মনত নপৰে। "মই দেখোন এঘণ্টা আৰামত বহি থাকোঁতেই বাহিৰৰ জাৰটোৰ কথা পাহৰি গৈছিলোঁ। মন্ত্রী-সচিববোৰে বছৰৰ পাচত বছৰকৈ এই সচিবালয়ত বহি থাকি বহি বহুত দূৰত থকা তৈয়ামখনৰ কথা পাহৰে, তেন্তে তেওঁবিলাকক দোষ দিব নোৱাৰি। বেচেৰাইতো মানুহ ; নিজে ভাল অৱস্থাত থাকিলে আনৰ দুখৰ কথা কাৰো মনত নপৰে"—নিজকে নিজে সি বুজালে। এইবাৰ খৰকৈ খোজ কাঢ়ি গৰম ভোলাৰ বাহিৰে উপায় নাই। দীঘল দীঘল খোজ পেলাই সি চৰকাৰী ছাপাখানাৰ দাঁতিয়েদি সৰু পিচ্‌দিয়া বাটটোৰে

জাঁপ মাৰি দিলে। ছাপাখানাৰ দাঁতিতে ঢাৰিবে চালি দিয়া চাহৰ দোকানখন—দেখিয়েই তাৰ দৌৰ মাৰি গৈ বহিবৰ মন গ'ল। ধুনীয়া খাচিয়া গাভৰুজনীয়ে হাতকিখন জুইত গৰম কৰি গালত লগাইছে। 'নোম্রাল বুকুৰ উম বিচৰা গাল দুখন জুইৰ তাপে নষ্ট কৰিব এতিয়া'—সি নিজকে নিজে ক'লে। ছোৱালীজনী থিয় হৈ দেহাটো ধেনুভিৰীয়া কৰি পোনাই ল'লে। সঁচাকৈয়ে ধুনীয়া ছোৱালীজনী; মুখখন যে পিছল-ধুনীয়া—ইমান পিছল যে তাৰ চাৱনিটো বাৰে বাৰে তাইৰ মুখৰপৰা পিছলি আহি লোভনীয় বুকুত পৰেহি। সি চাই থকা দেখি তাই কাপোৰখন ঠিক কৰি ল'লে। তামাখি খন আনি মেৰিয়াই ল'লে। পৃথিৱীৰ সকলো গাভৰুকে 'ভনী' বুলি ভবা 'চৰিত্ৰবান' ডেকাৰ গাম্ভীৰ্য লৈ সি চাৱনিটো আঁতৰাই আনিলে—যেন ভুলতহে তাৰ চাৱনিটো সেই ফালে গৈছিল।

নাই, এতিয়া আৰু পলম কৰা ঠিক নহ'ব। ১২ বজাৰ আগতে ইস্টাৰ্ন্ হোটেল বাপালেগৈ চাহাবসকল ভাত খাই শুই থাকিব। সি বেগা-বেগিকৈ খোজ পেলালে। কাণকিখনত বৰ জাৰ লাগিছিল। ওভাৰকোটৰ কলাৰটো দাঙি সি তাত কাছৰ দৰে মূৰটো সুমুওৱাৰ চেষ্টা কৰিলে। এই ফেৰফেৰীয়া বতাহবোৰ নথকা হ'লে ইমান জাৰ নালাগে। ডাক-বিভাগৰ অফিচৰ গেটখনৰ ওচৰতে চাপ্ৰাচি কেইটামানে কিছুমান খৰি গোটাই জুই জলাই হাত সেকিছে। নিজে ক'ব নোৱাৰাকৈয়ে সিও ওচৰতে থিয় হ'লগৈ। "দুই মিনিট হাতকিখন গৰম কৰি ল'ম। তাৰ পাচত দৌৰ"—মনে মনে ভাবি ঠিক কৰি ল'লে। 'আস্, কি আৰাম'—জুইৰ কাষত সি থিয় হ'ল।

ইস্টাৰ্ন্ হোটেললৈ নো কেইমিনিট লাগিব? ৰাজ-ভৱনৰ পাকটো ঘূৰি আৰু নো কেই খোজ? বৰ বেছি পাঁচ মিনিট। খবৰো যে কিবা বিশেষ পাব, সি আশা কৰা নাই। আজি কিছু দিনৰপৰা শ্বিলংখন চাহ-বাগিচা চাহ-বাগিচা গোন্ধাইছে। অসমৰ সকলো চাহ-বাগিচাৰ মালিক, মেনেজাৰ, এচিস্টেণ্ট মেনেজাৰ আৰু সিহঁতৰ পৰিয়াল, বন্ধু, বান্ধৱী, গাড়ী, লড়ী, কুকুৰ আদিৰে শ্বিলংখন ভৰি পৰিছে। প্ৰায়বোৰেই অৱশ্যে দেশী চাহাব—মানে অসমীয়া। খৃষ্টমাচ্ বুলি ডিচেম্বৰৰ শেষতে শ্বিলঙলৈ আহিল। এতিয়াও বোৱা নাই। এজনো বোধকৰোঁ খৃস্টান নহয়—আন যি ধৰ্ম বুলি স্কুলত নাম লগাওঁতে লিখিছিল, সিও উত্তৰাধিকাৰী সূত্ৰে হে পোৱা। কিন্তু, চাহাবী ধৰ্মৰ সকলো উৎসৱতে এওঁলোকে আমোদ উপভোগ কৰে। চাহাবসকলে 'হোম-লিভ্' লৈ ইংলণ্ডলৈ গৈছিল, এওঁলোকে ছুটীৰ দিনকিটা শ্বিলঙত কটায়। অভয়ৰ ঘৰ উজনি অসমত। স্কুল-কলেজত সহপাঠী হিচাপে লগ পোৱা চাহ-বাগিচাৰ ল'ৰা কেৰাজনকো এইবাৰ সি লগ পাইছে। চুটি চুটি খাকী হাফ্-পেণ্ট আৰু বগা হাফ্-চাৰ্ট পিন্ধি সিহঁতে হাফ্-ইংৰাজীত কথা কয়, ভবা কোবোৱাদি হেণ্ড্‌চেক্ কৰে। ভাল লাগে। কিবা বেলেগ একাত মানুহ যেন লাগে। আন কোনোবা গ্ৰহ-উপগ্ৰহত যদি মানুহ আছে, তেন্তে সেইবোৰক ইইঁতকৈ বাৰু কিমান বেলেগ যেন লাগিব?...

গ্ৰহ-উপগ্ৰহ বিচাৰি সি দূৰৰ আকাশখনলৈ সোঁ-কালে চাই পঠিয়ালে। বাস্তাটোৰ কিনাৰেই কিংগ্‌চ্ ক্লাবটো জৰাজীৰ্ণ অৱস্থাত মৰা-গৰু পৰাদি পৰি আছে। শ্বিলঙত

ক্লাব মানে এটা অৰ্থ—মদ খোৱা ঠাই। লগত অৱশ্যে তাচ-জুৱা আদি খেল আৰু স্ত্ৰী-সংসৰ্গৰ আশা আছে। অৱশ্যে লাবানৰ অসম ক্লাবটোৰ বাহিৰে। তাত এইবোৰ নাই—থাকুহো নাথায়। বিহুৰে-সংক্ৰান্তিয়ে সভা-সমিতি হে হয়। এই কিংগ্‌চ্‌ ক্লাবটোৰ নাম আছে। অৱশ্যে ৰজা-মহাৰজাৰ ক্লাব নহয়—মদ খাই ৰজা হোৱা-সকলৰ সস্তীয়া ক্লাব হে। দেশী মদ ইয়াৰ বিশেষত্ব। চাহাবী ক্লাবৰ অনুকৰণতে ইয়াত সকলো আছে। বিলিয়াৰ্ড, পিং-পং আছে, বল-ডান্সৰ কাৰণে সংগিনী ৰূপে পোৱা যায় দিনৰ পোহৰত লুকাই থকা ৰাতিৰ ৰূপহীসকলক। চাহাবী ক্লাবৰ অতি অক্ষম অনুকৰণ বুলিয়েই অভয়ৰ এই ক্লাবটো ভাল নালাগে। কিন্তু, চাহাবী ক্লাবৰ ব্যয় বহন কৰিব নোৱাৰাসকলৰ কাৰণে কিংগ্‌চ্‌ ক্লাব শিলঙত বিখ্যাত। বিতৃষ্ণাৰে চাৱনিটো সি ক্লাবটোৰপৰা আঁতৰাই আনি নামনিলৈ বগৰাই দিলে। কিছুমান সৰু সৰু টিণৰ ঘৰ—সি বহি থকা ঠাইৰপৰা চাওঁতে মাটিত চেপেটা লাগি থকা যেন লাগে। সেইবোৰ চৰকাৰী অফিচ—শিক্ষা, জনস্বাস্থ্য, গাঁও-উন্নয়ন আদিৰ অদৰকাৰী অফিচবোৰ ইয়াত। 'সেইবোৰ অফিচ ধুনীয়া তিনি-মহলীয়া নতুন সচিবালয়লৈ নি জঞ্জাল নবঢ়াই চৰকাৰে ভালেই কৰিছে'—সি নিজকে বুজালে! এই সৰু সৰু ঘৰবোৰত কৃত্ৰিম উত্তাপৰ ব্যৱস্থা নাই। প্ৰতিটো ঘৰৰ ওপৰত থকা চুঙাইদি অবিৰাম ওলাই থকা কেঁচা ধোঁৱাই তাক মনত পেলাই দিছিল, ভিতৰত জ্বলি থকা কেঁচা কয়লাৰ জুইৰ সোৱাদটো। গধূলি অফিচ ছুটীৰ পিচতে ধোঁৱাবোৰ নাইকিয়া হয়। জুই নুমায়। সকলো ঘৰা-ঘৰি যায়। মাত্ৰ প্ৰত্যেকেই ধোঁৱাৰ লগতে উৰুৱাই দি যায়, অৰ্থহীন জীৱনৰ এটা দিন। তাৰ খুব দুখ লাগে, জুইৰ তাপেৰে তুলাই এই ধোঁৱাবোৰে চুৰ কৰি নিয়া হাজাৰ কেৰেণীৰ জীৱনৰ দিনবোৰৰ কথা ভাবি। সদায়ে তাৰ দুখ লাগে, যেতিয়া সি দেখে, অফিচৰ শেষত বিৰক্তিৰ অন্ত পৰা বুলি স্বস্তিৰ নিশ্বাস পেলাই ওলাই যোৱা কেৰেণীবোৰ। সেই বিৰক্তিৰ লগতে সিহঁতে জলাঞ্জলি দি যায় একোটা দিন—যি দিনটো সুবিধা আৰু সুযোগ পোৱা হ'লে প্ৰথম প্ৰেমৰ চুমাৰ দৰেই মধুময় হ'লহেঁতেন। বেচেৰাহঁতে নাজানে—জানিবৰ কাৰণে, ভাবিবৰ কাৰণে, অৱসৰ নাই। ৰাতিৰ খোৱাৰ চিন্তা আছে, দেশী-চাহাবক অনুকৰণ কৰি, অতীত শিলঙৰ ঐতিহ্য ৰাখি, সন্ধ্যাৰ শিলঙক সস্তাতে উপভোগ কৰাৰ উপায় উলিওৱাৰ চিন্তা আছে। মাহৰ পহিলা তাৰিখৰপৰা আনটো মাহৰ পহিলা তাৰিখলৈ অধীৰভাৱে অপেক্ষা কৰিয়েই বছৰৰ পাচত বছৰ পাৰ হৈ যায়। জীৱনৰ শেষত গম পায়, আৰু দৰমহা পাবলৈ নাই—এইবাৰ মৰণক জীৱনেৰে দৰমহা দিব লাগিব। অনুতাপ আছে, নতুন এচামে বুঢ়াসকলৰ এই অনুতাপক বাৰ্ধক্যৰ দুৰ্বলতা বুলি ইতিকিং কৰি একেদৰেই দৰমহা ল'বলৈ পহিলা তাৰিখ গণনা কৰে। চৰকাৰৰ শাসন-যন্ত্ৰ চলে, খাচিয়ানীৰ চাহৰ বিক্ৰী নকমে, কাবুলীৰ ধাৰ বিচৰা ধকৰাৰ অভাৱ নহয়, ল'ৰা-ছোৱালী ওপজে, সদায় ৰাতি ঘৈণীয়েকক ভাল পায়—যদি বাহিৰত কিনা প্ৰেমৰ সোৱাদ ল'বলৈ জেপত পইচা নাথাকে। শিলঙৰ গতানুগতিকতাক স্পৰ্শ নকৰাকৈয়ে জগৎ আগুৱাই যায়। হুমুনিয়াহবোৰ যদি একোটি সৰু জুৰি হ'লহেঁতেন, তেন্তে শিলঙৰ কেৰেণীৰ হুমুনিয়াহে গোটেই অসম উটুৱাই নিব পৰাকৈ বাৰ মাহে বানপানীৰ

সৃষ্টি কৰিছেহেঁতেন। ৰবৰলৈ মানৰ এজন মনটো-কেৰেণী-মোহোৱা কেৰেণীয়ে কোৱা কথা এটা তাৰ মনত পৰিল—'বুইছে দত্ত, এই যে শাসন-যন্ত্রটো—ইয়াত এতিয়া থকা সকলো মানুহ আঁতৰাই নতুন এচাম ভৰাই দিলেহিও একেদৰেই চলিব। বৃটিচ চৰকাৰৰ এই অদ্ভুত সৃষ্টিক ভাৰত চৰকাৰেও অনাদৰ নকৰি কামত লগাইছে।' আৰু কৈছিল, 'দত্ত, আপোনালোকৰ প্ৰগতি গুলী মাৰক। আগতে যন্ত্রটো বদলাই লওক। নহ'লে ইয়াত পৰিলে আপুনিও বাৰণ হ'ব।'—সি সেইদিনা এটা অপ্ৰিয় সত্য হজম কৰাৰ হাঁহি মাৰি আঁতৰি পৰিছিল।......

...এখন মটৰ-গাড়ী সেই বাটেদি সোমাব খুজি হৰ্ণ দিয়াৰ লগে লগে সি সাৰ পোৱাদি পালে। জাৰত কঁপি কঁপি সবল গছৰ দৰে থৰ লাগি কথা পাগুলি থকাৰ কাৰণে তাৰ নিজৰ ওপৰতে খুব খং উঠিল। গাড়ীখনক বাটটো এৰি দিলে সি। লগে লগে এৰি দিলে খিলংখনক—নিজ ইচ্ছামতে চলিবলৈ।

"চোনাবাবু..."

চক্‌ খাই উঠিল অভয়। ঘূৰি চাই সি আৰু বেছি আচৰিত হ'ল। সপোন দেখা নাই তো? হাতৰ বেগটো পেলাই সি সাৰটি ধৰিলে—হাঁহিৰে গঢ়া এখন মুখ, পৰিশ্ৰমেৰে গঢ়া এটা আটিল দেহা।

"তুকেই বিচাৰি আহিছিলু চোনাবাবু..."

"মেঘু...উ...উ"—অভয়ে ক'বলৈ কথা বিচাৰি নাপালে। মেঘুক এৰি দি অভয়ে তাৰ মুখলৈ একেথৰে চাই থাকিল।

"তোৰ ঘৰ খুজি খুজি আহিছু।"—কথা নহয় যেন একোটুকুৰা হাঁহি হে মেঘুৰ মুখৰপৰা ওলাই আহে।

অভয়ৰ পৰি থকা বেগটো মেঘুৱে তুলি ল'লে। কোনো কথা কোৱাৰ অৱসৰ নিদি অভয়ে তাক নিজৰ ঘৰৰ ফাললৈ টানি লৈ গ'ল।

মেঘুৰ লগত অভয়ৰ প্ৰথম পৰিচয় যোৰহাটত। সেই সময়ত সি সপ্তমমানৰ ছাত্ৰ। বাজীৱো আছিল তাৰ ক্লাচতে। ক্লাচত কি যে দুৰৱস্থা আছিল ৰাজীৱৰ। সি সদায় কোট্-পেণ্ট পিন্ধি চাহাবটো অহাদি আহিছিল স্কুললৈ। কাৰো লগত কথা নকয়—ভালকৈ অসমীয়া নাজানে। সদায় মেঘুৱে থৈ গৈছিলহি। ল'ৰাবোৰে তাক বহুৱা বোলে সদায়। পানী-খোৱা ছুটীত তাক মাজত লৈ ল'ৰাবোৰে বান্দৰ নচুৱাদি নচুৱায়। বেচেৰাই কান্দি দিয়ে। সদায় তাৰ পিন্ধা কাপোৰত ল'ৰাবোৰে বোকা লগাই দিয়ে। কেবাদিনো সি হেড্‌ মাস্টৰক লগাই কেবাটাকো বেত খুৱাইছিল। এদিন সেইদৰে বেত খোৱা ল'ৰা দুটাই পানী-খোৱা ছুটীত তাক মাৰি-কিলাই নগৰ-নাগতি কৰিছিল। সি যেন যগা কাউৰী হে। বেয়া লাগি অভয়ে তাক একবাই দিছিল। সেইদিনা সি ভয় কৰা দেখি অভয়েই তাক ঘৰত থ'বলৈ গৈছিল। তাৰ পিচত প্ৰায়ে গৈছিল। ল'ৰাবোৰৰ উৎপাতত লাহে লাহে ৰাজীৱে চাহ-খেতিয়কৰ পুতেকৰ ভেমবোৰ এৰি পেলাইছিল। যোৰহাটৰ ঘৰত তেতিয়া ৰাজীৱ, মেঘু আৰু ৰাজীৱৰ মোমায়েক এজন আছিল। মেঘুৰ তত্ত্বাৱধানতে আছিল ৰাজীৱ। এই দৰেই

বাজীৰৰ যোগেদি মেঘুৰ লগত চিনাকি হৈছিল তাৰ। বুজিব পৰাকৈ অসমীয়াত কথা কৈছিল মেঘুৱে। মেঘুক লগ পোৱাৰ পিচত অভয়ে ভাবিছিল, বাগিচাৰ কুলীবোৱে অসমীয়া কথা কয়।

ইমান ধুনীয়াকৈ বাগিচাৰ সাধু কৈছিল মেঘুৱে। ইমান মৰম কৰি তাক খাবলৈ দিছিল। সি প্ৰায়ে গৈছিল বাজীৰৰ ঘৰলৈ—শনি আৰু দেওবাৰৰ বাহিৰে। সেই দুটা বাৰত বাজীৰৰ মাক-বাপেক আহিছিল। মাক-বাপেক দুটাই তালৈ এদিন কেনেকুৱা অৱজ্ঞাৰে চাইছিল। তাক সুধিছিল, 'তুমি জোতা নিপিন্ধাকৈ স্কুললৈ আহা কিয়?' সি উত্তৰ দিছিল—'ক্লাচত আন কোনো ল'ৰাই নিপিন্ধে।'—কৈয়ে সি গুচি আহিছিল। তাৰ পিচত বহুত দিনলৈ সি বাজীৰৰ মাক-বাপেকক লগ পোৱা নাছিল—ইচ্ছা কৰি।

বাগিচাৰ কথাবোৰ মেঘুৰ মুখৰপৰা শুনি তাৰ খুব ভাল লাগিছিল। সি যেন বহুত নজনা কথা জানিব পাৰিছিল। মেঘুক লগ পাই সি যেন বহুত জ্ঞানী হৈছিল। মেঘুৰ কথা শুনি শুনি সি ভাবিছিল—বাগিচাৰ 'চাহাবৰোৰ' নিশ্চয় আইতাকে কোৱা সাধুকথাৰ অসুৰৰ বংশধৰ।... কেনেকৈ চাহ হয়, সি মেঘুৰপৰাই শুনিছিল। বাজীৰে ঘৰৰ আগ-চোতালত বেড্‌মিণ্টন খেলিছিল, অভয়ে মেঘুৰ ওচৰত বহি বাগিচাৰ বিষয়ে 'তথ্য সংগ্ৰহ' কৰিছিল। বহুত প্ৰশ্নৰ মাজত অভয়ে এদিন সুধিছিল—"মেঘু, সেউজীয়া চাহ-পাতবোৰৰ চাহ ৰঙা হয় কিয়?" সি উত্তৰ দিছিল,—"সোনাবাবু, কুলীবোৰ ক'লা হ'লেও, গাৰ তেজ তহঁতৰ দৰেই ৰঙা। সিহঁতে তেজ পানী কৰি চাহ কৰে কাৰণেই চাহ ৰঙা হয়।" মেঘুৰ মুখলৈ চাই চাই সি সেইদিনা ভাবি ভাবি জিকাৰ খাই উঠিছিল —"একাপ চাহত কিমান কুলীৰ তেজ থাকে বাৰু?" সি ভাবি থকা দেখি মেঘুৱে তাৰ চুলিত হাত ফুৰাই কৈছিল—'এবাৰ বাগিচাত চাবিগৈ। চব বুজিবি।' সেই তেতিয়াই অভয়ে চাহ খাবলৈ এৰি দিছিল। ভাবিছিল, মানুহৰ তেজ নো খাব পাৰি নে?

মেঘুৱে তাৰ জীৱনৰ কথা এদিন অভয়ক কৈছিল—অভয়ৰ প্ৰশ্নৰ উৎপাতৰ হাত সাৰিব নোৱাৰি। খুব সৰুতে সি আহিছিল বাপেকৰ লগত সোণাবাৰি চাহ-বাগিচালৈ। ক'ৰপৰা আহিছিল তাৰ মনত নপৰে। মাত্ৰ তাৰ মনত পৰে এটা চাহাবৰ বঙলাত জোতা চাফা কৰাৰ কথা। আৰু কিবা-কিবি সৰু সৰু কাম কৰিছিল। মেমচাহাবে তাক অসমীয়া শিকাইছিল। ১২।১৩ বছৰ বয়সতে সি অসমীয়াৰ লগতে কিছু কিছু ইংৰাজীও শিকি পেলাইছিল—বঙলাত থাকিয়েই। বঙলাৰ আদব-কায়দা জনাৰ উপৰিও অসমীয়া-ইংৰাজী ভাষা জনা কাৰণে সি সদায় বঙলাতে কাম কৰিছিল। সেই সময়তে সি জানিছিল, তাৰ বাপেকক পাত তুলি থাকোঁতে বাঘে খোৱা বুলি। সি কিন্তু বেজাৰ কৰা নাছিল—বাপেকৰ কথা তাৰ মনত নপৰিছিল। লগৰ কুলী-ল'ৰাবোৰৰ লগত মিলা-মিচা কৰিলে মেমচাহাবে ধমকি দিছিল। ফলত সিও লাহে লাহে চাহাবেই হৈ পৰিছিল। তাৰ পাচত সি এদিন সেই বাগিচাৰপৰা গুচি গৈছিল। বহুত দিন ঘূৰি-পকি আহি বাজীৰহঁতৰ বাগিচা পাইছিলহি। কিয় যে সি গুচি গৈছিল, কিয় যে সি ঘূৰি ফুৰিছিল—সেইবোৰ প্ৰশ্নৰ উত্তৰ নিদি মেঘু সদায় কাম আছে বুলি গুচি গৈছিল।...পৰীক্ষাত ফেল কৰি বাজীৰে যোৰহাটৰপৰা গৈ দিল্লীত

নাম লগাইছিলগৈ। তেতিয়াৰপৰাই মেঘুটোকো অভয়ে লগ পোৱা নাছিল। ৰাজীৱৰ আকৌ সি কলিকতাত লগ পাইছিল। মেঘুৰ কথা সুধিছিল। তাৰ পিচত সি মেঘুক লগ পাইছিল প্ৰায় ১২ বছৰৰ মূৰত—ৰাজীৱহঁতৰ বাগিচাৰ ঘৰলৈ যাওঁতে। ···প্ৰায় চাৰি বছৰৰ আগৰ কথা···

আজি প্ৰায় চাৰি বছৰৰ আগতে হঠাতে শিলঙৰপৰা গৈ সি ৰাজীৱহঁতৰ বাগিচা পাইছিলগৈ। গৈ পায়েই সি মেঘুৰ খবৰ লৈছিল। ৰাজীৱেই তাক দিছিল মেঘু থকা বস্তিৰ ঠিকনা—ৰাজীৱহঁতৰ বাগিচাৰপৰা প্ৰায় তিনি মাইল দূৰত—ঠিক মৃণালৰ সোণাবাৰি বাগিচাৰ সীমাৰ দাঁতিতে। দূৰৰপৰাই সি চিনি পাইছিল মেঘুক—তাৰ জুপুৰীটোৰ পিৰালিত বহি তাৰে ফালে চাই থকা। এই বাৰটা বছৰে মেঘুৰ চুলি পকাইছিল, মুখত বাৰ্দ্ধক্যৰ ৰেখা-চিত্ৰ আঁকিছিল। কিন্তু, তাৰ সবল মাংসপেশীবোৰ একেদৰেই আছিল। তাৰ মুখত আবেলিৰ কেঁচা ৰং এচেৰেঙা পৰিছিল। কপালত হাত দি সি চাই আছিল, কোন নো গৈছে বুলি। মাটিৰে লিপা বেৰখনক পিঠিত লৈ বৈ থকা মেঘুটোক কিমান পৃথিৱীৰ মানুহ যেন লাগিছিল—যেন মাটিৰ বণৰ দৰে তাৰ জীৱনতো কোনো কৃত্ৰিমতা নাই। সি মেঘুৰ চোতাল পোৱাৰ লগে লগে মেঘু থিয় হৈছিল। অবাক হৈ তালৈ চাই থকা মেঘুলৈ চাই অভয়ে হাঁহি সুধিছিল,

"মোক চিনি পাইছ মেঘু? ·········মই চোনাবাবু—···সেই যে যোৰহাটত··· ·"

মেঘুৱে তাক গৰা মাৰি ধৰিছিল। কি যে চিঞৰ-বাখৰ। ওচৰৰ দুই-এঘৰৰ মানুহ ওলাই চাবলৈ বাধ্য হৈছিল। তাৰ ঘৰৰ ভিতৰৰপৰা এজনী গাভৰু ছোৱালী আহি ওচৰত থিয় হৈছিলহি। তায়ো অবাক। "আৰে চোনাবাবু"—তাইক কৈছিল মেঘুৱে। তাই আৰু বেছি আচৰিত হৈছিল। মেঘুৰ কিন্তু তাইৰ ফালে চাবৰ আহৰি নাছিল। তাক টানি নি পিৰালিত মাটিতে বহুৱাইছিল। "কিমান যে চোনাবাবু, তোৰ কথা···চোট চাহাবে আজি কেইদিনমান আগতে কৈছিল, তই আহিবি বুলি।" তাৰ পাচত মেঘুৰ কত প্ৰশ্ন—'ইমান সৰু ল'ৰাটো কেনেকৈ ইমান ডাঙৰ হ'লি, ক'ত থাক, কি কৰিছ'—ইত্যাদি হাজাৰ-বিজাৰ প্ৰশ্ন। লচ্মীক বাৰে বাৰে চিঞৰি চিঞৰি চাহ অনাইছিল সি—ঘটি এটাত এবাটি বঙা চাহ আৰু গুড়। অভয়ে খাইছিল। মেঘুক সি কেনেকৈ ক'ব চাহ নাখায় বুলি। লচ্মীয়ে কিন্তু লাজ কৰি দিছিলহি। মেঘুৱে হাঁহি হাঁহি কৈছিল—"এই লাজ কৰিছে বাবু। তোক পেণ্ট পিন্ধা দেখি ভাবিছে, চাহাবক এই মতে চাহ দিব পাৰি নে?" তাৰ পিচত তাইলৈ চাই কৈছিল—"আৰে ই চাহাব নহয়। ইয়াৰ বাগিচা নাই।" লচ্মীৰ লাজ যেন বেছি হে হৈছিল। তাই ভিতৰ সোমাই গৈছিল। সেই সুযোগতে সি মেঘুক সুধিছিল লচ্মী কোন। তেতিয়া হে মেঘুৰ মনত পৰিছিল, অভয়ে লচ্মীক চিনি নাপায় বুলি। তাৰে জীয়েক বুলি কৈছিল। মাক মৰিল বুলি দুখ কৰিছিল। সি যোৰহাটত থাকোঁতে তাই বাগিচাতে আছিল। আৰু গৰ্ব কৰি কৈছিল—"তায়ো অচমীয়া কথা কয়। মাত্ৰ দুই-চাৰ আমাৰ বাত জাতি কয়। জান চোনাবাবু, বাগিচাৰ চব মাহুচ অচমীয়া ছিখিছে।"···সেইদিনাই অভয়ে জানিছিল, লচ্মীয়েও ৰাজীৱহঁতৰ বঙলাতে কাম কৰিছিল। কিছুদিন হ'ল কামলৈ যোৱা নাই। মেঘুৱেও

কিছুদিনৰ ছুটী লৈছিল বোলে। মেঘুৰ ঘৰৰপৰা ঘূৰোঁতে তাৰ বাতি হৈছিল। তাৰ পাচত প্ৰায় প্ৰতিদিনেই সি মেঘুৰ ওচৰলৈ গৈছিল। মেঘুৰপৰা যেন তাৰ ভেতিয়াও শিকিবলৈ বহুত বাকী।

পিচদিনা মেঘুৱে তাক হাঁহি হাঁহি কৈছিল—"লচ্‌মী বলিছে, কোন্‌ও চাহাব ভাল বাছুচ নাহয়। তোৰ আঁখ্‌চৰ দোচোৰা বদ্মাইচ চাহাবৰ নিচিনা। মত্‌লবী। দেখা"—এইবুলি মেঘুৱে তাৰ চকুলৈ চাইছিল। অভয়ৰ খুব লাজ লাগিছিল। সেইদিনা আহি সি বাজীৰহঁতৰ ঘৰত দুৱাৰ বন্ধ কৰি এঘণ্টাই চকু পৰীক্ষা কৰিছিল। চেষ্টা কৰিছিল তাৰ চকু দুটাৰ চাৱনি শুধৰাবলৈ। মনে মনে নিজক কৈছিল, "যা, এতিয়া শিলঙলৈ যা। যিকিজনীয়ে তোৰ চকু খুব ধুনীয়া বুলি কৈছিল, সেইকিজনীক ক'গৈ—বয়ুৱা ছোৱালী এজনীয়ে তেনেকুৱা ধুনীয়া চকু ঘিণ কৰে।" শিলঙৰ কৃত্ৰিমতাৰ মাজত তাৰ চকুৰ চাৱনিও কৃত্ৰিম হৈ পৰা বুলি জানি তাৰ বেয়া লাগিছিল। সহজ চাৱনি যেন সি ঘূৰাই নাপাব। আটাইত নিৰ্দোষ চাৱনি পৰীক্ষা কৰি কৰি সি ভাগৰি পৰিছিল। তাৰ চকুৰো জানো বৰ বেছি দোষ আছিল? শিলঙৰ পাৰিপাৰ্শ্বিকতাৰ লগত খাপ খুৱাবলৈ যত্ন কৰোঁতেই তাৰ চকুৱে সহজ চাৱনি পাহৰি যোৱা নাছিল জানো। হঠাতে লচ্‌মীক লগ পায়েই সেই সহজ চাৱনি সি ক'ত বিচাৰি পাব? লচ্‌মী যে একেবাৰে বিপৰীত। কোনো কৃত্ৰিমতাই যে নাই তাইৰ। সি প্ৰথম দেখোঁতে লুভীয়া চকুৰেই চাইছিল—ঠেক ৰঙা পাৰিৰ শাৰীখনেৰে আটি মেৰিয়াই লোৱা আটিল দেহাটো তাইৰ। ভাবিছিল, জীৱন্ত ঝুমুৰ-নাচ নহয়তো? আৰু, হাঁহিবলৈ ক'ত শিকিছিল তাই বাৰু? এনেকুৱা সংক্ৰামক হাঁহি। মাটিৰে নিমজকৈ লিপি থোৱা মেঘুৰ ঘৰটোৰ বেৰবোৰেও হাঁহিছিল তাইৰ লগে লগে। দৃঢ় বুকুখনত দেখিছিল উন্মাদনা নহয়—স্বাস্থ্য। শিলঙত লুৰ্তুৱা হোৱা তাৰ মনটোৱে লাজ পাইছিল। ইমান নিঃসন্দেহ, ইমান মুক্ত, ইমান শুচি হৈ এদেহা যৌৱন লৈ ছোৱালীবোৰ থাকিব পাৰে জানো? শিলঙৰ 'কাল্‌চাৰড্‌' আৰু 'ফ্ৰি' ছোৱালীবোৰলৈ তাৰ মনত পৰিছিল। সোলোকা খোপাই বুকু ঢকা লচ্‌মীজনীৰ আগত ব্ৰাচিয়াৰে গঢ় দিয়া ছোৱালীবোৰ কিবা Show room-ৰ পুতলা যেন লাগিছিল। যেন দুইবিধেই পৃথিবীৰ দুপিঠিৰ বস্তু।

এদিন অভয়ক লচ্‌মীয়ে লৈ গৈছিল—ঘৰৰপৰা দূৰত এখন পথাৰত কাম কৰি থকা বাপেকৰ ওচৰলৈ। নিৰ্জন লুংলুঙীয়া বাটটোত সি লচ্‌মীৰ পিচে পিচে গৈ আছিল। কোনোবা এটা শুকান ডালত লাগি তাইৰ শাৰীখন বুকুৰপৰা আঁথা এৰাই গৈছিল। অভয়ে চাই আছিল। তাৰ শকুন্তলাৰ কথা মনত পৰিছিল। শাৰীখন একৰাই একৰাই লচ্‌মীয়ে হাঁহি হাঁহি কৈছিল, "এটা কথা বলিব। বাপ নাই কৰিবি বাবু।" অভয়ে নিজক সাজু কৰিছিল—নতুন নজমা কিবা এক কিহবাৰ কাৰণে। লচ্‌মীয়ে কি সঁচাকৈয়ে তাক বুদ্ধি কৰি এই নিৰ্জন ঠাইলৈ লৈ আহিছিল! মনত তাৰ হাজাৰ নাহৰ ফুল ফুলি উঠিছিল। সি কোনো উত্তৰ নিদিয়াকৈ ৰৈ আছিল তাইৰ মুখলৈ চাই।

"খাবাপ নাই চমুজিবি······কি ৰকম দেখ তঁইতে চোনাবাবু···"

„কি ৰকম ?" অভয়ে ঠিক বুজিব পৰা নাছিল।

"খুব খাৰাপ। চোৰ-ডাকাত······মাফিক। তই ঐৰকম নাই দেখিবি চোনাবাবু।" তাই শাৰীখন একবাই লৈ বাৰলৈ মুখ ঘুৰাইছিল।

"কি খাৰাপ ৰে "—অভয় কল্পনা-স্বৰ্গৰপৰা খহি পৰিবলৈ একেবাৰে সাজু নাছিল।

তাই কোনো উত্তৰ নিদি গৈ আছিল। অভয় পিচে পিচে। মনে মনে। হাতত তকান গছৰ ডাল এটা লৈ তাই দাঁতিৰ দীঘলীয়া বনবোৰ এলেং-এথেংকৈ কোবাই গৈছিল। এডোঙা পানীৰ ওচৰত বৈ, তাই আঙুলিয়াই দিয়া কালে চাই অভয়ে মেঘুক দেখিছিল—অকলে খৰি কাটি থকা। লচ্‌মীক কি ক'ব সি ভাবিছিল। 'ইমান দুৰ্বোধ্য এই ছোৱালীবোৰ, মনৰ ভাব বুজা বৰ টান। ইহঁতে "না" বোলে "হাঁ" অৰ্থত'—সি ভাবি ভাবি খন্তেক বৈ তাইৰ চকুলৈ চাব খুজিছিল। "কেঁএঁ এঁপ"—সাপে ধৰা বেঙৰ মাত নিচেই কাষতে শুনি সি ভয়ত চক্ খাই উঠি জাঁপ মাৰি দিছিল। লচ্‌মীলৈ চাই দেখিছিল, তাই যেন তাৰ অৱস্থা দেখি হাঁহিছিল।

"তই ভয়·· দৰ্‌ নাই কৰ লচ্‌মী"—সি সুবিধা পাই সুধি পেলাইছিল।

"চাপ্‌কে কোন দৰ্‌ নাই কৰে?···চাপ্‌চে বহুত বেছি দৰ্‌ লাগে তুমলোক চাহাবচবৰ খাৰাপ নজৰ···" কথাকিটা কৈয়েই তাই চিঞৰি দিছিল· "বাপ ৰে এ এ এ"—আৰু দৌৰি গৈ অভয়তকৈ বহুত আগতে বাপেকৰ ওচৰ পাইছিলগৈ। অভয় অপৰাধীৰ দৰে লাহে লাহে গৈ মেঘুৰ কাষ চাপিছিলগৈ।······

সেইদিনাই আবেলি। অভয় বহি আছিল মেঘুৰ বস্তিৰ ঘৰৰ চোতালত। এখন কটাৰীৰে পিঠি খজুৱাই মেঘুৱে তাক হিচাপ দিছিল, লচ্‌মীয়ে কিমান পাত তুলিব পাৰে, কিমান আন কাম কৰিব পাৰে, মংগলাৰ লগত কেতিয়া তাইৰ চাদি হোৱাৰ কথা, তাৰ পিচত কেনেকৈ সি নিজে ৰান্ধি খাব লাগিব····· ইত্যাদি। লচ্‌মী ক'ৰবাৰপৰা আহি সিহঁতৰ আগতে থিয় হৈ কঁকালত হাত দি আকাশখন পৰীক্ষা কৰিছিল—একেথৰে ওপৰলৈ চাই। তাইক সেই ভংগিত দেখিলে যি কোনো শিল্পীয়ে হাতত ৰং-তুলি লৈ আঁকিবলৈ চেষ্টা কৰিলেহেঁতেন। তাইৰ লগতে অভয়েও ওপৰলৈ চাই দেখিছিল—কিছুমান কল্পা ডাৱৰে বলিয়াৰ দৰে ছবি আঁকিছিল, নীলা আকাশত। ইমান ভাল হৈছিল দেখিবলৈ! ওপৰলৈ চাই চায়েই তাই সকৰৈ কৈছিল—"বাপ্‌ ৰে এ এ" ।···"হাঁ ?"—বুলি প্ৰশ্ন কৰি, মেঘুৱেও চাইছিল আকাশলৈ। অভয়ে দুইটাকে চাইছিল—আকাশৰপৰা চাৱনিটো নমাই আনি। ভাল লাগিছিল তাৰ—এইহাল সৰল প্ৰাণে সহজভাৱে আকাশৰ সৌন্দৰ্য উপভোগ কৰা দেখি। সিহঁতে চাই থকা কাৰণেই যেন আকাশত ডাৱৰৰ ছবিবোৰ খেলি-মেলি হৈ গৈছিল! মনে মনে অভয়ে ভাবিছিল, 'এই সাধাৰণ মানুহবোৰৰ মাজত হে সঁচাকৈ কবিতা জীয়াই আছে।' সিও যে সিহঁতৰ দৰেই সেই সৌন্দৰ্য উপভোগ কৰিব জানে, তাকে বুজাবলৈ লাহেকৈ কৈছিল, "ক'লা ক'লা মেঘ, নীল্ আকাছ্—খুব ভাল লাগে। না ৰে লচ্‌মী ?

এটা অৱজ্ঞাৰ হাঁহি মাৰি তাই মেঘুলৈ চাই অতয়ক কৈছিল, "কাল বৰ্চা হ'লে আমাৰ চংগে আহিবি—পাতি তুল্‌বি। আৰ্‌ বল্‌বি—কালা কালা মেঘ কেত্‌না আচ্ছা।"—কৈ উঠি তাই বুৰটো জোকাৰ মাৰি দিছিল।

মেঘুৱে হাঁহি হাঁহি তাইক কৈছিল, "বাগ নাই কৰ্‌বি বে পাগ্‌লী। চোনাবাবু নাই চিনিছে ঐ মেঘ।" তাৰ পাচত তালৈ চাই বগৰ কৰি কৈছিল, "তই চোনাবাবু এই পাগ্‌লীৰ চক্ৰ, না? পাগ্‌লী বৰ্চাত ভিজিলে খুচি হ'বি, না?

অভয়ে বুৰ্বকৰ দৰে এনেয়ে হাঁহি দিছিল। চোতালত শুকাবলৈ দিয়া খৰিবোৰ লৈ লচ্‌মী ভিতৰলৈ সোমাই গৈছিল। মেঘুৱে তাক বুজাইছিল—"কালা কালা মেঘ হ'লে বৰচুন হয় চোনাবাবু। পাগ্‌লী বাগ কৰিছে। তই কালা মেঘ আন বলিছ। পাগ্‌লী ভাবিছে, বৰচুন গিৰিলে পাত্তি লিওতে তাৰ কষ্ট হ'লে তই খুচি হ'বি।......তই নাবুজ চোনাবাবু, এই চময়, কামৰ চময় বৰ্চা হ'লে, কালা কালা মেঘ হ'লে, বৰ মুস্কিল হয়।" মেঘুৱে আকৌ আকাশলৈ চাই ঘৰৰ ভিতৰত থকা লচ্‌মীয়ে শুনাকৈ চিঞৰি কৈছিল, "বৰ্চা নাই হ'ব বে পাগ্‌লী, বলিছুঁ।" গালত কাণপতীয়া চৰ এটা খাই হে যেন অভয়ৰ মুখটো কিছুপৰ স্তব্ধ হৈ গৈছিল। তাৰ পাচত নিজকে নিজে সি কৈছিল,—"বা এতিয়া, জনতাৰ গল্প-উপন্যাস লেখগৈ। 'সৃষ্টিৰ আদিত কৃষ্টিৰ পাতনি মেলা কৃষক-সমাজক' বিচাৰগৈ পত্নীৰ মাজত। হেৰ' গৰু, যাৰ মনৰ ভাব লিখিবি, সিঁহতৰ চিন্তাৰ ধাৰাই তোৰ কাৰণে আচহুৱা। তই আকৌ সিঁহতৰ চৰিত্ৰ কেনেকৈ ফুটাই তুলিবি? ক'তা—তই কবিতা লেখা ভাৱৰটুকুৰাই সিঁহতক দেখোন ভয় হে খুৱাইছে......"

আন এদিনৰ কথা। সেইদিনা সি মেঘুৰ লগতে গৈছিল এখন বাগিচাৰ ভিতৰত থকা কুলী-লাইনলৈ। মেঘুৱে কৈছিল, বাগিচাৰ ভিতৰত থকা কুলীবোৰে বাহিৰৰ বস্তিত থকাবোৰক 'ফালতু' বুলি হাঁহে। ভিতৰত থকাবোৰ 'কুঠি'ৰ কুলী। সিঁহতৰ ওপৰত বাগিচাৰ অধিকাৰ বেছি।

আবেলিৰ ব'দে ভাগৰ লগায়—শাৰীৰিক নহ'লেও মানসিক। তথাপি মেঘুক তাৰ কষ্ট কৰিব পৰা শক্তি কম নহয় বুলি প্ৰমাণ কৰিবলৈকে মেঘুৰ লগে লগে অভয়ে খোজ পেলাইছিল। বাজহুৱা বাট—ধূলিৰে ভৰা। বাটৰ দাঁতিতে নাম-ঘৰটো। মেঘুৱে প্ৰণাম কৰিছিল। জেওৰাৰে ঘেৰি থোৱা এটা শুকাই যোৱা গছ-পুলি নাম-ঘৰৰ আগতে। মেঘু ওচৰলৈ গৈ, জেওৰাইদি হাত সুমুৱাই, শুকান পুলিটো চুই চাইছিল। হয়তো মেঘুৱেই কইছিল।

"কি হ'ল মেঘু? মৰিল নেকি?"

"চুকাই গৈছে বাবু।"

"তই কইছিলি নেকি?"—অভয়ে নোসোধাকৈয়ে জানিছিল মেঘুৱেই বোৱা বুলি। নহ'লে তাৰ সিমান আগ্ৰহ হ'ব কিয়?

সিঁহত আকৌ গৈ আছিল। মেঘুৱে বৈ বৈ কৈ গৈছিল—"মুই একেলা নহয় বাবু। জিলাৰ বৰ মাহুচ একটা আহি লাগাইছিল। ডাঙৰ চভা হৈছিল। কৈছিল, চৰ্‌ মাহুচে গাছ লাগাব লাগে।"

"অ', বনমহোৎসৱ?"—অভয়ে এইবাৰ বুজা যেন পাইছিল। ইমানবোৰ মাহুহৰ সমাগমেৰে বোৱা গছ এজোপা মৰি গ'লে বেয়া লগাৰে কথা। বাইজৰ আশা মৰিছে বোৱাৰ লৈতে একে নহয় জানো?

থাকে। ইমান পৰিকাৰ বগা টুকটুকীয়া ভৰি দুখন। গোবোহাৰ ছালখন পাতল হোৱা হ'লে তেজবোৰ ওলাই পৰিলেহেঁতেন। ওপৰফালে ওলাই থাকে ডিঙিৰপৰা মুখখন আৰু কিলাকুটিৰপৰা হাত দুখন। তাইক বেছিকৈ ইহঁত দেখিলে ভয় লাগে—গাল ফাটি তেজ ওলাই পিচ্‌কাৰি মৰাদি মাৰিব যেন লাগে।

আজি ৬ মাহৰ আগতে খিলঙলৈ আহিয়েই অভয়ে তাইৰ চাহৰ দোকানখন আৱিষ্কাৰ কৰিছিল। খিলঙলৈ অহাৰ আগেয়ে সি খিলঙৰ বিষয়ে বহুত কথাই শুনিছিল। সি শুনিছিল—খিলঙৰ ছোৱালীৰ প্ৰেম-পাশত আৱদ্ধ হৈ ডেকা ল'ৰা উলটি ঘৰলৈ আহিবলৈ পাহৰি যায়। তাক অভিজ্ঞ লোকে কৈছিল,—সন্ধ্যা সময়ত খিলঙত বাহিৰলৈ ওলালেই মদ খাবৰ মন যায়। সি খবৰ পাইছিল, খিলঙৰ সমাজত প্ৰেম-প্ৰণয়ৰ অবাধ স্বাধীনতা···।

খিলঙলৈ অহাৰ তৃতীয় দিনাই সি কংচিৰ দোকানলৈ গৈছিল। প্ৰথমতে এনেয়েই—পিচত ভাল লাগি। নিজৰ জীৱনৰ এক বিশেষ খবৰৰ সন্ধানত গৈ সি প্ৰথম তাত বহিছিলগৈ। প্ৰথমতে তাইৰ কফি নাছিল। সি চাহকে খাইছিল। পিচলৈ তাই তাৰ কাৰণেই কফি আনিছিল। প্ৰথমতে সি কফি খাই গুচি আহিছিল—তাৰ পিচত সি কফি খাই কিছু সময় বহিছিল, তাৰ পিচত, বহুত সময় বহাৰ পিচত আকৌ কফি খাইছিল, তাৰ পিচত বহিয়েই আছিল—কফি খাওকেই বা নাখাওকেই। আজিকালি তাই তাক তাইৰ দোকানত বহি খাবলৈ নিদিয়ে। তাৰ অফিচতে আনি দিয়ে।

মুকলিমুৰীয়া পৰ্বতৰ জীয়ৰীৰ প্ৰেমৰ সোৱাদ ল'বলৈ তাৰ লুতুৰা মনটোৱে বিচাৰিছিল। পিচলৈ সি বহুতৰে প্ৰেম উপেক্ষা কৰিও কংচিৰ চাহৰ দোকানত বহিছিলগৈ। পত্নীৰ চিন্তাই হাৰাশান্তি কৰা মনটোক কংচিৰ সান্নিধ্যই যেন সান্ত্বনা দিছিল। নতুনকৈ আৱিৰ্ভাৱ হোৱা সেই সময়ৰ উপেক্ষিতাবোৰলৈ তাৰ এতিয়াও মনত পৰে। লাবানৰ সেই যে ছোৱালী দুজনী। এজনীয়ে যে তালৈ চিঠি দিছিল। ··কংচিৰ লগত তাৰ বন্ধুত্ব গঢ়ি উঠিছিল। কংচিক সি সুধিছিল তাইৰ ঘৰৰ, বংশ-পৰিয়ালৰ কথা। তাইৰ মাক আছে, ভায়েক-ভনীয়েক আছে। 'দখাৰ্‌' শব্দটো সি প্ৰথম তাইৰ মুখতেই শুনিছিল। দখাৰ্‌ মানে অনা-খাচিয়া ভাৰতীয় লোক। দখাৰবোৰক তাই বেয়া পায়। সিহঁতে দুদিনৰ কাৰণে আহি প্ৰেম কৰে, এজনী ছোৱালীৰ সৰ্বনাশ কৰি গুচি যায়। এদিন শনিবাৰে তাই দুইমান বজাতে দোকান বন্ধ কৰিছিল। বন্ধ কৰা দেখিও কেবাজনো গ্ৰাহক বহি আছিল। আন তিনিটা অসমীয়া ল'ৰাই তাইৰ স'তে কেনেকৈ চুপতা-চুপতি কৰিছিল। তাৰ অসহ্য লাগিছিল। ইমান সাহ সি নিজেই পোৱা নাছিল। সিহঁতকৈ যেন তাৰ অধিকাৰ বেছি। তাই দোকান বন্ধ কৰিছিল। বাকী ল'ৰা তিনিটা গুচি গৈছিল। অভয়ে তাইক কৈছিল—ময়ো তোৰ ঘৰলৈ যাম। তাই খুব ভাল পোৱা যেন দেখুৱাইছিল। বাটত যাওঁতে তাই কৈছিল—সি তাইঁতৰ দুখীয়া ঘৰলৈ যাবলৈ বেয়া পাব বুলিয়েই তাই তাক মতা নাছিল কেতিয়াও। আৰু তাই কৈছিল—তাই কেতিয়াবাই মাকক তাৰ কথা কৈছে। তাৰ কাণ-মুখ বগা হৈ গৈছিল। তেন্তে মাজনীয়ে তাক ভাল পাই পেলাইছে। মূলকিৰ খটখটী থকা বাটটোৰেদি সিহঁত উঠি গৈছিল। ইমান ওখ।

খুৎখটাবোৰ শেষেই নহয়। সি কোঁপাইছিল। তাইৰ কিন্তু একেবাৰে ভাগৰ লগা নাছিল। খিল্‌খিল্‌কৈ হাঁহি তাই কৈছিল—ইমানতে ভাগৰি গৈছ, তইঁত সুখত থকা মানুহ কাৰণে। আমাৰ কিন্তু ভাগৰ নালাগে।

দূৰৰপৰাই তাই তাইৰ ঘৰটো দেখুৱাই দিছিল। সক টিঙৰ চালি দিয়া কাঠৰ ঘৰ এটা, সমুখৰ ফুলনিখনৰ সৈতে পুতলা-ঘৰ যেন লাগিছিল। ঘৰ পোৱাৰ লগে লগে দেখিছিল, পদূলি-মুখৰ জপনাৰ আগত পকা থেকেৰা যেন বুঢ়ী এজনী, আৰু এহাল ল'ৰা-ছোৱালী। ল'ৰা-ছোৱালীহাল দৌৰি আহি কংচিৰ হাতৰপৰা চাহ-দানী, পিয়লা আদি ভৰাই নিয়া মোনাবিলাক কাঢ়ি লৈছিলহি। বুঢ়ীক কংচিয়ে কৈছিল, "অভয় বাবু"। তাৰ পিচত সি গৈ ভিতৰত বহিছিলগৈ। বুঢ়ীয়ে যেন সেইদিনা তাক ভাল পোৱা নাছিল। ল'ৰা-ছোৱালী দুটায়ো সন্দেহৰ চকুৰে চাইছিল। বস্তুত কথা সি সেইদিনা পাতিছিল। বুঢ়ীয়ে এবাৰ কৈছিল, তাইৰ ল'ৰা এটা সকতে মৰাৰ কথা। সি জীয়াই থকা হ'লে তাৰ নিচিনাই দীঘল-ডাঙৰ হ'লহেঁতেন বুলি বুঢ়ীয়ে বেজাৰ কৰিছিল। বুঢ়ীয়ে লৰালৰিকৈ চকু দুটা মোহাৰি লৈছিল। কংচিয়ে তাক সেইদিনা খুব ভালকৈ জলপান খুৱাইছিল। সন্ধ্যাৰ পাচত সি আহিবলৈ ওলাইছিল। কংচিয়ে হাতত ধূপ-কাঠী কেইডালমানৰ জোৰ একুৰা জলাই তাক কিছু দূৰ আগুৱাই দিছিল। বাটত আহোঁতেই তাই তাক কৈছিল সদায় আহিবলৈ। সেইদিনাই তাই তাক 'কিং' নামটো দিছিল। তাক হেনো তাইৰ ৰজা ৰজা লাগে। ঠেক বাটটোৰেদি গাতে গা লগাই হালি-জালি অহা কংচিজনীক সাৱটি ধৰাৰ ইচ্ছাটোক দমন কৰোঁতে তাৰ কষ্ট হৈছিল। এজনী ধুনীয়া গাভৰুৰ হিয়া জয় কৰাৰ আনন্দত সেইদিনা তাৰ ডেকা মনটোৱে গোটেই ৰাতি তাক শুবলৈ নিদিলে। তাৰ পিচত, দুই-চাৰি দিনৰ পিচে পিচে সি গৈছিল। সিহঁতৰ সি আপোন হৈ পৰিছিল। কিন্তু মাকজনীয়ে যেন তাক গ্ৰহণ কৰিব খোজা নাছিল। তাৰ পিচত সি প্ৰতিদিনেই গৈছিল— প্ৰায়ে ৰাতি ভাত খাই হে ঘৰলৈ ঘূৰিছিল। মুল্‌কিৰ সেই পাহাৰটো বগোৱা তাৰ কাৰণে সহজ হৈ পৰিছিল।

তাৰ পিচৰ এটা দিনৰ ঘটনা সি পাহৰিব নোৱাৰে। কংচিহঁতৰ পাচফালে থকা জুৰিটোৰ পাৰত সি আৰু কংচি বহি আছিল। সেইদিনা দেওবাৰ আছিল। বেলিটোৱে নিজৰ ৰং সোপাকে কংচিৰ গালত এৰি থৈ গৈছিল। কেঁচা মাটিত কেঁচা ঘাঁহৰ গোন্ধ, জুৰিৰ দাঁতিৰ বনৰীয়া নিৰ্জনতা, সৰল গছৰ সোঁ সোঁ শব্দ, কোনোবা গিটাৰৰ উটি অহা সুৰ—এই সকলোবোৰে এনে এটা পাৰিপাৰ্শ্বিকতাৰ সৃষ্টি কৰিছিল যে যি কোনো ডেকাই শূন্যতে হ'লেও কোনোবা কল্পনাৰ প্ৰিয়াক সাৱটি ধৰিলেহেঁতেন। তাইৰ দৃঢ় ওঁঠকিটালৈ আকলুৱা দৃষ্টিৰে সি চাই আছিল। তাৰ পিচত থাপ্ মাৰি হাতখনত ধৰি তাইক সি টানি আনিছিল। তাৰ পিচত······তাৰ পিচৰ কথাখিনি ভেতিয়া তাৰ ভাবিবলৈ টান লাগিল। লাজতে সি মুদি থকা চকু দুটাকে দুই হাতেৰে ঢাকি ধৰিলে। তাৰ সেইদিনাৰ দুৰ্বলতাটোক কেনেবাকৈ চকুৰ আগতে দেখিলে সি যেন মৰ লাজ পাব। তাৰ পিচ দিনাই সি দীঘল চিঠিখন পাইছিল। জীৱনত সি বহুত চিঠি পাইছে, ছোৱালীৰ চিঠি। কিন্তু, সেইখনৰ নিচিনা পঢ়ি শেষ কৰিব

নোৱাৰা চিঠি সি কেতিয়াও পোৱা নাই। চিঠিখন পোৱাৰ দিনা কংচি তাৰ ঘৰলৈ অহা নাছিল। সি কিন্তু তাইৰ কাৰণে অধীৰভাৱে বৈ আছিল। বাতি ৯ মান বজাত তাৰ ইচ্ছা হৈছিল সিহঁতৰ ঘৰলৈ যাবলৈ। অতি কষ্টেৰে সি মনটোক মাথাৰৰ কাৰণে সন্মত কৰাইছিল। পিচদিনা কংচি আহিছিল……তাৰ লাজ লাগিছিল, অতি বেছি লাজ লাগিছিল………।

সি কংচিহঁতৰ অতি আপোন হৈ পৰিছিল। এতিয়া সি কংচিৰ অভাৱটো খুব বেছিকৈ অনুভৱ কৰে। কংচিৰ বাহিৰে যেন কোনেও তাৰ যতন ল'ব নাজানে। আৰু, কংচিক যেন তাৰ বাহিৰে আন কোনেও বুবুজে। আন কাৰো হাতত যেন কংচিক এৰি দিয়া উচিত নহ'ব—আনকি তাইৰ নিজৰ মাকৰ হাতততো।

আজিকালি কংচি আৰু তাৰ মাজত কোনো ব্যৱধান নাই। কংচিয়ে আজিকালি তাইৰ মাকৰ আগতে তাক মাৰে, তাৰ চুলি জোকাৰে, গাখীৰ পিয়লাৰ আধা খাই বাকী আধা তাৰ মুখত ঢালি দিয়ে। আৰু তাইৰ ভায়েক-ভনীয়েক দুটাৰ উৎপাতত সি এখন্তেকো শান্তিৰে থাকিব নোৱাৰে। সিহঁতৰ প্ৰশ্নৰ উত্তৰ দি সি ভাগৰি পৰে। উৎপাত-আমনিও যে কিছুমানে কৰিলে ভাল লাগে, এই কথা সি কংচিহঁতৰ ঘৰতে প্ৰথম গম পাইছিল। সেই উৎপাতৰ আশাতে প্ৰতি সন্ধিয়া সি সিহঁতৰ ঘৰলৈ যায়। এদিন নগ'লেই মাকে খবৰ কৰে।…

মাকজনীও অতি আচৰিত মানুহ। অভয়ে বুঢ়ীক "বুঢ়ীমা" বুলি মাতে। মাকে সদায় খবৰ কৰে—কোন মাহত অভয়ে তাৰ নিজৰ মাকলৈ কি পঠিয়াইছে—সপ্তাহত দুখন চিঠি দিছে নে নাই, বাপধনে মাকলৈ টকা পঠিয়ালে নে নাই—ইত্যাদি। পৃথিৱীৰ সকলো মাকৰ সুখ-দুখৰ খবৰ ৰখাটোৱেই যেন বুঢ়ীৰ কৰ্তব্য। শিলঙত থকা সকলো ল'ৰাৰ মাকবোৰৰ বুঢ়ী যেন প্ৰতিনিধি।··

বুঢ়ীৰ অসুখৰ কথা মনত পৰি তাৰ বুকুখন চিৰিংকৈ উঠে। চকু দুটা মোহাৰি সি পোন হৈ বহিল। ঘড়ীটো চাই দেখে পাঁচ বাজিল। এনেতে বাপধন কংচিৰ ঘৰৰপৰা ঘূৰি আহি তাৰ আগত আবেলিৰ জলপান সজাই দিলেহি। কোনো কথা নোকোৱাকৈয়ে সি খালে। ইমান ভাল লাগে কংচিয়ে পঠিওৱা জলপান খাই। বাপধনক সি সুসুধিলে বুঢ়ী কেনে আছে। বাপধনৰ ওপৰত তাৰ খং উঠি আছিল। বাপধনেও একো নক'লে। সি জানিছিল, খাই উঠিয়েই অভয় তালৈ যাব।

খাই উঠি অভয়ে ভেৰাইটি শ্বো আদি আজিৰ সন্ধ্যাৰ সকলো যাবলগীয়া অনুষ্ঠান এবাৰ মনত পেলালে মাথোন। তাৰ পিচত কাগজ এটুকুৰা টানি আনি লৰালৰিকৈ শব্দ কেইটামান লিখি বাপধনৰ হাতত দি ক'লে—"জাহু হাজৰিকাক দি আহিবি, ৬ বজাৰ ভিতৰতে। ঘৰটো চিনি পাবি নহয়? লেকৰ পাৰত।"

বাপধনে "পাম দকৃ" বুলি কাগজ টুকুৰা জেপত ভৰালে।

অভয় থিয় হ'ল। পোছাকটো চাই সজাব নেকি ভাবিলে। 'আজিলৈ চলিব' বুলি নিজকে নিজে কৈ সি ওলাই গ'ল।

বাতি ৯ মান বজাত কংচিৰ ঘৰতে ভাত খাই সি নিজৰ ঘৰলৈ উভতিল। মনটো তাৰ বেচ ভাল লাগিছিল। বুঢ়ীৰ বিশেষ একো অসুখ নহয়। সি যাওঁতে বুঢ়ীয়ে পাৰেমানে হাঁহি হাঁহি কৈছিল—"কিং, কং তুনো পাগ্‌লা—"

ঘৰ পায়েই সি কাপোৰ-কানি নোখোলাকৈ পেৰাটো খুলি এজাপ চিঠি উলিয়ালে। বাপধনে আহি বিচনাৰ ওচৰতে পানী এগিলাচ থ'লেহি। বিচনাৰ ওচৰৰ লাইটটো জ্বলাই দি, চালত ওলমি থকা কম পোহৰ দিয়া লাইটটো নুমাই দিলে। তাৰ পিচত সি শুবলৈ গ'ল। অভয়ে জোতাই-মোজাই বিচনাত ওপৰলৈ মুখকৈ দীঘল দি পৰি চিঠিসোপা যুকিয়াই ল'লে। স্কুলৰ আঁক পৰা বহী এটাত লিখা এই চিঠিজাপ সি আপুৰুগীয়া সম্পত্তি ৰখাদি ৰাখে। এইখনেই সেই পঢ়ি থাকিলেও শেষ নোহোৱা কংচিৰ চিঠিখন। আজি তাৰ খুব পঢ়িবৰ মন গৈছে। মাহেকত অন্ততঃ ১০ দিন সি পঢ়ে এই চিঠিখন। সি পঢ়ি গ'ল এই ইংৰাজীতে লিখা চিঠিখন—

মাই ডিয়েৰ অভয়,

তোৰ লগত প্ৰথম চিনাকি হোৱা দিনৰেপৰা তোৰ প্ৰতি যে মোৰ মৰম দিনক দিনে বাঢ়ি আহিছিল, সেই কথা তই নজনা নহয়, (অন্ততঃ তাকে ক'বলৈ আজি তোলৈ চিঠি লিখিবলৈ বহা নাই)। কিন্তু, মোৰ খুব ভয় লাগিছে—তোক একেবাৰে হেৰুৱাওঁ বুলি। তোক যে মই কেতিয়াও হেৰুৱাবলৈ ৰাজী নহয়। পৰক আপোন কৰি পৃথিৱীত তোকেই হে পাইছোঁ—তই হয়তো বিশ্বাস নকৰিবি, কিন্তু সঁচা কথা। সেই কাৰণেই আজি তোলৈ এই চিঠি লিখিছোঁ।' তোক ক'বলগীয়া কথাবোৰ মুখেৰে কেতিয়াও কোৱা নহ'ব—মোৰ জিভা সন্মত নহয়। গতিকেই লিখিছোঁ। তই আকৌ বেয়া নাপাবি দেই।

আজিৰ ঘটনাৰ পিচত নিজক ফাঁকি দি ৰখাৰ সুবিধা মোৰ নাই। মনে মনে ঠিক কৰিছোঁ, হয় তোক হেৰুৱাম—নহয় তোক চিৰজীৱনৰ কাৰণে আপোন কৰি পাম। যদি তোক হেৰুৱাওঁ, তেতিয়া হয়তো তোৰ লগত আৰু দেখা নহ'ব। তই হয়তো বন্ধুমহলত কৈ ফুৰিবি, খাচিয়া ছোৱালীবোৰক একেবাৰে বিশ্বাস কৰিব নোৱাৰি, সিহঁতৰ প্ৰেম মানে প্ৰতাৰণা…আৰু কত তহঁতৰ ভৈয়ামৰ ভাষাত ছোৱালীক ঘৃণনীয় কৰি প্ৰকাশ কৰিব পৰা শব্দ ব্যৱহাৰ কৰিবি। সেই বিষয়ত তহঁতৰ কল্পনাই সদায় তহঁতৰ লগত সহযোগিতা কৰে। আৰু নহ'লে ?—নহ'লে তই মোৰ কিমান আপোন হৈ থাকিবি ?—যিমান আপোন হ'লে গোটেই পৃথিৱীখনেই সুখ-মৰমেৰে গৰম যেন লাগে—শীতকালৰ জুহালৰ দাঁতিৰ দৰেই গৰম। তোক লোভ লগাইছোঁ বুলি নাভাবিবি আকৌ দেই।

তোক বহুত কথাই ক'ব লাগিব। ক'বপৰা আৰম্ভ কৰোঁ তাৰ হে উৱাদিহ পোৱা নাই। তোক প্ৰথম দিনাৰপৰাই মোৰ খুব ভাল লাগিছিল। তই যেন শ্বিলঙত লগ পোৱা ভৈয়ামৰ আন ডেকাবোৰৰ নিচিনা নহয়। মই দেখিছিলোঁ, প্ৰথম দিনা তই চাহ খাবলৈ আহি লাজ কৰিছিলি! লাজটো ধৰা পৰে বুলি তোৰ গৰ্বটোৱে জোৰকৈ লুকুৱাব খুজিছিল। লাজ আৰু গৰ্বই টনা-আঁজোৰা কৰি তোৰ গাল দুখন ৰঙা কৰি দিছিল—।

কিয় ভাল লাগিছিল কৈতো লাভ নাই। তাৰ পিচত তোক মাৰ ওচৰলৈ লৈ গৈছিলোঁ। মায়ে তোৰ বয়স সুধিছিল আৰু কত আন কথা সুধিছিল। এইবোৰ হয়তো অৰ্থহীন কথা বুলি তোৰ মনে সাঁচি ৰখা নাই। কিন্তু সেইবোৰৰ অৰ্থ আছিল। তই গুচি অহাৰ পিচত মায়ে কান্দিছিল, খুব কান্দিছিল।

এইখিনিতে তোক মাৰ জীৱনৰ কথা অলপ কৈ লওঁ। মাৰ বিয়া হৈছিল উনৈশ নে কুৰি বছৰ বয়সত—এটা ৰূপহ খাচিয়া ডেকাৰ লগত। বিয়াৰ এবছৰৰ পিচতে মোৰ জন্ম। কিন্তু বোপাইৰ মুখ দেখাৰ কথা মোৰ মনত নপৰে। মোৰ জন্মৰ দুবছৰ পিচতে অচিন ৰোগ হৈ বাবা মৰে। মা নিজৰ মাকৰ ঘৰলৈ গুচি আহিল। মই চাৰি বছৰীয়া হোৱাৰ লগে লগে মায়ে মোক এটা মিছনাৰি স্কুলৰ হোষ্টেলত থৈ দিলে। সেই সময়তে হৰেন চৌধুৰীৰ লগত মাৰ প্ৰথম পৰিচয়। লাহে লাহে সেই চিনাকিয়েই হিয়াৰ চিনাকিৰ ৰূপ লয়গৈ। তিৰোতাৰ ভাল পোৱাই ঘৰ বান্ধিবলৈ বিচাৰে। মাযেও বিচাৰিছিল। চৌধুৰী ৰাজী হৈছিল। মুঠতে হৰেন চৌধুৰীৰ লগত আপোনপাহৰি কটোৱা এটা বছৰৰ সাক্ষী ৰূপে মাৰ এটি ল'ৰা উপজিল। কিমান যে বোলে ধুনীয়া হৈছিল সেই ল'ৰাটো। কিন্তু আইতাই (মাৰ মাক) দুঃচৰিত্ৰা বুলি মাক ঘৰৰপৰা উলিযাই দিলে। মই সেই সময়ত হোষ্টেলত।

ঘৰৰপৰা উলিয়াই দিযাৰ পিচত মায়ে আহি চৌধুৰীক উপায় সুধিছিল—কি কৰিব, ক'লৈ যাব। চৌধুৰীয়ে মাক নি কিছুদিন নিজৰ ঘৰত ৰাখিলে—খিলঙৰ ভাড়া-ঘৰত। তিনি মাহমানৰ ভিতৰতে চৌধুৰী একেবাৰে বেলেগ মানুহ হ'ল। মাক খেদি দিলে। মা ওলাই আহিল বুকুত চাৰিমহীয়া কেঁচুৱাটো লৈ। পিচত মায়ে গম পালে—চৌধুৰীৰ ঘৈণীয়েক অহা বুলি। চৌধুৰী বিবাহিত বুলি মায়ে নাজানিছিল। চৌধুৰীক অকলৈ লগ ধৰি মাগে ল'ৰাটোৰ প্ৰতিপালনৰ কাৰণে টকা দাবী কৰিলে। নহ'লে আদালতৰ সহায় ল'ব বুলি ভয় দেখুৱালে।

কিছুদিনৰ পিচত কেঁচুৱাটোৰ অসুখ হৈছিল। মায়ে কোনো উপায় নাপাই চৌধুৰীলৈ খবৰ পঠাইছিল। চৌধুৰী আহিছিল। আহি কৈছিল—পাহাৰৰ ইমান ওপৰলৈ কোনো ডাক্তৰ খোজকাঢ়ি উঠিব নোখোজে। কেঁচুৱাটোক হস্পিটাললৈ নিব লাগিব। মায়ে আপত্তি কৰিছিল। চৌধুৰীয়ে যুক্তি দিছিল সেইটো তেওঁৰ সন্তান। তেওঁ বাপেকৰ কৰ্তব্য কৰিবই লাগিব। চৌধুৰীৰ লগতে মাও হস্পিটাললৈ গৈছিল। মাৰ বোলে সেইদিনা চৌধুৰীলৈ বৰ মৰম লাগিছিল। সন্তানৰ কাৰণে কষ্ট সহ্য কৰা মতা মানুহক ল'ৰা-মাইকীয়ে সদায় ভাল পায।—তোৰ পঢ়ি আমনি লাগিছে হয়তো। বাৰু চমুকৈ কওঁ—পিচদিনাই হস্পিটালৰপৰা মায়ে খবৰ পাইছিল, থৈ অহাৰ পিচৰ-পৰাই হস্পিটালত কেঁচুৱাটো বিচাৰি পোৱা নাই বুলি। পাগলীৰ দৰে মা চৌধুৰীৰ ওচৰলৈ দৌৰি গৈছিল। চৌধুৰী অফিচত অকলে বহি আছিল—। তাৰ পিচত চৌধুৰীয়ে মাৰ নামতে হস্পিটালৰ ওপৰত মকৰ্দমা কৰিছিল। সেই মকৰ্দমা কি হ'ল মায়ে নাজানে। কিন্তু, পিচত মায়ে নিজে কোনোবা এজন উকিলৰ ওচৰলৈ গৈছিল। মায়ে নিশ্চয়কৈ জানিছিল কেঁচুৱাটো চৌধুৰীয়ে চুৰি কৰি হত্যা কৰিছিল। কিন্তু,

উকিলজনে কৈছিল—মায়ে আগতে হস্পিটালৰ ওপৰত কৰা মকৰ্দমাত যি জবানবন্দি দিছিল, তাত বোলে চৌধুৰীক এই বিষয়ত একেবাৰে নিৰ্দোষ কৰি ৰখা হৈছিল। তাৰ পিচত আৰু চৌধুৰীক দোষী কৰা নচলে। মাৰ মনত পৰিছিল, মায়ে দিয়া জবানবন্দিটো চৌধুৰীয়েই লিখি দিছিল।

অভয়, তই হয়তো আচৰিত হৈছ, মোৰ কথা ক'বলৈ গৈ মাৰ জীৱনৰ কলংকবোৰ তোক জনাইছোঁ কিয়। অনুৰোধ কৰিছোঁ—অকণমান ধৈৰ্য্য ধৰি পঢ়ি যা। তেতিয়া সকলো বুজিবি। কোনেও নিজৰ মাকৰ কলংক ভাবিবলৈকে ভাল নাপায়—আনক কোৱাটো দূৰৰ কথা। কিন্তু, তোক নক'লেও মোৰ উপায় নাই। তই মোক বুজিব নোৱাৰিবি।

এই ঘটনাৰ পিচত আচৰিতভাৱে চৌধুৰীয়ে মাৰ খবৰ ৰাখিবলৈ ধৰিলে। মাৰ সকলো কটু কথা সহ্য কৰিলে। আনকি মায়ে তাক কেবাদিনো মাৰিছিল—এদিন হত্যা কৰিবই খুজিছিল। চৌধুৰীয়ে এটা সৰু ঘৰ ভাড়ালৈ লৈ মাক থাকিবলৈ দিলে। মই তেতিয়াও স্কুলতে। মা প্ৰায়ে মোৰ ওচৰলৈ গৈছিল, কিন্তু এইবোৰ কথা তেতিয়াও কোৱা নাছিল। হয়তো তেতিয়া কোৱা হ'লেও মই বুজিলোঁহেতেন।

মা ঘৰটোত অকলে থাকে। চৌধুৰী সদায় আহে, টকা-পইচা জোৰকৈ দি যায়। আহে, বহে, কথা পাতে আৰু যায়। আন একো নকৰে। এইদৰে তিনি-মাহমান যোৱাৰ পিচত লাহে লাহে চৌধুৰীয়ে মাৰ তাত বহি মদ খাবলৈ ল'লে। চৌধুৰীয়ে এনেয়েও মদ খায়। মদ খায়, কথা কয় আৰু খোৱা শেষ হ'লেই গুচি আহে। লাহে লাহে দুই-এজন বন্ধুও চৌধুৰীৰ লগতে আহিবলৈ ল'লে। তাৰ পিচত চৌধুৰী গুচি গ'লেও বন্ধুবোৰ বহি থাকে। কেনেকৈ যে নিজে ক'ব নোৱাৰাকৈয়ে চৌধুৰীয়ে মাক তেওঁৰ বন্ধু এদলৰ হাতত তুলি দিলে, মায়ে বুজিলে। সেই বিষয়ে মায়ে সকলো ঘটনা মোক কোৱা নাই। হয়তো লাজতে কোৱা নাই। কিন্তু মায়ে কৈছিল, প্ৰথম চৌধুৰীৰ বন্ধু এটাই মাৰ ওপৰত জোৰকৈ অত্যাচাৰ কৰাৰ দিনাৰপৰাই লাহে লাহে সকলো দখাৰেই জনা হ'ল, মা সিহঁতৰ কাৰণে সহজলভ্য বুলি। মুঠ কথাত মায়ে দেহাৰ ব্যৱসায় কৰিলে পূৰা সাত বছৰ। সেই সাত বছৰ বা তাৰ পিচতো এতিয়ালৈকে মায়ে চৌধুৰীক দেখা নাই। চৌধুৰী বোলে এতিয়া পেঞ্চন লৈ ডিব্ৰুগড়ৰ ঘৰত থাকে। সাত বছৰৰ পিচত কগ্ন দেহা লৈ মা যেতিয়া লৰিব নোৱাৰা হ'ল, তেতিয়া মায়ে এদিন মোক স্কুলৰপৰা লৈ আহিল।

মাৰ অৱস্থা দেখি মোৰ বৰ শোক লাগিছিল। তেতিয়া মোৰ বয়স মাত্ৰ চৈধ্য বছৰ। মই পঢ়া স্কুলটোৰ খৃষ্টান পাদুৰী এজনৰ সহায়ত এই চাহৰ দোকানখন মায়ে খুলিলে। দোকানতে মা বহি থাকে। মই চাহ বিক্ৰী কৰোঁ।

চাহ খাবলৈ অহা ডেকা ল'ৰাবোৰ মোৰ খুব ভাল লাগিছিল। সিহঁতৰপৰা চাহৰ দাম নলৈ অনুগ্ৰহ দেখুৱাবৰ বৰ মন গৈছিল। মায়ে কিন্তু সিহঁতৰপৰাই বেছি পইচা আদায় কৰিছিল। মায়ে সদায় কৈছিল, ইহঁত অতি পাপী—ইহঁতক মৰম দেখুৱালে পাপ হয়—বিশুৱে মৰম নকৰা হয়। বিশুৰ ভয়তেই সিহঁতক আপোন কৰাৰ চেষ্টা নকৰিছিলোঁ। কিন্তু, এটা ডেকাৰ কৰুণ আৱাহনে মোক একেবাৰে বলিয়া কৰি

দিছিল। তাৰ নাম শিৱ। সি যদি মোক লৈ ডিব্ৰুগড়লৈ গুচি যাব বুজি নক'লে-হেঁতেন, তেন্তে হয়তো সিও মোক মাৰ দৰে সৰ্বনাশৰ পথত নমালেহেঁতেন। মাক এৰি গুচি যোৱাৰ কথা ভাবি মই ভয় খালোঁ। মাক কৈ দিলোঁ।

সেইদিনা সি আমাৰ ঘৰলৈ গৈছিল—মায়ে তাক কথাৰ মাজতে সুধিছিল, চৌধুৰী তাৰ কিবা হয় নেকি। চৌধুৰী ভৈয়ামত বোলে বৰ ডাঙৰ মানুহ। হয়তো সেই গৰ্বতে সি যে চৌধুৰীৰ বংশৰে ল'ৰা, মাক কৈ দিলে। সেইদিনা মাৰ খং দেখি মোৰ জীউ উৰি গৈছিল। ওচৰতে থকা কাঠৰ সৰু পীৰাখনেৰে মৰিয়াই মৰিয়াই মায়ে তাক ঘৰৰপৰা উলিয়াই দিলে। তাৰ পিচত মায়ে পাৰেমানে কান্দিছিল—কান্দি কান্দি এই ঘটনাবোৰ কৈছিল। মোক বুজাইছিল—মই যদি সেই ডেকাটোৰ লগত বলিয়া হওঁ তেন্তে মোৰো মাৰ দশাই হ'ব। যৌৱনৰ প্ৰাৰম্ভণত কামনা-বাসনাৰ পৰিণামৰ যি প্ৰতিচ্ছবিখন মায়ে সেইদিনাখন নিজ অভিজ্ঞতাৰপৰা মোৰ চকুৰ আগত দাঙি ধৰিছিল, তাক মই আৰু পাহৰিব নোৱাৰিলোঁ। উস্ কি কদাকাৰ! মই ভৈয়ামৰ ডেকা দেখিলেই ভয় খোৱা হ'লোঁ।

এসপ্তাহমানৰ পিচত এদিন দেওবাৰে সন্ধিয়া মই এজনী বন্ধুৰ ঘৰৰপৰা ফিৰি আহিছিলোঁ। হঠাতে মোৰ ওচৰত এখন টেক্সি ৰ'লহি। নামি আহিল সেই ডেকাটো। সেইদিনা তাৰ মূৰ্তি দেখিযেই মই যমদূতক দেখাৰ সমান ভয় খাই চিঞৰি দিছিলোঁ। তাৰ চকুকিটাত কিবা এটা হিংসাৰ ভাব দেখা পাইছিলোঁ। সি মোক যেতিয়া মুখত সোপা দি, টানি নি গাড়ীত তুলিলে, তেতিয়া মোৰ মাৰ কথা, হৰেন চৌধুৰীৰ কথা মনত পৰিছিল। ভয়ত বুকু কঁপি উঠিছিল। লগে লগে মই দুৱাৰ খুলি জঁাপ মাৰিব খুজিছিলোঁ। তাক ডিঙি টিপি মাৰিব খুজিছিলোঁ। কিন্তু নোৱাৰিলোঁ। টেক্সিৰ পঞ্জাৱী ড্ৰাইভাৰটোৱে নিৰ্বিকাৰভাৱে গাড়ী চলাইছিল। এজনী নাৰীৰ ওপৰত এনেকুৱা অত্যাচাৰ দেখিও নেদেখাৰ ভাও ধৰা মানুহ সেই ড্ৰাইভাৰটোৰ বাহিৰে দ্বিতীয় এটা জীৱনত মই লগ পোৱা নাই। টেক্সিখন পলো-গ্ৰাউণ্ডৰ কোনোবা জন-প্ৰাণীহীন ঠাইত ৰ'লগৈ। ডেকাটোৱে ড্ৰাইভাৰটোক নামি যাবলৈ ক'লে। সি নামি গ'ল। তাৰ পিচত ডেকাটোৱে যিটো মূৰ্তি লৈ মোক মোৰ কাপোৰ-কানিৰ মাজৰপৰা উলিয়াই লোৱাৰ চেষ্টা কৰিছিল, সেই মূৰ্তিটো মায়ে কোৱা চৌধুৰী যেন মই দেখিছিলোঁ। ইমান সময়ে মই কিন্তু যথেষ্ট সাহ গোটাইছিলোঁ। জীয়াই থকালৈকে তাৰ লগত যুঁজিবলৈ মই তেতিয়া সাজু হৈছিলোঁ। মোৰ নাৰী-সুলভ কামনা-বাসনাবোৰ ভয়তে ক'লৈ পলাল মই নাজানিলোঁ। পিশাচ পুৰুষৰ মুখৰ পাশৱিক ৰূপটোৰ নিচিনা ঘৃণনীয় বস্তু জীৱনত মই আন একো দেখা নাই। মনে মনে মই এতিয়াও ঈশ্বৰক প্ৰাৰ্থনা কৰোঁ, সেই ৰূপত যেন কোনো নাৰীয়ে কোনো পুৰুষকে নেদেখে। এনেতে চিঞৰি গান গাই গাই কেইটামান ল'ৰা সেইফালেদি আহিছিল। মই শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি শিৱৰ হাতখন মোৰ মুখৰপৰা গুচাই চিঞৰি দিলোঁ। সিহঁতে গাড়ীখন বেৰি ধৰাৰ আগতে সি মোক এৰি দিছিল। মোৰ উঠাৰ শক্তি নাছিল, কিন্তু যিমান পাৰোঁ থৰকৈ সিহঁতক ক'লোঁ, সি মোৰ কি সৰ্বনাশ কৰিব খুজিছিল।

সিহঁতে তাক খুব মাৰিছিল। মাৰি মাৰি মাটিত পেলাই দিছিল। মই অৱশ শৰীৰতো শক্তি পাইছিলোঁ। সিহঁতৰ প্ৰত্যেকটো মাৰৰ লগে লগে ময়ো দাঁত-মুখ কামুৰি টেক্সিখনতে ভুকুৱাইছিলোঁ। তাৰ পিচত উঠি গৈ তাৰ মুখত এটা গোৰ মাৰিছিলোঁ। টেক্সিৰ ড্ৰাইভাৰটো মাৰিবলৈ খেদোঁতেই পলাইছিল। আমি আটাইবোৰে টেক্সিখনকে মেটুৰা-মেটুৰি কৰিছিলোঁ। তাৰ পিচত কিন্তু মই একেবাৰে অজ্ঞান হৈ পৰিছিলোঁ। সাৰ পাই দেখিছিলোঁ, ল'ৰাকিটাই মোক ঘেৰি বহি আছে— মূৰত পানী দিছে।

এই ঘটনা মই মাক কোৱা নাছিলোঁ। আজিও কোৱা নাই। তাৰ ৬ মাহৰ পিচত মোৰ বিয়া হৈছিল, এটা ধুনীয়া আৰু শিক্ষিত খাচিয়া ডেকাৰ লগত। প্ৰথম ৰাতি এঘণ্টামান তাৰ স'তে কথা পাতি বৰ ভাল লাগিছিল। কিন্তু, কথা শেষ কৰি দুয়ো একেখন বিচনাতে শোৱাৰ কথা মনত পৰাৰ লগে লগে চৌধুৰী আৰু সেই ডেকাটোৰ কথা মোৰ মনত পৰিল। ভয়ত মই ক'লা পৰি গ'লোঁ। মই থিয় হৈ বৈ আছিলোঁ। সি মোক অনুৰোধ কৰিছিল শুবলৈ। মই নোশোৱা দেখি সি জোৰ কৰিলে। জোৰ কৰাৰ লগে লগেই তাক মোৰ সেই ডেকাটো যেন লাগিল। উৰাই-ঘূৰাই চিঞৰি তাক মাৰিবলৈ খেদি গ'লোঁ। ······পিচদিনাই সি মোক এৰি দিলে বলিয়া বুলি। আকৌ মই মাৰ ওচৰ পালোঁহি।

ইয়াৰ পিচতো এই চাহৰ দোকানেই। মায়ে মোক যিমানে বুজায় সিমানে মোৰ মতা মানুহলৈ ভয় বেছি হে হ'ল। উপায় নাপাই মোক এদিন পাদুৰী এজনৰ ওচৰলৈ মায়ে লৈ গ'ল। সেই পাদুৰীজনক জীৱনত কেতিয়াও পাহৰিব নোৱাৰোঁ। তেওঁ মোক নতুন জীৱন দিলে।

কিছুদিনৰ পিচতে মা এদিন চেৰাপুঞ্জিলৈ গৈছিল। আহোঁতে লৈ আহিছিল আৰমিনা আৰু খুলুঙক। সিহঁত মাৰ দুখীয়া ভনীয়েক এজনীৰ সন্তান। মায়ে সিহঁতক নিজৰ ঘৰত ৰাখি খুৱাই-বুৱাই পঢ়াবলৈ লৈ আহিছিল। সিহঁতক মোৰ বৰ ভাল লগা হ'ল। মনটোৰ বহুত বোজা যেন সিহঁতৰ উৎপাততে পলাই ফাট মাৰিলে। পিচত গম পাইছিলোঁ, সিহঁতক মায়ে সেই বুঢ়া পাদুৰীজনৰ কথা মতেই আনিছিল। পাদুৰীজনে হেনো কৈছিল, ভাই-ভনীৰ চেনেহ নাপালে মই বলিয়া হৈ যাব পাৰোঁ।

১৪ বছৰীয়া খুলুং। সি মোৰ মনত আচৰিত পৰিৱৰ্তন আনিলে। দৌৰি আহি সি মোক কেতিয়াবা সাৱটি ধৰে। মই ভয়তে তাৰ মুখখনলৈ চাওঁ—কিজানি সেই ডেকাটোৰ মুখৰ চেহেৰাটো তাৰ মুখত দেখা পাওঁ। কিন্তু নাই। খুব ভাল লাগি যায়। তাক সাৱটি ধৰোঁ। সিয়েই মোক প্ৰথম শিকালে, মতা মানুহক আন ধৰণেও আপোন কৰিব পাৰি। কিমান যে তাক ভাল পাওঁ, তোক মই বুজাব নোৱাৰোঁ।

তাৰ পিচত তোক লগ পাইছোঁ। প্ৰথম দিনা তোক দেখিয়েই মই আচৰিত হৈছিলোঁ। সেই বুঢ়া পাদুৰীজনৰ চেহেৰাৰ লগত তোৰ চেহেৰাৰ অদ্ভুত মিল আছে। সেই কাৰণেই হয়তো প্ৰথম দিনা তোক ভাল লাগিছিল। তাৰ পিচত তোক মোৰ

খুব আপোনকৈ পাবৰ মন গৈছিল—থুলুঙ্ভকৈও আপোনকৈ। এদিন পাদুৰীজনক দূৰৰপৰাই তোক দেখুৱাইছিলোঁ। তেওঁ কৈছিল, তোক দেখিলে ভাল ল'ৰা যেন লাগে। তোৰ কেইজনমান বন্ধু নে চিনাকি মানুহে এদিন মোৰ দোকানত তোৰ বিষয়ে বহুত বেয়া কথা পাতিছিল। মই সিহঁতক দোকানৰপৰা উলিয়াই দিছিলোঁ।

মোৰ সকলোতকৈ ডাঙৰ সমস্যা হৈছিল, তোক মোৰ ঘৰলৈ নিয়াটো। মায়ে বেয়া ব্যৱহাৰ কৰে বুলি বৰ ভয় কৰিছিলোঁ। মাক প্ৰথম যিদিনা ভয়ে ভয়ে তোৰ কথা কৈছিলোঁ—মায়ে ঘিণতে নাক কোঁচাই দিছিল। তাৰ পিচত পাদুৰীজনে তই ভাল ল'ৰা বুলি কোৱা কথাটো ক'লত কিছু শান্ত হৈছিল।

তোৰ মনত আছে নে—প্ৰথম দিনা তোক আমাৰ ঘৰলৈ নিওঁতে মাৰ লগত কি কি কথা পাতিবি, মই শিকাই নিছিলোঁ? হৰেন চৌধুৰীক চিনি নাপাম বুলি ক'বলৈ কৈছিলোঁ যে? মই ভবা মতেই মায়ে তোক সুধিছিল। তয়ো মই বিচৰা মতেই ভয়ে ভয়ে উত্তৰ দিছিলি। মায়ে কিন্তু তাৰ পিচতো তোক ভাল মানুহ বুলি ভবা নাছিল। কৈছিল—"ইহঁত ভাও ধৰি আহে। ইহঁতক মই চিনি পাওঁ।"

তাৰ পিচত তই যিদিনা বাইবেল মুখস্থ মাতিছিলি,—সেইদিনা মায়ে তোক সঁচাকৈয়ে গ্ৰহণ কৰিছিল। 'মা' আচৰিত হৈছিল, হিন্দুৰে বাইবেল মুখস্থ মতা শুনি, হিন্দুৰ মুখত বাইবেলৰ প্ৰশংসা শুনি।

তাৰ পিচত মায়ে তোৰ সৈতে খোলা-খুলিকৈ কথা পাতিছিল। মনত আছে নে এদিন তই আৰু মা দুয়ো খাচিয়া জাতিৰ দৰিদ্ৰতাৰ বিষয়ে কথা পাতিছিলি। মা আচৰিত হৈছিল—তই খাচিয়া সমাজৰ বিষয়ে যিমান কথা কৈছিলি, মায়ে নিজেই সিমান নাজানিছিল। সেইদিনাই মায়ে মোক কৈছিল, "ল'ৰাটো সঁচাকৈ ভাল। মই জীৱনত সদায়ে বেয়া মানুহ লগ পাই পাই ভাল মানুহ আছে বুলি বিশ্বাস কৰিবলৈকে টান পোৱা হৈছোঁ।"

সেই দিনাৰপৰাই মাৰ ওচৰত তোক ভাল বুলি বুজাবলৈ চেষ্টা কৰাৰ দৰকাৰ নোহোৱা হ'ল। তাৰ তিনি দিনৰ পিচতে এদিন অকলে বহি থাকোঁতে তই মোৰ চকুলৈ একেকুৰাকৈ চাইছিলি যে সেই ডেকাটোৰ কদাকাৰ মুখখন তোৰ মুখত দেখিবলৈ পাইছিলোঁ। মই লৰালৰিকৈ চকু মুদি আঁতৰি গৈছিলোঁ। তোক যে সেইটো ৰূপত মই কেতিয়াও চাবলৈ নিবিচাৰোঁ অভয়...।

আজি তই সকলো সীমা অতিক্ৰম কৰি সাৰটি ধৰিছিলি। মই তোৰ মুখত থুৱাই দিয়াৰ লগে লগে তই এৰি নিদিয়া হ'লে হয়তো মই তোক হত্যা কৰিলোঁহেতেন। ওচৰতে থকা ডাঙৰ শিলটুকুৰা মই ভবিৰে গুৰিয়াই আনি হাতৰ ওচৰ পোৱাই-ছিলোঁহি। আজি তই দেখিবলৈ অবিকল সেই ডেকাটোৰ নিচিনা হৈছিলি। তাৰ দৰেই তোৰ ওঁঠবোৰ কঁপিছিল—মুখখন ৰঙা পৰি ক'লা পৰিছিল। মই তোক পাহৰি গৈছিলোঁ—সেই ডেকাটো বুলিয়েই মাৰিব খুজিছিলোঁ। কিন্তু ভাগ্য ভাল, তই এৰি দিলি...।

অভয়, সেইটো কাৰণত তোক মই কেতিয়াও নিবিচাৰোঁ। কে-তি-য়া-ও। তাৰ আগতে তোক মই বধ কৰিম। তয়ো সিমান কদাকাৰ হ'ব পাৰ বুলি মই ভাবিব নোৱাৰোঁ—জানিব নোখোজোঁ।

আজিৰ ব্যৱহাৰৰ পিচত তই হয়তো মোৰ ওচৰলৈ আহিবলৈ লাজ পাবি। সেই কাৰণে ময়ে যাম। কাৰণ মই তোক বিচাৰোঁ—জীয়াই থাকিবৰ কাৰণেই তোক বিচাৰোঁ—মানুহৰ ওপৰত থকা মোৰ ঘৃণা আঁতৰাবৰ কাৰণেও তোক বিচাৰোঁ। তোৰ নিচিনা বুজাই-বঢ়াই ল'ব পৰা মানুহ এটা যেন মই আৰু নাপাম।

আৰু, মোৰ মাক তই নিজৰ মাৰ দৰেই ভাল পাব বুলি কৈছিলি। মায়ে নিজে নজনাকৈয়ে নিজ জীৱনৰ পাপেৰে মোক প্ৰতিপাল কৰিলে—মোৰ জীৱনটোও বিষাক্ত কৰিলে, বিফল কৰিলে। সেই কথা মায়ে আজি বুজে। কিন্তু, মই মাক সেই কথা পাহৰাই ৰাখিব লাগিব। মাক মই বুজাব লাগিব, মই সুখী হৈছোঁ। তোক পাই মই যেন মাক-সুখী কৰিব পাৰিছিলোঁ। ভৈয়ামৰ পুৰুষৰ ওপৰত থকা মাৰ বিতৃষ্ণাই যেন তোক বাদ দি লৈছিল। ইমান বিশ্বাস কৰে তোক মায়ে। আন কাকো কৰা নাই মাৰ জীৱনত। মৃত্যুমুখী বুঢ়ী এজনীৰ সেই বিশ্বাস, সেইকণ সুখ, তই তোৰ প্ৰয়োজনত নষ্ট কৰিবি নে? ইমান নিৰ্দয় তই কেতিয়াও নহয়—হোৱা হ'লে তোৰ বাইবেল কেতিয়াও মুখস্থ নহ'লহেঁতেন।

আৰু, লিখাৰ ধৈৰ্য্য মোৰ নাই। আজি তই মোৰ হাতত ধৰোঁতে মই কৰা সকলো দুৰ্ব্যৱহাৰ পাগলী এজনীয়ে কৰা বুলি পাহৰি পেলাবি। সঁচাকৈয়ে সেই মানুহজনী মই নহয়। আৰু, তইনো মোক ভুল বুজিবি কেনেকৈ? তই যে সদায় মোৰ কাৰণে 'ডাঙৰ খুলুং'—কিং·

তোৰ কংচি

*        *

"কিৰিৰিং, কিৰিং কিৰিৰিৰিং"—চিঠিখন পঢ়া শেষ হোৱাৰ লগে লগেই ফোনটো বাজিবলৈ ধৰাত মুখত এমোকোৰা বিৰক্তি লৈ অভয় ফোনটোৰ ওচৰ পালেগৈ।

## মনৰ দাপোণ

[ 'মিচেচ্ বৰা'ৰ ]

এলাহ লগাকৈ দীঘল খিলঙৰ শাওণ মাহৰ দিনটো। তাতে বৰষুণ এজাক আহি ঘৰৰ টিনৰ চালিত নিচুকনি গীতৰ ঐক্যতান-বাদন আৰম্ভ কৰিলে টোপনিয়ে চকুৰ পতাত ওলোমা-বাদুলি দিয়েহি।

বগা মেকুৰীটো খিৰিকীৰপৰা জঁাপ মাৰি বিচনাখনত পৰাৰ লগে লগে মিচেচ্ বৰাই সাৰ পালে। কাতি হৈ শুই কথা অৱস্থাতে চকুকিটা ডাঙৰ ডাঙৰকৈ মেলি অবাক হোৱাৰ দৰে কিছু সময় একেথৰে চাই থাকিল—যেন পৃথিৱীখন নতুনকৈ দেখিছে। টোপনিত তেওঁৰ সপোনৰ পৃথিৱীখন আন ধৰণৰ আছিল। সপোনত নিবিড়ভাৱে সাৱটি ধৰা 'অভয়'টোৰ মুখখনলৈ চাই দেখিলে—সেইটো গাঁৰু, এটা হুমুনিয়াহ কাঢ়ি মিচেচ্ বৰাই গাঁৰুটোৰপৰা হাত দুখন একৰাই ওপৰলৈ মুখ কৰিলে। চালুকীয়া ছোৱালীজনীৰ দৰেই হাত-ভৰি দুই-এবাৰ আছাৰি পুনৰ শান্ত হ'ল। তাৰ পিচত গাৰ ওপৰত মেলি লোৱা আলোৱানখন অদৰকাৰী বস্তুৰ দৰে আঁতৰাই পেলালে। মিচেচ্ বৰাৰ সাজ-পাৰ নিতান্ত সাধাৰণ। বুকুত এটা বক্ষ-বন্ধনী বা ব্ৰাচিয়াৰ, তাৰ ওপৰত এখন ভয়লৰ চাদৰ, আৰু কঁকালত এখন পাটৰ মেখেলা। মেখেলাখন অসাৱধানভাৱেই কঁকালত আঁটি ল'লে মিচেচ্ বৰাই। ইলাস্টিক্ লগোৱা বক্ষ-বন্ধনীটো দুই-এবাৰ ইফালে-সিফালে টানি দিওঁতেই ঠিক হৈ পৰিল। পাক খাই পৰা যেন হোৱা চাদৰখন মেলি আৰ-কাপোৰৰ দৰে দেহাটো মেৰিয়াই ল'লে। এইবাৰ বহা অৱস্থাতে হাতত ভৰ দি মাজৰপৰা চুঁচৰি আহি বিচনাৰ দাঁতি পালেহি। ভৰি দুখন ওলোমাই চাং-ঘৰৰ কাঠৰ মজিয়াত দিলে। মেখেলাখন কোঁচ খাই ফিট্‌ফিটীয়া হৈ আঁঠুৰ যুৰতে থাকিল। নিজৰ সুগঠী কলাফুল থকা ভৰি দুখন এবাৰ চাই লৈ মিচেচ্ বৰা থিয় হ'ল। তাৰ পিচত দুই হাতৰ পিঠিৰে চকু দুটা মোহাৰি মোহাৰি, খোজ কাঢ়িবলৈ নতুনকৈ শিকা সৰু ল'ৰা-ছোৱালীৰ দৰে থৰক-বৰককৈ খোজ পেলাই, মিচেচ্ বৰা আগফালৰ বাৰাণ্ডা পালেহি। বাৰাণ্ডাত থকা আৰামী চকীখনত দেহাৰ সম্পূর্ণ ভৰটো থৈ, তেওঁ ভৰি দুখন ওচৰতে থকা ৰেলিঙৰ পথালি কাঠডাললৈ মেলি দিলে। দুফুট ওখ ৰেলিঙৰপৰা চকীখনলৈ তেওঁৰ ভৰি দুখনেৰেই যেন সাঁকো হে দিলে। দুভৰপীয়া দৃশ্য-পটৰ দৰে মেখেলাখন তললৈ ওলমি পৰিল। কাপোৰখন আকৌ এবাৰ ভালকৈ দেহাত মেৰিয়াই ল'লে—যাতে কোনোবা আহি হঠাতে তেওঁক দেখি অপ্ৰস্তুত নহয়। লগতে, বৰষুণৰ পিচত অহা বতাহজাক চেঁচা চেঁচা যেনও লাগিছিল। ওলমি থকা মেখেলাখনত ৰেলিঙৰ ফালৰপৰা চেঁচা বতাহ সোমাইছিল। মেখেলাখন ফুলাই দিছিল। বতাহৰ নিবাবৰণ পৰশত কলাফুল আৰু তাৰ ওপৰৰো নোমবোৰে থিয় হ'বলৈ ঠেলা-হেঁচা কৰা তেওঁ গম পালে। দুই ভৰিৰে মেখেলাখন চেপি ধৰি মিচেচ্ বৰাই নিলাজ বতাহৰ অনধিকাৰ আমিব ওৰ পেলালে।

আধা দেখা সপোনৰ বাকীখিনি কল্পনাৰে সম্পূৰ্ণ কৰাটোকে মিচেচ্ বৰাই ঠিক কৰিলে। সপোনত তেওঁ 'অভয়'ক দেখিছিল। দিঠকত অভয়ৰ লৈতে আজি প্ৰায় পোন্ধৰ দিন তেওঁৰ কোনো কথা-বাৰ্তা নাই।

অভয়ৰ চকু দুটা প্ৰথম দেখাৰ কথা মনত পৰি মিচেচ্ বৰাৰ লাজ লাগি গ'ল। মুখত লাজৰ ভাব এটা লৈ কাপোৰ-কানিবোৰ ঠিক কৰি ল'লে। তাৰ চকু দুটা খুব ওচৰৰপৰা ভালকৈ প্ৰথম দেখা দিনটোৰ কথা তেওঁৰ মনত পৰিল। ক্লাবত হোৱা 'ভেৰাইটি শো'টোৰ চাৰি দিনৰ পিচত তেওঁ তাক লগ পাইছিল পলো-গ্ৰাউণ্ডত হোৱা ৰিপাব্লিক ডে পেৰেডত। সি অতি বেযাকৈ সমালোচনা কৰি দিয়া ভেৰাইটি শোৰ ৰিপোৰ্ট কাগজত পঢ়ি তেওঁৰ খং উঠি আছিল। সেই কাৰণে পলো-গ্ৰাউণ্ডত লগ পাই তেওঁ তাক বাৰুকৈয়ে কথা শুনাইছিল। তাৰ কিন্তু চকুকিটাই হাঁহিয়েই আছিল। তাৰ নীলা-মুগা চকুকিটা চাই তেওঁৰ যেতিয়া হঠাতে কথা বন্ধ হৈ গৈছিল, তেতিয়া মাথোন সি কৈছিল—'আৰু কিবা ক'ব নে?'...তাৰ পিচত সি গুচি গৈছিল। কিন্তু, তাৰ চকু দুটা তেওঁৰ মনত থাকি গৈছিল। ঘৰত আহি তেওঁ ভাবিছিল—অতি নিলাজৰ দৰেই ভাবিছিল—অভয়ে বিয়া কৰালে তাৰ ল'ৰা-ছোৱালীৰ চকুবোৰ বৰ ধুনীয়া হ'ব। আৰু ভাবিছিল, তেওঁৰো যদি তেনেকুৱা হাঁহি থকা চকুৰ ল'ৰা এটা হয় । ভাবিয়েই তেওঁ উচপ্ খাই উঠিছিল। মনত পৰিছিল মিস্টাৰ বৰাৰ সৰু সৰু ভাব-ভাষাহীন চকু দুটা।·· ছিঃ কি যে দুৰ্বল মই —মিচেচ্ বৰাই নিজকে নিজে কৈছিল। তাৰ চকুকিটাৰ সম্মোহনী শক্তি আছে বুলি সেইদিনা তেওঁ মানি ল'বলৈ বাধ্য হৈছিল।

এই ঘটনাৰ প্ৰায় এমাহ আগৰেপৰা তেওঁ অৰণ্যে অভয়ৰ কথা শুনিছিল—তাক দেখিছিলও কেবাবাৰো। সি শ্বিলঙলৈ অহাৰ এসপ্তাহ পিচতে তাৰ কথা শুনিছিল। শুনি তেওঁ ভাবিছিল কোনোবা বয়সস্থ নীৰস মানুহ বুলিয়েই। কাৰণ, তেতিয়ালৈকে শ্বিলঙৰ সাংবাদিক-মহলত চেঙেলীয়া ডেকাৰ আবিৰ্ভাৱ হোৱা নাছিল। যিবিলাক আছিল, সেইবিলাক ইমান গম্ভীৰ আৰু চিৰিয়াচ্ হৈ থাকিছিল যেন তেওঁবিলাকৰ মূৰত গোটেই বিশ্বৰ সমস্যাই বাহ লৈছিল—যেন একোটুকুৰা 'নীৰস তৰুবৰ'ও নহয়, 'শুষ্কং কাষ্ঠং' হে। কালিদাসৰ ভাষাৰে ভাবিব পৰা কাৰণে মিচেচ্ বৰাৰ নিজকে প্ৰশংসা কৰিবৰ মন গ'ল। সেই পাণ্ডিত্যৰ গাম্ভীৰ্য লৈয়েই তেওঁ মন্তব্য কৰিলে—সঁচাকৈ, অভয়েই শ্বিলঙৰ সাংবাদিক-মহলত প্ৰাণ দিলেহি।

তাৰ পিচতে তেওঁ তাক প্ৰথম দেখিছিল এখন ৰাজহুৱা মুকলি সভাত। গেৰিচন গ্ৰাউণ্ডত বহা সেই সভাখনত সংবাদ-দাতা আৰু বিশিষ্ট নাগৰিকৰ কাৰণে বহা আসনৰ ব্যৱস্থা আছিল। বাকী ৰাইজৰ কাৰণে ঘাঁহৰ ওপৰত সত্ৰঞ্চি পাৰি দিছিল। সভা আৰম্ভ হওঁতে পলম হৈছিল। সাংবাদিক আৰু বিশিষ্ট নাগৰিকসকল আহি নিজ নিজ আসনত বহিছিলহি। এনেতে মিচেচ্ বৰাৰ ওচৰত বৈ থকা মিস্টাৰ শৰ্মাই দূৰলৈ আঙুলিয়াই দেখুৱাইছিল—সৌটো অভয় দত্ত—নতুনকৈ অহা কলিকতীয়া কাগজৰ ৰিপোৰ্টাৰ। শৰ্মাই আঙুলিওৱা ফালে চাই মিচেচ্ বৰাই দেখিছিল—এটা ল'ৰাবতীয়া ডেকাই কেইটামান সৰু সৰু ল'ৰাৰে লৈতে এটা কাপোৰৰ টোপোলাৰে ভলি বল

খেলিছে। দেখাত ভাগুৰ হোৱাৰ বাহিৰে হাঁহি আৰু জঁপিওৱালৈ চাই তাক ১০।১১ বছৰীয়া ল'ৰাবোৰৰে এটা যেন লাগিছিল। তেওঁৰ ভাবিবলৈ টান লাগিছিল সিয়েই অভয় দত্ত বুলি। এনেতে শৰ্মাই কৈছিল—'অতি Childish; সি তাৰ কাগজৰ বদনাম আনিব।' মিচেচ্ বৰাই কথাটো সমৰ্থন কৰিছিল। তাৰ পিচত সভা আৰম্ভ হৈছিল। মিচেচ্ বৰা সাংবাদিকবোৰৰ ওচৰতে বহিছিল, অভয়টোক ভালকৈ ওচৰৰপৰা চাবলৈ—নয়ে। কিন্তু, সভা শেষ হ'বৰ হোৱালৈকে তাক নেদেখিলে। পিচত 'অৰ্ডিনেৰি' মানুহবোৰ বহি থকা কোণত হঠাতে চকু পৰি তেওঁ দেখিছিল—অভয়ে ঘঁাহনিৰ ওপৰতে এটা আঁঠু পেলাই বহি আনটো আঁঠুৰ ওপৰত কাগজ লৈ ৰিপোৰ্ট লিখিছে—সেই মানুহবোৰ আৰু ল'ৰা-ছোৱালীবোৰৰ মাজত বহি। খেলোঁতে আউল-বাউল হোৱা তাৰ চুলিবোৰে মুখখন ঢাকি থৈছিল। মিচেচ্ বৰাৰ সেইদিনা ঘিণ লাগিছিল নিজৰ ষ্টেণ্ডাৰ্ড ৰাখিব নজনা অভয়টোলৈ। আনবিলাক সাংবাদিকৰ তুলনাত তাক বৰ হীন যেন লাগিছিল। তাক ভালকৈ জানিবৰ সকলো ইচ্ছা সেই দিনাই তেওঁৰ নোহোৱা হৈ গৈছিল। "সি তেনে সন্মানৰ যোগ্য বুলি নাজানেই"—এই বুলিয়েই ভাবিছিল তেওঁ সেইদিনা।··

বিয়াৰ বেণ্ডৰ লগত খোজ মিলাই বাজ আলিয়েদি 'মাচ' কৰা অভয়টোৰ কথা মনত পৰি মিচেচ্ বৰাৰ মুখত হাঁহি বিৰিঙি পৰিল। এখন বিয়া-ঘৰৰপৰা ওলাই আহিয়েই তেওঁ দেখিছিল অভয়ো ওলাই অহা। ইতিমধ্যে বেণ্ড্ বাজিছিল। হঠাতে অভয়ে দেখোন বেণ্ডৰ সুৰৰ লগত খোজ মিলাই যাবলৈ ধৰিছিল। ইমানবোৰ মানুহে যে তাৰ ফালে চাই হাঁহিছিল, তালৈ তাৰ ভ্ৰুক্ষেপেই নাছিল। সেইদিনা অভয়টোক তেওঁ পাগল বুলি ভাবিছিল।

ইয়াৰ পিচতো তেওঁ বহুত বাৰেই অভয়ক সভাই-সমিতিয়ে, ক্লাবে-নামঘৰে, বিয়াই-সবাহে লগ পাইছে। কিন্তু, কোনো দিনেই উপযাচি কথা পতাৰ আৱশ্যক হোৱা নাছিল। বা মনটোৱেও বিচৰা নাছিল। সকলো ঠাইতে তাৰ উপস্থিতিটো অসহ্য হে লাগিছিল। ৰুচিবোধ নোহোৱা ল'ৰালি স্বভাৱৰ মানুহ এটাক এনেকৈ গুৰু কাম দিয়া উচিত নহয় বুলিয়েই ভাবিছিল। যোঁৰ-দৌৰত অভয়ৰ অনুপস্থিতিটো কিন্তু ভাল লগাকৈ অনুভৱ কৰিছিল। মনে মনে ভাবিছিল—সি হয়তো ৰেচ্ খেলিবলৈ অহা হ'লে ঘোঁৰাৰ দৰে দৌৰিলেহেঁতেন।

কিন্তু নিৰ্বিকাৰ অভয়টো প্ৰায়বোৰৰে আলোচনাৰ বিষয়-বস্তু হৈ পৰিছিল। সকলোৱেই অৱশ্যে তাৰ কিবা নহয় কিবা এটা দোষৰ বিষয়েই আলোচনা কৰিছিল। কিন্তু, সেই সমালোচনাৰ মাজেদিয়েই সকলোৱেই তাক জানিবলৈ বাধ্য হৈছিল। আন এটা কথাও মিচেচ্ বৰাৰ কাণত পৰিছিল। কেবাজনীও কলেজৰ ছোৱালী বোলে তাৰ কাৰণে পাগল। নতুন ডেকা এটা দেখিলেই প্ৰেমত পৰা স্বভাৱটো আজিৰ যুগতো ছোৱালীবোৰৰ যোৱা নাই বুলিয়েই ভাবিবলৈ মিচেচ্ বৰা বাধ্য হৈছিল। আৰু ভাবিছিল—কলেজৰ ছোৱালীবোৰে ভাবে, একমাত্ৰ সিহঁতৰ হে যেন প্ৰেমত পৰাৰ অধিকাৰ আছে। পৰকীয়া প্ৰেমৰ কেবাটাও ধৰ্মমূলক কাহিনীও সেইদিনা তেওঁৰ মনত পৰিছিল। মিচেচ্ বৰাই বহা অৱস্থাতে

ঘূৰটো ঘূৰাই ড্ৰইং-ৰুমত থকা ৰাধা-কৃষ্ণৰ ছবিখন খিৰিকীয়েদি চাই হাত দুখন কপালত লগালে।

কিন্তু, সেইদিনা পলো-গ্ৰাউণ্ডত ইমান টান কথা কৈও অভয়ৰ খং তুলিব নোৱাৰি মিচেচ্ বৰাই নিজে পৰাজয় স্বীকাৰ কৰিবলগীয়া হৈছিল। অভয়ৰ চকুকিটাই হাঁহি হাঁহিয়েই যেন মিচেচ্ বৰাক হেয় প্ৰতিপন্ন কৰিলে। ঘৰত আত্মসম্ভ্ৰম খং উঠিছিল তেওঁৰ—ধিক্কাৰ দিছিল নিজৰ শিক্ষা আৰু নিজৰক। কিন্তু সেই চকু দুটাৰ কথা তেওঁ পাহৰিব নোৱাৰিলে—কোনো মতেই নোৱাৰিলে। মানুহৰ চকু যে ইমান আকৰ্ষণীয় হ'ব পাৰে, এই কথা তেওঁ এইবাৰেই জীৱনত প্ৰথম অনুভৱ কৰিছিল। লগে লগে অনুতপ্তও হৈছিল—অনাহকত অপৰিচিত ডেকা এজনক টান কথা শুনোৱাৰ কাৰণে। ইতিমধ্যে তেওঁলোকৰ ৰবপুতেক ৰণীৰ পঞ্চম জন্ম-দিন পৰিছিল। মিস্টাৰ বৰাই কিবা এটা বিশেষ কাৰণত শ্বিলঙৰ এটাইকেইজন সাংবাদিককে এই সুযোগতে নিমন্ত্ৰণ কৰাৰ প্ৰস্তাৱ মিচেচ্ বৰাৰ আগত দাঙি ধৰিছিল। অভ্যাসগতভাৱে অকাৰণ আপত্তি প্ৰথমতে কৰি দেখুৱাইছিল মিচেচ্ বৰাই, কিন্তু মনে মনে খুব ভালো পাইছিল।

জন্ম-দিনৰ দিনা ইমান ধুনীয়াকৈ চুৰিয়া-পাঞ্জাৱী পিন্ধি আহিছিল অভয়ে। একেবাৰে যেন দৰাটো হে। ই—মা—ন ধুনীয়া, খাই পেলাবৰ মন যোৱাকৈ ধুনীয়া···! মিচেচ্ বৰাই যত্ন কৰিলে, সেইদিনা সি কিমান ধুনীয়া হৈ আহিছিল মনত পেলাবলৈ। ধুনীয়া বগা পাঞ্জাৱীটো, পাতল মিহি চুৰিয়াখন, মৰম লগা বগা ভৰি দুখনত ক'লা চেণ্ডেলযোৰ, ধুনীযাকৈ আঁচোৰা মিহি ডাঠ চুলিবোৰ·· ···কিমান যে ধুনীয়া লাগিছিল। অতি আচৰিতভাৱে সেইদিনাৰ উৎসৱৰ আকৰ্ষণৰ কেন্দ্ৰ হৈ পৰিছিল অভয়—অকল মিচেচ্ বৰাৰ কাৰণেই নহয়, সকলোৰে কাৰণেই। তাৰ মানুহক হঁহুৱাব পৰা গল্পৰ নিচিনা কথা, তাৰ ভদ্ৰ আচাৰ-ব্যৱহাৰ আদি মিচেচ্ বৰাই আজিও পাহৰা নাই। সেইদিনাই তেওঁৰ তাৰ ওপৰত থকা সকলো ধাৰণা সলাবলগীয়া হৈছিল। সকলোতকৈ আচৰিত কথা—সাধাৰণতে অচিনাকি মানুহৰ ওচৰলৈকে নোযোৱা ৰণীটোৱে অভয়ক একেবাৰে আপোন কৰি লৈছিল। সেই তিনি-চাৰি ঘণ্টা সময় সি অভয়ৰ ওচৰতেই থাকিল—'মেকানো চেট'টোৰে ঘৰ-দুৱাৰ আদি সাজিলে, ছবি আঁকিলে, গান গালে, দুইটা যেন একে বয়সৰ ল'ৰা হে। মিচেচ্ বৰাৰ খুব ভাল লাগিছিল, অভয়ে তেওঁৰ পুতেকক ইমান মৰম কৰা দেখি। অভয়ে ৰণীক মৰম কৰাৰ মাজেদি যেন তেওঁকেই আকৰ্ষণ কৰিছিল। এই ভাব মনলৈ অহাৰ লগে লগে তেওঁ ভিকাৰ খাই উঠিছিল। কাণকিখন অসম্ভৱ গৰম লাগিছিল।

সকলো অতিথি যাবলৈ থিয় হৈছিল। অভয়ো। মিচেচ্ বৰাৰ বুকুখন অবাধ্যভাৱে কঁপি উঠিছিল। খুব ভয় লাগিছিল, বুকুৰ কঁপনিটো মুখত প্ৰকাশ পায় বুলি। অভয়ে যাবৰ সময়ত কেনেকৈ প্ৰশংসা কৰে শুনিবলৈ বৈ আছিল। সকলো এজন এজনকৈ ওলাই গ'ল। কিন্তু, অভয়ক ৰণীয়ে এৰি নিদিলে। সি অভয়ৰ পাঞ্জাৱীত ধৰি ওলমি পৰিল। তাৰ দাবী—"মেকানো চেটৰ দুমহলীয়া বাচখন সাজি সম্পূৰ্ণ নোহোৱালৈকে যাব নোৱাৰে।" হাঁহি হাঁহিয়েই অভয় বহি পৰিছিল।

অপৰাধীৰ দৰে ৰবাৰ ফালে চাইছিল। চকুকিটাই যেন কৈছিল—'মাফ্ কৰিব, অকণমান সময আপোনাৰ ৰণীৰ কাৰণেই ইয়াত বেছিকৈ থাকিবলগীয়া হ'ল।' এনেকুৱা আবেদন যেন তেওঁ কাৰো চকুত কেতিয়াও দেখা নাই। সি ৰণীৰ লগত ছুমহলীয়া বাচ সাজিছিল। ওচৰতে মিচেচ্ ৰবাও বহিছিল। গুডেকে অভয়ক জোৰ কৰি ৰথাৰ লগত নিজৰ মনৰ বাসনা মিলাই দি অদ্ভুত আনন্দ উপভোগ কৰিছিল মিচেচ্ ৰবাই।

তেওঁ নিজে আহি খুব কাষতে বহিছিল—অভয়ৰ কাষত। সুধিছিল···আপোনাৰ চাগৈ আমনি লাগিছে ৰণীৰ উৎপাতবোৰ। সি হাঁহি হাঁহি কৈছিল—এনেকুৱা মৰমৰ উৎপাতৰ অভাৱত হে মোৰ জীৱনটো অসহনীয় হৈ উঠে। তেওঁ কৈছিল—আপুনি ভদ্ৰতা কৰিছে। সি আকৌ হাঁহি হাঁহিয়েই উত্তৰ দিছিল—মোক অভদ্ৰ বুলি সকলোৱে জানে। কৈ সি তেওঁৰ মুখৰ ফালে চাইছিল। চকু দুটাই যেন কৈছিল—'আপুনিও জানে'। তেওঁৰ লাজ লাগি গৈছিল।

তাৰ পিচত অভয় যাবলৈ উঠিছিল। মিস্টাৰ ৰবাই আকৌ এদিন আহিবলৈ অভয়ক অনুৰোধ কৰিছিল। কৈছিল—কোনোবা এজন চৰকাৰী বিষয়াৰ কুকীৰ্তি অভয়ক ক'ব—অভয়ৰ ভাল চেন্‌চেস্তনেল নিউজ হ'ব। তেওঁ সেই সুবিধাতে ৰণীক শিকাই দিছিল—অভয়ক কাইলৈকো আহিবলৈ ক'বলৈ। ৰণী জোক লগাদি অভয়ৰ কাপোৰত ওলমি ধৰি কৈছিল—কাইলৈ নাহিলে আজি যাবলৈ নিদিওঁ। উপায় নাপাই অভয় মান্তি হৈছিল।·····

তাৰ পিচত অভয প্ৰায়ে আহিবলৈ লৈছিল। অৱশ্যে সদায় ৰণীৰ কাৰণেই আহিছিল হয়তো। সান্নিধ্যই সম্বন্ধ নিবিড় কৰে। ফাইলৰ মাজত হেৰাই যোৱা মিস্টাৰ ৰবাতকৈ অভযৰ সান্নিধ্য দিনক দিনে বেছি উপভোগ্য হৈ পৰিছিল।

লাহে লাহে ভাল পাব পৰাকৈ ভাল লাগি আহিছিল অভয়টোক। মিচেচ্ ৰবাৰ মনত পৰি গ'ল তেওঁ কিমান দিন, কিমান সুবিধা দিছিল অভয়ক—অকণমান আগবাঢিবৰ কাৰণে। কিন্তু, সি ইমান অবুজ—ইমান অঁকৰা। কোনো ইংগিতেই সি বুজি নাপায়, অসহ্য হৈ আহিছিল এই অৱস্থাটো। আৰু পলম সহ্য কৰিব নোৱাৰিব যেন লাগিছিল। ···ইস্ ৰাম, সেই দিনা যে সি আহিছিল চকুত আজিনাই এটা লৈ। মিচেচ্ ৰবাই সকলোৱে জনা আজিনাইৰ ঔষধটোৰ কথা ক'বলৈ গৈ জিভা কামুৰি ধৰিছিল। সিও সেইদিনা লাজত বঙা পৰিছিল।

আন এটা দিনৰ কথা মনত পৰি গ'ল মিচেচ্ ৰবাৰ—যিদিনা তেওঁ মূৰ কামোৰাৰ কাৰণে শুই আছিল। ৰাতিপুৱাই গাতো বেয়া লাগি থকা কাৰণে মিস্টাৰ ৰবাক তেওঁ কৈছিল সেইদিনা ঘৰতে থাকিবলৈ। মিস্টাৰ ৰবাই ৰূঢ়ভাৱে উত্তৰ দিছিল—'ঘৰত বহি থাকিলেই এওঁ বাণীজনীৰ দৰে থাকিবলৈ ধনসোপা পাব নহয়।' আৰু, তাৰ পিচতে অফিচলৈ গুচি গৈছিল। মিচেচ্ ৰবাৰ খুব দুখ লাগিছিল—মৰিবৰ সমান খং উঠিছিল। মনত পৰিছিল বৈবাহিক জীৱনৰ ছটা বছৰ এই অনুভূতিহীন মানুহটোৰ লগত কটোৱাৰ বুৰঞ্জী, আৰু তাৰো আগৰ জীৱনটোৰ কথা।

দুশ টকাকৈ মাহে দৰমহা পোৱা ভোলা কেৰাণীৰ জীয়েক মিচেচ্ বৰা। সেই সময়ত নাম আছিল অণু বা অণিমা ভূঞা। আন বহুত কেৰাণীৰ জীয়েকৰ দৰেই গতানুগতিকভাৱে ডাঙৰ-দীঘল হৈছিল তেওঁ। ঘৰৰ চুকে চুকে দৰা-কইনাৰ বিয়া পাতিছিল। খাচিয়া ভাষাত কথা ক'বলৈ শিকিছিল। কেতিয়াবা নাম-ঘৰৰ ওচৰৰ পথাৰখনত খেলিছিল। ৮।৯ বছৰৰপৰাই মতা মানুহ দেখিলেই লাজ কৰিবলৈ শিকিছিল। অসম-ক্লাবত মাজে-সময়ে ভেৰাইটি শ্বো চাইছিল আৰু নিজে ডাঙৰ হৈ নচা, গান-গোৱাৰ সপোন দেখিছিল। মাক-আইতাক আদিয়ে কৰা পৰ-চৰ্চা কাণ পাতি শুনিছিল—সুবিধা পালেই ভাগো লৈছিল। মিচেচ্ বৰাৰ মনত পৰি গ'ল, কিমান মানুহৰ বদনামবোৰ এনে আলোচনাৰ ভিতৰেদি তেওঁ সেই বয়সতে জানিছিল—মানুহবোৰক চিনি নোপোৱাকৈয়ে। আৰু, মনত পৰি গ'ল—সদায় নাকে-কাণে এসোপা খাই কাপোৰ পিন্ধি পিন্ধিয়েই অফিচলৈ লৰ ধৰা বাপেকৰ কথা। কেতিয়াবা বাহিৰে বাহিৰেই বজাৰ কৰি হে ঘৰলৈ আহিছিল। আহি হাত-মুখ ধুই চাহ খাইছিল চিম্নিৰ ওচৰত বহি। তাৰ পিচত কথা কৈছিল—অফিচৰ ফাইলৰ কথা, ওপৰৱালাক কথা শুনোৱাৰ কথা, ফাইলত সাংঘাতিক নোট দিয়াৰ কথা। সেই সময়ত মিচেচ্ বৰাই ভাবিছিল তেওঁৰ বাপেক নহ'লে গোটেই 'গৰ্মেণ্ট'টোৱেই অচল হৈ যাব। কেতিয়াবা সন্ধিয়া বাপেকৰ লগতে তেৱোঁ গৈছিল লাবান বজাৰলৈ। কেৰাণীৰ জীৱনৰ দৰেই অতি ক্ষুদ্ৰ পৰিসীমা এই বজাৰখনৰ। দুটা আলি আৰু এখন বাৰীৰ সীমাই কৰা সৰু ত্ৰিভুজাকাৰ ঠাইকণত এই বজাৰখনৰ অস্তিত্বটোও যেন অনুগ্ৰহত হে বৰ্তি আছে। অতি ক্ষণস্থায়ী। সন্ধিয়া তিনি ঘণ্টামান হে বহে। ধূপ-কাঠিৰ জোৰৰ ক্ষীণ পোহৰত মানুহবোৰ পিৰপিৰাই ফুৰে। ধূপ-কাঠ পোৰাৰ সুগন্ধ গেলা মাছে তল পেলায়। কম মানুহেৰেই ভৰি পৰে বজাৰখন। তেতিয়া কিন্তু মিচেচ্ বৰাৰ কাৰণে এইখন ডাঙৰ বজাৰ আছিল। ৰঙা তামোলৰ পিক্ চেকা বান্ধি ক'লা পৰা ওঁঠত হাঁহি বিৰিঙাই কোনোবা খাচিয়ানী দোকানীয়ে বাপেকক কেতিয়াবা কয়—"দেখ বাবু, খালি তুমকো বাকী দেতা হে। গিয়া মহিনাকা পইচা তুম্ কিন্তু নাহি দিয়া?" বাপেকৰ পইচাৰ অভাৱটো ভাবি তাইৰ বেয়া লাগিছিল। কিন্তু বাপেকে এদিন বজাৰৰপৰা ঘূৰি আহোঁতে কৈছিল—"এই খাচিয়ানীবোৰে মানুহ চাই হে বাকী দিয়ে। মোক সিহঁতে বিশ্বাস কৰে।" সেইদিনা মিচেচ্ বৰাই ভাবিছিল—বাপেক বৰ ডাঙৰ মানুহ, সাধাৰণ বজাৰৰ খাচিয়ানীয়েও বিশ্বাস কৰি বাকী দিয়ে।

* *

একে লাবানতে থকা সহকাৰী ডাইৰেক্টৰৰ পুতেক বীৰেন। ধুনীয়া চেঙেলীয়া ডেকাটো। দেখিলেই মৰম কৰিবৰ মন যায়। মিচেচ্ বৰাৰ মনত পৰিল, যি সময়ত বহুত ল'ৰাৰ মাজত হঠাতে এদিন বীৰেন ল'ৰাটোক কিবা ভাল লগা যেন লাগিছিল। সেই সময়ত তেওঁৰ নিজৰ বয়স আছিল চৈধ্য বছৰ। সি এড্মাণ্ড কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়িছিল। ধুনীয়া চকুহালেৰে পৰিপাটি ল'ৰাটো—তেওঁৰ ভাল লাগিছিল। লাবানত হোৱা পূজা, বিহু আদি উৎসৱত স্বেচ্ছাসেৱিকা হোৱাৰ যোগেদি তেওঁৰ বহুতৰ লগতে চিনাকি হৈছিল—বীৰেনৰ লগতো হৈছিল।

তাৰ পাচত মেঘু কেতিয়াও সোণাবালি বাগিচালৈ যোৱা নাছিল। সি অহাৰ দহ মাহমান পিচতে চাহাব মৰিছিল। কিছুমানে কৈছিল কিবা অচিন ৰোগত মৰা বুলি। মেঘুৱে বিশ্বাস কৰিছিল, মেমচাহাবে হত্যা কৰা বুলিয়েই। কাৰণ সি থাকোঁতেও দুয়ো দুটা বেলেগ কোঠাত শুবলৈ লোৱা সি নিজে দেখি আহিছিল। ঘুনুক-ঘানাকৈ সি শুনিবলৈ পাইছিল, পুৰুষানুক্ৰমে হোৱা কিবা বেয়া ৰোগ চাহাবৰ হোৱা বুলি।··· তাৰ বহুত দিন পাচত সি হীৰাখনি চাহ-বাগিচাত কাম লৈছিল। তাতে হঠাতে এদিন মৃণাল আৰু মৃণালৰ মাকক দেখিছিল—প্ৰায় সাত বছৰ পাচত। মৃণালৰ মাকে কিন্তু তাক চিনি পোৱাৰ কোনো চিন দেখুউৱা নাছিল।··

# শ্বিলং—যোৰহাট—শিৱসাগৰ

[ হীৰাখনি চাহ-বাগিচালৈ ]

**শ্বিলং, ১৫ ফেব্ৰুৱাৰী, ( আবেলি ৩ বজাত )**—বহাবপৰা অভয় উঠি গৈ বিচনা পালেগৈ। ক'ৰবালৈ যাবলগীয়া আছে নেকি ভাবি চাব খুজিও বাদ দিলে। আকাশত বেলিটোৱে ভাৱৰৰ মাজত সোমাই ঘুৰ্ম্টিয়াই কিবা বিচাৰি ফুৰিছে। ৰ'দ অকণো নাই। বতাহে সৰল গছবোৰক ব্যতিব্যস্ত কৰি তুলিছে—কি যেন বিচাৰি। অভয়ে বিচনাত উঠি লেপখন মূৰলৈকে টানি ল'লে। সি যেন বৰ্ত্তমানৰ সকলো পাহৰি অতীতৰ কিবা বিচৰাৰ যোগাৰ কৰিলে। যেঘুৰ অতীতে তাৰ অতীতকো পাহৰণিৰপৰা যেন উদ্ধাৰ কৰি আনিলে।

১৯৫৫ চনৰ আৰম্ভণিতে অভয় প্ৰথম শ্বিলঙলৈ আহিছিল। কলিকতীয়া খবৰ-কাগজৰ ৰিপোৰ্টাৰ অভয় দত্তক শ্বিলঙত বহুতে বহুত ধৰণেৰে চিনি পাইছিল। প্ৰায় ৮ মাহ থাকি সি বদলি হৈ কলিকতালৈ ঘূৰি গৈছিল। তাৰ পাচত এইবাৰ সি আকৌ শ্বিলং পাইছেহি—আজি এমাহমানৰ আগতে হে।

এই চাৰি বছৰে পৃথিৱীখনৰ বহুত পৰিৱৰ্ত্তন হৈছে। কবিৰ কল্পনাৰ প্ৰেমিক চন্দ্ৰ আৰু ধৰ্মৰ চন্দ্ৰলোকৰ সপোন ভাঙি স্পুট্নিকে মহাশূন্যলৈ যাত্ৰা কৰিছে। আগেয়ে "বেজি এটি দিয়া"—বুলি জোনলৈ-হাত-মেলা-বয়সৰ ল'ৰা-ছোৱালীয়ে আজি জানিব খোজে—চন্দ্ৰলৈ মানুহ কোন বছৰত যাব। তথাকথিত গণতন্ত্ৰ আৰু সাম্যবাদৰ ম'হ-যুঁজত অনেক বিবিণা-জীৱন মধিমূৰ হৈছে। ৬০০ মাইল বেগী উৰা-জাহাজত উঠি মানুহে প্ৰশ্ন কৰিছে—পোহৰৰ সমান বেগী উৰা-জাহাজ এতিয়াও ওলোৱা নাই নে? গতি বিচাৰি, প্ৰগতি বিচাৰি, নোপোৱাক বিচাৰি জগত আগুৱাই গৈছে।......এই শ্বিলংখনবো পৰিৱৰ্ত্তন হৈছে চাৰি বছৰে, কিন্তু চক্ৰৱৎ পৰিৱৰ্ত্তন হে—চক্ৰাকাৰ ঘটঘটীৰ দৰে সেই পৰিৱৰ্ত্তন উৰ্দ্ধগামী নহয়, পুনৰাবৃত্তি হে। মুকলি সেউজীয়া পথাৰবোৰত ভাঙৰ ডাঙৰ পকী-ঘৰ হৈছে। সেই সৰল গছবোৰ—আগেয়ে তাৰ মনৰ প্ৰতিবিম্ব দেখা সৰল গছবোৰ—কাটি শ্বিলংখন নাওঠ কৰিছে। খঙতে সি বিৰবিৰাই ক'লে, 'আদিম যুগৰেপৰা গছ কটাটোৱেই মানুহৰ কাৰণে এটাইতকৈ সহজ কাম—চৰকাৰৰ কাৰণেও সহজ।' কিমান অচিনাকি যেন হৈ গৈছে শ্বিলংখন! মানুহ বাটৰ বাঁওফালে যোৱা নিয়ম গুচি সোঁফালে যোৱা নিয়ম হৈছে। তাৰ বহুত পুৰণি বন্ধু-বান্ধৱীয়ে ল'ৰা-ছোৱালীৰ মাক-বাপেক হৈ শৰীৰক সুন্দৰ কৰি ৰখা কষ্টসাধ্য কামৰপৰা অৱসৰ লৈছে। মনে মনে সি হাঁহিয়েই দিলে, এইবাৰ আহি কেবাটাও পুৰণি ফিট্-ফাট বন্ধুক অধলা দেখাৰ কথাটো মনত পৰি। আৰু এটা কথা সি লক্ষ্য কৰিছে। বঙলাত থকা বহুত বৰ বৰ বিষয়া পেঞ্চন লৈ সক সকৈ মাজি লোৱা নিজৰ ঘৰ বা ভাড়া-ঘৰত লোৱাইছেগৈ—বাৰ্দ্ধক্যৰ অৱসাদ লৈ। এই পেঞ্চন পোৱা চৰকাৰী চাহাৰী বিষয়া-বোৰলৈ তাৰ খুব পুতৌ হয়। সুসজ্জিত চৰকাৰী বিৰাট বঙলা হেৰুৱাই, মসৃণ

মতেলৰ চৰকাৰী মটৰ-গাড়ী ওতোতাই দি, যেচেৰাইত ঠিককৰা হয়। নিজৰ গাঁও বা ঘৰলৈও ঘূৰি নাযায়—শ্বিলঙতে থাকে। কাৰণ, ইমান দিন চৰকাৰী ক্ষমতাৰে তেওঁলোকে নিজক গঢ়ি তোলে নিজ গাঁও বা ঘৰৰপৰা একেবাৰে বেলেগ কৰি। সেইদৰে তাত গৈ মিলিব পৰাৰ সাহস আৰু নাথাকে—ইচ্ছাও নাথাকে। শ্বিলঙতো তেওঁলোক কম অনাদৃত নহয়। কোনো চৰকাৰী বা ক্লাবৰ পাৰ্টি আদিলৈ লাহে লাহে নিমন্ত্ৰণ নোপোৱা হয়। ৰাজভৱনৰ নিমন্ত্ৰিতৰ তালিকাৰপৰা তেওঁলোকৰ নাম কাটি দিয়ে, চাপ্ৰাচিয়ে চালাম দিবলৈ পাহৰে। যেচেৰাইতে পুৰা-গধূলি হাতীৰ দাঁতৰ মুঠি লগোৱা লাখুটি লৈ বাটে বাটে হাৰা থায়, বিয়া-সৰাহলৈ ধুতি-পাঞ্জাবী পিন্ধি 'ইণ্ডিয়ান' হৈ যায়, কুকুৰ পোহে আৰু শ্ৰোতা পালে চৰকাৰৰ দোষ উলিয়াই সমালোচনা কৰি কয়, 'অমুক চাহাবৰ দিনত মই চেলেঞ্জ কৰিছিলোঁ এটা পলিচি লৈ। যাৰ যেন চাহাবটো পিচত মেহুৰী হৈ কৈছিল, মোৰ জাজ্‌মেণ্ট কাৰেক্ট……কিন্তু, দেশী চৰকাৰৰ তলত কাম কৰি সেই সুখ নাপালোঁ। তথাপি অফিচৰ ডিকোৰাম ৰক্ষাৰ কাৰণে প্ৰায়ে মই মন্ত্ৰীৰ লগত তৰ্কা-তৰ্কি কৰিছিলোঁ আৰু মোৰ মত মানিবলৈ বাধ্য কৰাইছিলোঁ। একো নাজানেতো, একেবাৰে নতুন মানুহ'……তাৰ পাচত হয়তো হুমুনিয়াহ কাঢ়ি কয়—'সেই কেৰেক্টাৰৰ জোৰ আজিৰ ডেকা অফিচাৰৰ মাজত ক'ত পাবা? সকলোৱে মন্ত্ৰীক তেল দিয়াতেই ব্যস্ত'।…যেচেৰাইতক সকলোৱে এৰৰীয়া কৰে। জীৱনৰ সকলো আনন্দ হেৰুৱাই ৰামকৃষ্ণ মিচন বা অৰবিন্দ চক্ৰত তেওঁলোকে পৰমানন্দক বিচাৰে। ক্ষমতাৰ লোভত তেতিয়াও তেওঁলোকে চৰকাৰী উপদেষ্টা বা বিশেষজ্ঞৰ চাকৰি বিচাৰে, বিলাতী ফাৰ্মৰ চাকৰিৰ কাৰণে আবেদন কৰে।……

আৰু বহুত পৰিবৰ্তন হৈছে—যিবোৰৰ লগত তাৰ ব্যক্তিগতভাৱে সম্বন্ধ আছিল। কংচিয়ে আজি দুবছৰৰ আগতে বিয়া কৰালে। চেৰাপুঞ্জিত আছেগৈ। আজিকালি তাই মতা মানুহক ভয় নকৰে। জাহু এতিয়া মিচেচ্ দুৱৰা হৈছে—শ্বিলঙতে আছে বোলে। মিস্টাৰ বৰা বদলি হোৱাত মিচেচ্ বৰাও বৰ্তমান শ্বিলঙত নাই। যাপথনে কলিকতাত তাৰ লগতে থাকি মেট্ৰিক পাছ কৰিলে। এতিয়া প্ৰেছত কাম কৰে। ভাল দৰমহা পায়। মহেশ একেদৰেই শ্বিলঙতে ৰিপোৰ্টাৰ হৈ আছে। মিনতিজনীৰো কোনো পৰিৱৰ্তন নাই।

কিন্তু, সি ঘূৰি-পকি দেখিছিল—শ্বিলঙত কিছুমান কথাৰ কোনো পৰিৱৰ্তন নাই। বিজুলী চাকিৰ বগা খুঁটাবোৰ একেদৰেই চূণৰ লেপাৰে পখৰা-পাখৰী হৈ আছে। তাৰ হাঁহি উঠিল এটা কথা মনত পৰি। কোনে জানো তাক এদিন কৈছিল—'শ্বিলঙৰ বাটৰ দাঁতিত খুণ্টাবোৰ থৰ লাগি ৰৈ থাকিলে মানুহে আপোনাৰ গাতো চূণ সানিব'।……তামোলৰ বগা পিক ৰবযুগে ধুই এতিয়াও শেষ কৰিব পৰা নাই। সৰু সৰু মদৰ দোকানত বা বুঢ়ী খাচিয়ানীৰ ঝুপুৰীৰ ভিতৰত সৰু সৰু মানুহৰ ভিৰ, বৰ বৰ ক্লাবত বৰ বৰ মানুহৰ পেতাৰিং, কৃত্ৰিম বাৰ্ড লেকত কৃত্ৰিম প্ৰেমৰ অভিনয়—সকলো একেই আছে।

প্ৰথম শ্বিলঙলৈ অহাৰ কাৰণটো মনত পৰি তাৰ কিবা কিবা লাগি গ'ল। বহুত আশা লৈ সি আহিছিল—ৰামে সীতাক উদ্ধাৰ কৰিবলৈ যি অত্যাচাৰী ৰাৱণক

সৰৱলে নিখন কৰাদি, সিও যেন পদুমীৰ কাৰণেই তাঁতি-ছিঁড়ি শেষ কৰি দিব—যুগে যুগে পাপেৰে গঢ়া এখন সমাজ। কিন্তু, পদুমীক বিচাৰি নাপাই সি বুজিছিল, যৌৱনৰ উন্মত্ততাত সহজে যেন লগা সকলো কামেই বাস্তৱত তাক লগাকৈ কঠিন হৈ পৰে। আৰু বুজিছিল, যিখন সমাজৰ বিৰুদ্ধে তাৰ অভিযোগ, সেইখন সমাজৰ প্ৰভাৱেৰেই ভৰা তাৰ নিজৰ মনটোও। তাৰ স্বাৰ্থত আঘাত লগা কাৰণে যি অভিযোগে তাৰ মনত ঠাই লৈছিল, সি স্থায়ী নহ'ল। যি পদুমীৰ কাৰণে সি গোটেই জীৱন শেষ কৰি দিবলৈ ওলাইছিল, সেই পদুমীৰ কথা তাৰ কাৰণে স্মৃতি হৈ পৰিছিলহি। সময়ে মনৰ পথাৰত ন ন কঠীয়া সিঁচে। পদুমীৰ প্ৰতি তাৰ ভাল পোৱা কিমান পবিত্ৰ আছিল, সেই কথা প্ৰমাণ কৰিবলৈ যত্ন কৰি সি কৃতকাৰ্য হৈছিল। সেই কৃতকাৰ্যতাই আনি দিছিল, তাৰ নিজৰ বিষয়ে গৰ্ব কৰাৰ সুবিধা। সেই গৰ্বৰ অন্ধকাৰত পদুমী লাহে লাহে তাৰ মনতো হেৰাই গৈছিল। নিজকে অকৃত্ৰিম বুলি ধৰি লৈ নিজৰ কৃত্ৰিমতাৰ মাজত সি এৰি দিছিল। মাজে মাজে পদুমীৰ কাৰণে দুখ কৰি বিলাসিতা কৰিছিল। পুৰণি সমাজ-ব্যৱস্থাক গালি পাৰি নিজৰ প্ৰগতিবাদী মনৰ বড়াই কৰিছিল। আৰু ভাবিছিল, এজনী ছোৱালীৰ লগত শেষ কৰি দিয়া প্ৰেমবোৰ পুনৰ নতুন ছোৱালীৰ আগমনত একে উন্মাদনা লৈ হিয়াত উপচি পৰেহি। জীৱনত নতুন বসন্ত আহে। বুজাই দিয়ে—হেৰাই যোৱা প্ৰেমৰ স্মৃতি লৈ গোটেই জীৱন হা-হুমুনিয়াহ কাঢ়ি পিচলৈ চাই বৈ থাকিলে, আনৰ পুতৌৰ পাত্ৰ হ'ব পাৰি, কিন্তু নিজক মানুহ বুলি পৰিচয় দিব নোৱাৰি। আপোন যৌৱনৰ সুখ গতিক অস্বীকাৰ কৰাৰ অপৰাধত বাৰ্দ্ধক্যই জীৱন বিষাক্ত কৰি তোলে।·····দিনবোৰ গৈ আছিল। মহেশ আৰু মিনতিৰ লগত বৰ বৰ সংস্কাৰৰ কথা পাতি আধুনিকতা কৰিছিল। নিজকে বুজাইছিল—জীয়াই থকা মানুহৰ মাজত জীয়াই থাকিব লাগিব। নতুনক পুৰণিতকৈ ভাল কৰিব লাগিব। তেহে পদুমীক ভাল পোৱা সাৰ্থক হ'ব—পদুমীবোৰৰ জীৱন-দান ধন্য হ'ব।

নতুন পৰিস্থিতি যিমানেই অসহ্য হওক, মানুহ সহজেই তাত খাপ খাই পৰে। পাৰিপাৰ্শ্বিকতাই লাহে লাহে সন্ধিয়াৰ আন্ধাৰৰ দৰেই মনটোক আবৰি ধৰে। তুলসীৰ তলত দিয়া মাটিৰ চাকিটোৰ চাৰিওফালে বৈ থকা অন্ধকাৰৰ দৰেই বিদ্ৰোহী ডেকা মনৰ চাৰিওফালে ধৈৰ্যৰে বৈ থাকে সমাজৰ সংস্কাৰ-নীতি বাধ্য-বাধকতাৰ অন্ধকাৰ। বিপ্লৱৰ বতাহ এছাটিত দুৰ্বল হৈ পৰিলেই ডেকা মনৰ পোহৰকণ চেপি ধৰি শেষ কৰি দিয়ে। অজয়ৰ মনতো সেই সময়ত প্ৰভাৱ বিস্তাৰ কৰিছিল বিলতীয়া ভাবধাৰাই। সি কিন্তু গম পোৱা নাছিল। নিজকে সমাজ-বিদ্ৰোহী বুলি ঠিৱাং কৰি লৈছো সেই কাৰণেই সি বিলাসী ধনীৰ দৰে ভাবি ভাবি ভাল পাইছিল, প্ৰেমৰ কথা। নিজকে নিজে সি বুজাইছিল—পৃথিৱীত সকলো প্ৰেমৰে—সকলো ধৰণৰ প্ৰেমৰে ঠাই আছে। ছোৱালীৰ অপ্ৰকাশিত প্ৰেমৰ বেদনা-ভৰা চাৱনিত আছে প্ৰেম-চহকী হিয়াৰ ইংগিত, কোনোবা অৱহাত অকস্মাতে লগ পাই অচিনাকি গাভৰুক হঠাতে খাই দিয়া চুমাত আছে, কামনাক চিৰজীৱন ৰূপী কৰাৰ মোহ; যতেকৰ কাৰণে কোলাত শোৱাই [illegible] [illegible] গাভৰুক বুজাই আছে, নিজকে বিশেষৰ বিলাই দিব পৰা উদাৰতা

পৰকীয়া প্ৰেমত আছে, পিৰিয়েকক ভাগৰাই দিয়া উঠন বুকুৰ আদিম প্ৰেমৰ অনুৰক্ত সঁচা পিয়াহ। এতিয়া তাৰ ভাবিলেও লাজ লাগে এনেবোৰ যুক্তিৰে সি কেনেকৈ নিজে কৰা সকলো 'বেয়া কাম' ভাল বুলি নিজকে বুজাইছিল।

মিনতিহঁতৰ ঘৰত দিনটোৰ প্ৰাৰম্ভিনি সময় সি কটাই দিছিল। সেই সময়তে তাৰ নতুনকৈ অহা বিপদটোক প্ৰথমতে বিধাতাৰ আশীৰ্বাদ বুলিয়েই গ্ৰহণ কৰিছিল। জাহ্নুক প্ৰতিদিনেই তাত সি লগ পাইছিল। প্ৰথমতে তাৰ অসহ্য লাগিছিল—পিচলৈ আওকাণ কৰিছিল। কিন্তু জাহ্নুৰ মনৰ উদ্দেশ্য জানিও সি নজনাৰ ভাও ধৰি আছিল। জাহ্নুৰ তাৰ প্ৰতি দুৰ্বলতাৰ ইংগিত মিনতিয়েও তাক দিছিল। কৈছিল—'তোমাৰ কাৰণেই ছোৱালীজনীৰ বহুত পৰিৱৰ্তন হৈছে। দেখিছা, আজিকালি কেনেকৈ সদায় বিহা-মেখেলা পিন্ধে, সিও কম দামী। আজিকালি তাই স্নো-পাওদাৰ লগোৱা দেখিছা নে?' সঁচাকৈয়ে ছোৱালীজনীৰ অদ্ভুত পৰিৱৰ্তন হৈছিল। মহেশে কৈছিল, 'অফিচাৰৰ ছোৱালী বুলিয়েই বেয়া হ'ব নে আৰু? বাপেক-মাকৰ শিক্ষাত হে তেনেকুৱা হৈছিল। এতিয়া দেখিছ, কিমান সহজ-সৰল হৈ পৰিছে, মোৰে মৰম লগা হৈছে'। সিহঁতে নক'লেও অভয়ে বুজিছিল, জাহ্নুক বিয়া কৰাব লাগে বুলিয়েই ক'ব খোজে। জাহ্নুৱে যে তাক প্ৰেমিক ৰূপে পাবলৈ বিচাৰে, এই সকু কথাটো বুজিব পৰা বুধ তাৰ আছিল। সি ভালকৈয়ে জানিছিল যে প্ৰেমত পৰি ছোৱালী কেতিয়াও বিমুখ হ'বলৈ নিবিচাৰে। লগতে সি আৰু জানিছিল যে জাহ্নুক তালৈ বিয়া দিবলৈ তাইৰ মাক-বাপেকৰ কোনো 'গৰজ' পৰা নাই। গতিকে, এনেবোৰ প্ৰেমৰ পৰিণতি কেতিয়াও বিয়া হ'ব নোৱাৰে।

এদিন সি মিনতিহঁতৰ ঘৰতে বহি কথা পাতি আছিল। মিনতিয়ে কৈছিল, তাইৰে কোনোবা এজনী বান্ধৱীৰ কথা—বাপেক-মাকে কোনোবা এটালৈ জোৰকৈ বিয়া দি কেনেকৈ তাইৰ জীৱনটো নষ্ট কৰিলে। দাৰ্শনিকৰ গাম্ভীৰ্য লৈয়েই মিনতিয়ে সেইদিনা মন্তব্য কৰিছিল, "জানা অভয়দা, বহুত পাপৰ প্ৰায়শ্চিত্ত কৰোঁতে গোটেই মানৱ জাতিয়েই নিৰ্মূল হোৱাৰ আশংকা আছে। তাৰ ভিতৰৰে প্ৰধান দুটাৰ এটা হৈছে—চালুকীয়া ৰাজনীতিৰ হাতত মানুহৰ শৈশৱত চিন্তাপ্ৰসূত বিজ্ঞান আৰু ধৰ্মক খেলাৰ পুতলা কৰি এৰি দিয়াটো, আৰু আনটো হ'ল—ধৰ্ম-সংস্কৃতি-সংস্কাৰ-সাহিত্য-শিল্পকলা-লৌকিকতা আদি সকলোৰে যোগেদি নাৰীৰ নিজৰ বিষয়ে ভাবিব পৰা শক্তিটোকো পঙ্গু কৰাৰ পাপ। এই পৰাধীনতা সম্যকভাৱে যিদিনা নাৰীয়ে বুজিব, সেইদিনা বহুত ধৰ্ম, বহুত সমাজ, বহুত তাজমহল নিশ্চিহ্ন হৈ যাব।" ভাৱ-প্ৰৱণতাৰ দাৰ্শনিক আত্মপ্ৰকাশ বুলি অৱজ্ঞা কৰিব নোৱাৰি, সেইদিনা সি সঁচাকৈয়ে ভাবিছিল সেই ছোৱালীবোৰৰ কথা। তাৰ দুখ লাগিছিল—আপোন গৰ্ভত অন্ধ হৈ বাপেক-মাকে নিজে নিজ হাতেৰে বলি দিয়া ছোৱালীবোৰৰ কথা ভাবি। পুৰুষৰ উদাৰতাৰ বৰ্ণনা দি, প্ৰেমৰ কাৰণে পুৰুষে কৰা ত্যাগৰ মহিমা প্ৰচাৰ কৰি লিখা ইতিহাস পৃথিৱীত আছে। কিন্তু, নিৰ্বাক হৈ তিল-তিলকৈ জীৱন আহুতি দিয়া এই ছোৱালীবোৰ, এটা মানুহক বাধ্য হৈ নিজক দান কৰি বিতৃষ্ণাৰে ভৰা জীৱন ক'বা-ছোৱালী-ভোলা এই-ছোৱালীবোৰ—ইহঁত কি সদায় এইদৰেই থাকিব? হঠাৎ

তাৰ জাহ্নুৰ কথাটো মনত পৰি গৈছিল। তেন্তে কি সি নিজে নজনাকৈ জাহ্নুৰ পক্ষ লৈয়েই সমগ্ৰ নাৰীজাতিৰ কথা ভাবিছে?……খন্তেকতে সি একো নোকোৱাকৈ তৃপ্-তৃপ্‌কৈ ওলাই গৈছিল।

আন এদিনৰ কথা। মহেশ ঘৰত নাছিল। বাহিৰ-ঘৰত নে ভিতৰৰ আন ক'ৰবাত মিনতি কিবা কামত লাগি আছিল। সি ড্ৰয়িং-ৰুমত বহি কিবা কিতাপ এখন আগত মেলি লৈ আকাশ-পাতাল ভাবিছিল। এনেতে অতি মনে মনে জাহ্নু সোমাই আহিছিল। গাত মুগাৰ মেখেলা আৰু কপাহী চাদৰ, ভৰিত এযোৰ পুৰণি চেণ্ডেল, মূৰৰ চুলিবোৰেৰে পিঠিটো ঢকা। কিবা যেন ক্লান্ত হৈ আহিছিল। সিয়েই প্ৰথমে মাত লগাইছিল, "কি খবৰ মিচ্‌ হাজৰিকা? কালি দেখোন দেখা-সাক্ষাতেই নহ'ল। আৰু, আজিও দেখোন কিবা শুকান শুকান ভাব।" আগদিনা সঁচাকৈ অহা নাছিল তাই, আৰু, নহাটো অভয়ে অনুভৱো কৰিছিল। তাৰ কথাকিটা তাই আগদিনা নহাৰ কাৰণে অভিযোগ কৰা যেন শুনাইছিল নেকি? এটা ওঁঠ বোলোৱা হাঁহি মাৰি তাই তাৰ ওচৰেদিয়েই পিচফালে থকা বুক্‌-চেল্‌ফ্‌টোৰ ওচৰলৈ গৈছিল। তাৰ হাতত তাইৰ মেলা-চুলিৰ আগটো লাগিছিল। তিতা। "নিশ্চয় গা ধুই উঠিয়েই আহিছে"—সি ভাবিছিল হে। কিন্তু, ছোৱালীৰ এই শুকাবলৈ ধৰা তিওৱা চুলিৰ গোন্ধটো বৰ ভাল লাগে তাৰ। কিবা ঝিম-ঝিম কৰি দিয়ে তাৰ মনটো। তেনেকুৱা আধা শুকোৱা ভাঠ চুলিত তাৰ নাকটো লুকাই দিবৰ মন যায়। কিন্তু, জাহ্নুৰ চুলিত তো আৰু নোৱাৰি।

বুক্‌-চেল্‌ফ্‌ৰ কিতাপৰ মাজত হয়তো নথকা কিতাপ এখনকে বিচাৰি বিচাৰি জাহ্নুৱে কৈছিল—তালৈ নোচোৱাকৈয়ে:

"পৰহি যে আমি ইয়াত আলোচনা কৰিছিলোঁ, কথাবোৰ মনত আছে?"

অভয়ৰ ঠিক মনত পৰা নাছিল। তেতিয়া জাহ্নুৱেই আকৌ কৈছিল, 'সেই—টকাই কেনেকৈ মনৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে।' ……অভয়ৰ মনত পৰি গৈছিল। দুদিন আগতে সেই ঠাইতে বহি মহেশ, মিনতি আৰু জাহ্নুৰ লগত বেচ তৰ্ক কৰিছিল সি। মহেশে কোনোবা এখন উপন্যাসৰ নায়ক এটাৰ উত্থাপন কৰি কৈছিল, হেজাৰ বিপদ-আপদ-দুখ-কষ্টৰ মাজতো প্ৰকৃত প্ৰেম দূষিত নহয়। জাহ্নুৱে সমৰ্থন কৰিছিল। মিনতিয়ে মন্তব্য কৰিছিল, মহেশৰ মুখত প্ৰেমৰ কথা অতি আচহুৱা যেন লাগে বুলি। অভয়ে তৰ্ক বঢ়াবৰ কাৰণেই কৈছিল—টকা-পইচা থাকিলে হে প্ৰেম। দুদিন পেটত ভাত নপৰিলে প্ৰেম উৰি যায়।……ইত্যাদি।

"অ', এৰা পাহৰিছিলোঁৱেই। কিন্তু, হঠাৎ সেই কথা মনত পৰিল কিয়?"—সি আচৰিতেই হৈছিল।

"আপোনাৰ মন্তব্যটো মিছা আছিল, তাকে ক'ব খুজিছোঁ।"—জাহ্নুৱে কিতাপ বিচাৰি থকা অৱস্থাতেই কৈছিল।

"অ'…, কিবা নতুন যুক্তি কোনোবা কিতাপৰপৰা বিচাৰি উলিয়ালে নেকি?"—অভয়ে ওপৰত ওলমি থকা লাইটটোলৈ চাই সুধিছিল।

"কিতাপ পঢ়ি নহয়, পৰীক্ষা কৰি চালোঁ। পৰহি বাতিৰপৰা আজি এতিয়ালৈকে

পূৰা দুদিন লগোন দিলোঁ...”—অভয় অবাক হৈ একেথৰে বৈ গৈছিল। তাই তেতিয়াও কিতাপ বিচাৰি আছিল।

“কিন্তু ক’তা, মই বিজনক ভাল পাওঁ, তেওঁৰ কথা দেখোন বেছিকৈ হে মনত পৰিল”—খুব সহজভাবে সাধাৰণ কথা কোৱাদি কথাকিটা কৈ আমু খিয় হৈছিল, হাতত কিতাপ এখন লৈ। এনেকুৱা সক ল’ৰা-ছোৱালীৰ নিচিনা জেহ যে আমুৰ নিচিনা ডাঙৰ ছোৱালী এজনীৰ থাকিব পাৰে, সি ভবাও নাছিল। তৰ্কৰ খাতিৰত তৰ্ক কৰি অনাহকত ‘সৰল’ আমুজনীক দুদিনকৈ লগোনে ৰখাৰ কাৰণে তাৰ নিজকে বৰ দোষী যেন লাগিছিল। মুখখন তাইৰ কিয় শুকান লাগিছিল, তেতিয়া হে সি বুজিছিল। তাৰ খুব জানিবৰ মন গৈছিল, ইমান ভাল পোৱা সেই ডেকাজন নো কোন? ভয়ো লাগিছিল—যদি ‘তুমি’ বুলি কৈ দিয়ে। যদি কয়? ··কোনো কথা ঠিক কৰি মনটোক শান্ত কৰিব নোৱাৰিয়েই সি সুধি পেলাইছিল, “যদি বেয়া নাপায়, তেন্তে সুধিব পাৰোঁ নে—সেইজন নো কোন?” সুধি সি নিজেই ৰঙা পৰি গৈছিল। তাইলৈ ঘূৰি চাব পৰা নাছিল। আন কাৰোবাৰ নাম কৈ দিলে কি হ’ব বুলি তাৰ আত্ম-গৌৰবটোৱে তাক সুধিছিল। মহেশ সোমাই আহিছিল। সি ৰক্ষা পৰিছিল।

এই ঘটনাৰ তিনি-চাৰি দিন পিচতে বোধকৰোঁ, চৰকাৰী কামত বাপেক ডিব্ৰুগড়লৈ যাওঁতে লগতে আমুকো লৈ গৈছিল। অভয়ৰ অলপ বেয়াই লাগিছিল, মিনতিৰ মুখে খবৰটো শুনি। আন নহ’লেও, এজনী ছোৱালীৰ অন্তৰত ঠাই পোৱা বুলি জানি ভাল লাগে—ক্ষণস্থায়ীয়েই হওক বা দীৰ্ঘস্থায়ীয়েই হওক। অপ্ৰকাশিত প্ৰেমক প্ৰকাশৰ সুবিধা দিবলৈ বাট বিচাৰি ফুৰা ছোৱালীবোৰৰ লগত কথা পাতিও ভাল লাগে।

বোধকৰোঁ সেইদিনাই সি অৰ্ডাৰ পাইছিল কলিকতালৈ ঘূৰি যাবলৈ। মনে মনে ভাল লাগিছিল। জইন কৰিবলৈ তাক এমাহ সময় দিছিল। সেই বাবে সি ঠিক কৰিছিল, এই এমাহ এনেয়ে বহি থকাতকৈ উজনি অসমখনতে ঘূৰি আহিবগৈ। উজনি অসমৰ কথা ভাবোঁতেই তাৰ বানপানীৰ কথা মনত পৰিছিল। তাৰ আগৰ বছৰত হোৱা বানপানীত সি যোৰহাটতে আছিল। তেতিয়া চাকৰি কৰা নাছিল। সেই ১৯৫৪ চনৰ বানপানীৰ কথা মনত পৰিলে এতিয়াও তাৰ বেয়া লাগে। আন বহুত ছাত্ৰৰ লগতে ডিব্ৰুগড়ত দুৰ্দশাগ্ৰস্তসকলক সহায় কৰিবলৈ স্বেচ্ছাসেৱক হৈ সিও গৈছিল। বহুত অপমান বিনা-প্ৰতিবাদে মূৰত লৈ সি ঘূৰি আহিছিল। এমুঠি চাউলৰ কাৰণে, এটুকুৰা কাপোৰৰ কাৰণে, মূৰ সুমাবলৈ অকণমান ঠাইৰ কাৰণে হাহাকাৰ কৰি, খোৱা বস্ত্ৰ-নিয়া-মাওবোৰৰ চাৰিওকালে আকুল হৈ বৈ থকা সেই মানুহবোৰ এতিয়াও তাৰ চকুৰ আগত ভাহি উঠে—এতিয়াও সি নাজানে সেইবোৰৰ কিমান মানুহ বাচি থাকিল। সেই মানুহবোৰ—বিদেশী মুদ্ৰাৰ উপাৰ্জনেৰে দেশৰ কাৰণে আধুনিক বৈজ্ঞানিক যন্ত্ৰপাতি কিনিবলৈ তেজক পানী কৰি কাম কৰা সেই মানুহবোৰ, উৰাজাহাজ-মটৰগাড়ী চালু ৰাখিবলৈ তেল কোম্পানিত পুতেকক কাম কৰিবলৈ পঠোৱা সেই বুঢ়ী মাককিজনী, চৰকাৰী বা বেচৰকাৰী তোজ-ভাত-উছৱত

চাউল যোগাবলৈ উথুৰা চাউলৰ পইতা-ভাত খাই কণ-জহাৰ খেতি কৰা সেই সবল খেতিয়কবিলাক, গান্ধীৰ নামত চৰকাৰৰ কথা মতে কুটীৰ শিল্পেৰে দেশ চহকী কৰিবলৈ যত্ন কৰা সেই বুঢ়ী-গাভৰুবোৰ, ভৱিষ্যৎ ভাৰতৰ 'উপযুক্ত' নাগৰিক হ'বলৈ উঠি অহা সেই বুকুৰ-হাড় লেখিব পৰা ল'ৰা-ছোৱালীবোৰ—সকলোৰে মুখত যেন লিখা আছিল একো একোটা প্ৰশ্ন। বোবাৰ দৰে মনে মনে থকা সেই মুখবোৰে তাক যেন চাৰনিৰেই সুধিছিল—'হয় নে, বিজ্ঞানে বোলে বহুত অসম্ভৱকো সম্ভৱ কৰিছে? ব্ৰহ্মপুত্ৰতকৈ ডাঙৰ নদীও বোলে মানুহৰ ইচ্ছামতে চলিবলগীয়া হৈছে? বিজ্ঞানে বোলে ব্ৰহ্মপুত্ৰৰ নিচিনা নদী নিয়ন্ত্ৰণ কৰি অসমৰ নিচিনা এখন দেশকে চহকী কৰি তুলিব পাৰে? তেন্তে আমাৰ এই অৱস্থা কিয়? নে, পুৰণি বিশ্বাস মতে আধুনিক চৰকাৰেও বছৰি ব্ৰহ্মপুত্ৰক নৰ-বলি দি যাবলৈ ঠিক কৰিছে? তোমালোক শিক্ষিত-সকলে সেইবোৰ অন্ধবিশ্বাস এৰি পেলাবলৈ আমাক উপদেশ দিয়াঁ। দেখোন?'...

এনেকুৱা বহুত প্ৰশ্নৰ আঁৰত লুকাই থকা অপমানেৰে তলমূৰ কৰি সি ঘূৰি আহিছিল। বুজি আহিছিল—আত্মসন্মানবোধ থকা এই সাহসী অসমীয়া খেতিয়কবিলাক এমুঠি চাউল দলিয়াই দি কিমান বেছি অপমান কৰা হয়, সিহঁতৰ আত্মনিৰ্ভৰশীলতাক পঙ্গু কৰি কিমান বেছি 'পাপ' কৰা হয়। পাঁচ বছৰ হৈ গ'ল। অসমত বানপানীৰ ৰাজত্ব একেদৰেই চলি আছে। মধ্যযুগীয় বুদ্ধিৰে খৰালি মথাউৰি বান্ধিছে, বাৰিষা উটাই নিছে। বানপানীত, আকালত, বেমাৰত মানুহ মৰিছে। অসমখন প্ৰকৃতিৰ লীলাক্ষেত্ৰ হিচাপে আছুতীয়াকৈ থৈ ডাঙৰ ডাঙৰ বৈজ্ঞানিকে বানপানী নিয়ন্ত্ৰণৰ কাৰণে গৱেষণা কৰিছে।

এইবোৰকে ভাবি-চিন্তি বহি থাকোঁতেই সেইদিনা বাঞ্জীৰ আহি ওলাইছিলহি হঠাৎ। বাঞ্জীৰে তাক জোৰ কৰিছিল সিহঁতৰ বাগিচাৰ ঘৰলৈ যাবলৈ। হঠাৎ বহুত দিনৰ মূৰত বাঞ্জীৰটোক লগ পাই তাৰ ভাল লাগিছিল। চাহ-বাগিচাত তেতিয়ালৈকে সি কেতিয়াও থকা নাছিল। সেয়ে, কিছুদিন গৈ থকাটোকে সি ঠিক কৰি লৈছিল—অভিজ্ঞতাৰ কাৰণে। বাঞ্জীৰ যোৱাৰ কেইদিনমান পিচতে এখন চিঠিৰে সি বাঞ্জীৰক মাতি পঠিয়াইছিল—শিৱসাগৰত লগ ধৰিবলৈ। যাবলৈ ওলায়ো সি এবাৰ ভাবিছিল—তাৰ এই উজনি অসমলৈ যাত্ৰাৰ গুৰিতে, জানু ডিব্ৰুগড়লৈ যোৱাৰ লগত কোনো সম্বন্ধ নাই তো?

শিলঙৰপৰা নামি, এদিন গুৱাহাটীত থাকি, পিচদিনা পুৱাই বাছেৰে নগাঁৱেদি আহি যোৰহাট পাইছিলগৈ সি—১৯৫৫ চনৰ আগষ্ট মাহৰ কি তাৰিখে বাৰ? তাৰ মনত নপৰিল। হৰ্‌হৰ্‌কৈ নামিছিল সি শিলঙৰপৰা। লগত মাত্ৰ এটা সৰু হেণ্ড্-বেগ। তাত কেইযোৰমান কাপোৰ, এখন আঁঠুৱা আৰু কেইখনমান কিতাপ। শিলঙৰপৰা নামি যাওঁতে বাছবোৰ মাতালৰ দৰে নামে। ইকালে ঘূৰে, সিকালে ঘূৰে, গোৰ্‌গোৱাই ওপৰলৈ উঠে, হৰ্‌হৰাই তললৈ নামে—যেন হুচেই নাই। যেন কেতিয়া তৈয়াম পাওঁগৈ তাৰ হে চিন্তা। যেন শিলংখন অসহ্য লাগি হে এৰি থৈ আহিছে। সি উঠা বাছখনো নামিছিল, সেই একেটা বাটেদি—শিলং আৰু তৈয়াৰৰ যোগসূত্ৰ এই এটা বাট।

জনসাধাৰণৰ চিঞৰ-বাখৰে আমনি কৰিব নোৱাৰা দুৰ্গৰ দৰেই সুৰক্ষিত ঠাই এই শিলং। ৰাজধানী হোৱা আজি এশ বছৰো হোৱা নাই। ইয়াও প্ৰায় ৩৫ বছৰৰ পাচৰ কথা। বিদ্ৰোহী খাচিয়া-জয়ন্তীয়াসকলে জোৱাই নামৰ ঠাইটুকুৰা অধিকাৰ কৰি বহিয়েই লৈছিল। বৃটিছৰ তেতিয়াৰ সদৰ আছিল চেৰাপুঞ্জিত। সেই বিদ্ৰোহ দমন কৰিবলৈ আহিয়েই বৃটিছৰ বিলাসী মনে ধুনীয়া দেখিলে শিলংখন। চেৰাপুঞ্জিৰ সমান অতিপাত বৰষুণ নাই, কাষতে প্ৰায় ৬৩০০ ফুট ওখ শিলং-পিকৰ সৌন্দৰ্য, গুৱাহাটীলৈ ওচৰ। ১৮৬৬ চনত অসমৰ চিৰদিনীয়া ৰাজধানী গুৱাহাটীৰপৰা গৈ শিলং পালেগৈ। লগে লগে পৰ্বত-ভৈয়ামৰ ব্যৱধান সৃষ্টি হ'ল—চৰকাৰ আৰু ৰাইজৰ মাজত। নগৰ গঢ়ি উঠিল। স্থানীয় দুখীয়া খাচিয়াবোৰ লাহে লাহে আঁতৰি পৰিল—ৰাজধানীত দাৰিদ্ৰ্যৰ চেকা পৰি সৌন্দৰ্য নষ্ট হয় বুলি। বিদ্ৰোহী খাচিয়া-জয়ন্তীয়াৰ তেজবোৰ বৰষুণে উটাই নিলে। তাৰ ঠাই অধিকাৰ কৰিলেহি অনুগত কেৰেণীৰ দলে। ৰাইজে ভাৰতক স্বাধীন কৰিলে। কিন্তু শিলঙক নোৱাৰিলে। পশ্চিমীয়া মনোবৃত্তিৰ উপনিৱেশ হৈয়ে থাকি গ'ল। বৃটিছৰ নিষ্পেষণত জৰ্জৰিত খাচিয়া-জয়ন্তীয়া জনসাধাৰণৰ বুকুত গাঁঠি খোৱা ৰাজ-বিদ্বেষে লাহে লাহে অসমীয়া-বিদ্বেষৰ ৰূপ ল'লে। কাৰণ স্বাধীন অসমৰ চৰকাৰ অসমীয়া হ'ল। খাচিয়া জনসাধাৰণৰ মনত বিশ্বাস জন্মাব পৰাকৈ এই স্বাধীনতাই শাসক-বিষয়াসকলৰ মনোবৃত্তিৰ পৰিবৰ্তন আনিব পৰা হ'লে, এই বিদ্বেষে কেতিয়াও গা দেখা নিদিলেহেঁতেন বুলি বহুতে ভাবে।···

যোৰহাটত নামি সি কংকালটো পোনাই লৈছিল। পুৱাৰেপৰা একে ঠাইতে একেদৰে বহি বহি আমনি লাগিছিল। তেতিয়াও প্ৰায় ডেৰকুৰি মাইল বাকী—শিৱসাগৰলৈ। তাৰ উপৰি কাণ দুখনেৰে একো শুনা যেন লাগিছিল।

এই চৰকাৰী বাছবোৰ চলি থকা অৱস্থাত পৃথিৱীৰ সকলো বিকৃত শব্দৰ বেসুৰা অৰ্কেষ্ট্ৰা যেন লাগে। তথাপি ট্ৰেনতকৈ সি এই বাছবোৰত যাবলৈকে ভাল পায়। অকণো ইফাল-সিফাল নকৰাকৈ কোন কেতিয়াই পাৰি থোৱা লোহা দুডালৰ ওপৰেদি, জন-প্ৰাণীহীন পাহাৰি-পথাৰৰ মাজেদি একেধৰণেৰে আমনি লগাকৈ গৈ থকা ট্ৰেনবোৰত তাৰ মূৰ গৰম হৈ যায়। ৰাছত তেওঁ বাটত গৰু-মানুহ দেখি, ইফালে-সিফালে ঘূৰে, আৰু বাটৰ সীমাটো ট্ৰেনৰ লোহা দুডালতকৈ বহল।

হাত দুটা ওপৰলৈ তুলি দীঘলকৈ হামি এটা মাৰি অভয়ে টিকট বেচা কাউণ্টাৰত গৈ খবৰ কৰিছিল, শিৱসাগৰলৈ বাছ কেতিয়া যাব। প্ৰায় আধা ঘণ্টাৰ পাচত। তেতিয়া আবেলি চাৰি বাজি গৈছিল হে। দুখোজমান ইফাল-সিফাল কৰি, বাটৰ দাঁতিৰ আঁহতজোপাৰ ওচৰত মানুহৰ জুম দেখি সি ওচৰ চাপি গৈছিল। দুটা বুঢ়া মংগল-চোৱা মানুহক বেৰি আন বহুত বুঢ়া আৰু আদহীয়া মানুহ বহি আছিল। মাটিত আঁক পাৰি দুয়ো গণনাত ব্যস্ত। বেৰি বহা সকলোও একান্ত মনোযোগেৰে চাই আছিল।

দুই মংগল-চোৱা বুঢ়াৰ কটা-মৰলা পিন্ধা-কাপোৰ আৰু মুখত দাৰিদ্ৰ্যৰ ৰেখা দেখিয়েই অভয়ৰ মনত লৈছিল—নিজ জীৱনৰ ভৱিষ্যৎ হে নাজানে, বৰ্তমানবো একো

উপায় কৰিব নোৱাৰি তেওঁলোক বহিছিলহি, আনৰ ভাগ্য গণনা কৰি পেটৰ ভাত যোকোলাবলৈ। আৰু, প্ৰায় একেধৰণেৰে ভাগ্যক থিয়াই বহি থকা এদলে যেবি ধৰিছিল, মনৰ শান্তিৰ কাৰণে ভৱিষ্যৎ জানিবলৈ। হঠাতে তাৰ মনত খেলাইছিল, গোটেই যোৰহাটেই এইদৰে ভাগ্যক থিয়াই বহি থকা নাই তো ?

যোৰহাটৰ ভৱিষ্যতৰ বিষয়ে অভয় অজ্ঞ। কিন্তু, সি জানিছিল যোৰহাটৰ 'বৰ্তমান' নাই, 'অতীত' যি আছিল তাতকৈ বেছি বুলি যোৰহটীয়াই ভাবে—ৰৰণীৰ এৰাই যোৱা মাছৰ দৰে। পৰি অহা সময়ত যোৰহাটত কিছুদিনৰ কাৰণে অসমৰ স্বাধীন ৰজাৰ ৰাজধানী আছিল। আৰু, অভয়ে ভাবে, সেইটোৱেই হ'ল যোৰহাটৰ কাৰণে এটা মহা পাপ। ক্ৰমাৎ দুৰ্বল হৈ অহা ৰাজশক্তিৰ দোষবোৰ শেহৰকিজন ৰজাৰ গাত পুৰাপুৰিকৈ আছিল। সেইবোৰ দোষ সংক্ৰামক। ক্ৰমাৎ ডা-ডাঙৰীয়া আৰু সেইসকলৰ লগত লেটি-পেটি হৈ থকাসকলকো সেই দোষে চুইছিল। এই কথা অতি সঁচা যে, যোৰহাট-শিৱসাগৰৰ বহুত ভেম-অহংকাৰ-ভাংকোপ ৰজাঘৰীয়া উপাধিৰ লগত অহা। শক্তি পূজাক ৰজাঘৰীয়া ধৰ্ম কৰি আৰু বৈষ্ণৱসকলক সত্ৰ পাতি দি ধৰ্মৰ মাজেদিও ৰজাই সাধাৰণ ৰাইজৰ মনত কম প্ৰভাৱ বিস্তাৰ কৰা নাছিল। ৰজাক সময়ে লগতে লৈ গ'ল, কিন্তু ভেম থাকি গ'ল। সেই কাৰণেই এতিয়াও যোৰহাট-শিৱসাগৰৰ ৰজাৰত অসমীয়া বেপাৰীয়ে গ্ৰাহকক ভেকাহি মাৰি কয়, "নিবৰ মন নাই যদি চুপতি মাৰি নাথাকিবা।" এতিয়াও বৰঘৰ-মাৰলঘৰৰ গুৰি-ছিগা গৰাবে-নোপোৱা কঁঠালৰ খুঁটাত আঁউজি, শৰাইত তামোল-পাণ লৈ, পুৰণি গৌৰৱৰ কথা কয়। পানী পৰি পচি যোৱা হাতীৰ হাড় দেখুৱাই কয়—চাৰি পুৰুষৰ আগত কেইটা হাতী আছিল।

যোৰহাট-ডিব্ৰুগড়-শিৱসাগৰৰ ওপৰত গোটেই অসমৰে এটা অভিযোগ আছে বোলে। উজনি অসমৰ এইকিখন চহৰতে অসমীয়া কৃষ্টি-সংস্কৃতিৰ বৰপেৰাটো আছে বুলি দাবী কৰে। এইকিখন চহৰতে অসমৰ শেষ ৰজাৰ তেজো আছে বোলে। ইয়াতেই অসমৰ ধনাঢ্য উদ্যোগপতিসকলৰো প্ৰাধান্য। কলিকতাৰ ডাঙৰ ডাঙৰ হোটেলত এই মালিকসকলৰ টকা খৰচ কৰিব পৰা 'হাৰ্ট' দেখি বহুতেই আচৰিত হয়। কোনোবা এজনী বাইজী বোলে অবাক হৈ মূৰ্চ্ছা যোৱাৰ উপক্ৰম হৈছিল। কিন্তু, অসমৰ সামূহিক উন্নতিৰ কাৰণে এজনেও বোলে কামত লগাকৈ খৰচ নকৰে। মুখেৰে বৰ বৰ কথা কৈ খৰচৰ হাত সাৰে বোলে। অভয়ে শুনা কথা হে অৱশ্যে। সি বিশ্বাসো নকৰে। কাৰণ, তেওঁলোকৰ খৰচ কৰিবলৈ সিমান টকা থকা হ'লে উজনি অসমৰ কৃষ্টি-সংস্কৃতিৰ উন্নতিয়ে মানুহক চমক লগাই দিলেহেঁতেন বুলি অভয়ে ভাবে।

ৰজাদিনীয়া কীৰ্তি হিচাপে যোৰহাটত অৱশ্যে বিশেষ একো নাই বুলিয়েই অভয়ে জানে। ওচৰা-উচৰিকৈ দুটা সৰু সৰু আঠ-দহ হাত ওখ মাটিৰ ঢিপ আছে। ৰজাৰ কবৰ। কোন ৰজাৰ জানিবলৈ অভয়ে কেতিয়াও যত্ন কৰা নাই। সেই দুটাক ৰজা-মৈদাম বোলে। আজিকালি ধোবাই তাৰ ওপৰত কাপোৰ শুকায়। কেতিয়াবা গৰু-ছাগলী ঘাঁহ বিচাৰি যায়। আৰু, কেইখনমান গাঁৱৰ ৰজাদিনীয়া-নাম আছে। এটা নে দুটা সাধাৰণ পুখুৰী আছে—ৰজাই খন্দোৱা। ইমানেই।

বাছ-অফিচত টিং-লিং-লিংকৈ ঘণ্টা মৰা শুনি ভাগ্যক ভাবি বহি থকাসকলক তাতে এৰি অভয় বাছত উঠিছিলগৈ।

বাছ চাবলৈ দৌৰি অহা মাইলৰ খুঁটিবোৰক পাচ পেলাই, ওখোৰা-মোখোৰা বাটটোৰ লগত খকা-খুন্দা লগাই বাছ গৈ আছিল—গতিবেগতকৈ শব্দ আছিল বেছি। অভয়ে মনে মনে ভাবিছিল, বাজীৰ যদি নাহে, তেন্তে ডিব্ৰুগড়লৈকে গুচি যাব। ডিব্ৰুগড়? নিজকে এটা চৰ মাৰি দিবৰ মন গৈছিল তাৰ। মনটোক সি সুধিছিল—'তাতকৈ-নকৰ কিয় জান্নু হাজৰিকাক প্ৰেম-ভিক্ষা কৰিবলৈ যাওঁ বুলি।' নাই, এই বাজে কথাবোৰ ভাবি থকাতকৈ কাৰোবাৰ লৈতে কথা পতাই ভাল বুলি ঠিক কৰি সি চাই দেখিছিল, তাৰ ওচৰৰ চিটত কোনো নাই। কাণি-মূনি হৈ আহিছিল। হঠাতে সি আৱিষ্কাৰ কৰিছিল, তাৰ সমানে সমানে সোঁফালে দাঁতিত অকলে বহি কোনোবা গাভৰু—বয়সিয়াল গাভৰু। বেচ পৰিপাটিকৈ মেখেলা-চাদৰ পিন্ধা লাহী গাৱে বহি থকা দেখি অভয়ৰ ভালেই লাগিছিল। সি চাইছিল ধুনীয়া মুখখন, কেনেবাকৈ চিনি পায় নেকি? কিন্তু, বাছৰ জোকাৰণিত তাৰ চাৱনিটো উফৰি গৈ বাৰে বাৰে গাভৰুৰ বুকুত পৰিছিল। ঠিক হৈ থকা চাদৰখনকে বেচেৰীয়ে ভালকৈ লৈছিল, লাজতে। কথা পতাৰ ইচ্ছা হৈছিল তাৰ। জাঁজী পাৰ হৈ কোনোবা এঠাইত বাছখন ৰৈছিল। কোনোবা নামিছিল। সি সেই সুবিধাতে ভদ্ৰজনোচিত দূৰত্বৰ ব্যৱধান ৰাখি ওচৰ চাপি সুধিছিল, "আপুনিও বোধকৰোঁ শিৱসাগৰলৈকে যাব?"—সুধি উঠি হে সি বুজিছিল কি মহাপাপ কৰিলে। তেওঁ কোনো উত্তৰ নিদি বাছৰ ভিতৰৰ মানুহবোৰলৈ ঘূৰি-পকি চাইছিল। চাৱনিটোৱে যেন বাকী যাত্ৰীসকলক কৈছিল—"দেখিছা ইয়াৰ সাহটো?" অভয় লাহে লাহে আঁতৰি আহিছিল। তাৰ পিচৰ চিটত বহি থকা ডেকা ল'ৰা এটাই সেই সময়তে তাক কৈছিল, "আমি শিৱসাগৰলৈ আহিছোঁ। আজি তাত কৃষ্টি-সন্মিলন আছে। আমি যোৰহাটৰ ডেলিগেট।" অভয়ে তেতিয়া হে বুজিছিল, সেই বাছত যোৰহাটৰ কৃষ্টিৰ এটা দল থকা বুলি। আৰু ভাবিছিল, অচিনাকিৰ লগত কথাৰ আদান-প্ৰদান কৰিবলৈও ভয় কৰা কৃষ্টি শ্ৰীয়াই থাকিব পাৰে জানো? পানীবপৰা ওলালেই মাছ মৰাৰ দৰে এইবোৰ কৃষ্টি বাহিৰলৈ ওলালেই নাইকিয়া হ'ব দেখোন।

দিখৌৰ দলঙৰ দাঁতিৰ বেলিঙৰ কটা-কটিবোৰে তাৰ মনৰ খেলি-মেলি ভাববোৰ কটা-কটি কৰি দিছিল। বাছৰপৰা নামিয়েই সি চাৰিওফালে চাইছিল। বাজীৰ নাই। ভোক লাগিছিল। ওচৰৰে দোকানখনত কিবা অলপ খোৱাৰ ইচ্ছা হৈছিল। সোমাই গৈ চকী এখনত বাটলৈ দেখাকৈ বহি লৈছিল—যদি বাজীৰ আহে। শিৱসাগৰত থাকি তাৰ ভাল নালাগে। ভাতকৈ যোৰহাটলৈ ঘূৰি যোৱাৰ কথাকে ভাবিছিল—যদি বাজীৰ নাহে।

ইয়ানবোৰ বজাদিনীয়া কাৰেং-পুখুৰী আদিৰে ভৰপূৰ শিৱসাগৰখন কোনো দিনেই ভাল লগা নাছিল তাৰ। সেইদিনাও চাহৰ দোকানত বহি সি শিৱসাগৰখনৰ কথাকে ভাবিছিল। এতিয়াও সি কেতিয়াবা ভাবে, এই চহৰখনৰ কথা। শিৱসাগৰ বুলিলেই তাৰ মনত পৰে দিখৌ নৈখনৰ কথা। একেবাৰেই বৈ আছে এতিয়াও।

কোনোবা আদিম মানুহ আহিছিল বোলে—বহুত হাজাৰ বছৰ আগতে। সিহঁতক কিবা 'অষ্ট্ৰিক' নাম দিছে এতিয়াৰ বুৰঞ্জীবিদসকলে। সিহঁতে বোলে পানীক 'হং' বুলিছিল। তাৰ পিচত বোলে আন এচাম মানুহ আহিছিল। সিহঁতে বোলে পানীক 'ডি' বুলিছিল। আগৰ চাম মানুহে 'হং' নাম দিয়া নৈখনক পিচৰ চাম মানুহে বোলে 'ডিহং' নাম দিছিল—মানুহৰ নামৰ আগত 'শ্ৰী' লিখাৰ দৰে নিজৰ 'ডি' শব্দটো বহুৱাই। সেই দৰেই বোলে দিখৌ। সেইবোৰ আদিমবাসীৰে বৰ্বৰতা লৈ দিখৌ এতিয়াও বৈ আছে। বুৰঞ্জীবিদে তাৰ মাজত অতীত সভ্যতা বিচাৰি চুলি পকায়, দেশৰ জাতীয় গৌৰৱ উদ্ধাৰ কৰে, স্বীকৃতি লাভ কৰে। কিন্তু, দিখৌৰ পাৰত বাস কৰা মানুহে জানে এই দিখৌৰ কথা। একে পানীবোৰ, একে বৰ্বৰতাৰে পাৰ খহাই উৎপাত কৰা বানপানীবোৰেৰে ভৰা এই নদীবোৰ, যেন একোটা পৰিৱৰ্তন নিবিচৰা মনোবৃত্তিৰ প্ৰতীক। প্ৰতি বছৰেই পুৰণি বছৰৰ পুনৰাবৃত্তি। সেইদিনা চাহৰ দোকানত বহি বহি অসহ্য লাগি, গোটেই শিৱসাগৰখনকে বেয়া লাগি গৈছিল তাৰ। দোকানৰপৰা বাহিৰলৈ আহি পকী-ৰাস্তাটোৰ ওপৰত থিয় হৈ সি অনুভৱ কৰিছিল—সি যেন কোনোবা এটা কবৰৰ ওপৰত থিয় হৈছিল। ছশ বছৰীয়া ৰাজত্ব এটাৰ কবৰ এই শিৱসাগৰ। ইয়াৰ প্ৰতিটো দ'লত লুকাই আছে স্বাধীন ৰাজত্বৰ গৌৰৱৰ লগতে বহুত বলাৎকাৰ, সতীত্ব হৰণৰ কাহিনী, ৰংঘৰ-কাৰেংঘৰত আছে বহুত 'বহুদৈ লিগিৰী'ৰ অলিখিত ইতিহাস, প্ৰতিটো পুখুৰীত পৰি আছে বহুত অলিখিত সত্য। পুখুৰীৰ চাৰি সীমাৰ সংকীৰ্ণতাক কিয় সাগৰ বুলিছিল মানুহে, অভয়ে জানিব নোখোজে। মান দেশৰপৰা পাটকাই পৰ্বত বগাই আহিয়েই যিখন অসম দেশত চুকাফা ৰজা হৈ পৰিছিলহি, সেই অসমত সেই সময়ত কিমান খলুৱা সাহসী আৰু স্বাধীনচিন্তীয়া বীৰ আছিল, সি ভাবিবলৈ লাজ পায়। চুকাফা নিসন্দেহে এজন ভবিষ্যদৰ্শী ৰাজনৈতিক পুৰুষ। চুকাফাৰ অবিহনে অসমৰ ইতিহাস কি হ'লহেঁতেন কোৱা নাই। কিন্তু, বৈৰীয়েকক চাউডাঙে শাস্তি দিয়া চাবলৈ নগা-দেশত অহা পলৰীয়া গদাপাণিয়ে, "তোৰ গিৰিয়েৰৰ কথা কৈ নিদিয় কিয়"—বুলি জয়মতীক কৈছিলহি বুলি সি যেতিয়া সকতে পাঠ্য-পুথিত পঢ়িছিল, তেতিয়া গদাপাণিক সি বীৰ বুলিব পৰা নাছিল। সেইদিনা সি ৰাজ্যীৰ কাৰণে ৰাস্তাৰ দাঁতিত বৈ বৈ সন্ধিয়াৰ অন্ধকাৰত যেন দেখিবলৈ পাইছিল—চকু-কঢ়া, হাত-কটা, ভৰি-কটা, আঁঠুৰ খিলা কঢ়া, একেজনী জীয়েকক ৰজাঘৰৰ লিগিৰী কৰি নিয়া, একেটা পুতেকক শালত দিয়া, বহুত মানুহে যেন বিনাই বিনাই তাক আগুৰি ধৰিছিল। আৰু যেন কৈছিল, অসমৰ স্বাধীন ৰাজত্বৰ গৌৰৱৰ আঁৰত বহুত অলিখিত বিননি লুকাই আছে। চকুৰ আগত তাৰ ভাহি উঠিছিল এখন জেৰেঙা পথাৰৰ ছবি। পৰিৱৰ্তন নিবিচৰা এদলে তাত যেন এতিয়াও বাইজৰ প্ৰগতিৰ স্পৃহাক বুৰঞ্জী-গৌৰৱৰ চমতাৰে কোবাই হত্যা কৰিব খুজিছিল। জেৰেঙা পথাৰৰপৰা জয়মতীয়ে যেন তাক চিঞৰি কৈছিল, "ইয়াতেই, এইখিনিতেই, সকলো বাইজৰ চকুৰ আগত এই মুকলি জেৰেঙা পথাৰতেই, দিনৰ পাচত দিন ধৰি অমানুষিক অত্যাচাৰ সহি সহি মই মৰণক সাৱটি লৈছিলোঁ। অত্যাচাৰী ৰজাৰ অনাচাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰি জীৱন বিসৰ্জন দিলোঁ। কিন্তু

পাত সৰাকৈ চিঞৰি চিঞৰি কান্দিলোঁ। কিন্তু, এজন প্ৰজা বা এজন ৰাজ-বিষয়াও আগবাঢ়ি আহি নক'লে—'মই এই অত্যাচাৰৰ প্ৰতিবাদ কৰোঁ'—বুলি। সেই কাৰণেই কওঁ, তুমি পিচলৈ ঘূৰি নাচাবা, লগৰ কাকো ঘূৰি চাবলৈ নিদিবা। অতীত এখন জেৰেঙা পথাৰ—কাপুৰুষৰ প্ৰতিবাদহীন সহনশীলতাৰে শুকাই ফটা পৰা পথাৰ।" অভয় ফিকাৰ খাই উঠিছিল। শাওণ-ভাদ মাহৰ গেলেপা গৰমতো তাৰ সিবিক্-সাবাকৈ জাৰ লাগিছিল। দূৰত শিৱ-দ'লৰ কলচিটো আন্ধাৰে গলাই নিজৰ লগতে মিলাই লৈছিল। অভয় অলৰ-অচৰ হৈ বৈ আছিল।

হঠাতে পিঠিত বাম-টকা পাই সি চক্ খাই উঠিছিল। ৰাজীৱ। ক্ৰীড়া-সভাৰ কাক ক'ত থৈ আহিবলৈ যাওঁতে বাটতে গাড়ীয়ে জুলুম কৰি পলম কৰিছিল বোলে। হঠাতে সি ৰাজীৱক সুধি পেলাইছিল, "ভইতৰ শিৱসাগৰখনৰ কোনো পৰিৱৰ্তন নহয়।" গাড়ীখন ষ্টাৰ্ট কৰি ৰাজীৱে তাক কৈছিল, "আৰে, ভয়ো এটা গৰু। শিৱসাগৰৰ পুখুৰীকিটাৰ পানী কম-বেছি হোৱা দেখিছ জানো? ইয়াত পৰিৱৰ্তন বে-আইনী—বুজিছ?" অভয়ে বুজিছিল। মনে মনে সি এটা ডাঙৰ কথাকে চিন্তা কৰিছিল।

"আচ্ছা ৰাজীৱ, মই এটা কথা ভাবিছোঁ। অসমৰ যি কোনো এটুকুৰা ঠাই কাজিৰঙাৰ দৰে সংৰক্ষিত অঞ্চল কৰি যদি আমি আমাৰ অতীত বুৰঞ্জী-গৌৰৱবোৰ তাত থৈ দিওঁ......"

"ঠিক কৈছ বে"—অভয়ে শেষ কৰাৰ আগতে ৰাজীৱে চিঞৰিয়েই কৈছিল—"তেতিয়া স্কুলত তুংখুংমুং পঢ়ি পৰীক্ষাত ভুচুং হ'ব নালাগিব...... ."

"আৰু, বাকী অসমখনে নিজৰ অতীত গৌৰৱ হেৰুৱাই ভৱিষ্যতে গৌৰৱ অৰ্জনৰ চেষ্টা কৰিব।"—অভয়ে ৰাজীৱক উদ্দেশ্য কৰি আচলতে নিজকে কৈছিল।

# এৰি অহা এটি দিন কালৰ বুকুত

[ হীৰাধনি চাহ-বাগিচাত ]

**শ্বিলং, ১৫ ফেব্ৰুৱাৰী '৫৯ ( বিয়লি ৫ বজাত )**—দুৱাৰখনত খটুলংকৈ এটা শব্দ হৈ অভয়ক ভয় খুৱাই দিলে। চকু মেলি দেখিলে—কাঞ্চা হে। মনে মনে ভাবিলে, আজি দিনটো তাৰ একো কাম কৰা নহ'ল। আইনাৰ খিৰিকীয়েদি চাৰনিটোক বাহিৰলৈ পঠিয়াই আনি ল'লে, বেলিটোৰেও আজি পৃথিৱীখনক মুখ দেখুউৱা নাই। পৃথিৱী মানে শ্বিলং। শ্বিলঙত থাকিলে শ্বিলংখনকেই পৃথিৱী যেন লাগে। শ্বিলঙৰ সীমাই যেন পৃথিৱীৰ সীমা।······মেঘুটোৱে বা হস্পিটালত কি কৰিছেগৈ? সি অহা হ'লে তাৰ কথা শুনি থাকিবলৈ বৰ ভাল লাগিলহেঁতেন। মেঘুক লগ পাই আজি তাৰ সকলো কাম ওলট-পালট হৈ গ'ল। আচৰিত মানুহ এই মেঘুটো। সি যেন কেৱল অভিজ্ঞতাৰে গঢ়া এটা নিভাঁজ মানুহ। অভিজ্ঞতাই মানুহক ইমান নিভাঁজ কৰিব পাৰে বুলি সি কেতিয়াও ভবা নাছিল। মেঘুৰ কথাবোৰ যেন ব্ৰহ্মপুত্ৰৰ ওপৰেদি নতুন আৰু প্ৰথম বেলৰ দলং। অভয়ৰ মনটো যেন সেই দলঙৰ ওপৰেদি পাৰ হ'বলৈ আগবঢ়া প্ৰথম বেলৰ ইঞ্জিনটো। এক ভীষণ ভয়-মিশ্ৰিত আনন্দ তাৰ মনৰ ইঞ্জিনটোত। দলংখন যদি ভাগি পৰে, সকলো শেষ; কিন্তু নিৰাপদে পাৰ পালেগৈ আন বহুত প্ৰথম-নতুন-দলং-পাৰ-হোৱা ইঞ্জিনৰ গৌৰৱ আৰু তৃপ্তি। মেঘুৰ কথা শুনি থাকোঁতে সি ভাবে, পাৰ হ'ব পাৰিবই। কাৰণ, তাৰ কথাবোৰ পতিয়ন যাব পৰাকৈ নিৰ্ভৰযোগ্য।

"বাবু।"

"কাঞ্চা! ক্যা? ব'খাৰ্ আচ্ছা হোগিয়া?"

"হা।"

"তব আভি কফি পিলাও।··  ··আউৰ্, বাত্‌মে মো আৰৱী খায়েগা। হাম আউৰ্ হামৰা এক দোস্ত্।"

"জিঃ।"

"বাত ফিন্ ব'খাৰ্ আনেকো আগে তুম চলা যাও।"

কাঞ্চাই লাজ কৰি কিবা এটা ক'ব খুজিও নক'লে। মুখটো খজুৱাই অভয়ৰ শুচৰৰপৰা সি আঁতৰি গ'ল। এইবাৰ শিলঙলৈ আহি অভয়ে এই কাঞ্চাটোক নতুনকৈ যোগাৰ কৰিছে। ডেকা নেপালী এটা। আজি দুমাহমানৰ আগতে হে বিয়া কৰাইছে বোলে। সদায় ৰাতি সি অভয়ক সকাললৈকে খাবলৈ দি জৰ উঠিছে বুলি মোৰ্চেৰত থকা ঘৰলৈ গুচি যায়। জৰ উঠা গাৰে এই ৰঙ জাৰত তিনি মাইল বাট মোৰ্চেৰলৈ যাবলৈ ওলাওঁতে প্ৰথমে অভয়ে তাক বাধা দিছিল। সি কিন্তু বাধা নামানি গুচি গৈছিল। পিচদিনা পুনৰ আকৌ আহিছিল। এইদৰে সদায়। ৰাতি অলপ পলমকৈ আহি ভাত খালে কাঞ্চাৰ জৰ হয়। সেই জৰ উঠে পিচদিনা ৰাতিপুৱা। কলত

অভয়ে দুপৰীয়াৰ সাজ হোটেলত খাবলগীয়া হয়। পথুলি আকৌ জৰ ভাল হৈ কাক্কা ওলায়হি। অভয়ে জানি-শুনিয়েই কোনো ঔষধ-পাতিৰ ব্যৱস্থা কৰা নাই। কাৰণ, নতুনকৈ বিয়া কৰোৱা ঘৈণীয়েকক তিনি মাইল আঁতৰত থৈ, এই বিধ জৰ কোনো ডাক্তৰে ভাল কৰিব নোৱাৰে। কালি ৰাতি অভয় ঘূৰি আহোঁতেই ১২ মান বাজিছিল। গতিকে, ৰাতি যাব নোৱাৰি শুই থাকি ৰাতিপুৱাই কাকাৰ জৰ উঠিল। আৰু দুপৰীয়াৰ ভাতসাজ অভয়ে মেঘুৰ লগত হোটেলতে খাবলৈ বাধ্য হ'ল। জৰ ভাল হৈ এতিয়া কাক্কা ঘূৰি আহিছে। কাক্কায়ো বুজে, তাৰ ফাঁকি অভয়ে ধৰিব পাৰিছে বুলি। কিন্তু, সহজভাৱে ঘৈণীয়েকৰ কাৰণে যায় বুলি অভয়ক ক'বলৈ সি লাজ পায়।

চিম্‌নিটো জ্বলি আছে। কফি পিয়লা আনি দিলে চিম্‌নিৰ ওচৰতে বহি খাবলৈ ভাল লাগিব। লেপৰ তলৰপৰা একেবাৰে ওলাবৰ মন যোৱা নাই। চকুৰ আগত তাৰ বহুত পুৰণি কথাৰ ছবি। মেঘুৱে যেন আনি তাৰ মূৰৰ ভিতৰত মেলি দিলে। আজি তাৰ আকৌ নতুনকৈ মৃণালৰ কথা মনত পৰিছে। আজি প্ৰায় চাৰি বছৰৰ আগতে মৃণালৰ লগত তাৰ শেষ দেখা। চিনাকিও খুব বেছি দিনীয়া নাছিল। ৰাজীৱৰ যোগেদি হীৰাখনি চাহ-বাগিচাতে প্ৰথম চিনাকি হৈছিল—স্বাস্থ্যই অসহযোগ কৰা মৃণালৰ ক্লান্ত শৰীৰটো এতিয়াও অভয়ৰ মনত আছে। এই মৃণালৰ জীপতে সি এদিন ৰাতিপুৱা হীৰাখনি চাহ-বাগিচা এৰি আহিছিল—বহুত অনিচ্ছা আৰু বহুত চিন্তাৰ খোৰাক লৈ। '৫৫ চনৰ আগস্ট মাহৰ শেষৰ ফালৰ এটা দিন। চাহ-বাগিচাত ছাঁ পৰিবৰ কাৰণে যোৱা ওখ ওখ গছবোৰৰ ওপৰত ৰ'দ বহিছিলহি। মৃণালৰ জীপত অভয় তেতিয়া শ্বিলং অভিমুখে। কিছু সময় সাধাৰণ দুই-এটা কথা পতাৰ পিচত মৃণালে নিজে গাড়ী চলাবলৈ লৈছিল—ড্ৰাইভাৰটোক পিচলৈ পঠিয়াই। অভয়ে বাগিচাত কটোৱা দিনবোৰৰ কথাকে ভাবিছিল। সি হয়তো সিমান লোনকালে বাগিচাৰপৰা গুচি নাহিলহেঁতেন—যদি মেঘু আন কোনোবা এখন বাগিচাত তাৰ কোনোবা বন্ধুৰ পুতেকৰ বিয়া খাবলৈ গুচি নগ'লহেঁতেন। মেঘুৱে অৱশ্যে কৈ গৈছিল, পাঁচ দিনমানৰ ভিতৰতে ঘূৰি আহিব বুলি। কিন্তু, সেই পাঁচ দিনেই বা সি কটায় কেনেকৈ? ৰাজীৱো নাছিল। বন্ধুৰ অনুপস্থিতিত বন্ধুৰ ঘৰত থকাটো কেনেকুৱা লাগে। চাহ-খেতিয়কৰ ঘৰত থাকি চাহ-বন্থৰাৰ লাইনে লাইনে ঘূৰি ফুৰাটোও উচিত হোৱা নাই যেন লাগিছিল—কিবা বিলাসিতা কৰা যেন লাগিছিল। মেঘুৱে তাক এদিন কৈছিলেই, 'বাবু, তই বঙলাত আছ। আমাৰ কথাবোৰ কি ৰকম যেন লাগে না বে? হুনি ভাল পাবি, কিন্তু চমজিব নোৱাৰ। বঙলাত থাকি চমজিব পৰা হ'লে এই চাহাবচবেও চমজিলেহেঁতেন আমাৰ দুখ।' অভয়ৰ লাজ লাগিছিল। এইবোৰ কথা ভাবি-চিন্তি আহি বঙলা পাওঁতেই ৰাজীৱৰ মাকে তাক সুধিছিল—'হয় নে, তুমি যোলে কাইলৈকে যাবলৈ ওলাইছা? ৰাজীৱ ঘূৰি অহালৈকে নাথাকা জানো?' এই প্ৰশ্নৰ উত্তৰত সি থাকিব হে খুজিছে বুলি কেনেকৈ কয় বাৰু? অৱশ্যে মৃণাল বহি আছিল, কৈছিল, 'পৰহিলৈ পুৱাই ওলাওক—মোৰ লগতে জীপত। মইয়ো শ্বিলঙলৈ যাম।' ৰাজীৱৰ মাকেও সমৰ্থন কৰিছিল—'এদিন থাকি পৰহিলৈকে যাবা' বুলি। সি মান্তি হৈছিল—কিবা বাধ্যত পৰি মান্তি হোৱাদি।

সেইদিনা মৃণালৰ লগত খোলা জীপত ফিনং অভিমুখে আহি থাকোঁতে বতাহবোৰ জোৰেৰে পিচলৈ দৌৰিছিল, লগে লগে তাৰ মনটোও। চাহ-বাগিচাৰ ভিতৰ ফালৰ জীৱনটো ইয়াৰ আগলৈকে তাৰ কাৰণে একেবাৰে অচিনা আছিল। সঁচা কথা, উজনি অসমৰ আৰ্থিক অৱস্থা বহু দূৰ নিৰ্ভৰশীল এই চাহ-বাগিচাবোৰৰ ওপৰতে। বহুতে চাকৰি কৰে, বহুতে ঠিকাদাৰী কৰে, বহুতে বস্তু কিনা-বেচা কৰে এই চাহ-বাগিচাত। কিন্তু, সাধাৰণ মানুহৰ জীৱনৰ লগত কোনো সম্বন্ধ নৰখাকৈ এই বাগিচাবোৰ এখৰীয়া হৈ থাকে। সেই কাৰণে উজনি অসমত ঘৰ থকা বুলিয়েই অভয়ে চাহ-বাগিচাৰ ভিতৰ ফাল কেতিয়াও দেখা নাছিল—প্ৰায়বোৰেই নেদেখে। এইবাৰ কিন্তু ভিতৰ সোমাই সি বুজি আহিছিল, চাহ-বাগিচাৰ কল-ঘৰৰ মেচিনবোৰ চলি আছে দুটা বিপৰীত-মুখী গতিৰ সংঘাতত। ইয়াত দুফালে মুখ কৰি থকা দুটা পাতৰ মাজত চেপা খাই এটা কলি ওলায়—'এটা কলি দুটা পাত'। ইয়াত মানুহৰ দুটা শ্ৰেণী—এটা মালিক-মেনেজাৰৰ, আনটো বনুৱাৰ। মাজত থকা কেৰেণী-মহৰী-বোৰৰ কোনো অস্তিত্ব নাই। বেচেৰাহঁত মালিক-মেনেজাৰৰ দৰে চাহাব হ'ব খুজি হায়ৰাণ হয়, অথচ বনুৱাৰ শ্ৰেণীলৈ নামি আহিবলৈ লাজ পায়। ফলত অৰ্থাভাৱ, চিন্তা, আদিৰ হেঁচাত এটা অন্তৰ্দ্বন্দ্বৰ প্ৰতীক হৈ জীৱন শেষ কৰে। মালিক-মেনেজাৰৰ মনবোৰ তাতকৈও আচৰিত। বৰ্তমানক তেওঁলোকে চিনি নাপায়, ভৱিষ্যতক ভয় কৰে, সেই কাৰণে বালিত মূৰটো সুমুৱাই উটপখীয়ে নিজকে নিৰাপদ অৱস্থাত থকা বুলি ভবাৰ দৰে এওঁলোকে অতীতত মূৰ সুমুৱাই থয়। আৰু, কুলীবোৰ ঠিক বিপৰীত। অতীতত সিহঁতৰ একো নাই, বৰ্তমানত সিহঁতে কাম কৰে, আশাৰে ভৱিষ্যতলৈ চায়। অভয়ৰ প্ৰথমতে গৈ এটা কথা খুব আচৰিত যেন লাগিছিল। বাগিচাত কাৰোবাক সময় সুধিলে দুটা সময় কয়—এটা লোকেল আৰু আনটো স্টেণ্ডাৰ্ড। 'লোকেল'টো বাগিচাৰ সময়—সাধাৰণতে ব্যৱহাৰ হোৱা স্টেণ্ডাৰ্ড সময়তকৈ এঘণ্টা আগ। মানে সাধাৰণতে আমাৰ কাৰণে এঘাৰ বাজোঁতে বাগিচাত ১২ বাজে। ঘড়ীটো এনেকৈ এঘণ্টা আগবঢ়াই লোৱাৰ বুদ্ধিটো অৱশ্যে দেশীয় বুদ্ধি নহয়। সকলো প্ৰগতিমূলক চিন্তাধাৰাৰ প্ৰতিবন্ধক স্বৰূপ চাহ-বাগিচাত ঘড়ীটো হঠাৎ কেনেকৈ আগবাঢ়িল, ভাবিবলগীয়া হয়। অভয়েও ভাবিছিল। বুজিছিল 'লোকেল' অৰ্থাৎ স্থানীয় সময়ৰ প্ৰতি বৈজ্ঞানিক দৃষ্টি ৰাখি বা আন কোনো দেশীয় বা স্থানীয় নিয়ম মানি, এই কাম কৰা হোৱা নাই। চাহ-বাগিচাত ইংলণ্ডৰ নিয়ম-কানুন চলাবলৈকে কোনোবা দেশ-প্ৰাণ বগা-চাহাবে এই ব্যৱস্থা প্ৰথমে কৰিছিল নিশ্চয়। ইংলণ্ডত চৰকাৰীভাৱে গৰমৰ দিন আৰম্ভ হয় ঘড়ীবোৰ এঘণ্টা আগুৱাই দি—এপ্ৰিল মাহৰ মাজ ভাগত। আকৌ অক্টোবৰ মাহৰ প্ৰথম সপ্তাহবানতে এঘণ্টা পিচুৱাই দি শীতকাল আৰম্ভ হয়। এই ব্যৱস্থা ইংলণ্ডত চলি আহিছে ১৯১৬ চনৰে পৰা। তাকেই বোধকৰোঁ চাহ-বাগিচাত চলালেহি কোনোবা ইংৰাজে। কিন্তু, আবকালি পিচুৱাই দিয়া আৰু নহ'ল। এতিয়াও একেদৰেই চলি আছে ঘড়ীবোৰ—চাহ-বাগিচাৰ ওপৰত ইংৰাজৰ ৰীতি-নিয়মৰ প্ৰভাৱৰ অকাট্য চিন স্বৰূপে।

খিলং আৰু এই চাহ-বাগিচাবোৰৰ মাজতো কিবা এটা অদ্ভুত মিল পাইছিল অভয়ে। খিলংখন যেন ইংৰাজী কৃষ্টি-সভ্যতাৰ উপনিবেশ আৰু এই বাগিচাবোৰ যেন তাৰে একোটা সৰু সৰু প্ৰতিবিম্ব। চাহাবৰ বঙলাবোৰ একেবাৰে খিলঙৰ নিচিনা। আৰু, ৰাজীৱৰ বাপেকে যে তাক কৈছিল, 'বৃটিছবোৰ ইমান সোনকালে গুচি যোৱা উচিত নহ'ল।' অভয়ে মনে মনে ভাবিছিল—পৰাধীনতাত সঁচাকৈয়ে এটা শান্তিৰ ভাব আছে, নিজে একো কামৰে দায়িত্ব নোলোৱাকৈ হয়। ৰাজীৱৰ বাপেকৰ কুকুৰটো কিমান নিশ্চিন্ত মনে বঙলাৰ কাৰ্পেটৰ ওপৰতে শুই থাকে।

প্ৰথম দুদিন বাগিচাত তাৰ তিতা-কেঁহা লাগিছিল। ৰাজীৱৰ বাপেকৰ কথা আৰু শেষ হ'ব নোখোজে। এই ৫০ বছৰীয়া বুঢ়া মানুহজন ডেকা হৈ থাকে। মূৰৰ চুলিত কলপ, পুৱাবেপৰা চাহাবী পোছাক, কুকুৰটোৰ লগত ইংৰাজীত কথা পাতে। অভয়ে চিনেমা চোৱাদি চাই থাকে। অতীতৰ দৰে বৰ্তমানকো ৰাখিব খোজাসকলৰ দিন উকলিছে বুলি প্ৰথম এদিন সি ভাল দৰে গম পাইছিল, ৰাজীৱহঁতৰ বঙলাতে। ড্ৰয়িং-ৰুমত বহি ৰাজীৱৰ বাপেকৰ লৈতে সেইদিনা সি কথা পাতি আছিল—কথা পাতি আছিল মানে ৰাজীৱৰ বাপেকৰ পুৰণি কীৰ্তি শুনিছিল। তেখেতে কৈ গৈছিল, কোনে কেতিয়া তেখেতৰ গাৰ বৰণ দেখি আচল-চাহাব বুলি ভুল কৰিছিল, মানুহে কেনেকৈ তেখেতৰ ল'ৰা-ছোৱালী দুটাক চাহাবৰ ল'ৰা-ছোৱালী বুলি ভুল কৰে, তেখেতৰ ইংৰাজী উচ্চাৰণ চাহাবতকৈও ভাল বুলি কোন কোন চাহাবে প্ৰশংসা কৰিছিল, কোন চাহাবক তেখেতে ঘোচা মাৰি বগৰাই দিছিল ইত্যাদি। সেইবোৰ কৈ কৈ হঠাতে বেৰলৈ চাই ৰাজীৱৰ বাপেকে অভয়ক আঙুলিয়াই দেখুৱাইছিল—বেৰৰ ওপৰত আন ঠাইতকৈ বেছি বগা হৈ থকা এটুকুৰা চাৰিচুকীয়া ঠাইলৈ। দেখিলেই বুজিব পাৰি, তাত কোনোবা ডাঙৰ ছবি এখন বহুত দিন আৰি থোৱা আছিল। আঁতৰাই পেলোৱাৰ পিচত চিনটো ভিজিকি পৰিছিল। ৰাজীৱৰ বাপেকে কৈছিল, "ইয়াতে আছিল এখন বি-উ-উ-টি-ফুল ৰয়েল ফেমিলিৰ ড্ৰয়িং, বাকিংহাম পেলেচৰ লৈতে। আৰ্টিষ্টিক্ ভেল্যুৰ কাৰণেই ছবিখন কিনিছিলোঁ—৫০০ টকাত। পিচে ৰাজীৱহঁতে আকৌ মানুহৰ আগত লাজ পায়। এতিয়া বোলে ৰজা-ৰাণীৰ ছবি ৰাখিব নাপায়। সিহঁতৰ উৎপাততে ইয়াৰপৰা নি বেড্-ৰুমত থৈছোঁ।...... ইয়াত এখন গান্ধীৰ অইল-পেন্টিং ৰাখিম। বৰ বৰ কংগ্ৰেছীৰ ঘৰতো নথকা এখন ই-উ-নিক অইল পেন্টিং।" অভয়ে সেইদিনা বুজিছিল, সময়ৰ দাবীত বাধ্য হৈ ৰজা-ৰাণীৰ ছবিখন খুলি পেলালেও, তাৰ দাগটো বেৰত থাকিল—ৰাজীৱৰ বাপেকৰ মনতো। আৰু, গান্ধীৰ ছবি? স্বাধীনতাৰ ৮ বছৰৰ ভিতৰত—১৯৪৭ চনৰপৰা ১৯৫৫ চনৰ ভিতৰত—কোনোমতে ৰজা-ৰাণীৰ ছবি নামিছিল আৰু গান্ধীৰ ছবি ইউনিক অইল পেন্টিং হিচাপে ৰখাৰ কথা ভাবিছিল! ইমান লাহে লাহে পৃথিৱীত আন কিবা কাম হয় নে? তথাপি সি ৰাজীৱৰ বাপেকক প্ৰশংসা কৰিয়েই কৈছিল—"আপুনি কংগ্ৰেছক দেখিব নোৱাৰিলেও গান্ধীক দেখিছোঁ বেচ সন্মান কৰে।" ভাবি-চিন্তি তেখেতে উত্তৰ দিছিল—"ঠিক সন্মান নহয়, কিন্তু মই গান্ধীক চাবাচ্ বুলি ক'বলৈ কওঁ। মানুহটো আছিল সাধাৰণ বুদ্ধি-বৃত্তিৰ—মানে mediocre।

কিন্তু কি টেনাচিটি। একেটাতে লাগি নাযো কিনিলে, কাযো কৰিলে।" তাৰ পাচত অভয়ে আৰু কোনো কথা কোৱাৰ আৱশ্যক বোধ কৰা নাছিল। সেইদিনা সি সংস্কাৰ মতে বয়সক শ্ৰদ্ধা কৰি ৰাজীৱৰ বাপেকক প্ৰতিবাদ কৰা নাছিল—যদিও সংস্কাৰবোৰ মানিবলগীয়া হ'লেই তাৰ বুকুটোৱে কষ্ট পায়। মনে মনে সি ভাবিছিল, যিদিনা অসমত চাহ-বাগিচাৰ জন্ম হৈছিল, সেইদিনাৰ চিন্তাধাৰাই এই বঙলাবোৰত এতিয়াও ৰাজত্ব কৰা বুলি। চাহ-বাগিচাৰ জন্মও কম দিনৰ কথা নহয়। অসম বুৰিছৰ হাতলৈ যোৱাৰ দিনৰে কথা। তেতিয়া ইয়াণ্ডাবু সন্ধি মানি লৈ বিনাপ্ৰতিবাদে অসমখন ইংৰাজৰ হাতত আহোম-ৰজাই তুলি দিয়া যেছি দিন হোৱা নাছিল। ১৮৩২ চনৰ কথা। কোনোবা এজন ৰবাৰ্ট ব্ৰুচে শদিয়াৰ ওচৰত প্ৰথম চাহ-বাগিচা খোলে। তেওঁ আছিল অসমত শান্তি ৰক্ষাৰ কাৰণে অহা লেফ্‌টেনেণ্ট ব্ৰুচৰ ভায়েক। এক নতুন ব্যৱসায় আৱিষ্কাৰ কৰি আৰম্ভ কৰাৰ গৰ্বেৰে ভৰি পৰিছিল ব্ৰুচৰ মন। সেই গৰ্বৰে অধিকাৰী যেন লাগে এতিয়াৰ চাহ-বাগিচাৰ মালিকসকলকো। যেন ঘড়ীৰ দৰেই তেওঁলোকে ইচ্ছা কৰিলেই মানুহৰ মনবোৰবো ১২ বজাব পাৰে। ওথ হ'বলৈ নিদিয়াকৈ চাহ-গছ কলম কৰি ৰখাৰ দৰে তেওঁলোকে যেন মানুহৰ মনৰ আশাবোৰো কলম কৰি একে সীমাতে ৰাখিব পাৰে। তাকে তেওঁলোকে চেষ্টা কৰে কুলীবোৰৰ ক্ষেত্ৰত। সিহঁতক জীয়াই থকাৰ আশাটোলৈকে বাঢিবলৈ দি তাৰ পাচত শাসনেৰে কলম কৰে। কৃতকাৰ্য হোৱা বুলিও ভাবে হয়তো।

"কি ভাবিছে মিস্টাৰ দত্ত"—মৃণালে জয়সাগৰৰ ওচৰৰ প্ৰায়-সমকোণী পাকটোত জীপখন পূৰ্ণবেগে ঘূৰাওঁতে অভয়লৈ চাই সুধিছিল।

অভয়ে মিছা কথাকে কৈছিল—"আপুনি কিবা ভাবি মনে মনে থকাৰ কাৰণে ময়ো মনে মনে আছিলোঁ। ভাবিছিলোঁ, নতুন প্ৰিয়াৰ কথা ভাবি আপোন পাহৰি থকা বুলি।"

"কথা সেইটো নহয় মিস্টাৰ দত্ত"—মৃণালে জীপৰ গতি কমাই আপোন মনে কৈ গৈছিল—"আচলতে মোৰ কাৰণে চব ছোৱালী একেই। জীৱনত যিমান ছোৱালী লগ পাইছোঁ, চব ৰং-ঢঙ্গা আলট্ৰা-মডাৰ্ন। টকা আছে, আৰু মই দেখাতো একেবাৰে বেয়া নহয়। এই দুটা থাকিলেই এইবিধ ছোৱালী সহজে পোৱা যায়। কিন্তু, এজন বন্ধুৰ লগত হঠাতে এদিন এই ছোৱালীজনীৰ ঘৰলৈ গৈছিলোঁ। অতি সাধাৰণভাৱে আছিল ছোৱালীজনী। মুখত ৰং নাই। সাধাৰণ সাজ-পাৰ। কথাত শিক্ষাৰ গৰ্ব নাই। কিবা বেলেগ সোৱাদ পাইছিলোঁ। প্ৰশংসা কৰিছিলোঁ। তাৰ পিচতে জৰি গৈছিল। আজি ১৫ দিনমান আগতে আহিছিল আমাৰ ঘৰলৈকে। মায়ে হে মত দিব নোখোজে। মানে ভীষণ আপত্তি। সিহঁত বোলে জাতত আমাতকৈ তল। ... এইবাৰ সেই কাৰণে আহিছোঁ, বিয়া হওক বা নহওক, প্ৰেমকে কৰি আছোঁ দুদিন।" মৃণালে হাঁহি হাঁহি কাহি দিছিল।

"তাৰ মানে প্ৰেম-পৰিণয়?"

"হয়, আপোনালোক লেখকৰ ভাষাত তাকে ক'ব লাগিব। জানে মিস্টাৰ দত্ত বৰ বেজা ছোৱালীজনা। কিবা সৰু ছোৱালীৰ দৰে গপ পাতে, তৰ্ক কৰে, তাত

নোখোৱা হয়। সেই কাৰণে বেছি ভাল লাগিছে। বি. এ.লৈকে পঢ়া। এবিক্ৰো-ক্ৰেটিক ফেমিলিৰ ছোৱালী। মা-য়ে তথাপি জাত বিচাৰ কৰে।"

"নামটো কোৱাত আপত্তি আছে নেকি?"—অভয়ৰ জানিবৰ মন গৈছিল।

"নিশ্চয় নাই। মিচ্ জাহ্নু হাজৰিকা। জানে নেকি?"

"নামটো শুনিছোঁ"—অভয়ে উত্তৰ দিছিল। লগে লগে তাৰ মনত পৰিছিল, জাহ্নুৰ হঠাতে হোৱা সাধাৰণ সাজ-পাৰৰ প্ৰতি লোভ, সক ছোৱালীৰ দৰে তাৰ আগত মিনতিৰ ঘৰত কৰা অভিমান, তৰ্ক, আদিৰ কথা। তেন্তে জাহ্নুৱে এই সকলোবোৰ তাৰ ওচৰত অভ্যাস কৰিছিল মৃণালৰ কাৰণে? নে মৃণালৰ ভাল লগাবোৰ অভয়ৰো ভাল লাগে নে নালাগে তাকে প্ৰমাণ কৰিব খুজিছিল? নে অভয়ক পোৱা হ'লে তাই মৃণালক বাদ দিলেহেঁতেন? নিজে নজনাকৈয়ে অভয়ে মৃণালক সুধি পেলাইছিল—"তেখেতেও নিশ্চয় আপোনাক ভাল পায়।"

"এ নক'ব। এবাৰ মই চিঠি দিওঁতে পলম কৰাৰ কাৰণে দুদিন ভাত খোৱা নাছিল। তাৰ পিচতে ডিব্ৰুগড়লৈ বাপেকৰ লগত আহি মোৰ বাগিচা পাইছিলহি"—মৃণালে গৰ্ব কৰিয়েই উত্তৰ দিছিল। অভয়ে নিজকে মুখ ভেঙুচাই কৈছিল—'যা এতিয়া সোধগৈ, জাহ্নুৱে কাক ভাল পায়।'

জীপ গৈ আছিল। অভয়ৰ চকুৰ আগত ভাহি উঠিছিল আগদিনা হীৰাখনি চাহ-বাগিচাত কটোৱা সন্ধ্যাটোৰ কথা। এই সন্ধ্যাটোৰ অভাৱনীয় ঘটনা এটাই তাক ভাবিবলৈ বাধ্য কৰাইছিল—আৰু এদিন থাকি যাব নেকি? কিন্তু মৃণাল ৰাতিপুৱাই ওলাইছিলহি। কোনেও থাকিবলৈ কোৱা নাছিল। সি বাধ্য হৈ সেইদিনা মৃণালৰ লগত গুচি আহিছিল। মৃণালে জাহ্নুৰ কথা কোৱাৰ পিচত সি খন্তেক ভাবিছিল, গুচি আহি ভালেই কৰা হ'ল বুলি।...হঠাতে তাৰ মনত পৰিছিল, তাৰ জেপত এপইচাও নাই। পইচা নথকা খালী মনিবেগটো জেপৰপৰা উলিয়াই আগদিনা সন্ধিয়াৰ জীয়া-স্মৃতিৰ সাক্ষী বিচাৰিছিল সি। কিন্তু, বেগটো খুলি সি আচৰিত হৈছিল। পূৰা ৮৫ টকাই আছিল। কেতিয়া থ'লেহি বাৰু? সি ভাবি উলিয়াব পৰা নাছিল। তাৰ চকুত আগত ভাহি উঠিছিল, বেগত টকা নোহোৱা হোৱাৰ ঘটনাক কেন্দ্ৰ কৰি ঘটা আগদিনা সন্ধিয়াৰ আন আন ঘটনাবোৰ...একেবাৰে অবিকল ৰূপত:

ৰাজীৱৰ মাকৰ এটা বিলাসিতা—দিখৌৰ পাৰত ফুৰিবলৈ যোৱা আৰু লগত কাৰোবাক পালে নিজৰ আধুনিক ভাবধাৰাৰ বিষয়ে সেই সুযোগতে কথা কোৱা। ইমান দিন ৰাজীৱহঁতৰ ঘৰত বহি বহি খাই তাৰ এনেয়ে বেয়া লাগিছিল—কিন্তু, গুচি যাবও পৰা নাছিল। কেতিয়াবা ভাবিছিল, মেঘুৰ লগত বহিত থকাৰ কথা। কিন্তু, মেঘুৰ ঘৰত পাওক লচ্মী আছিল। আৰু, বস্তিত থাকিম বুলি ভাবি বা কৈ নিজক প্ৰগতিবাদী বুলি প্ৰমাণ কৰা সহজ; কিন্তু সিহঁতৰে এটা হৈ থাকিবলৈও কি সিমান সহজ? চাহ-বাগিচাৰ মালিকৰ বঙ্গলাৰপৰা পোনে পোনেই কুলীৰ বস্তিলৈ? মালিকেও হাঁহিব, কুলীয়েও সন্দেহ কৰিব। যি কোনো সাধাৰণ মধ্যবিত্ত মানুহৰ দৰে সকলো অন্তৰ্দ্বন্দ্ব তাৰ আছিল। জীৱনত সি প্ৰথম অনুভৱ কৰিছিল, দুখীয়াৰ কাৰণে

চিন্তা কৰাৰ বিলাসিতা কিমান সহজে আৰু নিজক সিঁহতৰ লগতে মিলাই দিয়া কিমান টান।

মৃণালৰ লগতে জীপত উঠি গুচি অহাৰ আগ দিনাৰ কথা। আবেলি ৰাজীৱৰ মাকৰ লগত সি দিখৌৰ পাৰত ফুৰিবলৈ গৈছিল। প্ৰায় এঘণ্টা ফুৰি আৰু ৰাজীৱৰ মাকৰ বৰ বৰ কথাবে নিজৰ কাণ দুখনক পাৰেমানে বিৰক্ত কৰি সি ঘূৰি আহিছিল ঘৰলৈ। তেতিয়া প্ৰায় ৬ বাজে। বাৰাণ্ডাতে থকা বেতৰ চকীখনত নীলা বহি আছিল—বাপেকৰ কুকুৰটোক সাৱটি ধৰি। কুকুৰ এটাৰ কাৰণে ইমানখিনি গাভৰু-মৰম অপব্যৱহাৰ কৰা কথাটো কিবা কিবা লাগিছিল তাৰ। ৰাজীৱৰ মাকৰ লগতে সি আহি নীলাৰ ওচৰত থিয় হৈছিলহি—এনেয়ে মুখত হাঁহি এটা লৈ। কিন্তু, নীলা বহি আছিল—মুখত এলোপা খং লৈ। আদৰুৱা জীয়েকক মাকেই প্ৰথম সুধিছিল,

"কি কৰিছ অকলৈ বহি বহি?"

"বোৱা—নামাতিবা মোক।"—খুব খঙেৰে কথাকিটা কৈ তাইৰ গাত মাকে মৰমেৰে দিয়া হাতখন এছাৰ মাৰি পঠিয়াইছিল।

"কিনো হ'ল তোৰ?"—মাকে মৰম কৰি সুধিছিল।

"একো হোৱা নাই।"—নীলাই মুখ ঘূৰাই বহিছিল।

"মই তোৰ ওচৰতে বহোঁ দে"—মাকে জীয়েক বহি থকা চকীখনৰ চুকতে বহিব খুজিছিল।

"কুহলিয়াবহি নালাগে, বোৱা ঘূৰিয়েই ফুৰাগৈ। তুমি মোৰ ওচৰত নবহিলেও হ'ব।"--মাকক তাই ঠেলি তুলি দিছিল।

"—শুনিছা অভয়? মই দেখিয়েই বুজিছিলোঁ, মহাৰাণীৰ কিবা এটা খং উঠিছে। এতিয়া হে বুজিছোঁ, তেওঁক এৰি থৈ-যোৱাটো দোষ হ'ল।"

"সেইটোনো কি কথা? আহা নীলা—আমি ফুৰি আহোঁগৈ।"—অভয়ে কথাটো সাধাৰণ কৰি সক ল'ৰা-ছোৱালীৰ দৰে নীলাক ফুচুলাব খুজিছিল।

"গৰজ পৰিছে মোৰ তেওঁৰ লগত ফুৰিবলৈ যাবলৈ।"

অভয় মহা বিমোৰত পৰিছিল। এই ছোৱালীজনীক জোকাই ল'বলৈ তাৰ বৰ ভয় লাগিছিল। ওঠৰ বছৰীয়া ছোৱালীজনীয়ে কেঁচুৱা ছোৱালীৰ দৰে যিহকে পায় তাকে কৰিছিল, যিহকে ভাবে তাকে কৈছিল।

হয়, এই নীলাজনীক সি সঁচাকৈয়ে ভয় কৰিছিল। মাক-বাপেকলৈকো ভয় নকৰিছিল তাই। আদৰৰ ছোৱালী। তাইৰ উৎপাতত এখন্তেক সুখেৰে বহিব নোৱাৰি। দিনত এটা বাগৰ মাৰিবলৈ অভয় বিচনাত পৰেগৈ, তাই ক'ৰবাৰপৰা আহি মুখত সেন্দুৰ বা পাওডাৰ কিছুমান সানি দৌৰি পলায়। ভাত খাবলৈ বহিব, সি খাবলৈ ভাতকিটা মুখলৈ নিওঁতেই হাতৰ ঠাবিত ধৰি দিব। তাৰ পাচত হাঁহি। এদিন সি কফি একাপৰ এসোৱাহ খাই ওচৰতে থৈ কিতাপ পঢ়ি আছিল। তাই ক'ৰবাৰপৰা চিঞা অহাদি আহি কফি কাপ খাই শেষাইছিল। সি খাই থোৱা কফি বুলি ভুকুৱে ক'লত তাই সুধিছিল—"কিবা বেয়া বেমাৰ আছে নেকি তোমাৰ?" এদিন ভাত খাই থাকোঁতে আৰু এটা কাণ্ড হৈছিল। সি নাইলেবে ভাত খাই

থাকোঁতেই তাই তাৰ মাছখিনি নি খাই পেলাইছিল। মাকে খুব গালি পাৰিছিল। কৈছিল,—'তোৰ উৎপাতত আমাৰ ঘৰলৈ মানুহ নহাই হ'ব'। তাই কেঁকুৰি কেঁকুৰি কান্দি দিছিল। এইবাৰ তাইৰ কান্দোন বন্ধ কৰিবলৈ সকলোৱে ভাত-পানী এৰি চেষ্টা কৰিবলগীয়া হৈছিল। আন এদিন তাই বাৰাণ্ডাত থিয় হৈ চাহ খাই আছিল। অভয়ে ওচৰেৰে চকীখনত বহি সুধিছিল—এনেয়ে সুধিছিল—'কি খাইছা'? তাই ওভোতাই প্ৰশ্ন কৰিছিল, 'চাবা নেকি?' অভয়ে হাঁহি 'চাওঁ' বুলি কোৱাৰ লগে লগে তাই তাইৰ আধা খোৱা চাহখিনি তাৰ কাপোৰত ঢালি দিছিল। তাৰ ভীষণ খং উঠিছিল। কি অসভ্য ছোৱালী। সি কাপোৰখোৰ খুলি থৈছিলগৈ, তাইক একো নোকোৱাকৈ। তাৰ পাচত তাইৰ ফালে কেৰাহিকৈও নোচোৱাকৈ বাৰাণ্ডাৰ আনটো চুকত মনে মনে বহি আছিল। তাই সাউৎকৰে ভিতৰলৈ উঠি গুচি গৈছিল। আধা ঘণ্টামানৰ পিচত বাপেকৰ সৈতে কথা পাতি সি বহি আছিল। এনেতে তাই আধা-তিতা কাপোৰেৰে আহি ওচৰতে থিয় হৈ হাঁহি হাঁহি কৈছিল—'চাহ পৰা কাপোৰখোৰ ধই ধুই দিলোঁ। এতিয়া কথা পাতিবা?' বাপেকে কি হ'ল বুলি সোধাত তায়ে ঘটনাটো কৈ দিছিল। বাজীৱৰ বাপেকৰ আগত তাৰ লাজ লাগিছিল। বেচেৰীক এনেয়ে কষ্ট দিয়াৰ কাৰণে বেয়াও লাগিছিল। বাপেকে মৰমতে জীয়েকক বুকুত সাৱটি কৈছিল—"এইজনী পাগলী। তাইৰ কথাত নালাগিবা আকৌ।" অভয়ৰ মৰিবৰ সমান লাজ লাগিছিল। তাৰ পিচৰপৰা তাইৰ উৎপাতবোৰ সি নীৰৱে সহ কৰি গৈছিল। নহ'লে হয়তো তাই উৎপাত বেছি কৰিব বা কান্দি অশান্তি কৰিব বুলিয়েই। এদিন সি যাবলৈ ওলাইছিল। সকলো ঠিক কৰি, সকলোকে মাত লগাই যাবলৈ ওলাই সি চাইছিল, তাৰ বেগটো থোৱাৰপৰাই নাই। বিচাৰি আৰু নাপালে। ট্ৰেনলৈ যোৱাৰ সময় পাৰ হোৱাৰ পাচত নীলাৰ নিৰ্দেশ মতে চাকৰ এটাই চাহ-গছৰ মাজৰপৰা সেইটো আনিছিলগৈ। খঙতে সি তাইৰ ফালে চাইছিল। তাই তেতিয়া নিশ্চিন্ত মনে কিতাপ পঢ়াত ব্যস্ত। যেন একো নাজানে। এই পাগলামিবোৰৰ অৰ্থ সি কোনো দিন ঠাৱৰিয়াব পৰা নাছিল।...মাজে মাজে সি ভাবিছিল—ইমান অফুৰন্ত প্ৰাণ-শক্তিৰে ভৰা ছোৱালী এজনী বাৰু চাহ-বাগানৰ ঘৰত বুঢ়া বাপেক-মাকৰ লগত কেনেকৈ থাকে? বন্ধু-বান্ধৱী এজন জৈ হৈ হৈ কৰি কটোৱা বয়স। সেই কাৰণে উপায় নাপাই পাগলামিকে কৰে।

··অভয়ে মৰম কৰি ওচৰৰপৰা তাইক আকৌ কৈছিল,

"গৰজটো বাৰু যোৰেই। ব'লা ফুৰোঁ। বগুলাৰ ফুলনিতে ফুৰিম ব'লা।"

"যোৱা বুলি কৈছোঁ নহয়। মোৰ খং উঠিলে বেয়া হ'ব।"—তাই উত্তৰ দিছিল। অভয়ে নিৰুপায় হৈ আকাশলৈ চাইছিল।

"বাপেকে মৰম কৰি, মৰম কৰি এইক নষ্ট কৰিলে"।—মাকে হতাশ হৈ কৈছিল। আৰু যেন অভয়ে তাইৰ কথাত বেয়া নাপাবৰ কাৰণেও কৈছিল।

"তোমাৰ কি হ'ল? নষ্ট হই হে হৈছোঁ।"

—নীলাৰ উত্তৰ দিওঁতে অকণো পলম নহ'ল। তাইৰ কথাবোৰত এটা গঢ়া খঙৰ সুৰ।

"মই দেউতাবক কওঁগৈ"—মাকে ভয় দেখুৱাইছিল।

"যোৱা, তোমাব স্বামী দেবতাই মোব কাণ দুখন কাটি ভোবতাল বজাব"—তাই মুখ ভেঙুচাই উত্তৰ দিছিল। অভয়ে নাহাঁহি নোৱাৰিছিল।

"মই অকলেই ফুবিবলৈ যাম"—এইবুলি নীলা বহাবপৰা উঠি থিয় হৈছিল। পিন্ধি থকা মেখেলা-চাদবযোবকে সংযত কবিবলৈ গৈ বেছি অসংযত কবি লৈছিল। তাব পাচত দুপ্ দুপ্ কৈ খটখটীয়েদি নামি তল পাইছিলগৈ।

"এইক লৈ কি যে কবোঁ পাই। এতিয়া বা আকৌ পাগলীয়ে ক'ত কি কৰেগৈ!"—মাকে নিৰুপায় হৈ নিজকে নিজে কৈ বাবাণ্ডাব বেলিঙত ভেজা দি তললৈ চাইছিল। অভয়ে কোনো উত্তৰ নিদি তললৈ নামি গৈছিল। নীলা তেতিয়া গেট পাব হৈ কল-ঘবলৈ যোৱা বাটত উঠিছিল। সি প্ৰায় দৌবি গৈ তাইক লগ ধৰিছিলগৈ।

"লাজ নালাগে ছোৱালীৰ পাচে পাচে আহিবলৈ"—তাই ঘূৰি চাই কৈছিল।

"নালাগে"—অভয়ে ভয়ে ভয়ে উত্তৰ দিছিল। অভয়ে ভাবি চাই দেখিছিল, তাইব আজি খং ভাঙিবলৈ সাধাবণ এক্যো কবিলে নহ'ব। কিবা বিশেষ বুদ্ধি কৰিব লাগিব। কাবণ অভয়ে জানিছিল, তাইৰ এনেকুৱা খঙক বাপেকেও ভয় কৰে। বাপেককো তাই কম উৎপাত নকৰে। বাপেকে মদ খায়। বাতি খাই খাই প্ৰায়ে বেহুচ হৈ পৰি যায়। মৈণীয়েকে হেজাব চেষ্টা কৰিও একবাব পৰা নাছিল। দিনটো ভালে থাকে। শপত খায়, আক মদ নোচোৱে বুলি। কিন্তু, বাতি সকলো পাহৰি আকৌ মদব বটল খোলে। বন্ধু-বান্ধৱেৰে ভৰি পৰে ঘব। কিন্তু, নীলা ঘবত থাকিলে বৰকাৰ বিপদ। তাই ঠিক ১০ মান বজাত গহীনভাৱে বাপেকৰ ওচৰলৈ গৈ মদে সৈতে গিলাচটো লগি মাৰি পেলাই দিয়েগৈ। গালি পাৰিলেও ভয় নকৰে। সেই কাবণে তাই থাকিলে বাপেকে লুকাই-চুবকৈ হে মদ খায়। কেতিয়াবা ধৰা পৰি তাইব ভৰিয়ে-হাতে ধৰে—"আজিলৈ এব মা, আক নাখাওঁ"। তাই মাকে সক ল'ৰাক শাসন কবি নিয়াদি বাপেকক নি ভাতব আগত বহুৱায়গৈ। তাব পাচত খিল্‌খিল্ হাঁহি। বাপেকে হুমুনিয়াহ কাঢ়ি কয়—"তই ওলাই গ'লে এই ঘবখনত আক থাকিব নোৱাৰি।" তাই হাঁহিয়েই উত্তৰ দিয়ে—"ভয় নাই, মই বাক বিয়া কবাম, তাক কৈ দিম আমাব ঘবত থাকিলে হে বিয়া হ'ব। নহ'লে নহয়"। বাপেকে মৰমতে সাবটি ধৰে। মাকে কয়—"কোনোবাই চৰিয়াব তোক এইবোৰ কথা শুনিলে।" তাই মুখ ভেঙুচাই উত্তৰ দিয়ে—"হয় নে?"

অভয়ব মূবত এটা বুদ্ধি খেলাইছিল। ইকালে-সিকালে চাই সি হঠাতে বাস্তাতে বহি তাইব ভৰিত ধৰাব নিচিনা কবি সুধিছিল, "কোৱা, ক্ষমা কবিছা?"—এক মুহূৰ্তব কাবণে তাই হতভম্ব হোৱা যেনহাটো চকুত ওলাই পৰিছিল। কিন্তু, পিচ মুহূৰ্ততে তাই গহীন হৈ কৈছিল, "আচ্ছা, আজিব কাবণে মাফ্ কবিছোঁ। কিন্তু আগলৈ আক এনেকুৱা নকবিবা।"

"দিবা আজ্ঞা মহাৰাণী"—অভয়ে বহাবপৰা উঠি থিয় হৈ হাতযোবকৈ কৈছিল।

"ব'লা, এতিয়া মই বিকালে যাওঁ সেইফালে গৈ থাকা। মনত ৰাখিবা, আমি ফুৰিবলৈ ওলাইছোঁ"—তাই খিল্‌খিল্‌কৈ হাঁহি দিছিল। অভয়ে স্বস্তিৰ নিশ্বাস পেলাই কৈছিল—"তুমি মানুহ পাগল কৰি দিবা।"

"ভয় নাই, তোমাক নকৰোঁ। ভয় খাইছা নেকি ?···ব'বা মই ঘৰত গৈ দেউতাক কৈ দিমগৈ"—কৈ কৈ তাই হাঁহি হাঁহি বাটৰ দাঁতিৰ চাহ-গছৰ পাত ছিঙাত লাগিছিল। প্ৰত্যেকটো কথা তাই বাপেকক ক'লেগৈ হে হয়।

"যি কৰা কৰিবা। তোমাক নকৰিবা বুলিলে বেছি হে কৰিবা।"

"বেচেৰা, ইমান ভয় খাইছা কিয় ? নকওঁ বাক। তুমি কিন্তু বৰ ভীৰু।"

"এতিয়া কোনফালে ?"—সি 'ভীৰু' শব্দটো শুনাৰ ভাও ধৰিছিল।

"সেই কল-ঘৰৰ ফালে। কেইটা বাজিল বাৰু ?"

"চাৰে ছয়"—অভয়ে হাতৰ ঘড়ীটো চাই কৈছিল।

"চাওঁ ঘড়ীটো মোক দিয়াচোন। মই পিন্ধো।" তাই অভয়ৰ হাতৰপৰা ঘড়ীটো খুলি নি নিজে পিন্ধি লৈছিল।

কথা পাতি গৈ গৈ সিহঁত বাগানৰ কেঞাৰ-দোকানখনৰ আগ পাইছিলগৈ।

"এই কেঞাৰ দোকানখনলৈ যাওঁ ব'লা।"

"কিয় ?" অভয়ে আচৰিত হৈ সুধিছিল।

"কিচ্‌মিচ্‌ নিম।"

নীলাৰ পাচে পাচে অভয় গৈছিল। কেঞাটো উঠি নমস্কাৰ দি কৈছিল, "মেমচাহাব।"—বেচেৰা কেঞাটো আচৰিত হৈছিল।

"কিচ্‌মিচ্‌ দিয়া আধা সেৰ।"

কেঞাই কিচ্‌মিচ্‌ আনিবলৈ যাওঁতেই নীলাই অভয়ক সুধিছিল, "পইচা আছে ?"

"আছে।"

"কিচ্‌মিচৰ দাম দিব লাগিব। মোৰ নাই।"

কিচ্‌মিচ্‌কিটা কিনাৰ সুবিধা পাই অভয়ে ভালেই পাইছিল। এনেয়ে ইমান দিন সিহঁতৰ ঘৰত খাইছে। তাৰ প্ৰতিদান দিয়াৰ কোনো উপায় পোৱা নাই। এটা পইচাও তাৰ খৰচ হোৱা নাই। সি জেপৰপৰা বেগটো উলিয়াই কিমান দিব সুধিছিল।

"চাওঁ মই ল'ম।"

তাই অভয়ৰ হাতৰপৰা বেগটো লৈ কেঞাটোক দহটকীয়া নোট এখন আগবঢ়াই দিছিল। কেঞাই কোনোমতে পইচা নল'লে। কিচ্‌মিচ্‌খিনি সিহঁতৰ বঙলালৈ পঠিয়াই দিবলৈ কৈ নীলা অভয়ক লৈ দোকানৰ বাহিৰ ওলাইছিল।

"বেগটো মোৰ হাতত থাওক"—নীলাই গৈ থাকোঁতে কৈছিল।

"থাওক, পিচে কি হ'ল।" অভয়ে অকণো বেয়া পোৱা নাছিল।

"কিমান টকা আছে বেগত"—তাই সক ছোৱালীৰ দৰে সুধিছিল।

"৫০।৬০ টকামান হ'ব বোধকৰোঁ।"—অভয়ে হিচাপ নকৰাকৈ কৈছিল।

"মাত্ৰ ?"—তাই চকু দুটা ডাঙৰ ডাঙৰ কৰি দিছিল।

"বেছি ক'ত পাম ? মই তো আৰু চাহ-বাগিচাৰ মালিক নহয়"—অভয়ে অপমানটো সহ্য কৰিব নোৱাৰি কঢ়ভাৱেই উত্তৰ দিছিল।

"বেচেৰা, বৰ দুখীয়া তুমি, নহয় ? পিচে, এইকিটা টকাও মোৰ হাতত থাকিলে তোমাৰ ভয় নালাগে ?"—নীলাই হাঁহি সুধিছিল।

"ভয় লাগিব কিয় ?"—অভয়ে বুজিব পৰা নাছিল।

"যদি খৰচ কৰি পেলাওঁ ?"

"ভালেই পাম"—অভয়ে উত্তৰ দিছিল। সি জানিছিল বাগিচাৰ ভিতৰত পইচা খৰচ কৰাৰ উপায় নাই। আৰু, নীলাই তাৰ পইচা অলপ খৰচ কৰিলে সি ভালেই পাব যেন লাগিছিল। ইমান দিন থকা-খোৱাৰ কিবা এটা প্ৰতিদান দিয়া হ'ব বুলি ভাবিছিল।

সিহঁত আহি তিনি নম্বৰ কুলী-লাইনৰ ওচৰ পাইছিলহি। এক মিনিটমান মনে মনে গৈ থকাৰ পাচত নীলাই সুধিছিল,

"৩ নম্বৰৰ দুখু চৰ্দাৰক চিনি পোৱা ?"

"নাপাওঁ"—অভয়ে কৈছিল।

"ব'বা, মই মাতোঁ। খুব ভাল লাগে বুঢ়াক। মোক সকবেপৰা কোলাত লৈ ডাঙৰ কৰিছে বোলে। ঠিক মেঘুৰ নিচিনা।"—কৈ কৈ তাই কুলী-লাইনৰ এমূৰে থিয় হৈ 'দুখু দুখু'কৈ চিঞৰিছিল। দুখু দৌৰি ওলাই আহি তাইৰ আগত হাতযোৰকৈ থিয় হৈছিলহি। তাই সুধিছিল—

"আজি তই বঙলালৈ খোৱা নাই কিয় ?"

"দিদিমণি ব'থাৰ হেয়। হাজিৰা ভি কামাই হুৱাহে ·" দুখুৰ মনৰ দুখ কথাবোৰত লাগি আছিল।

"দাৱাই খাতাহে।"

"হাঁ, দিদিমণি।"

খন্তেক বৈ নীলাই কি ভাবিছিল। অভয়ে দুখুলৈ চাই আছিল। ইমান সবল বুঢ়াৰ চকুজুৰি।

নীলা দুখুৰ ওচৰ চাপি গৈ হাতখন আগবঢ়াই দি কৈছিল, "এই লাও। তোমহাৰা ভাত-মাছ আউৰ দাৱাই ভি খালেগা। আৰ তিন নম্বৰকা চবকো একৰোজ খানা খিলায়েগা। আচ্ছা হো জায়েগা। চবকো বল, হামাৰা চাদি হনেকো আশীৰ্বাদ দেকে খায়েগা"—তাই হাঁহি হাঁহি কৈছিল।

দুখুৱে ভয়ত কঁপি কঁপি হাত পাতি লৈ গণিবলৈ চেষ্টা কৰিছিল।

"ঠিক হেয়, ৮৫ ৰূপয়া। ইচ্‌কা ৫০ ৰূপয়াকা ভোজ খায়েগা আৰ বাকী চৰ্ব তোমহাৰা।"

দুখু অবাক। সি ল'বলৈ সন্দেহ কৰিছিল। এই পাগলী ছোৱালীজনীক সি ভালকৈ জানিছিল।

"ঠিক হেয়, হাম বাবাকো বলকে লিয়া। যায়েগা হাঃ"।

দুখুৱে হাতযোৰ কৰিছিল। অভয় অসৰ-অচৰ হৈ বৈ আছিল। তাৰ মূৰটো কিবা হৈ গৈছিল। তাৰ বেগত থক' এটাইকিটা টকা উলিয়াই তাই দুখুক দি দিছিল।

সি যাক মানুহটো আগত থাকোঁতেই নিদিবা বুলি কয় কেনেকৈ ? এনে উৎপাতৰ অর্থ বিচাৰি সি পোৱা নাছিল। এতিয়া যাবৰ সময়ত সি ক'ৰ পইচা পাব। কাক খুজিব ?—তাইৰ হাতত বেগটো দিয়াৰ কাৰণে নিজকে দোষ দিছিল সি। প্ৰত্যেকটো কথাকে ধেমালি বুলি লোৱা এনেকুৱা ছোৱালী সি কেতিয়াও লগ পোৱা নাছিল। নীলাই 'আহা' বুলি মতাৰ লগে লগে তাই যোৱা ফালে আগবাঢ়িছিল অভয়। মনে মনে ভাবিছিল কুলী-লাইনবপৰা অলপ আঁতৰি গৈয়েই সি তাইক আজি টানকৈয়ে কথা ক'ব। বেয়া পালেও পাব। এনেকুৱা অত্যাচাৰ অসহ্য। তাই কিন্তু হাঁহি হাঁহি খালী বেগটো জোকাৰি দেখুৱাই অভয়ক কৈছিল,

"চোৱা, তোমাৰ বেগত এটাও পইচা নাই।"

"খুব ভাল কৰিলা। কিন্তু, মোক যাবৰ সময়ত কোনে পইচা দিব ?"

"মই দিম।"

"তোমাৰ পইচা মোক নালাগে"—অভয়ে খঙেৰেই কৈছিল।

"বেচেৰা, বেয়া লাগিছে নহয় ?"

"বেয়া নালাগি ভাল লাগিব নে ? ভাল কাম এটাত খৰচ হোৱা হ'লেও⋯ ⋯"

"কিনো বেয়া কামত খৰচ হ'ল ? দুখীয়া মানুহ এটাই পালে। তুমিয়েই দেখোন কুলীবোৰৰ কাৰণে খুব ফিল্ কৰা ?"—তাই সুধিছিল।

চাংবঙলাৰ পিচফালৰ বাৰীৰ কাষত থকা খেল-পথাৰখন পাইছিলহি সিহঁত। টেনিচ খেলা পথাৰ, দুফালে লোহাৰ জাল। চাৰিওফালে জোপোহা গছ। নিস্তব্ধ। দূৰত চাংবঙলাটো পুতলাৰ ঘৰ যেন দেখি।

"পেংলাই কৰি কথা কৈ নাথাকিবা। ইমানজনী ছোৱালী, লাজ নালাগে অসভ্যামি কৰিবলৈ"—অভয়ে খঙতে ভদ্ৰতা পাহৰি কৈ পেলাইছিল। সি নীলাক ছোৱালী বুলিয়েই পাহৰি গৈছিল।

হঠাতে তাই কঁকালত হাত দি অভয়ৰ আগত থিয় হৈছিল—"ছোৱালীৰ আগত বঙা চকু দেখুৱাবলৈ লাজ নালাগে ? ইয়াকে শিকি উচ্চ শিক্ষিত হৈছা ? সাধাৰণ টকা কেইটামানৰ কাৰণে ছিঃ।" নীলা যেন ৰণচণ্ডী—"দেউতা আগত থকা হ'লে ক'বলৈ সাহ হ'লহেঁতেন নে ? কাপুৰুষ। তোমাৰ নিচিনা অভদ্ৰ মানুহক মোৰ নিচিনা ছোৱালীয়ে ভয় নকৰে।"

অভয় একেবাৰে চেঁচা পৰি গৈছিল। এইবোৰ গালি খাবলৈকে সি ইয়াত আছিল নে ? ছিঃ—তাৰ বৰ লাজ লাগিছিল। এই বলিয়া ছোৱালীজনীলৈ তাৰ ভয়ো লাগিছিল।

"মাফ্ কৰিবা, একো নভবাকৈ এনেয়ে ক'লোঁ। তুমিতো মোৰ ভনীৰ নিচিনা।"—সি অনুতপ্ত হৈ কৈছিল।

"অসভ্যামি কৰি নিজক সকৰাবলৈ মই তোমাৰ ভনী হৈ পৰিলোঁ নহয় ? কি নিলাজ তুমি ? ছিঃ"—ইমান ঘিণ কৰি শব্দবোৰ উচ্চাৰণ কৰিছিল নীলাই।

"মাফ্ কৰিবা ভাই, আৰু নক'ম।⋯" অভয় যেন ভাগৰি পৰিছিল। তাৰ অৱস্থা দেখি নীলাই খিলখিলকৈ হাঁহি দিছিল। "আহা, বহোঁ ইয়াতে"—

নীলাই অভয়কো হাতত ধৰি বহুৱাই দিছিল। আকৌ সক ছোৱালীৰ দৰে সুধিছিল,

"কিবা লুজেল-টুজেল আছে নে তোমাৰ জেপত ?"

'নাই'—সি এনেয়ে জেপত হাত দি কৈছিল।

"ঠিকেই, থকাটো হে অসম্ভৱ। কিচ্‌মিচ্‌খিনিকে লৈ অহা হ'লে ভাল আছিল।"

সি হঠাৎ সুধি পেলাইছিল,

"আচ্ছা নীলা—এটা কথা ক'বা ?"

"কি কথা ?"—বহুত দূৰলৈ চাই তাই সুধিছিল।

"আগতে কোৱা, ভালকৈ উত্তৰ দিবা বুলি।"

"আচ্ছা।"

"তুমি সদায় ইমান পাগলামি কৰা কিয় ?"

"ভাল লাগে কাৰণে।"

"কি ভাল লাগে ?"

"মানুহৰ খং তুলি ভাল লাগে।"

"টকাবোৰ দুখুক দি কি ভাল লাগিল ?"

"আকৌ সেই কথা ?" তাই হঠাতে খঙেৰে প্ৰশ্ন কৰিছিল। অভয়ে ভয়তে লবালবিকৈ সোঁৱৰাই দিছিল,

"সেয়া, তুমি ভালকৈ উত্তৰ দিম বুলিছিলা নহয় ?"

"আচ্ছা। ··দুখুৱে ভাল পালে—আনন্দ পালে। আৰু· "—তাই নিৰ্বিকাৰ-ভাৱে শান্ত হৈ কৈ গৈছিল।

"আৰু কি ?"

"তোমাৰ হাতত টকা নাইকিয়া হ'ল।"

"মোৰ হাতত টকা শেষ হ'লে তোমাৰ লাভ ?"

"লাভ ? তুমি নিঃসহায় হ'লা। মা-দেউতাক পইচা খুজিবলৈ তোমাৰ লাজ লাগিব। তুমি অন্ততঃ সাজে-পাৰে হ'লেও ভদ্ৰলোক। গতিকে মই ঘটনাটো জানো বেতিয়া মোকেই খুজিবা। মানে, তুমি এতিয়া মোৰ ওপৰত নিৰ্ভৰ নকৰি নোৱাৰা। এতিয়া তুমি মোৰ খং তুলিবও নোৱাৰা"—তাই ইমান গম্ভীৰ হৈ কৈছিল যে অভয়ে নাহাহি নোৱাৰিছিল। নিজৰ গুৰুত্ব বঢ়োৱাৰ কাৰণে কি শিশু-সুলভ চেষ্টা !

"চোৱা, সাত বাজি পোন্ধৰ মিনিট গ'ল"—তাই নিজৰ হাতত বান্ধি লোৱা অভয়ৰ ঘড়ীটোলৈ চাই কৈছিল।

"হয় নেকি ? ব'লা যাওঁ।"

"তোমাৰ ঘড়ীটো খুব মৰমৰ নহয় ?"

"ওঁ।"

"কোনে দিছিল ?"

"নিজে কিনিছিলোঁ।"

"কিমান দাম ?"—তাই হাতৰপৰা ঘড়ীটো খুলি জোনৰ পোহৰত চকুৰ ওচৰলৈ আনি চাইছিল।

"৬০০৲ টকা।"

ওপৰত এয়া গ্লাচ নে আন কিবা"—ঘড়ীটোৰ ওপৰত তাই হাত বুলাই চাইছিল।

"গ্লাচ নহয়। আনব্ৰেকেবোল চেলুলইড্। নাভাগে।"

"হয় নেকি ?"—এইবুলি তাই ঘড়ীটো মুখত লৈ কামুৰি দিছিল। টক্ কৰে শব্দ হৈ unbreakable চেলুলইড ফাটি গৈছিল। সহজভাৱে তাই কৈছিল, "ধেৎ, আনব্ৰেকেবোল নহয়।"

অভয়ৰ বুকুখন চিৰিংকৈ উঠিছিল। ইমান মৰমৰ তাৰ ঘড়ীটো এনেতে নীলাই আকৌ এবাৰ কামোৰ মৰাৰ শব্দ হৈছিল। অভয়ে থাপ মাৰি ঘড়ীটো নিজৰ হাতলৈ আনিছিল। ছিঃ, একেবাৰে ছিৰাছিৰকৈ ফাটিছিল। ডাঙৰ মানুহৰ জীয়েক বুলি তাই তাৰ ওপৰত এই সুবিধা লোৱা দেখি তাৰ অসহ্য খং উঠিছিল। খঙতে সি উঠিব খুজি সুধিছিল—"কিয় ভাঙিলা ঘড়ীটো ?"

"মনত থাকিবলৈ"—খুব সহজ তাইৰ উত্তৰ।

"এইবোৰক ধেমালি নোবোলে।"

"অভয়—তুমি সাহ পাই গৈছা ?"—তাই খঙেৰে সাৱধান কৰি দিছিল।

"তোমাৰ ভাবুকিলৈ মই ভয় নকৰোঁ"—অভয়ে এইবাৰ আক ভয় কৰা নাছিল।

"লোকক অসভ্য বুলিবলৈ লাজ নালাগে তোমাৰ, মিস্টাৰ অভয় দত্ত ?" নীলাই জানিবলৈ বিচাৰিছিল।

"ধাওঁ ব'লা, মানুহে শুনিলে কিবা হে বুলিব"—অভয়ে আক এটা কেলেংকাৰী বাদ দিব খুজিছিল।

"ভীৰু। কাপুৰুষ। এই সাহ লৈয়েই বৰমতা বোলাই ফুৰা। ছোৱালীৰ পিচে পিচে খিলভত ঘূৰি ফুৰোঁতে মানুহে কিবা নকয়। এতিয়া মোৰ লগত দেখি হে ক'ব। কাৰণ তোমাৰ লগত প্ৰেম কৰা নাই নহয়। সময়খিনি এনেয়ে যোৱা যেন লাগিছে, নহয় ?"—নীলাৰ কথাত ঘৃণাৰ সুৰ।

"এইবোৰ কথা তুমি কিয় কৈছা ? কোনো ভাল ছোৱালীয়ে এইবোৰ কথা নকয়।"—অভয়ে বুজাব খুজিছিল।

তুমি বেছিকৈ ভাল-বেয়াৰ কথা কৈ নাথাকিবা মিস্টাৰ দত্ত। মই কিমান অসভ্য হ'ব পাৰোঁ জানিলে তোমাৰ প্ৰাণ-বায়ু উৰি যাব"—নীলাৰ খং বেছি হৈ আহিছিল।

"হৈছে আক ভয় দেখুৱাই লাভ নাই"—অভয়ৰ আমনি লাগিছিল। "কি...??"—বহাৰপৰা থিয় হৈ তাই চাদৰখন কঁকালত মেৰিয়াই লৈছিল। অভয়ে প্ৰমাদ গণিছিল। এইবাৰ হয়তো মাৰধৰ কৰিব। তাইৰ মুখলৈ সি চাই বুজিবলৈ চেষ্টা কৰিছিল, তাই কি কৰিব খুজিছিল। নীলাই এবাৰ হাত দুখন মোহাৰি লৈ সোঁহাতেৰে অভয়ক চুলিত ধৰি জোকাৰি দিছিল। অভয় খঙত জ্বলি উঠি তাইৰ হাতত ধৰিব খুজিছিল। বাঁওহাতেৰে তাই অভয়ৰ হাতখন এচাৰ মাৰি দি কৈছিল—'যোৱা বাবাক কোৱাগৈ।"

অভয়ে খণ্ডত একোনাই হৈ তাইক বাহুত ধৰি থেকেচা মাৰি বহুৱাই দিছিল। এনেকুৱা ছোৱালীক কথাৰে নোৱাৰি।

"খুব বীৰত্ব দেখুৱালা ছোৱালী এজনীক থেকেচা মাৰি বহুৱাই, বীৰপুৰুষ!"—বুলি দাঁত কৰচি কৈ তাই তাক চুলিত ধৰি জোকাৰি পেলাইছিল। অভয় একেবাৰে বিবুদ্ধি হৈছিল। কিহৰ পাল্লাত পৰিছিল সি বুজিব পৰা নাছিল। "নিশ্চয় নীলা পাগল হৈছে"—সি ভাবিছিল। বাজীৱইঁতে তাক কোৱা নাই। সেই কাৰণে হয়তো আনি ঘৰত ৰাখিছে। এইৰ লগত অকলে বেছি পৰ থকা ভাল নহয়। তাইৰ ফালে মুখ তুলি চাই সি দেখিছিল, খণ্ডত তাই কঁপি কঁপি দাঁত কামুৰি আছিল। সি বাক কৰে কি?

আকৌ তাৰ চুলিত ধৰি তাই কৈছিল—

"বঙা চকু দেখুউৱাচোন আকৌ।"

অভয় নিমাত।

"অসভ্য বুলি কোৱা।"

অভয় নিমাত।

"কাটি টুকুৰা-টুকুৰ কৰিম।"

অভয় ভয়ে ভয়ে মনে মনে বহি আছিল।

"এওঁ মোক সভ্যতা শিকায়। মহাপুৰুষ। কাৱাৰ্ড্—কাপুৰুষ ক'ৰবাৰ… "

পাগলী হ'লেও ইমান গালি সহ্য কৰা অসম্ভৱ। তাৰ তেজ গৰম হৈ আহিছিল। তাইৰ ফালে সি খঙেৰে চাইছিল।

তাই দাঁত-মুৰ কৰচি সুধিছিল,

"আকৌ ৰঙা চকু? শিক্ষা হোৱা নাই?"—

"তুমি ‥"—অভয়ে প্ৰতিবাদ কৰিব খুজিছিল।

"চুপ—মোৰ অসভ্যামি এতিয়াও শেষ হোৱা নাই। মজা পাই যাবা"—তাই ভয় দেখুৱাইছিল।

'নীলা?"—সি উপায় নাপাই খঙেৰে চিঞৰি দিছিল।

"কিমান অসভ্য হ'ব পাৰোঁ চাব খুজিছা?"—তাই তাৰ কপালৰ চুলিকোছাত এহাতেৰে ধৰিছিল। যেন বলি কটা মুৰ এটা হে। তাৰ ৰাজীৱলৈ মনত পৰি বৰ খং উঠিছিল—এনেকুৱা এখন ঘৰত অকলৈ এৰি যোৱাৰ কাৰণে।

চুলিকোছাত ধৰি পিচলৈ টানি, তাই তাৰ আগত আঁঠুকাঢ়ি তাৰ চকুলৈ বাঘে চোৱাদি চাইছিল। সি বাধা দি বেছি খং তোলাৰ চেষ্টা নকৰি খং পাহৰাৰলৈ কৈছিল, "তেনেকৈ বহিলে যেখেলা লেতেৰা হ'ব।"—তাইৰ চকুৰ খং বেছি হে হোৱা দেখি সি মনে মনে আছিল।

তাইৰ সৌহাতখন এনেকুৱা এটা কপত আছিল যে ভুলতে তাৰ ফালে উটি আহিলেও তাৰ গালত লাগি এটা কাণপতীয়া চৰ হয়। সি সাজু হৈ আছিল তেনে অৱস্থা হ'লেই খাপ মাৰি ধৰিবলৈ।

সি তাইৰ চকুলৈ চাই আছিল।

তাই চকুৰ চাৱনিৰে তাক চোৱাই চোৱাই খাইছিল।

এনেকুৱা অৱস্থাত পৰিলে ভদ্ৰলোকে ভদ্ৰভাৱে কি কৰিব পাৰে সি ভাবিছিল। তাৰ অন্তৰ মনটোৱে তেনে কোনো কথা মনত থকাৰ খবৰ তাক দিব পৰা নাছিল। তাৰ চুলিত ধৰি থকা তাইৰ বাঁওহাতখন অকণো পিছুৱা নাছিল।

সি ভাবিছিল—বৰ গৰম পৰিছে। তাই চাদৰৰ আঁচলেৰে নিজৰ মুখৰ ঘাম মচি লৈছিল।

তাৰ পাচত?... ..হয়—তাৰ পাচতেই.... ·উস্ কি পাগলী ছোৱালীজনী...... তাই—তাই—তাই দাঁত-মুখ কামুৰি বাঘৰ দৰে চকু-মুখৰ আকৃতি কৰিছিল—তাৰ সঁচাকৈ ভয় লাগিছিল। চুলি এৰি তাই তাৰ মূৰটো দুই হাতেৰে চেপি যেন ভাঙি গুড়ি কৰিব খুজিছিল। ইমান কোমল পৰশবোৰো অতি ভয়ানক যেন লাগিছিল তাৰ। আৰু কাৰ চাপি তাৰ মূৰটো টানি নি·· ...তাৰ ওঁঠ দুটা বলিয়া আৰু জুলীয়া কৰি দিছিল। ইমান হঠাতে কি হৈছিল প্ৰথমে সি ধৰিব পৰা নাছিল। অৱশ হৈ তাই যেতিয়া তাৰ কোলাত শুই পৰিছিল, সি তেতিয়া তাইক সৰু ছোৱালীৰ দৰেই বুকুত সুমুৱাই লৈছিল।

"ভীৰু"—বহুত সময়ৰ মূৰত তাই তাৰ চকুলৈ চাই কৈছিল আৰু ডিঙিত ধৰি ওলমি তাৰ মুখখন তাইৰ ওচৰ পোৱাইছিলগৈ। গোটেই পৃথিৱীখন ক'ৰবাত বুৰ্বক হৈ পৰি আছিল।· ··

...বহুত সময়—কিমান সময় তাৰ মনত নাই। তাইৰ চুলিবোৰত সি তাইৰ মনটো বিচাৰিছিল। ····

"কোৱা অসভ্য বুলি।"—তাৰ ডিঙিত সাৱটি ধৰি নীলাই কৈছিল।

হঠাৎ তাইৰ কিবা এটা ডাঙৰ কথা যেন মনত পৰিছিল। লৰালৰিকৈ তাই উঠি বহিব খুজিছিল। তাৰ হাত দুখনে তাইক এৰি দিব খোজা নাছিল। তাই জোৰেৰে তাৰ হাতৰ বান্ধোনবপৰা ওলাই নিজকে নিজে ডাঙৰকৈয়ে কৈছিল—"ছিঃ" —আৰু তাৰ ফালে এবাৰো ঘূৰি নোচোৱাকৈ গুচি গৈছিল। নিজৰ ক্ষণিক উত্তেজনাৰ ওপৰত ঘিণ নে তাৰ ওপৰত ঘিণ প্ৰকাশ কৰি নীলাই সেইদিনা 'ছিঃ' বুলি কৈছিল, অভয়ে বুজিব পৰা নাছিল।· ·ৰাতি ভাত খাওঁতেও নীলাক সি সেইদিনা দেখা নাছিল। পুৱা জীপত উঠাৰ আগতেও মাত লগাবলৈ বিচাৰি পোৱা নাছিল। মৃণালে জীপ স্টাৰ্ট কৰাৰ পাচত হে সি নীলাক বঙলাৰ বাৰাণ্ডাত দেখিছিল—অৰ্থহীন চাৱনি লৈ বাটেদি যোৱা মানুহবোৰ চাই থকাৰ দৰে তাই তাকো চাই আছিল।

জীপ স্টাৰ্ট কৰাৰ পিচত সি আৰু ঘূৰি চোৱা নাছিল।

শিলঙত থকা সাত দিনৰ ভিতৰত সি মৃণালক লগ পোৱা নাছিল। এদিন মাত্ৰ দূৰৰপৰা দেখিছিল—মৃণালৰ গাড়ীত আছুক।...ৰাজীৱকো বিচাৰি পোৱা নাছিল।·· তাৰ পাচতে কলিকতাত গৈয়ো সি কেতিয়াও নীলাৰ খবৰ লোৱা নাছিল—যদিও তাই কলিকতালৈ অহাৰ খবৰ সি যোগাৰ কৰিছিল। খবৰ লো সি কৰে কেনেকৈ? —সি যে গুৱাহাটীতে শুনি গৈছিল—নীলাৰ বিয়া ঠিক হৈ থকা বুলি। নীলাৰ সেই খন্তেকৰ 'অভিজাত খেয়াল'টো এতিয়াও কেতিয়াবা তাৰ বহুত ৰমকাৰী কাম বাম দিও ভাবি ভাল লাগে।

# বাহিৰত বহুত আন্ধাৰ

## ( আক পোহৰৰ উমলি )

**শিলং, ১৫ ফেব্রুৱাৰী, ১৯৫৯ ( সন্ধ্যা ৭ বজাত )**—বিচনাৰপৰা জঁপ মাৰি উঠি আহি অভয় চিম্‌নিটোৰ ওচৰ পালেহি। মূঢ়াটো টানি ওচৰতে বহি ল'লে। কয়লাবোৰ পুৰি শেষ হৈ গৈছে। ওচৰতে থকা কেঁচা-কয়লা কেইটুকুৰামান জুইত দি দিলে। ফট্-ফট্‌কৈ ফুটি অলপ উত্তেজনাৰ সৃষ্টি কৰিলে। ঘড়ীটো চাই দেখে, সাত বাজে। মেঘু সাত বজাত পাবহি বুলি কৈছিল। এতিয়াই ওলাবহি নিশ্চয়। এই বুঢ়া মানুহটোৱে শিলঙৰ হাড়-কঁপোৱা জাৰতো নিজৰ কাম ঠিক মতে কৰি গৈছে। অথচ অভয়ে অতীত পাওলি গোটেই দিনটো শেষ কৰি দিলে। নিজৰ ওপৰতে খং উঠিল তাৰ। অসহ্য।

এনেকুৱা একোটা অসহ্য দিন ভেকা বয়সত আহেই। একোৱেই ভাল নলগা হয় সেই দিনটোত। অকলে বহি ভাবি থাকিবৰ মন যায়, কিবা লাগ-বান্ধ নোহোৱা কথাবোৰ। কোনোবাই মাত মাতিলেই টিঙিচ্‌ কৰে খং উঠে। সাধাৰণতে থকা সকলো বস্তু একেদৰেই থকাৰ মাজতো কিবা এটাৰ অভাৱ অভাৱ যেন লাগে। বুকুখনৰ কোনোবা এটুকুৰা কটা ঠাইত নেমুটেঙাৰ ৰস পৰা যেন অনুমান হয়। চুন্না-বাহুলিৰ দৰে ক'ব নোৱাৰাকৈয়ে হমুনিয়াহবোৰ ওলাই গৈ চকুৰে দেখা ঠাইটুকুৰা ক'লা কৰি দিয়ে। চিন্তাৰ বৰপেৰাত মনটোৱে কিবা বিচাৰি আন্ধাৰতে খেপিয়াই ফুৰে।

··আগদিনাৰ কথা তাৰ মনত পৰিল। হয়, কালিও এনেকুৱাই জাৰ আছিল। বাহিৰত আছিল চামুচেৰে তুলিব পৰা ভাঠ-চেঁচা অন্ধকাৰ। চিম্‌নিৰ জুই পিঠিত লৈ সি বহি আছিল, এনে এটা মানসিক অৱস্থাৰ বোজা মূৰত লৈ। পুহমহীয়া জাৰত ঠেৰেঙা লগা শিলংখনক তাৰ বাত-বেমাৰী যেন লাগিছিল। সকলো কামৰ কাজত অকৰ্মণ্য হৈ যেন ঠেৰেঙা লাগি পৰি আছিল। উস্, কি জাৰ! গাভৰু ছোৱালীৰ জুই-চাৱনিয়েও যেন এনে জাৰত কোনো ভেকাক গৰম কৰিব নোৱাৰিব। অভয়ে এবাৰ মূৰটো খজুৱাইছিল। জাৰৰ ওপৰত খং উঠিয়েই সি গা ধোৱা নাছিল। সঁচা কথা ক'বলৈ হ'লে, পুৰা তিনি দিন সি মূৰত তেল ঘঁহাদি পানী সানিছিল—গা ধোৱা নাছিল। মূৰটো সেই কাৰণেই খজুৱাইছিল নেকি জানো? ডুবাৰমান জোকেৰে খজুৱাই হাতখন আনি জুইৰ পোহৰত চাইছিল—নখৰ আগত বামধেনুৰ দৰে বেঁকাকৈ ক'লা মলিৰ ৰেখা। মূৰত মলিৰে ঘ'ৰ বান্ধিছিল। মূৰৰ ভিতৰত তাৰ অলাগতিয়াল চিন্তাৰ মলি ঘ'ৰ বন্ধা নাছিল তো? ঘৰটোৰ চাৰিওকালে সি এবাৰ চকু ফুৰাইছিল—খিৰিকীবোৰ খুন্দি খুন্দি বন্ধ কৰা, যেনেকৈ থৈছিল তেনেকৈয়ে বুৰ্বকৰ দৰে ৰৈ থকা কাঠৰ কেটেঙা চকীকিখন, মেজখনৰ ওপৰত বেলি খোৱা বিভিন্ন কিতাপ-কাগজৰ এটা পৰ্বত, বেৰত মৰা বাঘৰ ছালৰ দৰে ওলমি থকা ওভাৰ-কোটটো···'ধেৎ, কি এইখন? পৃথিৱীখন মৰিল নেকি? ক'তো যেখোন প্ৰাণ থকাৰ চিন নাই'—সি ভাবিছিল।

খং উঠি সি চকু ঘূৰাই জুইকুৰালৈকে চাইছিল। জুহ-হু-হু-হুট-ট শব্দ কৰি জুয়ে হাঁহিছিল—কিবা পিচ্‌কাৰি মৰাৰ নিচিনা এটা শব্দ। সকতে মাকে তাক শিকাইছিল—সেই দৰে জুয়ে হাঁহে। থুৱাই দিব লগে। তাৰ অৱস্থা দেখি হঁহা নাছিল তো? খঙতে সি থুৱাই দিছিল। কঁপি কঁপি উঠা জুইৰ বঙা শিখাবোৰ তাৰ ভাল লাগিছিল। মাজে মাজে যে নীলা নীলা দেখি। শিখাবোৰ কঁপিছিল। কঁপা শিখাৰ কঁপা পোহৰে তাৰ গোটেই কোঠাটোৰ বস্তুবোৰ যেন কঁপাই দিছিল—হয়তো তাক ভাল লগাবৰ কাৰণেই। জুইকুৰালৈ তাৰ মৰম লাগি গৈছিল। মূঢ়াটো আৰু অকণমান ওচৰ চপাই লৈছিল। পিঠিটো বেচ গৰম লাগিছিল। পিঠিত জুই লৈ বুকুখন চেঁচা লাগিছিল। মনে মনে সি ভাবিছিল—পিঠিত এনেকুৱা কেঁচা-কয়লাৰ জুইৰ কেঁচা উম আৰু বুকুত কোনোবা জীয়া-কোমল মঙহৰ কেঁচা-মৰমৰ কঁপি থকা উম লৈ বহি থাকিবলৈ পালে কিমান ভাল লাগিব। জাৰবোৰ হয়তো লাজতে হিমালয়ত বৰফ হৈ পৰি থাকিবগৈ। হাত দুখন বুকুত জোৰেৰে সাৱটি ধৰি সি চকু মুদি দিছিল। সঁচাকৈয়ে হে যেন কাৰোবাক সাৱটি ধৰিছিল। ফটকৈকে এটুকুৰা কয়লা ফুটি ফিৰিঙতি উফৰি আহি বহুত দূৰলৈকে পৰিছিল। পিঠিত পৰিছিল বুলি লৰালৰিকৈ উঠি সি কাপোৰবোৰ জোকাৰি দিছিল। ঠিক সেই সময়তে, তাৰ ফোনটো বাজি উঠিছিল। ফোনটোক সি ভয় কৰে। চিনি নোপোৱা গাভৰুৰ পিঠিত প্ৰথম হাতখন থ'বলৈ যিমান ভয় কৰে, সিমান ভয় লাগে প্ৰথমে 'হেলো' বুলি ক'বলৈ। এনেকুৱা ভয়বোৰ কিন্তু তাৰ ভাল লাগে। সাপৰ নেজত ধৰি অকত অৱস্থাতে ঘূৰি অহাত যি আনন্দ আছে, সি সেইবিধ আনন্দ ভাল পায়। ফোনটো দাণ্ডি কাণত লগাই 'হেলো' বুলি অভয়ে খুব গম্ভীৰভাৱেই কৈ সিমূৰৰপৰা কথা কোৱা মুখখনৰ চিনাকি পাবলৈ অপেক্ষা কৰিছিল।

"কোন? অভয় হয় নে?"

মাতত‌ে সি চিনি পাইছিল মিনতিক।

"এৰি দিলা নেকি? মনে মনে আছা দেখোন?"—মিনতিয়ে কথা কণ্ঠত কোঁপাইছিল নেকি? সি এইবাৰ উত্তৰ দিছিল,

"নাই এৰা, কি হ'ল? হঠাতে ফোন কৰিলা দেখোন?"

"বৰ ডাঙৰ কথা এটা জানা? ·" মিনতি বৈ গৈছিল। অভয় অকণো উদগ্ৰীৱ হোৱা নাছিল। তিৰোতাৰ বৰ ডাঙৰ কথাবোৰ কিমান ডাঙৰ হ'ব পাৰে, তাৰ বহুত প্ৰমাণ সি পাইছিল। বৰ ডাঙৰ কথা বুলি হয়তো কৈ দিব, দুপৰীয়া ভাত খাওঁতে 'ইমান' ডাঙৰ এডাল মাছৰ কাঁইট ডিঙিত লাগি ধৰি 'খু-উ-ব' বিৰাইছিল আৰু এতিয়া এৰাই যোৱাত হে কথা ক'ব পাৰিছে। তাৰ পাচত সমবেথা প্ৰকাশ কৰি নেদেখুৱালেই সিহঁতে ভাবে, এই মতা মানুহবোৰ একেবাৰে নিৰ্দয়। ইমান, খুব, ধেৎ, কি যে পাই—এনেকুৱা চাৰি-পাঁচটামান শব্দেৰেই সিহঁতে সকলো ভাব প্ৰকাশ কৰে বুলি অভয়ৰ নিজা ধাৰণা। সি হাঁহিয়েই সুধিছিল,

"কিমান ডাঙৰ?"

"তুমি বিশ্বাস কৰা নাই নহয় ? শুনিলে আচৰিত হৈ যাবা ।"—মিনতিৰ মাত কঁপিছিল।

এনে পাতনিবোৰ তাৰ বৰ অসহ্য। এনেকুৱাতে তাৰ অভদ্ৰ হ'বৰ মন যায়। গাঁওবুঢ়াৰ দৰে ক'বৰ মন যায়—'মুখত কথা ওলাব নেই।' কিন্তু, মিনতি যেখোন লিমান পাতল ছোৱালী নহয়। সি সংযত হৈয়েই সুধিছিল—

"কিনো কথাটো ? কোৱাচোন। তেহে বুজিম।"

"মিস্টাৰ মৃণাল দুৱৰা—সেই সোণাবালি বাগিচাৰ—তোমাৰ যে বন্ধু ·"

পিচে কি হ'ল ?"

"বৰ ভাণ্ডৱ ঘটনা এটা হৈছে। মই এইমাত্ৰ শুনিলোঁ।"

"মটৰ এক্সিডেণ্ট্ ?"—অধৈৰ্য হৈ অভয়ে সুধি পেলাইছিল।

"তাতকৈও ভাণ্ডৱ" ···মিনতিয়ে সেপ ঢুকিছিল। সি ফোনত সেই শব্দ শুনি ঠিবাং কৰিছিল, হয় এতিয়া তাই ভাণ্ডৱ মিছা কথা এটা ক'ব, নহ'লে এনেকুৱা এটা কথা ক'ব যিটো তাই নিজেও বিশ্বাস কৰিব পৰা নাই। অভয়ে জানে—অভিজ্ঞতাৰপৰা জানে—তিৰোতাই মাজতে সেপ ঢুকি কথা ক'লে এই দুবিধৰে এবিধ কথা কয়।

'মিচেচ্ দুৱৰা, মানে জাহ্নবে, আত্মহত্যা কৰিব খুজিছিল। এতিয়া অজ্ঞান অৱস্থাত হস্পিটালত পৰি আছে···"।

"আ-ত্ম-হ-ত্যা।"—সি শব্দটো অতি কষ্টেৰে প্ৰতিটো আখৰত জোৰ দি কৈছিল। যেন সি সেই শব্দটোৰ নিষ্ঠুৰ অৰ্থটো মিনতিক বুজাব খুজিছিল। সি যেন ভাবিছিল, অৰ্থ নুবুজাকৈয়ে মিনতিয়ে শব্দটো ব্যৱহাৰ কৰিছিল। জাহ্নু-মৃণালৰ বিয়াৰ চিঠি কলিকতাতে সি পাইছিল, নীলা আৰু সলিল চৌধুৰীৰ বিয়াৰ নিমন্ত্ৰণী চিঠি পোৱাৰ প্ৰায় দহ দিনৰ পিচত। তাৰ পিচত আৰু সিহঁতৰ কাকো লগ পোৱা নাই। কোনো চিঠি-পত্ৰও নাই। ছোৱালীৰ লগত চিনাকিৰ এই সাধাৰণ পৰিণতিটো অভয়ে সহজভাৱে গ্ৰহণ কৰিছিল। ৰূপহী, সুশিক্ষিতা, নিকা প্ৰেমিকা জাহ্নুক লৈ মৃণাল সুখত আছিল বুলিও শুনিছিল।··· 'ধেৎ, মিনতিয়ে নিশ্চয় ধেমালি কৰিছে'—এই বুলিয়েই সি ভাবিছিল। সেই কাৰণেই সি ফোনতে কৈছিল—

"আনৰ এনেকুৱা বেয়া খবৰ দি ধেমালি কৰিব নাপায় হে। মোক মিছাকৈ জুইৰ ওচৰৰপৰা তুলি আনিলা"—ছোৱালীবোৰৰ এনেকুৱা ব্যৱহাৰত খং উঠিলেও হাঁহিব লাগে। নহ'লে সিহঁতক এনেয়ে বেজাৰ দিয়া হয়।

"নহয় অভয়দা। ধেমালি কৰা নাই। সঁচা কথা। মহেশ দাদাৰ গা বেয়া লাগিছে। তোমাকে খবৰ ল'বলৈ যাবলৈ কৈছে।"

"চিভিল্ হস্পিটালত আছে ?"—অভয়ে মিনতিৰ কথা শেষ হ'বলৈ নিদিয়াকৈ সুধিছিল।

"ওঁ। তুমি যাবা ?"

"যাম"—খন্তেক ভাবি অভয়ে উত্তৰ দিছিল।

সি আন কোনো প্ৰশ্নলৈ অপেক্ষা নকৰি ফোনটো থৈ দিছিল। সমুখৰ বগা বেৰখনলৈ থিৰ দৃষ্টিৰে কিছুপৰ চাই থাকি ঘটনাটো বুজিবৰ চেষ্টা কৰিছিল

আনবাৰে আওৰাই গৈ থকা বেৰত ওলমি থকা তাৰ ক'লা ওভাৰকোটটো একেৰাহে আনিছিল। সি জনা দুৰ্ঘটনাবোৰৰ মানচিত্ৰৰূপৰ এই ক'লা-ঘটনাৰ খবৰটোও একেৰাহে পেলাৰ খুজিছিল নেকি ?

সি ভাবি চাইছিল, কিয় তাৰ বেয়া লাগিছে ? মৃণালৰ সৈতে যিখিনি বন্ধুত্ব, সেইখিনি স্মৃতিত হে। বৰ্ত্তমান নাই বুলিবই পাৰি। জামুক সি চিনি পাইছিল আন ধৰণেৰে অৰ্থাৎ। তথাপি তাৰ ভাল লাগিছিল, সিহঁতৰ বিয়াৰ কথা শুনি। প্ৰেমত পৰি হোৱা বিয়াবোৰ তাৰ ভাল লাগে—তাত প্ৰাণৰ বস্তু যিমানেই কম নাথাকক। তাত যেন সি ডেকা-প্ৰাণৰ বাধা-নমনা সাহসটো দেখিবলৈ পায়। ডেকাবোৰৰ মনবোৰ বুঢ়া হৈ যোৱা নাই বুলি প্ৰমাণ পালে, কাৰ বাৰু ভাল নালাগে ? যি কোনো সংস্কাৰ আৰু বিশ্বাসৰ ওপৰতে তাৰ এটা দুৰ্বাৰ খং আছে। তাৰ মতে, ধৰ্মতকৈ ধৰ্মৰ নামত জন্ম লোৱা সংস্কাৰ আৰু বিশ্বাসবোৰেই মানুহক বেছিকৈ পিচলৈ টানে। সেই সংস্কাৰ আৰু বিশ্বাসবোৰক কোনো মূল্য নিদিয়া ডেকা-গাভৰুবোৰক সি ভাল পায়। আৰু সি ভাবে—নিজৰ মনে বিচৰা এজনীক জীৱনৰ লগৰী কৰাৰ সাহস যদি মানুহৰে নাথাকে, তেন্তে কাৰ থাকিব ?

ছিঃ, এনেকুৱা আত্মহত্যাৰ চেষ্টাৰ খবৰ তাৰ অকণো ভাল লগা নাছিল। সি যাবলৈ ওলাইছিল খবৰৰ আশাত নহয়, এনে ঘটনা হোৱা নাই বুলি জানিবলৈ পোৱাৰ আশাত হে। যিমানেই সাধাৰণ হওক, প্ৰেমৰ জয় ঘোষণা কৰা এই বিয়াবোৰৰ এনে পৰিণতিয়ে তাক ভয় খুৱাই দিয়ে। দুখ লাগে, পুৰণি সংস্কাৰৰ নীতিকে শ্ৰেষ্ঠ সত্য বুলি মানি থকা এদলক এনে ঘটনাই সুবিধা দিয়ে কাৰণে। মাক-বাপেক-সমাজে পাতি দিয়া হেজাৰ হেজাৰ বিয়াৰ কি পৰিণতি হৈছে, কোনেও খবৰ নাৰাখে। কিবা বেয়া হোৱা বুলি শুনিলেও 'ভাগ্যৰ কথা' বুলি মানুহে পাহৰি যায়। কিন্তু প্ৰেমত পৰি কৰোৱা বিয়াবোৰ সদায় সকলোৰে আঙুলি-মূৰত থাকে। সেইবোৰত সামান্য বে-সুৰৰ ইংগিত পালেও সমাজৰ গুৰিয়ালসকলে দুঃসাহসী ডেকা-গাভৰুক কয়, 'সমাজক নেওচিলে সদায় এই পৰিণতি হ'ব।' বহুতে ভয় খায়, গোড়াসকলে গোড়ামিৰ শ্ৰেষ্ঠত্ব প্ৰমাণৰ সুবিধা পায়। সেই কাৰণেই সি দুখ পাইছিল এই ঘটনাৰ খবৰটো শুনি। সেই কাৰণেই সি বিচাৰিছিল—এনে ঘটনা হোৱা নাই বুলি জানিবলৈ। এখন হাতৰ তলুৱাত আনখন হাতৰ মুঠিটো শব্দ হোৱাকৈ থৈ সি বিৰক্তি আৰু দুখত ভাঙৰকৈয়ে কৈছিল,—"কি যে হ'ল ⋯ ·"

"হামাৰা বাল্লা হোগিয়া"—হাতত গামোচাখন লৈ ভিতৰ ফালৰ দুৱাৰখনেদি মুখখন উলিয়াই কাঞ্চাই লাহেকৈ কৈছিল।

"তোৰ মূৰ হ'ল"—অভয়ে খঙেৰে কাঞ্চাক দাঁত কামুৰি কৈছিল। কাঞ্চা পাচ-হুঁহকি গুচি গৈছিল। কাঞ্চা থিয় হোৱা ঠাইটুকুৰালৈকে কিছুপৰ চাই থাকি অভয়ে মূৰত উলৰ ক'লা টুপীটো পিন্ধি লৈছিল। তাৰ পাচত খঙেৰে দপ্দপাই গৈ জোৰেৰে আগফালৰ দুৱাৰখন টানি দিছিলগৈ। পুৰণি হৈ দুৱাৰখন খোল খাই বেৰত খুন্দা লাগি শব্দ হৈছিল। খোলা দুৱাৰেদি সাউৎকৰে বাহিৰ ওলোৱা পোহৰখিনিক বাহিৰৰ আন্ধাৰবোৰে আগচি ধৰি বৈ থকালৈ সি খন্তেক চাইছিল।

তাৰ পাচত গতিশীল আত্মাৰ এটুকুৰাৰ দৰে সি চিভিল হস্পিটাল অভিমুখে নিজকে কঢ়িয়াই নিছিল।

বাজ-মালিৰ আল্কাতৰাৰ ৰং শ্বিলংখনত বিয়পি পৰিছিল। সৰল গছ আৰু ঘৰবোৰত সেই ৰং ডাঠ হৈ লাগি ধৈছিল। কুঁৱলী আৰু আন্ধাৰৰ চেপাত শেঁতা হৈ পৰা বাটৰ দাঁতিৰ বিজুলী চাকিবোৰ যেন এফোঁটা অলৰ-অচৰ পোহৰৰ কবৰ। সি যেন মৰিশালিৰ মাজেদি অকলে আগুৱাই গৈছিল—, জীৱনৰ খবৰ বিচাৰি। সি ভাবিছিল, শ্বিলংখন মৰিল নেকি? কৃষ্টি, সভ্যতা, প্ৰগতি আদি জীৱন্ত জাতিৰ চিনবোৰৰ মৰিশালি নহয়তো এই শ্বিলংখন?... ..

নতুন সচিবালয়টোত ফাট মেলিছে বোলে,—সচিবালয়টোলৈ চাওঁতে তাৰ মনত পৰিছিল।

এই টেক্সিবোৰ ৰাতি বৰ জোৰেৰে চলে,—ওচৰেদি গুলী যোৱাদি যোৱা টেক্সিখনলৈ চাই সি নিজকে কৈছিল।

শ্বিলঙৰ হাইড্ৰো-ইলেকৃট্ৰিক অফিচৰ ওপৰত থকা ডাঙৰ ঘড়ীটোৱে যিদিনা ঠিক সময় দিব, সেইদিনা পৃথিৱীৰ বাকীবোৰ ঘড়ী ভুল হৈ যাব—সেই ৯ বজাত ১২ বাজি থকা ঘড়ীটোলৈ চাই সি ভাবিছিল।

'পোস্ট-অফিচটোত পিয়নে চাগে চিঠি বাছি আছে। কতৰ কত আশা আৰু নিৰাশা কঢ়িয়াই আনে এই চিঠিবোৰে। কাইলৈ বা তাৰ কাৰণে কি কি চিঠি আহে।'— খিৰিকীযেদি পোহৰ ওলাই অহা পোস্ট-অফিচটোলৈ চাই চাই সি পাৰ হৈ গৈছিল।

'এই অল্ ইণ্ডিয়া ৰেডিঅ'ৰ বেৰবোৰত ঘূণে ধৰিছে বোধকৰোঁ। কেতিয়াবা কেতিয়াবা গানবোৰ কেৰাফালেদিও ওলোৱা যেন লাগে। মানুহে তাকে বেসুৰা হৈছে বুলি গায়ক-গায়িকাক দোষ দিয়ে'—আকাশবাণীৰ ঘৰটোলৈ চাই সি চিন্তা কৰিছিল।

"অ', পালোঁহিয়েই দেখোন"—পুলিচ বজাৰৰ পুলিচ পইণ্টৰ ওচৰ পাই সি নিজকে নিজে কৈছিল। বিধান-সভা-ভৱনলৈ উঠা খটখটীৰ তলতে সি থিয় হৈছিল। আঠটা যান-বাহন চলাচল-কৰিব-পৰা-বাট খেলি-মেলিকৈ লগ লগা এই বেহিচাপী ক্ৰচিংটো পাৰ হোৱাৰ আগতে সি এবাৰ চাৰিওফালে ভালকৈ চাই লৈছিল—যাতে কোনোবা ফালৰপৰা মটৰ-গাড়ী আহি তাক হিন্দী কথাছবিৰ নায়ক কৰি নোতোলেহি। খটখটীৰ সমুখা-সমুখিকৈ বাটৰ সিপাৰেই হস্পিটালটো। অতি আচৰিত ঠাইত আছে শ্বিলঙৰ এই চিভিল হস্পিটালটো। চাৰিওফালে দোকান-বজাৰ, ওচৰতে থকা চৰকাৰী মটৰ চাৰ্ভিচ স্টেচনত বিৰাট ডিজেল গাড়ীৰ বেদিনী কঁপোৱা গৰ্জন, তিনিটা চিনেমা-হলৰ নাচনীৰ গানৰ প্ৰতিযোগিতা, মিঠাই দোকানৰ গণ্ডগোল, ৰেডিঅ' দোকানত লাউড্ স্পিকাৰৰ শক্তি-পৰীক্ষা, ভগা চিটি-বাছৰ লাগি থকা গিয়েৰৰ বুকু ফলা আওৱাজ—এই সকলোবোৰৰ মাজত অকণমান ঠাইত হস্পিটালটো যেন ভয়তে চেপেটা খাই আছিল। এইটো বাইজৰ কাৰণে চৰকাৰী হস্পিটাল।

চিটি-বাছ ৰোৱা ঠাইটুকুৰাতে হস্পিটালৰ গেটৰ ওচৰলৈকে বহুত মানুহ জুম বান্ধি আছিল। অফিচ ছুটীৰ পাচৰপৰা সদায়ে বৈ থাকে—একো নতুন কথা নহয়। কিবা এটা উদাস ভাব লৈ, অদৰকাৰি ঐকান্তিকতা লৈ থিয় হৈ আছিল। একেথৰে চাই আছিল—অহা-যোৱা কৰা মানুহবোৰ, মটৰবোৰ, ছোৱালীবোৰ। কাৰো কোনো উৎকণ্ঠা নাছিল। খিলঙৰ এই ঠাইটুকুৰাত সষ্কিয়া থিয় হৈ থকা মানুহবোৰক দেখিলে মনত হয়, যেন সময়টো গিয়েৰ বেয়া হৈ বৈ আছে—সাধাৰণতে বাটৰ দাঁতিত বনেট খুলি পেলাই থোৱা চিটি-বাছৰ দৰে। এজন মানুহ জি. এচ্. ৰোডৰ ফালৰপৰা খুব থৰথৰকৈ অহা চাই আছিল অভয়ে। মানুহজনে নেলুত থকা টাইৰ চোঁচনি-গাঁঠিটো বাৰে, বাৰে বাঁওহাতেৰে পৰীক্ষা কৰি, সোঁ হাত পেণ্টৰ জেপত ভৰাই, কিবা বিশেষ কামত অগাদিযেই আহিছিল। মানুহজন হঠাতে আহি দেখোন আগৰেপৰা বৈ থকা মানুহ জুমৰ ওচৰত থিয় হৈ নিৰ্বিকাৰভাৱে বৈ গৈছিল। লৰচৰ কৰাৰ কোনো আশা নাছিল। একেবাৰে নিৰ্বিকাৰ। অভয়ে হাঁহি দিছিল। 'ধেৎ' সিও নিজে বহুত সময় বৈ থকা বুলি ভেতিয়াহে অনুভৱ কৰিছিল। আকৌ এবাৰ চাৰিওফালে চাই লৈ বাটটো পাৰ হ'বলৈ খোজ পেলাইছিল সি। এইবাৰ তাৰ চাৱনিটো আছিল হস্পিটালৰ সমুখৰ দুৱাৰ-মুখত। সেইখিনিত কেবাজনো মানুহ বৈ আছিল। কোন কোন হ'ব পাৰে সি ভাবিছিল। দুকাষে দুজনী ছোৱালী লৈ সুঁহৰীয়াই সুঁহৰীয়াই অহা থাচিয়া ভেকা এটাই তাৰ গাত খুন্দা মাৰি 'চৰি' বুলি কৈ গুচি গৈছিল। খুন্দা খাই আগুৱাই যাওঁতে ভেকাটোৰ সোঁফালে থকা ছোৱালীজনীৰ কোনোবা ঠাইত তাৰ হাতখন লাগিছিল নেকি? 'লাবিয়াং' (মৰিলোঁও) বুলি ছোৱালীজনী জাঁপ মাৰি আঁতৰি গৈছিল। লেখি লেখি ওঠৰটা খোজ জুখি-মাখি পেলাই সি হস্পিটালৰ খটখটীৰ ওচৰত থিয় হৈছিলগৈ। সেইখিনিত থিয় হৈ থকা মানুহকিজনৰ মুখকিখন সি এবাৰ চাই লৈছিল। খুব জোৰেৰে গুৱাহাটী-শিলং-ৰোডৰপৰা আহি চকা চোঁচৰাৰ চিঁ-ই-ই-ট শব্দ কৰি পুলিচ পইণ্টৰ মোৰটো ঘূৰা গাড়ী এখনৰ হেড-লাইট দুটাই বিজুলীৰ দৰে, হস্পিটালটো এবাৰ চাই গৈছিল। অভয়ৰ প্ৰশ্নলৈ অপেক্ষা নকৰি থিয় হৈ থকা মানুহ এজনে উপযাচিয়েই সৰু সৰুকৈ কৈছিল,

"ভিতৰলৈকে যাওক, চাওকগৈ।"

সি কোনো উত্তৰ দিয়াৰ আৱশ্যক অনুভৱ কৰা নাছিল। হস্পিটাললৈ যাবলৈ সি বৰ ভাল নাপায়। তাৰ এটা বিপদ আছে। যি ৰোগীকে চাবলৈ যায়, সেই ৰোগৰ সকলো চিন কিছুদিনলৈ সি নিজৰ গাতে দেখা পায়। তাৰ উপৰি, এইদৰে ৰোগীৰ বিষয়ে ফুচ্‌ফুচাই কথা ক'লে তাৰ বৰ ভয় লাগে। কিবা যমদূতৰ ফুচ্‌ফুচনি যেন লাগে।

মূৰত পিন্ধা উলৰ টুপীটো খুলি লৈ অতি সন্তৰ্পণে সি হস্পিটালৰ ভিতৰলৈ সোমাই গৈছিল। সামান্য শব্দয়ো যেন কোনোবা ৰোগীক দিগ্‌দাৰি দিব! মুখবোৰ মনৰ হাপোঁপ কৰি থিয় হৈ থকা বহুত মানুহ দেখিয়েই সি বুজিছিল, সেইটো কোঠাতে মিচেচ্ দুৱৰা আছিল বুলি। গাতে গা লগাই থিয় হৈ থকা মানুহবোৰৰ গাত গা পিহুৱাই সি একতীয়া হৈ কোঠাটোৰ ভিতৰত সোমাইছিল। বিচনাখনৰ চাৰিওফালে

বহুত মানুহ—বেছিভাগেই তিৰোতা, একেবাৰে ওচৰলৈ যোৱাৰ উপায় নাছিল। চাৰি হাতমান দূৰতে সি ভৰিৰ আঙুলি-মূৰত থিয় হৈ ভিৰিও মেলি চাইছিল। মিচেচ্ দুৱৰা বিচনাত পৰি আছিল। কঁকাললৈকে এখন বগা কাপোৰেৰে ঢকা। মৃত্যুৰ সৈতে যুঁজ কৰি ধুনীয়া মুখখন কদাকাৰ হৈ পৰিছিল। অজ্ঞান অৱস্থাতে হাত-ভৰিবোৰ আছাৰি আছিল। চকুৰ কোণৰপৰা পানী বৈছিল। বিচনাতে বহি মৃণালে মৈণীয়েকক ধৰি আছিল। মৃণালৰ চুলিবোৰ যেন কোনোবা বা-মাৰলীয়ে হে ছুই গৈছিল। বেচেৰাৰ চকুত এটা বুজিব নোৱাৰা করুণ চাৱনি। নিৰ্দোষীয়ে এনেয়ে শাস্তি ল'ব লগীয়া হোৱাৰ দুখ বা ধৰা পৰা দোষীৰ অনুতাপ—এই দুবিধৰ যি কোনো এবিধ মনৰ অৱস্থায়েই চকুৰ চাৱনি এনেকুৱা কৰিব পাৰে বুলি অভয়ে ভাবি চাইছিল। ওচৰতে এজনী নাৰ্চ—কৰিবলৈ-একো-নাই ভাব লৈ বৈ আছিল। দুই-এজনে স্তুভয়লৈ মুৰ তুলি চাইছিল। চাৱনিবোৰে যেন কৈছিল—'খবৰ ল'বলৈ ওলালাহিয়েই নে?' কিন্তু কোনেও মুখেৰে মতা নাছিল। কোঠাটোৰ সকলো মানুহ সজাগ, নিস্তব্ধ, শান্ত। যেন প্ৰত্যেকেই নিজ নিজ ইচ্ছা-শক্তিৰে জানুক আৰোগ্য কৰিবলৈ সাধনা কৰিছিল। যিটো উন্মাদনা লৈ সি ঘৰৰপৰা ওলাই আহি হস্পিটাল পাইছিলগৈ, তাৰ এশ ভাগৰ এভাগো সি নিজৰ ভিতৰত তেতিয়া বিচাৰি পোৱা নাছিল। মৃণালৰ অৱস্থা দেখিহে তাৰ বেয়া লাগিছিল। মৌখিক ভদ্ৰতা কৰিও সি মৃণালক জানুৰ বিষয়ে সোধাৰ আৱশ্যকতা একেবাৰে অনুভৱ কৰা নাছিল। অতিপাত যন্ত্ৰণাতে হয়তো মিচেচ্ দুৱৰাই মুখখন বেঁকা কৰি দিছিল। মৃণালে মুখখন পোনাই দি এটা দীঘল হুমুনিয়াহ এৰি হস্পিটালৰ বগা বেৰখনলৈ চাইছিল। ওচৰতে থকা চাহৰ দোকানখনৰ ৰেডিঅ'ত বজা এটা গানৰ সুৰ সেই কোঠাটোত সোমাই সকলোৰে শৰীৰ জোকাৰি দিছিল—

"ভয় নকৰিবা তুমি
আমাৰ প্ৰেমৰ আছে ইতিহাস
সৃষ্টিৰ আদি চুমি।"

কিবা এটা যন্ত্ৰণাত মৃণালে নিজৰ বুকুখন চেপি ধৰিছিল। এজনে আগবাঢ়ি গৈ খিৰিকীখন বন্ধ কৰি দিছিল। কিন্তু তথাপি যেন গানটোৰ এই কথাকিটা কোঠাটোৰ ভিতৰৰপৰা ওলাই যোৱা নাছিল। অভয়ৰ অসহ্য লাগিছিল। এইদৰে একো কৰিব নোৱাৰাকৈ এজনে কষ্ট পোৱা সি চাই থাকিব নোৱাৰে। হাতত সাৰে ভৰিত সাৰে সি কোঠাটোৰপৰা ওলাই আহিছিল।

দিগন্তৰ আন্ধাৰবোৰৰ মাজত পোহৰ বিচাৰিবলৈ চকুকিটাক এৰি দি সি কিছু সময় বাৰাণ্ডাখনতে থিয় হৈ আছিল। এনেকুৱা উশাহ ল'বলৈ ভয় লগা পৰিস্থিতিৰ মাজত পৰিলে তাৰ মূৰটোৱে কাম কৰিব নোৱাৰা হয়। অকণমান মুকলি বতাহ পালে ভাল লাগিব যেন লাগিছিল। হস্পিটালৰ বগা পৰ্দাবোৰ, ডাক্তৰ-নাৰ্চৰ বগা পোছাকবোৰ, ডেটল-আয়োডিন আৰু আন আন ঔষধৰ গোন্ধবোৰ—এই সকলোবোৰে তাক অতিষ্ঠ কৰি তুলিছিল। বাঁওফালে থকা ক'ৰিডোৰটোৰেদি ওলাই গ'লে পিচফালে অকণমান মুকলি ঠাই পোৱা যায়। সি যাব লেখি আদি

সেইকালে চকু মুদাইছিল। ক'ৰিডোৰটো আন্ধাৰ। লাইটৰ চুইচ্টো বিচাৰি লাহে লাহে সি আগুৱাই গৈ বাঁওকালে ঘূৰিছিল। দেখিছিল, দহ হাতমান আগলৈ থকা ৰোগী-পৰীক্ষা-কৰা কোঠাটোৰ মেলা দুৱাৰেদি ওলাই অহা পাচ হাতমান পোহৰ ক'ৰিডোৰটোত পৰি আছিল। হওক তেও, সেই পোহৰতে সি যাব পাৰিব। অকণমান গ'লেই মুকলি ঠাইটুকুৰা পাব। তিনি খোজমান দিয়েই সি লেকাম টানি ৰখা ঘোঁৰাৰ দৰে ৰৈ গৈছিল। ৰোগী-পৰীক্ষা-কৰা ঘৰটোৰপৰা কিছুমান টুকুৰা-টুকুৰ শব্দ আহি তাৰ কাণত পৰিছিল। ইমান আৱেগ মিহলোৱা কথা ডাক্তৰবোৰে ক'ব জানে নে? কাণ পাতি শুনিবলৈ সি বাধ্য হৈছিল।

"তুমি সদায় ফাকি দিয়া। আজি মোক ঘৰত থৈ আহিবগৈ লাগিবই। মই কোনো কথা নুশুনো"—কোনোবা তিৰোতাৰ মিহি মিহি মাত ভাহি আহিছিল।

"আঁকৰামি কৰা কিয়? মই ইমান চিৰিয়াচ্ কেচ্ এটা এৰি··"—কোনোবা পুৰুষৰ মাত। তুষ্টি ঢাকিবলৈ বিৰক্তিৰ ৰহণ সনা মাত। অভ'য় কাণ পাতি শুনিছিল।

"উঁ-উঁ-উঁ · "—সেন ধৰি মুখ বন্ধ কৰি ছোৱালীয়ে নাকেদি উলিওৱা সেই প্ৰেম নিবেদনৰ ওংকাৰ-ধ্বনি নহয় নে? হয়, আকৌ তিৰোতাগৰাকীয়েই কৈছিল, অভিমানৰ সুৰত—"মোক থ'বলৈ যোৱাৰ কথা ক'লেই তোমাৰ চিৰিয়াচ্ কেচ্ থাকে।"

"বীণা, তুমি বৰ অবুজ"—পুৰুষ কণ্ঠৰ এই শব্দকিটাই যেন ক'ব খুজিছিল—'সেই কাৰণেই তোমাক মই ভাল পাওঁ।'

"মই জানো, আজিকালি তুমি আন কাৰোবাক ·· "—ছোৱালীজনীয়ে কা'ন্দ কান্দি কৈছিল নেকি?

"বীণা··· ··"—সম্পূৰ্ণ অধিকাৰৰ দাবী লৈ শাসনৰ সুৰত উচ্চাৰণ কৰা শব্দটোৱে তাৰ চকু দুটাক জুমি চাবলৈ বাধ্য কৰিছিল। সি চাইছিল—কোঠাৰ ভিতৰত—ৰোগী-পৰীক্ষা-কৰা কোঠাৰ ভিতৰত—বগা হলো চোলা পিন্ধা এজন ডেকা ডাক্তৰ আৰু নাৰ্চৰ সাজ পিন্ধা এজনী ছোৱালী। তাৰ ফালে পিঠি দি থিয় হৈ আছিল। ডাক্তৰৰ এখন হাত নাৰ্চৰ বাহুত। নাৰ্চৰ দুয়োখন হাতে বগা ৰুমালখন নিজৰ চকুত হেঁচি ধৰিছিল। কি পৰীক্ষা কৰিছে বাৰু?—সি নিজকেই সুধিছিল। হস্পিটালৰ কামত ব্যাঘাত জন্মোৱা অন্যায় বুলি নিজকে নিজে কৈ সি মনে মনে ঘূৰি আহিছিল—আগতে থিয় হোৱা বাৰাণ্ডাখনলৈ। কুঁৱলীৰ আঁৰৰপৰা আকাশৰ তৰাবোৰে তাক যেন কৈছিল, "আমিও চাই আছোঁ।" ওচৰতে থকা কোঠাটোৰপৰা মিচেচ্ দুৱৰাৰ বিকট গোঙনি এটা আহি তাৰ বুকুত খোঁচ মাৰি দিছিল। অসহ্য লাগি সি বাৰাণ্ডাৰপৰা নামি সন্মুখৰ সৰু ফুলনিখনৰ মাজে মাজে থকা সৰু বাটটোত ভৰি দিছিল। লাহে লাহে ডালিয়া ফুলজোপাৰ ওচৰ পাই এনেয়ে হাতখন ডাঙৰ ফুলপাহৰ ওপৰেদি বুলাই দিছিল।

কেইবাৰমান সেইখিনিতে অহা-যোৱা কৰি অভয়ৰ আমনি লাগিছিল। জেওৰাখনৰ দাঁতিয়ে দাঁতিয়ে গৈ সি চেষ্ট্ ক্লিনিকৰ ৱাৰ্ডটোৰ সন্মুখ পাইছিলগৈ। হাস্ক

চুখন তলুৱাই তলুৱাই বাৰচেৰেক মোহাৰি গধয় কৰি লৈ কাণ চুখনত লগাই দিছিল। আৰ লাগিছিল। তাৰ পাচত তলমূৰ কৰি কিবা এটা ভাবিছিল। সি থিয় হৈ থকা বাৰাণ্ডাৰ পাঁচ হাতমান ওখ বেৰখনৰ সিপাৰে কোনোবা মাইকী মানুহে কথা পাতি আছিল। সি কৌতুহল চৰিতাৰ্থ কৰিবলৈকে যিমান দূৰ সম্ভৱ ওচৰ চাপি গৈছিল। দুৱাৰখনৰ কাঠডালত আঁউজি কাণ পাতি আছিল। এইবাৰ সি স্পষ্টকৈ শুনিবলৈ পাইছিল। মিচেচ্ দুৱৰাৰ কথাকে পাতিছিল। চাৰিজনীমান তিৰোতাৰ মাত।

“বেচেৰা দুৱৰাটো, কেনেকৈ পাগলৰ দৰে ঘৈণীয়েকৰ ওচৰতে বহি আছে। তাই গিৰিয়েকক একামোৰ মাৰিব বুলি মই হ'লে জানিছিলোঁ। ইস্ কি প্ৰেম! গিৰিয়েকক আন কোনো ছোৱালীৰ লৈতে এক মিনিটো কথা পাতিবলৈকে নিদিয়ে।”

“এ তুমি নাজানা। সেই অভয় দত্তটোক চিনি পোৱা?”

“পাওঁ, কিন্তু সি দেখোন কেতিয়াবাই ইয়াৰপৰা গ'ল?”

“নহয় হে, আগৰেপৰা তাৰ লগত প্ৰেম আছিল। শিলঙতে।”

“পিচে দুৱৰাক নো বিয়া কৰালে কিয়? টকা দেখি?”

“অভয় জানো বিয়া কৰোৱা মানুহ?—পিচত দুৱৰাৰ লগতে বিধা হৈ গ'ল। এতিয়া এমাহমান হ'ল আমাৰ দত্ত বোপা আকৌ শিলং ওলাইছেহি।”

“হয় নেকি?”

“নহয় নো কি? কেলেই নেদেখিলা, ওচৰলৈ গৈ মানুহ ঠেলি-হেঁচি ভিডি মেলি মেলি চাইছিলগৈ? দুৱৰা ভাল মানুহ কাৰণে হে সহ্য কৰি আছে।”

“মই মনকে নকৰিলোঁ।”

“গিৰিয়েকে দুইটাকে এদিন ঘৰতে ধৰা পেলালে। তাৰ পিচত তাই অভয়ৰ লগতে পলাই যাবলৈ ওলাইছিল।. গিৰিয়েকে বাধা দিলত হে বিহ খালে।”

অভয়ৰ ইচ্ছা হৈছিল, ওলাই গৈ এটাইকিজনীৰ মাতবোৰ নোহোৱা কৰি দিয়েগৈ। কিন্তু সি নগ'ল। আৰু শুনাবো তাৰ ধৈৰ্য নাছিল। মনে মনে তাৰপৰা আঁতৰি যাওঁতে সি মাত্ৰ ভাবিছিল, 'ইমান ধুনীয়া কল্পনা কৰিব পাৰে এই তিৰোতাবোৰে। ইহঁতে বাৰু গল্প নিলিখে কিয়?'

বিতৃষ্ণাৰে তাৰ বুকুখন ভৰি পৰি'ছল—তিৰোতাকিজনীয়ে তাৰ চৰ্চা কৰিবলৈ সাহ কৰাৰ কাৰণে নহয়, মৃত্যুৰেও মানুহে এইবিধ মানুহৰ চৰ্চাৰ হাত সাৰিব নোৱাৰাৰ কাৰণে। সেই খণ্ডতে সি গৈ হস্পিটালৰ আগৰ প'ৰ্টিকোত থকা ময়লা বেঞ্চখনত থপচ্‌কৈ বহি পৰিছিলগৈ। পিচফালে জোতাৰ শব্দ শুনি ঘূৰি চাই দেখিছিল, ডাক্তৰজন আহিছে। মুখখনত কিবা এটা গম্ভীৰতা—খন্তেকৰ কাৰণে হ'লেও চিকিৎসা-বিজ্ঞানৰ ক্ষুদ্ৰ শক্তি উপলব্ধি কৰাৰ গম্ভীৰতা—মৃত্যুমুখী ৰোগীৰ কাষৰপৰা আঁতৰি অহা ডাক্তৰৰ নিঃসহায় গম্ভীৰতা। থিয় হৈ সি ডাক্তৰৰ সমুখত বৈ সুধিছিল,

“মাফ্ কৰিব, কেনেকুৱা দেখিলে মিচেচ্ দুৱৰাক?”

“অ' দত্ত নেকি? আপুনি ওলালহিয়েই খবৰৰ গোন্ধ পাই”—ডাক্তৰে জোৰ কৰি হাঁহি অভয়ৰ বাহুত ধৰিছিল।

"আজি কিন্তু কাগজৰ কাৰণে খবৰ বিচাৰি অহা নাই। ঘটনাটো শুনি বেয়া লাগি হে আহিছোঁ। ভাল হ'ব নে বাৰু?"

"উই কেন ওন্‌লি ট্ৰাই"—ডাক্তৰে যেন খুলি ক'ব খুজিছিল।

"তথাপি, কিমান আশা কৰিব পাৰি?"

"এতিয়া·····সঁচা কথা ক'বলৈ হ'লে···আমাৰ কোনো উপায় নাই। বাচি যাবও পাৰে।"

"কিবা বিহ খালে নেকি বাৰু?"

"অতি বিষাক্ত চালফা জাতীয় ঔষধ ওভাৰ ডোজ্‌ হৈছে নিশ্চয়, লগতে দুৰ্বল। ব্ৰেন এফেক্‌টেড্‌ হৈছে, থ্ৰোট আৰু ইচুভেগাচত ঘা লাগি গৈছে।"

"ভুলতে খালে নেকি বাৰু?"

"সেইটো আপুনিয়েই ভাবি চাওক। অৱশ্যে মিচেচ্‌ দুৱৰাই আজি এমাহমানৰ-পৰা ভুগিছে। বহুত ঔষধ খাই আছে।"

"তেন্তে?"—অভয়ে তলমূৰ কৰি এটা হুমুনিয়াহ কাটিছিল। ডাক্তৰে বুজিছিল সেই প্ৰশ্ন অভয়ে নিজকে নিজে কৰিছিল। সেই নিঃসহায় গম্ভীৰতা লৈয়েই ডাক্তৰ লাহে লাহে আঁতৰি পৰিছিল। সি অলৰ-অচৰ হৈ বৈ আছিল। ওচৰতে থকা বেইটিং-কমৰপৰা তিনিজন মানুহ আহি তাক সুধিছিলহি,—'কি ক'লে ডাক্তৰে?' সিও সেই সময়তে মনটোক প্ৰশ্ন কৰিছিল—কি ক'লে ডাক্তৰে। মানুহজনৰ প্ৰশ্নত সি সাৰ পোৱাদি পাই মুখখনলৈ চাইছিল। এজনকো চিনি পোৱা নাছিল। আন এজনে আকৌ সুধিছিল—"আশা আছে নে বাৰু?"

"নাই—।"—অভয়ে নিশ্চিতভাৱে উত্তৰ দিছিল। মানুহকিজনে তাৰ মুখলৈ কিছুপৰ চাই আছিল। তাৰ পাচত এজনে আন দুজনক কৈছিল—"সঁচাকৈয়ে ভাল মানুহজনী আছিল। এই পাপী দুৱৰাটোৱেই বৈণীয়েকক বিহ খুৱালে।"

"তাক তো লম্পট বুলি গোটেই শিলঙেই জানে। বেচেৰীয়ে কথা এটা কৈ বাৰঁলৈও জান নাপালে···"—আন এজনে কৈছিল।

"আপুনি কি ভাবে?"—এজনে অভয়ক সুধিছিল। সি মুখ তুলি তিনিওকো এবাৰ চকুৰে চকুৰে চাই তলমূৰ কৰিছিল। অভয়ৰ মনৰ অৱস্থা দেখি মানুহকিজন আঁতৰি পৰিছিল। অভয়ৰ মনটো খুব বেয়া লাগিছিল। চকুৰ চাৰিদিক দিগন্তৰ অন্ধকাৰৰ মাজত পোহৰ বিচাৰিবলৈ এৰি দি সি থিয় হৈ আছিল। তাৰ বাৰু কিয় বেয়া লাগিছে?—সি নিজেই ভাবি চাইছিল। হয়তো মানুহৰ মনৰ দুৰ্বলতাৰ কাৰণে। বহুত সভ্যতা শেষ হৈ যোৱাৰ পিচতো যুগ যুগ ধৰি প্ৰেমৰ উম একেদৰেই থকা এই পৃথিৱী এৰি প্ৰেমৰ কাৰণে মৃত্যু বৰণ কৰা দুৰ্বলতাৰ কাৰণেও কিজানি—হয়তো এইদৰে গিৰিয়েক-ঘৈণীয়েক মানুহৰ সেইবোৰ দুৰ্বলতাৰ প্ৰতীক হৈ পৰিব-লগীয়া হোৱা কাৰণেও।···হস্পিটালৰ পুৰুষ ৱাৰ্ডৰ পাচফালে থকা পুৰুষ ৰোগীৰ প্ৰাইভেট ৱাৰ্ডৰকালে সি গৈ আছিল।

তাঁৰৰ জেওৰাখনত আঁউজি দুটা সাধাৰণ মানুহে ভাঙৰ ভাঙৰকৈয়ে তৰ্কা-তৰ্কি কৰি আছিল। এতিয়াওলৈকে উঠা নাই নেকি বা এই মানুহ দুটাৰ ওপৰতে যেন জাকিব

অভয়ে। ইহঁতক নো কি উকহে খাইছে ইয়াত আহি তৰ্কা-তৰ্কি কৰিবলৈ? ঠাই নাই আৰু পৃথিৱীত?

"এই, কি হৈছে তহঁতৰ?"

মানুহ দুটা চুপ হৈ ভয়ে ভয়ে বৈ গৈছিল। অভয় ওচৰলৈ আহি গহীনভাৱে সুধিছিল—

"কোন তহঁত? কি লাগে ইয়াত? জেলৰ ভাত খাবৰ মন গৈছে নেকি?"

"আমি চাৰ দুৰৰা চাহাবৰ ঘৰতে থাকোঁ।"

"অ'...তহঁতকে বিচাৰিছোঁ মই। কি কৰ তহঁতে?"

"মই চাহাবৰ ড্ৰাইভাৰ চাৰ।"

"আৰু তই?"

"বাবুৰ্চি।"

"ওঁ,-মেমচাহাবৰ কি হৈছিল?"—পুলিচৰ দাবেই জেৰা কৰিছিল সি। কাৰণ সি জানিছিল, অভিজ্ঞতাৰপৰা জানিছিল—এই মানুহবোৰে সঁচা কথা ক'বলৈ ভয় কৰে। একমাত্ৰ পুলিচৰ আগত হে সঁচা কথা কয়।

"মই নাছিলোঁ"—ড্ৰাইভাৰটোৱে কৈছিল।

"ক'লৈ গৈছিলি?"

"চাহাবে পঠিয়াইছিল।"

"ক'লৈ?"

"চাৰ..."

"নিজে যদি বিপদত পৰাৰ ইচ্ছা নাই, তেন্তে সঁচা কোৱাই ভাল।"—সিহঁতৰ ভয় দেখি অভয়ে সাহ পাইছিল।

"চাহাবে থ'বলৈ পঠিয়াইছিল..."

"কৈ নো নিদিয় কিয়? সি চাৰ, সেই বাহিৰৰপৰা মাজে মাজে যে আহে মেমচাহাব—সেই বেগম মেমচাহাব—তেখেতক গাড়ীৰে থ'বলৈ গৈছিল। ঘৰত মেমচাহাব ফিট্ হোৱাৰ লগে লগে বেগম মেমচাহাব গুচি গৈছিল।" বাবুৰ্চিটোৰ কথাত যেন দুৰৰাক ঘিণ কৰাৰ সুৰ—বেগমৰ লগত কিবা গুপ্ত সম্বন্ধৰ ইংগিত। সি সিহঁতৰ লৈতে পেৰেনিয়াই পেৰেনিয়াই কথা পতাত লাগিছিল। এটাই আনটোৱে কোৱা মিছা কথা ধৰা পেলাই, মাজে মাজে একোটা কথাৰ সত্যতা সম্বন্ধে সিহঁত দুটায়েই তৰ্ক কৰি, অভয়ক সিহঁতে নিজে জনা ঘটনাটোৰ চমু বিৱৰণ দিছিল। সেইবোৰকে খুকিয়াই-মেলি সি ঘটনাটো গাঁত লগাই লৈছিল:

আজি তিনি মাহমান আগবেপৰা মিস্টাৰ মৃণাল দুৰৰাৰ মিচ্ আনোৱাৰা বেগমৰ লগত ভিতৰুৱা সম্বন্ধ। তেতিয়া কথাটো কেৱল ড্ৰাইভাৰটোৱে হে জানিছিল। সি বেগম-দুৰৰাক পিচৰ চিটত বহুৱাই বহুত দিন পলো-গ্ৰাউণ্ডত ঘূৰিছে, এলিফেন্ট কন্ফ্চ্ত দুয়োকো নমাই দি ঘূৰি অহালৈ ঘণ্টাৰ পিছত ঘণ্টা অপেক্ষা কৰিছে আৰু তাৰ সমুখত থকা 'ৰিয়াৰ ভিউ' (পাচফালে দেখা) আইনাখনত আজতে সি কেবাদিনো চকু পেলাব নোৱাৰা হৈছে। কথাটো সি বিশ্বাসতে বাবুৰ্চিটোক কৈছিল। সিহঁত

ড্ৰাইভাৰে মেমচাহাবলৈ বৰ বেয়া লাগিছিল। "মেমচাহাব বৰ ভাল মানুহ। চাৰ, মই বহুত দেশী-বিদেশী চাহাবৰ লগত চাকৰি কৰিলোঁ। প্ৰায়বোৰতে পাইছিলোঁ চাহাবতকৈ মেমচাহাবৰ কোব হে চৰা। কিন্তু এই মেমচাহাবৰ নিচিনা মৰমিয়াল আৰু দেখিলেই ভক্তি ওপজা মেমচাহাব ক'তো লগ পোৱা নাছিলোঁ"—ড্ৰাইভাৰটোৱে বেজাৰ কৰি কৈছিল।...আজি এমাহমানৰ আগৰপৰা বেগম মেমচাহাবক ড্ৰয়াৰৰ প্ৰথমে কেতিয়াবা কেতিয়াবা আনিছিল। লাহে লাহে মেমচাহাবে কথাটো গম পাইছিল। দুয়োবো তৰ্ক লগা বাবুৰ্চিয়ে কেবাদিনো শুনিছিল। এদিন বোলে ড্ৰয়ৰা আৰু মিচেচ্ ড্ৰয়ৰা গাড়ীৰে কোনোবা এখৰত পাৰ্টি খাই আহিছিল। দুয়োৰে কথাৰপৰা ড্ৰাইভাৰে বুজিছিল, সেই পাৰ্টিত বেগম মেমচাহাবৰ লগত ড্ৰয়ৰাই কৰা হলি-গলিলৈ সকলোৱে অৰ্থপূৰ্ণভাৱে চাইছিল আৰু কোনোবা কোনোবাই মিচেচ্ ড্ৰয়ৰাক কিবা কৈছিলও। মিচেচ্ ড্ৰয়ৰাই কৈফিয়ৎ বিচাৰি খঙেৰে প্ৰশ্ন কৰাত ড্ৰয়ৰা চাহাবে বোলে কৈছিল—'আনোৱাৰাক মই বিয়া কৰাম। সেই বিষয়ে তোমাৰ এতিয়াও যদি সন্দেহ আছে, তেন্তে আজি মোৰপৰা শুনি লোৱা'। মেমচাহাব বোলে কিছুপৰ মনে মনে আছিল। তাৰ পাচত চলি থকা গাড়ীৰ দুৱাৰ খুলি জাঁপ মাৰি দিব খুজিছিল। কোনো মতে হে চাহাবে ধৰি ৰাখিছিল।...আগদিনা ৰাতিপুৱা চাহ দিবলৈ গৈ বাবুৰ্চিয়ে দেখিছিল—আগৰ এখন বিচনাৰ ঠাইত দুজনে বেলেগে দুখন বিচনা কৰি শুই আছিল। কিছু সময়ৰ পিচত পিয়লা আনিবলৈ গৈ সি বাহিৰৰপৰাই চাহাবে কোৱা শুনিছিল—'তোমাৰ লগত মোৰ কোনো সম্বন্ধ নাই। যদি থাকা, চাকৰণী থকাদি থাকিবা। নহ'লে ক'ৰবাত বিহ খাই মৰাগৈ। মই শান্তি পাম—এক পেগ্ হুইস্কি বেছিকৈ খাম।' সি গল-খেঁকাৰি মাৰি ভিতৰ সোমাই পিয়লা লৈ ওলাই আহিছিল। মেমচাহাবে চাহত মুখকে দিয়া নাছিল। চাহাব অফিচলৈ ওলাই গৈছিল। মেমচাহাবে দিনটো একো খোৱা নাছিল। দুপৰীয়া দুইমান বজাত কিবা ফাইল এটা নিবলৈ অহা ড্ৰাইভাৰটোক শোৱা-কোঠালৈ মাতি নি সি চাহাব আৰু বেগম মেমচাহাবৰ সম্বন্ধৰ বিষয়ে কি জানে মেমচাহাবে সুধিছিল। মাকৰ দৰে মৰম কৰা মেমচাহাবক বহুত দিনৰেপৰা কোৱাৰ ইচ্ছা থকা সকলো ঘটনা সি কৈছিল।......গধূলি ড্ৰয়ৰা আহিছিল চাৰে পাঁচমান বজাত—লগত বেগম মেমচাহাবক লৈ। ড্ৰাইভাৰটোৰ বোলে গাড়ী চলাবলৈও ঘিণ লাগিছিল। বাবুৰ্চিয়ে দুৱাৰ খুলি দিয়াৰ লগে লগে বেগমক লৈ চাহাব আহি ড্ৰইংৰুমতে বহি কথা পাতিছিল আৰু বাবুৰ্চিক চাহ আনিবলৈ কৈছিল। ড্ৰাইভাৰটোৱে বোলে গাড়ীখন থৈ শোৱনি কোঠাত বহি থকা মেমচাহাবৰ ওচৰ পাইছিলগৈ—দুঘণ্টামানৰ কাৰণে ছুটী বিচাৰি। মেমচাহাবে বোলে কাঠ হাঁহি মাৰি কৈছিল—'মোক আৰু দুদুধিৰি। নতুন মেমচাহাবক ক'গৈ। মই মৰিলোঁ বুলি ধৰি ল।' ড্ৰাইভাৰটোৱে কান্দো কান্দো হৈ ওলাই আহি গাড়ীত বহি আছিলহি। কিছু সময়ৰ পিচত, প্ৰায় আধা ঘণ্টাৰ পিচত, শোৱনি-কোঠাত এটা বিকট চিঞৰ শুনি বাবুৰ্চিটো দৌৰি গৈ দেখিছিল, মজিয়াত পৰি মেমচাহাবে চট্ফটাই আছে। এনেতে একেটা চিঞৰকে শুনি বোধকৰোঁ চাহাবো আহি পাইছিল। চাহাবে খঙেৰে কৈছিল—'তাও ধৰিব নাজানা।

বহুত ভাও দেখিছো'। তথাপি মেমচাহাব হুঠা দেখি চাহাবৰ আদেশ মতেই বাবুৰ্চি-টোৱে বহুৱাই দিবৰ চেষ্টা কৰিছিল। সি দেখিছিল, কথা ক'বলৈ চেষ্টা কৰিও মেমচাহাবে কথা ক'ব পৰা নাছিল। তাৰ পাচত মেমচাহাব অজ্ঞান হৈ পৰি যোৱা দেখি সি কান্দিছিল—চাহাবৰ ধমকিলৈ ভয় নকৰি কান্দিছিল।...হঠাতে চাহাবে মতা শুনি ড্ৰাইভাৰটো গাড়ীৰপৰা নামি ড্ৰইংৰুম পাইছিলহি। চাহাবৰ আদেশ মতেই সি তেতিয়াই বেগম মেমচাহাবক ঘৰত থ'বলৈ গৈছিল। বেগম মেমচাহাবক কিন্তু উত্তেজিত যেন দেখিছিল সি।· ·চাহাবৰ লৈতে ধৰি-মেলি বাবুৰ্চিটোৱে মেমচাহাবক চকুৱে-মুখে পানী দি বিচনাত শুৱাই দিছিল। কিন্তু হাত-ভৰি আছাৰি মুখেৰে গোঁ-গোঁৱাই থকাৰ বাহিৰে মেমচাহাবে একো ক'ব পৰা নাছিল। চাহাবে ভয় খাইছিল। বিচাৰি বিচাৰি কিবা বটল এটা আনি বাবুৰ্চিটোক কৈছিল—'মেম-চাহাবে কিবা ঔষধ বেছিকৈ খাইছে। তই ডাক্তৰক মাতি আন।' ওচৰতে থকা ডাক্তৰজনক দৌৰি দৌৰি গৈ সি মাতি আনিছিল। ডাক্তৰে চায়েই কৈছিল—হস্পিটাললৈ নিব লাগে। ইতিমধ্যে বেগমক থৈ গাড়ী ঘূৰি আহিছিল। মেমচাহাবক ধৰি-মেলি অজ্ঞান অৱস্থাত গাড়ীত তুলিবলগীয়া হোৱাত ড্ৰাইভাৰটো আচৰিত হৈছিল। কিন্তু কাকো একো সুধিবৰ সাহস নাছিল। তাৰ পাচত হস্পিটাললৈ আহি হে সি সকলো কথা বাবুৰ্চিটোৰপৰা শুনিছিল। বেগম মেমচাহাব হঠাতে গুচি যোৱাৰ কাৰণটো বুজিছিল।

"তহঁতে কিছু মিছা কথা কৈছ। তেনেকুৱাই যদি হ'লহেঁতেন, তহঁতৰ চাহাবে মেমচাহাবক ধৰি এনেকৈ ওচৰতে বহি নাথাকিলহেঁতেন"—অভয়ে সিহঁতক আকৌ জেৰা কৰিছিল।

"চাৰ, এটা কথাও মিছা কোৱা নাই। কেনেকৈ জানিব, কিজানি চাহাবে আপোনালোক পুলিচৰ হাতত ধৰা পৰাৰ ভয়তে তাত বহি আছে।"

"তহঁত ওচৰত নাথাকগৈ কিয় ?"

"চাহাবে নালাগে বুলি কৈছে।"

"আচ্ছা, ভাল হৈ যাব—ভয় নাই।"

"আপুনিয়ে হে কৈছে চাৰ। কিন্তু "

"বেগম মেমচাহাব নো কোন ?"

"আলি চাহাবৰ জীয়েক।"

"ইউচুফ আলি ?"

"হয় চাৰ।"

ইউচুফ আলি বৃটিছৰ দিনৰ ওখ খাপৰ পুলিচ বিষয়া। ১৯৪২ৰ আন্দোলনে ৰায়বাহাদুৰ উপাধি দিয়া বিষয়া। এতিয়া পেঞ্চনপ্ৰাপ্ত। মধ্য-প্ৰাচ্যত গণ্ডগোল লাগিলে খুব উৎকণ্ঠিত হয়। পাকিস্তানৰ গণ্ডগোলৰ বিষয়ে পঢ়ে—স্বভাৱত নিদিয়ে। তেওঁৰে জীয়েক আনোৱাৰা বেগম। কলিকতাত 'ওৱাই-ডব্লিও-চি-এ'ত থাকি কলেজত পঢ়োঁতে তেওঁৰ লগত এবাৰ কথা পাতিবলৈ বোলে ল'ৰাই লাইন দিছিল। আতৰত্বীক আলোচনা একদৰব হ'লেও আভব হ'ব। কিন্তু বিয়া হোৱা নাই।

সি মনে মনে ঠিক কৰিছিল, তাত বেছি সময় বৈ থকাৰ দৰকাৰ আৰু নাই। জন্ম-মৃত্যু-বিবাহৰ ওপৰত মানুহৰ হাত নাই। প্ৰেম, দাম্পত্য জীৱনৰ কন্দল আৰু তাৰ পৰিণতিৰ ওপৰতো মানুহৰ হাত নাই। মিচেচ্‌ দুৱৰা মৰিব। এই ঘটনাকে কেন্দ্ৰ কৰি শিলঙত বহুত সৰু সৰু সাধু ওলাব। কিছুদিনৰ আলোচনাৰ খোৰাক হ'ব।...এবাৰ মিচেচ্‌ দুৱৰাক চাই আহিবগৈ নেকি? কিন্তু, কি হ'ব চাই?...... খেলি-মেলি ভাববোৰ লৈ সি পুৰুষৰ প্ৰাইভেট্ ৱাৰ্ডৰ পাচফাললৈ আগুৱাই গৈছিল। মনতে ভাবিছিল, এতিয়াই গুচি যোৱা ঠিক নহ'ব। আহিলেই যেতিয়া শেষ খবৰটো লৈ কাগজলৈ পঠিয়াই দিয়াই ভাল। জেপত হাত ভৰাই চাইছিল, কাগজ-কলম একো অনা নাই। ওভাৰকোটটো বৰ গধুৰ গধুৰ লাগিছিল। মনটোও। 'বাৰু, সেই মুকলি ঠাইটুকুৰাতে অকণমান ৰওঁগৈচোন। ইয়াত আৰু থাকিব নোৱাৰি। মানুহৰ বিৰ্‌বিৰণিবোৰে বতাহবোৰ বিষাক্ত কৰিছে।'—এইবুলি পুৰুষ-ৱাৰ্ডৰ বাৰাণ্ডাখন পাৰ হ'বলৈ ভৰি দাঙি সি সেই অৰণ্যতে বৈ গৈছিল। কাষতে থকা চিংগোল-বেড্‌ কোঠাটোৰপৰা মনে মনে ওলাই অহা টুকুৰা-টুকুৰ শব্দ কেইটামানে তাক আগ ভেটি ধৰিছিল। কোনোবা নাৰী-কণ্ঠৰ সঁচা-নিবেদনৰ সুৰ-সনা সেই কাণে-জুতি-পোৱা শব্দবোৰ তাৰ কাণ দুখনে যেন হেঁপাহেৰে গিলিছিল।—

"মোৰ সকলো মৰম, সকলো ভাল পোৱা, আনকি গোটেই জীৱন দি হ'লেও তোমাক ভাল কৰিম সোণ। তুমি কিয় সেইবোৰ কথা কোৱা? মোৰ বেয়া নালাগে জানো?"

খিৰিকীখনেদি জুমি চোৱাৰ লোভ সি সামৰিব নোৱাৰিছিল। কোনোবা এজন শয্যাগত ৰোগীৰ কাষতে তিৰোতা এগৰাকীয়ে মূৰ পিটিকি আছিল। তিৰোতা-গৰাকীৰ শিৰত সেন্দুৰ, মুৰত ওৰণি। 'নিশ্চয় বৈণীয়েক'—নিজকে নিজে অভয়ে কৈছিল। দুটা সবল প্ৰাণৰ আবেগখিনি চুৰ কৰি শুনাৰ কাৰণে নিজৰে লাজ লাগিছিল তাৰ। দূৰেদি ঘূৰি গৈ সি হস্পিটালৰ পাচফাল পাইছিলগৈ। দুজোপা সৰল গছ, দাঁতিতে লোহাৰ জেওৰা, বাঁওফালে থকা ইন্দ্ৰমালতী ফুলজোপাৰ সিপাৰেই নাৰ্চৰ কোৱাৰ্টাৰ। বেচ নিৰ্জন ঠাইটুকুৰা। বহুত সময়ৰ মূৰত সি দীঘলকৈ উশাহ লৈছিল। বহুত সময় যেন সি মুকলি বতাহ পোৱা নাছিল।

অতি বেয়া লাগিছিল তাৰ। অসম্ভৱ। সি অৰণ্যে ধৰি লৈছিল, আত্মহত্যাৰ কথা হয়তো মিছা। হয়তো বহুত দিনৰেপৰা হৈ থকা অসুখৰেই অৱশ্যম্ভাৱী পৰিণতি। কিন্তু ইমান সোনকালে এই গাভৰু ছোৱালীজনীৰ এই অৱস্থা হ'ব কিয়? সঁচা কথা, নিয়মৰো ব্যতিক্ৰম আছে। নিয়মৰ ব্যতিক্ৰম হৈয়েই মৃণাল-জানুৰ বিয়া হৈছিল। জানুৰ জন্মগত জাত মৃণালৰ জাততকৈ তল খাপৰ আছিল। মৃণালে বংশ-পৰিয়ালৰ বাধাৰ হাত সাৰিবলৈ প্ৰথমতে মনে মনে শিলঙতে বিয়া আইনমতে ৰেজিষ্টাৰ কৰাই হে বোলে মাককো জানিবলৈ দিছিল—যাতে কাৰো বাধা দিয়াৰ আৰু উপায় নাথাকে। কিন্তু তেনেকুৱা বিয়াৰ জানো এনেকুৱা পৰিণতি হোৱা উচিত?...এইবোৰ কথা ভাবি থাকোঁতেই তাৰ ওচৰেদিয়েই দুজনী নাৰ্চ কথা পাতি

শুচি গৈছিল। "আৰু আধা ঘণ্টাতকৈ বেছি সময় নাথাকে—Poor Girl।"—সমবেদনা জনায়েই এজনীয়ে আনজনীক কৈছিল।

*　*　*

কিমান সময় বৈ আছিল অভয়ে নাজানে। হয়তো প্ৰায় আধা ঘণ্টা।। বেছিও হ'ব পাৰে। কাষতে পুলিচ বজাৰৰ বাটৰ দাঁতিত থকা লাইটৰ পোহৰে কুঁৱলীক ভেদ কৰি তাৰ ওচৰলৈ আহিবলৈ চেষ্টা কৰিছিল। বাটত মানুহ একেবাৰে নাই। সি ভাবি চাইছিল, প্ৰথমতে আহি থিয় হওঁতে ঠাইটুকুৰা যিমান অন্ধকাৰ যেন লাগিছিল, আধা ঘণ্টাৰ পিচত সিমান অন্ধকাৰ নহয়। কোনোবাই সেইফালে চালে তাক দেখিবই যেন লাগিছিল। সি হস্পিটালটোলৈ চাইছিল, কোনোবাই তাক লক্ষ্য কৰিছিল নেকি জানি ল'বলৈ। তাৰ চকু পৰিছিল, হস্পিটালৰ পিচফালে থিয় হৈ থকা এগৰাকী তিৰোতাৰ ওপৰত। হয়, তাৰ ফালেই চাই আছিল। সি ভাবি চাইছিল, কিবা-কিবি কথা চিন্তা কৰি বৈ থাকোঁতে সি আনৰ দৃষ্টি আকৰ্ষণ কৰিব-লগীয়া অংগি-ভংগি কৰিছিল নেকি? গল-থেঁকাৰি এটা মাৰি, হাতত লৈ থকা উলৰ টুপীটো পিন্ধি লৈ সি সহজ হোৱাৰ চেষ্টা কৰিছিল। আবে, মানুহজনীয়ে তেতিয়াও চাই আছিল। 'কিবা চোৰ-টোৰ বুলি সন্দেহ কৰিছে নেকি?'—এইবোৰ ভাবি, বৈ থাকি আমনি লাগি খোজ কঢ়াৰ দৰে কেইখোজমান দি সি তাৰ মুখত লাইটৰ পোহৰ পৰিব পৰা ঠাইলৈ আহি অকণমান বৈছিল—যাতে চোৰৰ দৰে লুকাই থকা বুলি নাভাবে। আকৌ আগৰ ঠাইলে ঘূৰি গৈছিল। কিন্তু একেদৰেই চাই আছিল মানুহজনীয়ে। এইবাৰ সিও মানুহজনীৰ মুখখন চোৱাৰ চেষ্টা কৰিছিল। কিন্তু আন্ধাৰত একো বুজিব পৰা নাছিল।...লাহে লাহে মানুহজনীয়ে খোজ পেলাইছিল—জুখি-মাখি পেলোৱা নিশ্চিত খোজ। কেইখোজমান পেলোৱাৰ পিচতে সি অনুভৱ কৰিছিল, মানুহজনী তাৰ ফালে আগুৱাই আহিছিল। তাৰ ভয় লাগিছিল। সি আন্ধাৰতে দেখিছিল, এইজনী নিশ্চয় সি জুমি চোৱা মানুহজনী, যিজনীয়ে বেমাৰী গিৰিয়েকৰ শিতানত বহি বুজনি দি আছিল। 'হয়তো গিৰিয়েকৰ কিবা এটা হোৱাত বেচেৰী একো নভবাকৈ অবাক হৈ আহি আছে। হয়তো বেচেৰীৰ ওচৰত আন কোনো নাই'। সি ভাবি আছিল আৰু মানুহজনী আগবাঢ়ি আহি আছিল। সি কি কৰিব ভাবিছিল। মানুহজনী ওচৰ পাইছিলহি। কি সুধিব সি ভাবিছিল; মানুহজনী সমুখত থিয় হৈছিলহি। তাৰ মুখলৈ চাবলৈ সাহস হোৱা নাছিল। মানুহজনীয়েও একো কোৱা নাছিল। তাৰ ওভাৰকোটৰ বুতামত মানুহজনীৰ হাতৰ বালাপাট লাগি এটা সৰু শব্দ হৈছিল—শুনাতকৈ অনুভৱ কৰিব পৰা শব্দ। সি নিজকে নিজে কৈছিল—'মইতো একো দোষ কৰা নাই।' এটা অতি চিনাকি যেন- মুখৰ মাত তাৰ কাণত পৰিছিল,

"অভয়!"

সি লাহে লাহে চকু নৰাই চাইছিল। কোনোবা চিনাকি মুখ যেন লাগিছিল। আৰু ভালকৈ চাইছিল। নীলা নেকি? আৰু ভালকৈ চাইছিল। তেতিয়া সি বাহুত ধৰি জোকাৰি কৈছিল,

"নী…লা!"

"এতিয়াও ভীক হৈ আছা?"—নীলাই খেমালিৰ সুৰতে ক'ব খোজা কথাকিটা কাঠ-কটাৰ শব্দ যেন লাগিছিল। সি জ্ঞান পাইছিল। নীলা এতিয়া মিচেচ্ নলিন চৌধুৰী। মাফ্ কৰিব বুলি কৈ সি গুধৰাই ল'ব খুজিছিল। কিন্তু তাৰ জিভাখন একেবাৰে শুকাই গৈছিল। হয়তো বাঘ ওলোৱা হ'লেও সি সিমান ভয় নাখালেহেঁতেন।

"তুমি হয় নে নহয় বহুত সময় চাই আছিলোঁ। একেবাৰে ধৰিব পৰা নাছিলোঁ"—মিচেচ্ নীলা চৌধুৰীয়ে কথা কৈছিল। অভয়ে একেথৰে চাই সেই মুখ মিলাইছিল, প্ৰায় চাৰি বছৰৰ আগতে দেখা হীৰাখনিৰ নীলাজনীৰ লগত। বহুত পৰিবৰ্তন হৈছিল। বহুত বেলেগ বেলেগ লাগিছিল। কিন্তু চকুত আছিল একে উন্মাদনাভৰা আকৰ্ষণ—যেন গোটেই পৃথিৱীকে বলিয়া কৰিবলৈকে সেই চকু দুটাই সাধনা কৰিছিল।

"মিচেচ্ দুৰবাক চাই তুমি ওলাই অহা দেখিছিলোঁ। হঠাতে দেখা পাম বুলি ভবা নাছিলোঁ। নামাতো বুলিয়েই ভাবিছিলোঁ। কিন্তু মনটো কেনেকুৱা হৈ গ'ল। ইমানবোৰ মানুহৰ মাজত তথাপি তোমাক উপযাচি মাতিবলৈ ভাল নালাগিল। সেই কাৰণে ইয়াতে বিচাৰি উলিয়াইছোঁহি।"—অভয়ৰ ওভাৰকোটৰ বুতামটো পিটিকি পিটিকি নীলা চৌধুৰীয়ে ভলযুৰ কৰি কৈ গৈছিল।

"তুমি গুচি অহাৰ পাচত এবাৰো খবৰ নকৰিলা। কিয়?" অভয়ৰ ওভাৰকোটৰ বুতামটো খুলি নীলাই মুৰ দাঙি চকুলৈ চাই অভয়ক সুধিছিল।

"খবৰ কৰিছিলোঁ। তোমাৰ বিয়া ঠিক হোৱা খবৰো পাইছিলোঁ। তেতিয়া মই গুৱাহাটীতে।"—অভয়ৰ উত্তৰত অলপ অভিযোগৰ সুৰ আছিল নেকি?

"মই সদায় তোমাৰ কথা ভাবিছিলোঁ। ভাবিছিলোঁ, তুমি কেতিয়াও অকৃতজ্ঞ হ'ব নোৱাৰা। বিয়াৰ দিনা ৰাতিলৈকে মই তোমাৰ হৈ আছিলোঁ"—কন্দা নাছিল যদিও নীলাৰ মাতত কান্দোনৰ সুৰ আছিল। অভয়ৰ ওভাৰকোটৰ বুতামটো আকৌ লগাই দি নীলাই বুতামটোৰ ওপৰতে হাতখন পিছলাই দিছিল। অভয়ৰ দুখ লাগিছিল, তেন্তে সিয়েই দোষী নেকি ভাবিছিল।

"অভয়, তোমাক মই সকলো দিছিলোঁ—তুমি অনাদৰ কৰিলা।"—অনুভূতি নাছিল নীলাৰ কথাত—আছিল সত্যবাদীৰ নিৰ্ভয় সুৰ।

"আজি তোমাক লগ পাই স্বৰ্গ পোৱা যেন লাগিছে। জীৱনত যেন বহুত হেৰোৱা আনন্দ ঘূৰাই পাইছোঁ।"—এটা হুমুনিয়াহ কাঢ়ি নীলাই তাৰ মুখলৈ চাইছিল। ওভাৰকোটৰ বুতামত লাগি থকা তাইৰ বালাপাট অভয়ে একবাই দিছিল।

"মোক মাফ্ কৰিবা নীলা। মই…"—অভয়ে ক'বলৈ একো ভাল যুক্তি বিচাৰি পোৱা নাছিল।

"অভয়?…থাঃ নালাগে, নকওঁ।"

"কোৱা।"—অভয়ে আগ্ৰহেৰে সুধিছিল।

"জীৱনত ভাগৰি পৰিছোঁ অভয়। আৰু কাৰো প্ৰত্যাখ্যান সহ্য কৰাৰ ধৈৰ্য নাই"—নীলাৰ মাতটোৱেই যেন ভাগৰি পৰিছিল।

"মই তোমাক জানি-শুনি কেতিয়াও কোনো কথাতে বিমুখ কৰা নাই। নকৰোঁও"—

"আচ্ছা অভয়…"—নীলা আকৌ ৰৈ গৈছিল। খালৰ ওপৰত সাঁকো দিয়াদি নীলাৰ হাতখন তাৰ ওভাৰকোটৰ ফাকেদি সোমাই লগাই থোৱা বুতামত ভৰ দি ওলমি আছিল।

"কোৱা আকৌ"—নীলাৰ হাতখনৰ ভৰত গলখনত ওভাৰকোটটো চেপা খাই তাৰ মুখটো দোঁৱাই দিছিল।

"যদি কওঁ, তোমাৰ স্মৃতি হিচাপে ৰাখিবলৈ মোক কিবা এটা দিয়া? যিহকে তোমাৰ মন যায়। যি-হ-কে-ই…"—নীলাৰ কথাৰ সুৰত অনুৰোধ আছিল।

"নিশ্চয়। কিন্তু কি দিম?"—সি নীলাক কোৱাতকৈ নিজে হে ভাবিছিল কি দিব।

"যিহকে তোমাৰ ইচ্ছা। আমাৰ চিনাকিবোৰ যদি এনেকৈয়ে কেতিয়াবা হেৰাই যায়, তেতিয়াও যেন মই তোমাক পাহৰিব নোৱোৰোঁ।"

"দিম।"

"কি দিবা?"

"যিহকে তুমি বিচাৰা—অৱশ্যে যদি হে সম্ভৱ হয় মোৰ কাৰণে।"

"তুমিয়েই কোৱাচোন"—নীলাই অতি আগ্ৰহেৰে ওভাৰকোটৰ ভিতৰেদি হাতখন সুমুৱাই দিছিল—হয়তো জাৰ লাগি। সি তেতিয়া নীলাৰ হাতখনলৈ মন নকৰি কি দিব পাৰি, সেই বিষয়ে হে ভবাত ব্যস্ত আছিল। সি সুধিছিল, "এটা ধুনীয়া আঙঠি?"

"ওহোঁ"—নীলাৰ নাকৰ উশাহবোৰে অভয়ৰ থুঁতৰিত চোঁৱৰ বুলাই উত্তৰ দিছিল।

"ঘড়ী?"

"ওহোঁ—কিমান দিন চলিব?"

"নেক্‌লেচ্?"—অভয়ে একালৰপৰা নভবাকৈ সুধি গৈছিল।

"মই অলংকাৰ ভাল নাপাওঁ।"

"শাৰী?"

"ধয়ে দিব হে পাৰোঁ"—নীলাই অভিমানৰ সুৰতে কৈছিল।

"তেন্তে তুমিয়ে কোৱা কি লাগে"—অভয়ে মৰম কৰিয়েই সুধিছিল।

"আগতে কোৱা দিম বুলি।"

"ক'লোৱেই দেখোন"—অভয়ে বাছনিৰ ভাৰটো নীলাক দি নিজে চিন্তা কৰাৰপৰা অব্যাহতি লৈছিল।

"ঠিক?"

"ঠিক"—অভয়ে শান্তভাৱে উত্তৰ দিছিল।

উৎকণ্ঠাৰে নীলাই এবাৰ চাৰিওফালে চাইছিল। তাৰ পাচত তাৰ ওভাৰকোটৰ বুকুত গাল এখন হেঁচি ধৰি খুব খৰকৈ ক'বলৈ চেষ্টা কৰি উশাহৰ লগে লগে ৰৈ ৰৈ কৈছিল,

"মোক…মোক…মানে মোক…জানা…জানা অভয়…খুব…ধু-উ-উ-উ-উ-ন ধুনীয়া এটা…"

নীলাই হাত আৰু গাল ক'ত ৰাখিছে, তালৈ লক্ষ্য নাৰাখি অভয়েও সেই উত্তেজনাৰ লগতে ব্যগ্ৰ হৈ সুধিছিল—

"কোৱা, কি ? এটা কি ?"

"তোমাৰ নিচিনা বেবি"—খুব খৰকৈ শব্দকিটা কৈ নীলা হঠাৎ বৈ গৈছিল। গোটেই পৃথিৱীখনেই স্তব্ধ হৈ গৈছিল। উত্তেজনাত নীলা ভাগৰি পৰিছিল। লাজৰ পৰ্দাখন ইমান গধুৰ বুলি হয়তো তাই জীৱনত কেতিয়াও অনুভৱ কৰা নাছিল। কিন্তু কোৱাৰ পাচতে ইমান ডাঙৰ কথাটো ইমান সাধাৰণ হৈ পৰিছিল। বেচেৰী একেবাৰে ভাগৰি পৰি তাৰ গাতে নিজৰ দেহাৰ সম্পূৰ্ণ ভৰটো এৰি দিছিল। কেনেবাকৈ পৰি যায় বুলি সি ক'ৰ নোৱাৰাকৈযে ধৰিছিল।

নীলাক অকলৈ এৰি লাজবোৰ আন্ধাৰতে হেৰাই গৈছিল। তিৰোতাৰ এবাৰ এজনৰ আগত লাজৰ বান্ধ ছিগি 'গ'লে আৰু ধৈৰ্য নাথাকে। তাৰ পিচত সিহঁতে পৰাজয় মানি নলয়—কেতিয়াও নলয়। উত্তেজনাত কঁপি কঁপি অভয়ৰ মুখটো দোঁৱাই আনি নীলাই ফোঁপাইছিল—"কোৱা অভয়, দিবা ? দিবা ? নহ'লে মই মৰি যাম—সোণ "। অভয়ে মাত্ৰ অনুভৱ কৰিছিল, একান্তভাৱে নিৰ্ভৰ আৰু বিশ্বাস কৰি নিজকে নিঃশেষে বিলাই দিবলৈ ব্যাকুল হোৱা গাভৰু এজনীৰ ওচৰত 'সংযমৰ বেবোমিটাৰৰ পাৰা' খৰকৈ তললৈ নামে। ড্ৰাইভাৰৰ নিৰ্দেশ মতে চলা গাড়ীৰ দৰে অভয়ে নিজৰ সম্পূৰ্ণ অধিকাৰ নীলাৰ তৃপ্তিৰ কাৰণে এৰি দিছিল। অন্ধকাৰত হস্পিটাল হেৰাই গৈছিল। পৃথিৱীখন ক'ত আছিল ? এইখন পৃথিৱী এৰি স্বৰ্গলৈ · ? কোনোবাই দেখিছিল নেকি ? · ·

"ছোটা সে ঘৰ হোগা

বাদলোকে ছাঁও মে" —ওচৰৰ চাহৰ দোকানৰপৰা ভাহি অহা গানটো কাণ পাতি শুনি নীলাই সুধিছিল।— "হোগা অভয় ?"····· অভয়ৰো শুনি ভাল লাগিছিল। হঠাতে গ্ৰামোফোনত চাবি নোহোৱা হৈ গানটো মাজতে বৈ গৈছিল। সেই হেৰোৱা গানৰ আশাবোৰে নীলাৰ ওঁঠ দুটা বেছি পিছল কৰি দিছিল।

* *

অভয়ৰ সময়ৰ জ্ঞান নাছিল। মৃণালে বৈণীয়েকৰ অজ্ঞান দেহাটোক সাৱটি ধৰি থকাৰ দৰে সিও ধৰি আছিল নীলাক। দুয়োজনীয়েই যেন ৰোগী। আবেগৰ অত্যাচাৰত নীলা ভাগৰি পৰিছিল—মৰণৰ অত্যাচাৰত জান্থ ভাগৰি পৰাৰ দৰে। সময়ৰ ভাগৰ লগা নাছিল।······

হস্পিটালৰ পিচফালৰ বাৰাণ্ডাত এটা চিঞৰ শুনি অভয় আৰু নীলাই উচাপ্ খাই মুখ তুলি চাইছিল। আধা-খোৱা চুমাটো শেষ নকৰাকৈ ওঁঠতে ওঁঠ লগাই থোৱা অৱস্থাতে দুয়ো বৈ গৈছিল। নিজে থকা অন্ধকাৰৰ মাজৰপৰা পোহৰ বাৰাণ্ডাখনত দুয়ো দেখিছিল—দুই হাতেৰে নিজৰ চুলিবোৰ খামোচ মাৰি ধৰি মৃণাল বলিয়াৰ দৰে ওলাই আহিছিল। আকাশলৈ চাই মৃণালে চিঞৰিছিল—

"উস্ প্ৰভু !"

কেইজনমানে মৃণালক ধৰিছিল।

অভয় অলৰ-অচৰ হৈ গৈছিল। নীলাই তাক খুব জোৰেৰে সাৱটি ধৰিছিল। বেছি জোৰেৰে ধৰি নীলাই সেহাই সেহাই কৈছিল—"মোৰ ভয় লাগিছে।"

কি কৰিব, ক'লৈ যাব, সি যেন একো ঠিক কৰিব নোৱাৰিছিল।

হস্পিটালটো নিস্তব্ধ হৈ পৰিছিল।

ইফালে-সিফালে চাই সি দেখিছিল, এজন ডাক্তৰ আৰু এজনী নাৰ্চ। অন্ধকাৰত বগা কাপোৰবোৰ জিলিকি আছিল। নাৰ্চজনীয়ে কৈছিল,—"এতিয়াতো তোমাৰ টিবিয়াচ্ কেচ্ আছে বুলি ক'ব নোৱাৰা। ব'লা—মোক থৈ আহিবাগৈ ঘৰত।"

নিজৰ গৰম উশাহবোৰ অভয়ৰ মুখত ছটিয়াই নীলাই তাক ফুচ্‌ফুচাই কৈছিল—"মই চিৰদিন তোমাৰ হৈ থাকিম—অভয়, পাহৰি নাযাবা দেই…।"

মেটাৰ্নিটি ৱাৰ্ডৰপৰা ভাহি অহা কোনোবা সন্তজাত শিশুৰ কান্দোনে জন্মৰ বাতৰি দিছিল।

মিঠাই দোকানৰ গ্ৰামোফোনটো আকৌ বাজি উঠিছিল—"পৰজনমৰ শুভ লগনত……।" ৰেকৰ্ড সলাই দিছিল। মানুহৰ জীৱনবোৰ ৰেকৰ্ড নহয় জানো?—সি ভাবিছিল।

নীলাই তাক চেপি ধৰিছিল—খুব জোৰেৰে।

ভয়ত? উন্মাদনাত? অভ্যাসত? নে আন কিবা কাৰণত?

নাজানে। সি আজিও নাজানে।

তাইৰ হাতৰ বালাপাট চেপা খাইছিল তাৰ গলধনত।

বেপি বেপি কটা যেন লাগিছিল।

খুব দুখ পাইছিল।

সেই দুখ-পোৱাই তাক যেন টোপনিৰপৰা হে সাৰ পোৱাই দিছিল।

কোনে যেন তাৰ বিবেক-বুদ্ধিক নেলু ছিঙি হত্যা কৰিব খোজা যেন সি গম পাইছিল। প্ৰকৃতিস্থ হৈ সি দৌৰি পলাব খুজি বুজিব পাৰিছিল, নীলাৰ দুই বাহুৰে তাক তেতিয়াও বান্ধি থোৱা কথাটো। সি ভাবি চাইছিল, তাৰ সেই ঠাইত, সেই সময়ত উপস্থিতিৰ কাৰণটো—সি আহিছিল, এগৰাকী মৃত্যুমুখী ৰোগীৰ খবৰ কৰাৰ কৰ্তব্য কৰিবলৈ; অকল তাৰ কাৰণেই নহয়, তাৰ বন্ধু আৰু বন্ধুৰ ভনীয়েকৰ হৈও। আৰু সি কৰিছিল কি? সেই সকলোবোৰ পাহৰি আন্ধাৰত মুখ লুকাই দুটা কোমল বাহুৰ বান্ধোনত আৰাম উপভোগ কৰিছিল। আৰু বেছি সি ভাবিব পৰা নাছিল।

ছিঃ।

নিজৰ ওপৰত তাৰ ইমান বেছি ঘিণ আগেয়ে কেতিয়াও লগা নাছিল। তাৰ মন, তাৰ চিন্তা-শক্তি, আনকি প্ৰেম, ভাল পোৱা আদি শব্দবোৰো অতি ঘৃণনীয় যেন লাগিছিল। তাৰ ঘিণ লগা মনটোৱে গোটেই পৃথিৱীখনকে, তাৰ সংস্পৰ্শত অহা সকলো বস্তুকে ঘিণ লগা কৰি তুলিছিল। নীলাৰ বাহুৰ বন্ধন একৰাৰলৈ সি নীলাৰ হাতখন চুইছিল। ছিঃ, ইমান কোমল—পেলা মাছৰ দৰে কোমল। নিজৰ ওঁঠকিটা যে আৰু বেছি ঘিণ লগা হৈ পৰিছিল। বহুত সময় যেন কিছুমান কুমজেলেকুৱা তাৰ

ওঁঠৰ ওপৰত বগাই ফুৰিছিল। সি ওভাৰকোটৰ হাতত জোৰেৰে ওঁঠৰিটো মোহাৰি দিছিল। পেটৰপৰা সকলো নাড়ী-ভুঁৰু যেন ওলাই আহিব খুজিছিল।

জোৰেৰে সি এবাৰ নীলাৰ হাত দুখন আঁতৰাই ওচি আহিছিল। হস্পিটালত সি বোৱা নাছিল। কেতিয়া কোন বাটেদি আহি ঘৰ পাইছিলহি, সি নাজানে।

নিজত ওপৰতে ঘিণ আৰু বিতৃষ্ণাৰে সি এটা নিশা শেষ কৰি দিছিল। আজি পুৱাৰেপৰা সি আন আন কথা ভাবি, ইঠাই-সিঠাইলৈ গৈ, বহুত এনেয়ে চকু নপৰা বস্তু চাই চাই, কালি নিশাৰ ঘিণবোৰ পাহৰিবৰ চেষ্টা কৰিছিল। সি যেন সেই ঘিণ, সেই সন্দেহ, সেই অন্তৰ্দ্বন্দ্ব, সেই বন্ধন আদিৰপৰা মুক্তি বিচাৰি ফুৰিছিল। তাৰ পিচে পিচে যেন নীলাৰ বাহু দুটাই অতিকায় দৈত্যৰ হাত দুখনৰ দৰে তাৰ সবলো চিন্তা-ভাবনাক আগুৰি অনুসৰণ কৰিছিল।

সেই সময়তে অভিজ্ঞতা, বিশ্বাস আৰু শান্তিৰ হাঁহিৰে ভৰা এখন মুখ লৈ মেঘু উপস্থিত হৈছিলহি। এক দৈৱ-শক্তিৰ দৰে মেঘু আহি তাক যেন সকলো ভয়, সকলো চিন্তাৰপৰা মুক্তি দিলেহি। সি মেঘুক সাৱটি ধৰিছিল। তাৰ পাচত নীলাৰ দৈত্যৰ দিচিনা হাত দুখন সি আৰু দেখা নাই। মানুহেই দেৱতা হয় নে নহয় সি নাজানে, কিন্তু আজি তাৰ কাৰণে মেঘু দৈৱ-শক্তি।

হঠাতে তাৰ মনত পৰি গ'ল, আজি দুপৰীয়া ভাত খাওঁতে মেঘুৱে কোৱা সাধাৰণ কথা এটা। তেতিয়া সেই কথাটো সি ভালকৈ ভাবি চোৱা নাছিল। কিন্তু এতিয়া যেন সি সেই কথাৰ কিবা এটা নতুন অৰ্থ পাইছে। ভাত খাই থাকোঁতে অভয়ে মেঘুক এনেয়ে সুধিছিল, সি আকৌ কোনোবা চাহাবৰ বঙলাত কাম কৰিব নেকি। মেঘুৱে 'নকৰোঁ' বুলি কৈ তাৰ মনৰ কথা বেকত কৰিছিল এটা সাধাৰণ তুলনা দি। সি কৈছিল—'মাতালৰ লগত থাকিলে মাতাল হ'বৰ মন যায়, চাহাবৰ লগত থাকিলে চাহাব হ'বৰ মন যায়। মাতাল হ'লেই পৃথিৱীৰ কথা মনত নাথাকে, চাহাব হ'লেও আনৰ দুখ-শোক চকুত নপৰে।' সোণাবালি বাগিচাত মৃণালহঁতৰ বঙলাত থাকোঁতে সি বোলে কেবাদিনো কুলীবোৰ অসভ্য বুলি হাঁহিছিল। হীৰাখনিত থাকোঁতেও বোলে কেবাটাও 'বেয়া' কামতো সি চাহাবৰ ফলীয়া হৈছিল—জানি-শুনিও। আৰু কৈছিল, 'মাতালে যেনেকৈ দৈনীয়েকৰ কাণৰ বেক বিক্ৰী কৰিও নিচা কৰে, এইজাত মানুহে তেনেকৈ দুখীয়াৰ তেজেৰেই নিজৰ আভিজাত্যৰ নিচা কৰি থাকে। আৰু, সিহঁতৰ লগত থাকিলে দুখীয়াৰো আভিজাত্যৰ নিচা লাগে—সিহঁতৰ দৰেই নিচা কৰি ভাল লগা হয়।' মেঘুৱে আৰু এটা আচৰিত কথা কৈছিল। সিহঁতৰ বোলে ধৰ্ম-কৰ্ম, প্ৰেম-প্ৰণয় সকলো মাতালৰ মাতলামি। মাতালৰ মাংস খোৱা বা প্ৰেমত পৰা বোলে বেলেগ। সিহঁতে সাধাৰণ মানুহৰ দৰে স্বাস্থ্যৰ কাৰণে মাংস নাখায়, আন্তৰিকতাৰে ভালো নাপায়। সেইবোৰো নিচাৰ আমেজৰ কাৰণে হে কৰে।... মেঘুৱে তেতিয়া সাধু কোৱাদি কৈ গৈছিল। অভয়ে শুনি গৈছিল আৰু ভাবিছিল—মেঘুৰ মনটো হয়তো বিতৃষ্ণাৰে ভৰি পৰিছে। কিন্তু এতিয়া যেন সেইবোৰ কথাৰ সি এটা বেলেগ অৰ্থ খুজি পাইছে। সি যেন নিজেই এটা মাতাল হ'বলৈ উপক্ৰম

কৰা মানুহ। সি যেন হিতাহিত জ্ঞান পাহৰি নিজেই গৈ নীলাৰ বাহুত লোমাই নিচা কৰিছিল। আৰু, নীলা যেন সেই নিচাৰ প্ৰতীক হৈ তাক আকৰ্ষণ কৰিবলৈ আহিছিল……

খিং লাগি গোটেই গাটো তাৰ জিকাৰ খাই উঠিল।

· ছিঃ।

হঠাতে তাৰ আকৌ মনত পৰি গ'ল, মেঘুৱে সেইবোৰ কথাৰ মাজেদি অভয় চাহাবৰ বঙলাত গৈ থকাৰ কথাকে ইংগিতেৰে কোৱা নাছিল জানো? উস্—চিন্তাৰ আৰু শেষ নাই। মনে মনে নিজকে সি ক'লে, "এই ছুইকালে হাত মেলি মাজে মাজে ওপঙি থকা সমাজখনত জীয়াই থকা সঁচাকৈয়ে মহা পাপ। অনুভৱ কৰিলে, সি যেন তাৰ সমাজখনৰ সকলো সংশয়-বিৰোধ-শংকাৰ এক পুতৌ কৰিবলগীয়া জীৱন্ত প্ৰতীক।"

মেঘুৰ কথাবোৰ বাৰে বাৰে তাৰ বুকুত বাজিবলৈ ধৰিলে। কিন্তু, প্ৰেম-ভাল পোৱা আদি কেনেকৈ অৰ্থহীন হ'ব? প্ৰেম কি মেঘুৰ মনৰ সমাজখনত নাথাকিব—যিখন সমাজত মেঘুৱে ভৱাদিয়েই চাহ গছৰ দৰে সকলো মানুহে সমানে থাকিবলৈ-খাবলৈ পাব? হয়তো মেঘুৰ কথাই সঁচা—সেইখন সমাজত হয়তো প্ৰেম-প্ৰীতি নিচাৰ আনুষংগিক হিচাপে নাথাকিব—হয়তো সেইবোৰৰ স্বকীয়া প্ৰাকৃতিক অস্তিত্ব স্বীকৃত হ'ব। হয়তো সেই সমাজত প্ৰেম-প্ৰীতি—ডেকা-গাভৰুৰ মনৰ মিলন বুৰ্জোৱা প্ৰেম—বিলাসিতা, সময়ৰ অপব্যৱহাৰ বা ধৰ্মমতে দোষণীয় কিবা এটা নহৈ, কৰ্মৰ দৰেই মানুহৰ ধৰ্ম বুলি স্বীকৃত হ'ব। কিন্তু সি সম্ভৱ জানো?

কিন্তু সি সম্ভৱ জানো?

তাৰ ঘৰৰ আগতে এখন মটৰ ৰ'লহি নেকি?

কিন্তু সি সম্ভৱ জানো?

কাকাই গৈ আগফালৰ দুৱাৰ খুলিছে বোধকৰো?

কিন্তু সি সম্ভৱ জানো?

এটা মানুহ সোমাই আহি তাৰ হাতত এটুকুৰা কাগজ দিলেহি। নিজৰ চিন্তাত মগ্ন হৈ থকা অৱস্থাতে সি লাইটটোৰ চিম্‌নিৰ জুইৰ পোহৰতে কাগজত থকা কথাকিটা পঢ়ি পেলালে। "অভয়, তোমাৰ কাৰণেই বৈ আছোঁ, ক্লাবৰ টেনিচ্-কোৰ্টত। বহুত কথা আছে। ক'ব নোৱাৰোঁ মই কিমান অপৰাধত অপৰাধী। মোৰে শপত এতিয়াই আহিবা। গাড়ী পঠালোঁ—তোমাৰ নীলা।" পঢ়ি উঠি সি মানুহটোৰ মুখলৈ চালে। ড্ৰাইভাৰ। আকৌ সি পূৰণি চিন্তালৈ ঘূৰি গ'ল—আগত অবাক হৈ থিয় দি থকা ড্ৰাইভাৰটোলৈ চাই চায়েই।

কিন্তু সি সম্ভৱ জানো?

"চাহাব?"—ড্ৰাইভাৰটো বোধকৰো অতিষ্ঠ হৈ উঠিছিল। অভয়ে মূৰ তুলি চালে। তাৰ মনত তেতিয়াও সেই একে প্ৰশ্ন—'সম্ভৱ জানো'? আৰে, ড্ৰাইভাৰৰ পিচত সেইটো যেখোন মেঘু! অভয়ে চিঞৰি দিলে,

"ইমান দেৰি কৰিলি! কেতিয়া আহিলি?"

"এই ত চোনাবাবু। তই……"

"ৰ মেঘু"—অভয় উঠি গৈ মেঘুৰ বাহুত ধৰিলে। আৰু, খুব ভাওৰ কথা এটা সোধাদি সুধিলে,

"তই যে কয় মেঘু, তোৰ কথাবোৰ কেতিয়াও সম্ভৱ নহয়। তই দিনে ভাব তুনিয়া বদলি যাব · " অভয় বৈ গ'ল। ড্ৰাইভাৰটোৱে একেথৰে চাই ৰ'ল। নিজে অভিনয় কৰা যেন লাগি অভয়ৰ লাজ লাগি গ'ল। মেঘু প্ৰথমে একেবাৰে অবাক। তাৰ পাচত হাঁহি হাঁহি ক'লে,

"কি পাগ্‌লামি কৰিছ বে চোনাবাবু?"

অভয়ে লাজ পালে। মেঘুৰ গাতে দোষ দিবলৈ সি ক'লে,

"তই কিবা-কিবি কথাবোৰ কৈ মোক গণ্ডগোল লগাই দিছ, আকৌ তয়েই মোক পাগল বুলিছ।"—কৈ উঠি সি মেঘুৰ মুখলৈ চালে। তেতিয়াও তাৰ মনত সেই একেটা প্ৰশ্ন—'সম্ভৱ জানো'। হয়তো মেঘুৱে তাৰ মনৰ কথা বুজিব পাৰিলে। মুখত আত্ম-বিশ্বাসৰ হাঁহি লৈ মেঘুৱে এনেয়ে সুধিলে,

"মোৰ বাত চব বিশ্বাচ না হয়, না বে চোনাবাবু?"

অভয়ে কি উত্তৰ দিব? আগফালৰ খোলা দুৱাৰখনেদি সি বাহিৰলৈ চালে। নিস্তব্ধ অন্ধকাৰ—যেন শান্তিৰে বহি বাতিটোৱে উমনি দিছে এটা নতুন পুৱা! আকৌ সি মেঘুৰ মুখলৈ চালে। মেঘুৰ হাঁহিত যেন ফুটি উঠিল, নিশাৰ সেই উমনিৰ সফলতাৰ বিষয়ে একান্ত বিশ্বাস। অভয়ৰ মনত এটা নতুন আনন্দই জন্ম লৈছিল—হেজাৰ সমস্যাৰ চিন্তাৰপৰা মুক্তি পোৱাৰ নতুন আনন্দ। ড্ৰাইভাৰটোৰ মাতত সি সাৰ পোৱাদি পালে,

"মেমচাহাবে সোনকালে ঘূৰি যাবলৈ কৈছিল।"

অভয়ৰ হাতত থকা নীলাৰ চিঠিখন চিম্‌নিৰ জুইত পৰি জ্বলি উঠিল। ড্ৰাইভাৰলৈ চাই অভয়ে আদেশ দিলে—

"যোৱা। মই যাব নোৱাৰিম।"

———

চাৰিওফালৰপৰা দাবী আহিবলৈ ধৰিলেঃ অভয় অকল খবৰ বিচাৰিয়ে ঘূৰি ফুৰিবনে? তাক পৰিয়ালৰ ভিতৰলৈ সুমুৱাওক। এই দাবীয়েই "বিচাৰৰ বাবে"ৰ শুক্ৰ-কীট।

বৈজ্ঞানিক সমাজবাদত বিশ্বাসী অভয় মধ্যবিত্ত সমাজৰ বুৰিব খোজা জাহাজত উঠি ৰিপোৰ্ট লিখাত ব্যস্ত। একেখন জাহাজতে সিও বুৰাৰ সম্ভাৱনা আছে। সেই জাহাজত থকা মধ্যবিত্তৰ সকলো দুখ-দুৰ্দশাই ছুই যোৱা প্ৰত্যক্ষদৰ্শী সি। সি কাকলিক উদ্ধাৰ কৰিব নোৱাৰে; কাকলিবোৰৰ কেনে ধৰণে পতন হয়, তাকে হে বৰ্ণাই যাব পাৰে, তালৈ আঙুলিয়াই আনবোৰক সাৱধান কৰি যাব পাৰে।

তিনিওখন উপন্যাস অভয়ৰ মধ্যবিত্ত সমাজৰ ওপৰত দীঘলীয়া ৰিপোৰ্টৰ তিনিটা অংশ; এডাল সূতাৰে গঁথা বেলেগ বেলেগ তিনিটা মণি।

মোৰ "অভয়" নিতান্তই জুইবাহৰ জ্বলি উঠা জুইশলা মাত্ৰ। তাৰ সংস্পৰ্শত জুই জ্বলাই সেই জুইক কামত লগোৱাৰ দায়িত্ব আপোনাৰ, আপোনালোকৰ। অভয় নতুন সমাজৰ আদৰ্শ নহয়; পুৰণি শেষ হৈ নতুন সমাজ আহিছে বুলি দেখি থকা ৰিপোৰ্টাৰ হে।

[ এক ]

"ডেম্ ব্লেচাবাচ্ ·· শ্যালা·· ···ছেঃ।"

এয়া গুৱাহাটী।

১৯৫৯ চন।

আহিন মাহ।

কামুৰি-খাবৰ-মন-যোৱাকৈ ধুনীয়া এটা ৰাতিপুৱা।

গৰমৰ উৎপাতত নাহোঁ নাহোঁ কৰি অহা গহীন আহিনৰ মনৰ চঞ্চলতা ধৰা পৰে, লাহী গা বালিমাহীৰ খোজৰ হাঁহিত। গেলা গৰমত গেলেপা লগা গুৱাহাটীৰ স্বস্তিৰ নিশ্বাসত ক'ৰবাত শেৱালি ফুল সৰিছে যেন লাগে—আহিনত শেৱালি সৰে বুলি সৰুৰেপৰা জানি অহা কাৰণেই। খুব পুৱাতে সাৰ পালে সিৰিক্‌কৈ জাৰ লাগে—প্ৰেমিকৰ প্ৰথম ভয় ভয় পৰশত পাটগাভৰুৰ হাতখন সিৰিক্ কৰাৰ দৰে। আধা সজা পূজা-পেণ্ডেলত কাটি থোৱা কেঁচা বাঁহত পূজা পূজা গোন্ধ। বাটৰ দাঁতিৰ বনবোৰতো।

বিহুৰ সাৰ্বজনীনতাক কৃষ্টি-সভাৰ বিষয়-বস্তু কৰি অসমীয়াই কেতিয়া দুৰ্গাপূজাক আপোন কৰি ল'লে কোনেও নকয়। বহুতে এই সত্যকে অস্বীকাৰ কৰে। বিহুৰ আদি ৰসক আদিম বুলি, গাঁৱলীয়া বুলি, ঐতিহ্যৰ নামত চহৰত মাৰ্জিত ৰূপত পৰিৱেশন এতিয়াও কৰা হয়; কিন্তু ধৰ্মৰ নামত সহজে আকৰ্ষিত হোৱা আধুনিক চহৰৰ আদিম মনে গা-ঢালি যোগ দিয়ে পূজাৰ আনন্দত। এই কথা গুৱাহাটীত ভালকৈ অনুভৱ কৰিব পাৰি।

একেবাৰে ৰাতিপুৱা। ব্ৰহ্মপুত্ৰৰ বালিত নিয়ৰৰ আঁঠুৱা তৰাই আছে। ব্ৰহ্মপুত্ৰৰ বহল বুকুত যুৱটো, ধঁাচকৈ পেলাই কঁপি থকাৰ অভিনয় কৰিবলৈ বেলি ওলোৱাই নাই।

ওলাই আহিছে মাথোঁ প্ৰশান্ত—, তাৰ মতে, অভিনয় কৰিবলৈ নহয়, অভিনয় শেষ কৰি নিষ্ঠুৰ সত্যৰ নিষ্ঠুৰতা পৰীক্ষা কৰি চাবলৈ। নিজে ধঁাচকৈ পৰি নহয়, কাকলিক ধঁাচকৈ তাৰ বুকুত পৰিবলৈ বাধ্য কৰাবলৈ, পৰি ক্ষমা-প্ৰাৰ্থনা কৰিবলৈ বাধ্যত পেলাবলৈ। হঠাতে সেই মাৰোৱাৰীৰ হাতৰপৰা কাকলিক উদ্ধাৰ কৰি, নিজে আহত হৈ কাকলিৰ সুশ্ৰূষাত সি চকু মেলি পৃথিৱীখন নতুনকৈ দেখাৰ দৃশ্য এটা তাৰ চকুৰ আগেদি কলেজৰ প্ৰিন্সিপালৰ ছাটোৰ দৰে গুচি গ'ল।

"ডেম্ ব্লেচাবাচ্ ·· শ্যালা······ছেঃ।"

শব্দকিটা যিমান বেয়া, সিমান কদাকাৰ হ'ল প্ৰশান্তৰ মুখখন।

আঁঠুৰ ওচৰতে পায়জামাটোত বোকাৰ দাগ। বোকাৰ দাগ, নিৰ্বিকাৰ চিত্তে শুই থকা গৰুটো আৰু তাৰ চকু—এই তিনি বিন্দু ধৰি তাৰ চাৱনিয়ে বিৰক্তি, খং আৰু হতাশাৰ ত্ৰিকোণ আঁকিলে বেৰাবাৰে। সি চাপৰিলে, পায়জামাৰ বোকা

লগা ঠাইকণ বান্ধবে যা চোৱাদি দুই হাতৰ আঙুলিৰে মেলি মেলি চালে, তাৰ পাচত সেঁা হাতৰ আঙুলিৰে বোকাৰ ওপৰত টুকুৰিয়াই দিলে—কেৱল খেলৌতে গাঁতৰ মুখৰ গুটি পেলাবলৈ সাৱধানে স্ট্ৰাইকাৰত টোকৰ মৰাৰ দৰে। কেঁচা বোকা নেৰায়। ছেঃ।

প্ৰশান্ত মানে শ্ৰীপ্ৰশান্ত কুমাৰ বৰুৱা, কলেজৰ ছাত্ৰ, ৪ৰ্থ বাৰ্ষিক শ্ৰেণী, দ্বিতীয় বাৰ। থাকে উজান বজাৰৰ 'উভৈনদী মেছ'ত। প্ৰশান্ত গুৱাহাটীৰ সেইদলৰ জনসংখ্যাৰে এজন, যিদলে গুৱাহাটীক চিৰযৌৱন দিছে—মানে ছাত্ৰসমাজ। অসমৰ সকলো ঠাইৰ ডেকা-গাভৰুৰ সমাৰোহ হয় গুৱাহাটীত। প্ৰতি বছৰে ন ন ডেকা-গাভৰুৰ দলে লগত লৈ আহে প্ৰেম-প্ৰণয়-বিৰহ-মিলন আদিৰ সম্ভাৱনা আৰু নিজে নজনাকৈ আনে ভৱিষ্যৎ অসমৰ ভাগ্য। পঢ়িবলৈ অহা ডেকা-গাভৰুৰ অৱসৰ বিনোদনৰ কাৰণে প্ৰেমাভিনয় হয়তো সৰ্ব সমৰ্থিত নহয়, কিন্তু বহুত সময়ত এজনে তামোল খাই থকা দেখিলে লগৰীয়াবো এখন খাবৰ মন যোৱাৰ দৰেই দেখাক দেখি প্ৰেমত পৰিবাৰ ইচ্ছা হয়। যিসকল অভ্যস্ত নহয়, সেইসকলে তামোল খাই মুখ ধোৱাৰ দৰে প্ৰেমৰ অভিনয় কৰি এৰি পেলায়। অভ্যস্তসকলে প্ৰেমৰ সেন্সেভি লগায়, আন বস্তুৰ সোৱাদ ভাল নোপোৱা হয়, দুই-এটা প্ৰেমৰ গল্প-কবিতা লিখে। এইদৰেই প্ৰতি বছৰে ন ন ডেকা-গাভৰুৱে গুৱাহাটীৰ পানীকল, ব্ৰহ্মপুত্ৰৰ পাৰ, ৰেস্টোৰাঁৰ পৰ্দা দিয়া সৰু সৰু কোঠা, বশিষ্ঠাশ্ৰম আৰু দুঃসাহসী অভিজ্ঞ দলে খানাপাৰা আদিত আবেগ, আকুলতা, বিননি আৰু বহুতৰ মতে কলংকও সানি থৈ যায়, প্ৰতি বছৰে নতুনকৈ অহা দলে পুৰণি দলৰ সকলো চিন মোহাৰি আকৌ একেবাৰকে লিপিবদ্ধ কৰে। গুৱাহাটীৰ শিক্ষা-কেন্দ্ৰৰ এই নিতে ন ডেকা-গাভৰুৰ দোষ-গুণে স্থানীয় মানুহৰ ওপৰতো প্ৰভাৱ বিস্তাৰ কৰে। বয়সৰ সীমা পাহৰি বহুতে সমাজৰ চৰিত্ৰৰ শক্তি পৰীক্ষা কৰে। তথাপি, গুৱাহাটীৰ স্থানীয় মানুহ বুঢ়া হয়, মৰে, ওপজে। কিন্তু, শিক্ষা-প্ৰধান গুৱাহাটীত চিৰযৌৱন বিৰাজমান। সেই কাৰণেই পাণ-বজাৰৰ গেলা ৰাস্তাও ডেকা-গাভৰুৰ দলে চাগে-চকু-ৰোৱা কৰি ৰাখে—ই যেন যৌৱনৰ জিবণি-ঘৰ। এই ডেকা-গাভৰুদলক বাদ দি গুৱাহাটীয়ে নিজৰ কথা ভাবিবই নোৱাৰে।

উজান-বজাৰৰপৰাই খোজকাঢ়ি আহিছে প্ৰশান্ত। ভৰিত এজোৰ চেণ্ডেল। বহল বগা পায়জামাৰ ওপৰত তললৈ বহল-দীঘল পাঞ্জাবীটো—আউট্‌লাইনটো কোনোবা শিল্পীয়ে আঁকা আগ জোঙা সৰল গছৰ নিচিনা। চকুচৰহাই এই সাজটোক অসমীয়া 'ৰোমিও'ৰ সাজ বুলি কয়—হিংসাতে। শেষ ৰাতি বৰষুণে কিনকিনাইছিল। পকা বাটৰ ওপৰত থকা এক ইঞ্চিমান মিহলাই বোকাৰ ৰূপ লৈছে। মাজে মাজে একো-ডোঙা পানী, আকৌ লগে লগে একোটুকুৰা খাৰপাৰৰ দৰে উঠি থকা শুকান। সি শুকান চাই চাই ভৰি পেলাই আহিছে। আনকি ভৰিতো বোকা অকণ লগা নাছিল। পাণ-বজাৰৰ চাৰিআলিটো পাৰ হৈ দোকানবোৰৰ বাৰাণ্ডাইদি উঠি যাব খোজোঁতেই 'ভালা গৰুটোৱে' দিলে নেজডাল মাৰি।

প্ৰশান্ত গৰু নহয়। সি জানে, গৰুটোক বিশ্বাসঘাতক বুলি গালি পৰাৰ জাত নাই। আচলতে সি গৰুটোক গালি পৰাও নাই। প্ৰকৃততে বিজুলীয়ে তাৰ লগত বিশ্বাস-

ঘাতকতা কৰি আজি পুৱাই তাক এই অৱস্থাত পেলাইছে, সেই অনুপস্থিতজনীৰ উদ্দেশ্যে হে তাৰ এই গালি।

দূৰত—প্ৰায় হস্পিটালটোৰ ওচৰত—কেইটামান ল'ৰাক দেখা যেন পাই সি অকণমান লুকোৱাৰ নিচিনা কৰিলে। বচিদহঁত হ'লে সৰ্বনাশ হ'ব। অতি জেলাচ্ খ্যাপাহঁত। নহয় বোধকৰোঁ। নৈৰফালে গৈছে। কোনোবা গা ধুবলৈ যোৱা মানুহ নিশ্চয়।

দূৰত সেইখন বেলৱে ওভাৰ-ব্ৰিজ। অসমৰ দ্ৰুত উন্নতিৰ বাবে চৰকাৰী কাৰ্য-তৎপৰতাৰ চিন স্বৰূপে দুখনকৈ বেলৱে ওভাৰ-ব্ৰিজেৰে গাভৰু গুৱাহাটী। ৰাতি বিজুলী-চাকিৰ নাটনি-পোহৰত এই ব্ৰিজৰ ওপৰতে আশা আৰু তৃপ্তিত আত্মহাৰা হৈ জঁপিয়াই থাকে ফৰিং জাতীয় পোক-পকৰাবোৰ, পুৱাৰ পোহৰত ব্ৰিজত ডাঙৰ ডাঙৰ ফাট দেখা পাই, লাজতে ফাটে ফাটে মূৰ হুমুৰাই লুকাই পৰে—পাঁচ বছৰীয়া পৰিকল্পনাৰ প্ৰাবল্যগত আত্মহাৰা বাইজে আজি সেই পৰিকল্পনাৰ ফাটত লাজতে মুখ লুকুউৱাব দৰে। ওচৰৰপৰা এই দৃশ্য চকুত পৰা হ'লে প্ৰশান্তয়ো হয়তো গোটেই ৰাতিৰ পৰিকল্পনা এৰি পেলালেহেঁতেন। সি কিন্তু এই বিষয়ত ভাৰত চৰকাৰ— ইমান ভালকৈ কেতিয়াও নাচায়।

বোকাবোৰ অলপ শুকাইছে। সি তাৰ ওপৰতে কমালখনেৰে মোহাৰি দিলে। ক'লা বোকাবোৰ শুকাই গেকৰা হৈছে। এতিয়া সিমান নিজিলিকে। কিন্তু এইখন কৰি থাকিলেই হ'ব জানো? কিয় অলপ দেখি কৰিব লাগে? ভয় কিহৰ? সিতো গুপ্ত-হত্যা কৰিবলৈ ওলোৱা নাই।······নিজৰ মনটোকে কিছুমান ওভোতা প্ৰশ্ন কৰি নিমাত কৰিলে সি।

পাণ-বজাৰৰ বাটটোত চকু পৰি তাৰ মনটো কেনেবা লাগি গ'ল। ছিঃ। বাৰিষা পতা বিয়াৰ ৰভাতলীখন বিয়াৰ পিচদিনা যেনেকুৱা, ঠিক তেনেকুৱা হৈ আছে। তাৰ জীৱনৰ সকলো আয়োজন নষ্ট হৈ তাৰ মনটোৰ যি অৱস্থা হৈছে, তাৰ লগত যেন এই ৰাস্তাটোৰ অদ্ভুত মিল। এইটো ৰাস্তাকে কালি সন্ধিয়াও সি ধুনীয়া দেখিছিল। কিন্তু এতিয়া তাৰ চকুত পৰিছে ৰাস্তাত লিপিত খাই লাগি থকা বিভিন্ন দোকানৰ নাম লিখা কাগজৰ আধাফলা মোনা, খালী চিগাৰেটৰ পেকেট আৰু জুইশলাৰ বাহ, ফটা কাগজ, গোবৰ, চাইকেল-মটৰ-গৰু-গাড়ীৰ চকাৰ দাগ।—এই আটাইবোৰে যেন কেঁচা-পকা বাটটোৰ পানী-ময়লাৰ বুকুত নিজকে বিলীন কৰি দিব খুজিছে—মিউনিচিপালিটিৰ কচিৰ বুকুত গুৱাহাটীয়া বাইজে নিজ কচি বিলীন কৰাৰ দৰে, প্ৰতিটো বৰ্তমান অতীতৰ বুকুত দুখ-কষ্ট-বেদনা বিলীন কৰিবলৈ সদায় যত্ন কৰাৰ দৰে।

ৰিক্সা এখনে মনে মনে আহি ওচৰতে পেঁচৈকৈ হৰ্ণ বজালেহি। সি চক্ খাই উঠিল। এনে অসভ্য এই ৰিক্সাৱালাবোৰ। কাণ তাল মৰা হৰ্ণ এটা লগাই লৈ বেৰাই ফুৰিব। এই বোকাখনত খোজ কঢ়াতকৈ সি ৰিক্সাতো যাব পাৰে। যাব নেকি? ··নাই, নোৱাৰি। ৰিক্সাৱালাক ৰাখিবলৈ কওঁতে চিঞৰ-বাখৰ কৰিব লাগিব। তাৰ পাচতো তাৰ ৰেকে কাম কৰিব দুটামান পদূলি পাৰ হৈ। তাৰ

পাচত ভাড়া লৈ তৰ্ক, নহ'লে অন্ততঃ ভঙা পইচা বিচৰা, নয়া পইচাৰ হিচাপ কৰা, যেয়া সিকিটো সলাই দিয়া আদি সমস্যা। আচল কাৰণতকৈ বিত্মাক বিদায় দিয়া সমস্যা হে ডাঙৰ হ'বগৈ।

পূজাৰ বেলিটোৱে দীঘল গছ আৰু ওখ ওখ পকীঘৰবোৰৰ ওপৰলৈ এডলীয়া শাঁকো দিছে হে এখোন। লেতেৰা গুৱাহাটীলৈ পোনে পোনে নামি আহিবলৈ খিণ কৰি অলপ যেন থমকি বৈছে। প্ৰশান্তও বৈ আছে। তাৰ শিক্ষা, সংস্কাৰ আদি বহুতে তাক বাধা দি ৰাখিছে। পাণ-বজাৰৰ দুই-এখন তামোল আৰু চাহৰ দোকানৰ বাহিৰে বাকী দুৱাৰত তলাৰ বাগৰ। সিও বিবেকটোক তলা বন্ধ কৰি ৰাখি খোজ পেলালে।

পূজাৰ দীঘলীয়া বন্ধলৈ আৰু মাত্ৰ কেইদিনমান বাকী। দীঘলীয়া মানে ঘৰৰপৰা ঘূৰি আহি পৰা। কিন্তু তাতোকৈ বেছি দীঘল যেন লাগে কাৰোবাৰ লগত কেবাদিনো দেখা নোহোৱাৰ কথাটো ভাবিলে। পূজাৰ বন্ধত ঘৰলৈ যাবলৈ সাজু হোৱা বহুত ছাত্ৰ-ছাত্ৰীৰ বিচনা-পত্ৰৰ বোজাতকৈ বুকুত বিৰহৰ বোজাটো বেছি গধুৰ হয়—যিবিলাকৰ কোনো এজন ধৰা-বন্ধা প্ৰেমিক-প্ৰেমিকা নাই, সেইবিলাকৰো। হয়তো ট্ৰেন বা বাছৰ গতিৰ লগে লগে এই বোজাৰ ঠাই লাহে লাহে ঘৰ পোৱাৰ আনন্দই অধিকাৰ কৰে। কিন্তু এই খন্তেকৰ কাৰণে হ'লেও এই বিৰহত আন্তৰিকতা আছে—ডেকা-গাভৰুৰ যৌৱনসুলভ অস্থায়ী, কিন্তু স্বভাৱজাত আন্তৰিকতা। এই বিৰহৰ হেঁচাতে হয়তো এতিয়াও চহৰৰ খালে-বিলে বুকু ফিন্দিয়াই থকা পানী-মেটেকাবোৰ কেইইঞ্চিমান তললৈ নামে। আসন্ন বিৰহৰ আশংকাত অকাল বোধনৰ আয়োজন কৰা ডেকা-গাভৰুৰ মিলনে ৰেস্টোৰাঁ, ভজা-বাদাম, চিগাৰেট আৰু সৰু সৰু উপহাৰৰ বস্তুৰ বিক্ৰী বঢ়ায়, বহুতৰ চকুত পোৰণি তোলে, বহুত কলেজীয়া বহীৰ মাজৰ পাত কালি চিঠি লিখোঁতে লিখোঁতে ৰেটুপাতখন হে বাকী থাকেগৈ।

এই ডেকাবোৰৰে এজন হ'লেও প্ৰশান্তৰ সমস্যাটো এইবাৰ বেলেগ। সেই কাৰণে সি সন্ধ্যালৈ অপেক্ষা নকৰি বাতিপুৱাই ওলাইছে। কাকলিক সি সন্দেহ কৰাৰ যথেষ্ট যুক্তি, যথেষ্ট তথ্য পাইছে। কালি কিন্তু তাই সীমা পাৰ হৈ গৈছে। কাকলিয়ে ধৰি থকা প্ৰেমৰ জখলাত সি উঠিছিল, বিশ্বাসেৰে। আনতকৈ বহুত ওপৰলৈ উঠি সি গৰ্ব অনুভৱ কৰিছিল। এতিয়া যেন কাকলিয়ে জখলাপাট এৰি দি তাক বিপাঙত পেলাইছে। তাৰ মুখটো গৰম হৈ যায়। সাৱধানে অসংযত কৰি অনা চুলিবোৰৰ ওপৰত হাত পিছলাই সি ডাঙৰকৈয়ে ক'লে: 'অলবৎ যাম। এতিয়াই যাম……'

হস্পিটালটো পাৰ হ'ল সি। তাৰ পাচত আনমনা হৈয়ে বাঁওফালে কালৰি কাটি যোৱা বাটটোত ভৰি দিলে। শিলগুটিৰ হুলেৰে ভৰা বাটটোৰ মাজতে সি থিয় হ'ল। প্ৰায় পালেহিয়েই সি। আৰু কেইখোজৰ বাটনো? গোটেই ৰাতি টোপনি খতি কৰি আওৰোৱা কথাবোৰ সি আকৌ এবাৰ মনত পেলালে।

মনে মনে সি নিজকে এবাৰ ক'লে, "কোনো ভদ্ৰতা, কোনো শিক্ষা-দীক্ষাৰ কথা নাই। মোৰ ক'বলগীয়া কথা মই ক'মেই। শুনিবই। যদি মোৰ ভুল হৈছে, তেন্তে তাই বুজাই দিয়ক। মই ক্ষমা খুজিম। আৰু, নহ'লে, তাই……" হাতৰ আঙুলি

এটা দাঁতৰ মাজত সুমাই সি কামুৰি দিলে। কিন্তু আজিয়েই, এতিয়াই, এই ব্ৰহ্মপুৰাতে, মাক-বাপেকৰ আগতে, এইবোৰ কৰিবলৈ যোৱা ভাল হ'ব জানো?— প্ৰশ্নটো মনত উদয় হোৱাৰ লগে লগে কালি সন্ধিয়াৰ দৃশ্যটো তাৰ চকুৰ আগত ভাহি উঠিল। সেই চোবাং-বেপাৰীটোৰ নতুন মডেলৰ গাড়ীত উঠি তাই তাক দেখিও নেদেখাৰ ভাও জুৰিলে। তাৰ বিশ্বাস কৰিবৰ মন যোৱা নাছিল। তাৰ লগত থকা বন্ধুকিটাই তাক ইতিকিং কৰি কৈছিল—"কি হে, চকুৰ আগৰপৰাই নিলে দেখোন?" ·····যাবই, সি এতিয়াই যাব। সৈ পোনে পোনেই সি তাইক লগ পাবলৈ অহা বুলি ক'ব। ওলাই আহিলেই সি প্ৰশ্ন কৰিব, আজিয়েই তাক এবাৰ অকলে লগ দিব পাৰিব নে নোৱাৰে। যদি নোৱাৰে বুলি কয়, তেন্তে তেতিয়াই আৰম্ভ কৰিব লাগিব। কোনো দয়া নাই। প্ৰতাৰক দয়াৰ পাত্ৰ হ'ব নোৱাৰে। প্ৰথমেই প্ৰশ্ন কৰিব সি—কালি ৰাতি মাৰোৱাৰীৰ গাড়ীত কিয় আৰু ক'লৈ গৈছিল। প্ৰশ্ন কৰাৰ অধিকাৰ? কাকলিলৈকে এই অধিকাৰ প্ৰশ্নৰ বিষয় নাছিল যেতিয়া, আজিও নহয়। যদি বাপেক ওলাই আহে? বাপেকতো আৰু বাঘ নহয়। কিবা ইন্‌চাল্টিং কথা ক'লে কৈ দিম—'আপোনাৰ জীয়েকক মাৰোৱাৰীকে দিয়ক। মই জোৰকৈ নিবলৈ অহা নাই, বৰঞ্চ সম্বন্ধ একেবাৰে শেষ কৰি দিবলৈ হে আহিছোঁ।'

কাকলিৰ বাপেকৰ মধ্যযুগীয় গোড়ামিৰ বিষয়ে সি বহুত দিন 'চিৰিয়াচ্‌লি' ভাবিছে। কেতিয়াবা সুবিধাত পালে কাবোবাৰ যোগেদি (নিজে ক'লে স্বাৰ্থৰ খাতিৰতে কোৱা যেন হয়) কেইটামান কথা কাকলিৰ বাপেকৰ কাণত পেলোৱাৰ ইচ্ছা তাৰ আছে। অলপ উচ্চ-ধৰণেৰে অসম বুৰঞ্জীৰ কথা আলোচনা কৰি মাজতে 'লাইট্‌লি' কৈ পেলাব লাগিব—'মোৰ কিন্তু অসম বুৰঞ্জীৰ দুজন বীৰক হে এটাইতকৈ বেছি ভাল লাগে। এজনক ভাল লাগে অসীম সাহসৰ কাৰণে আৰু আনজনক এটা চিৰসত্য চিৰদিনৰ কাৰণে উদাহৰণেৰে প্ৰমাণ কৰি যোৱা কাৰণে।' তেতিয়া সুধিবই কোন দুজন বুলি। আৰু হাঁহি হাঁহি ক'ব পৰা হ'ব—'নৰকাসুৰ আৰু বাণ-ৰজা। নৰকাসুৰৰ গোসাঁনীকো বিয়া কৰাবলৈ প্ৰস্তাৱ কৰাৰ সাহস আছিল (মনত ৰাখিব লাগিব—বিয়া কৰাবলৈ, ধৰ্মমতে বিয়া কৰাবলৈ—পলুৱাই নিবলৈ বা দুৰ্ব্বৃত্তৰ দৰে জোৰ কৰিবলৈ নহয়) আৰু সজভাৱে বিয়াৰ প্ৰস্তাৱ কৰিব পৰা চৰিত্ৰ আছিল। কোনোবাই হয়তো ক'ব পাৰে এইবোৰ সাধু কথা বুলি। কিন্তু এনেকুৱা সাধু কল্পনা কৰিব পৰা মানুহ আছিল তো? আৰু বাণৰজাই নিজৰ জীয়েকৰ প্ৰতি নিষ্ঠুৰ হৈ, সকলেপৰা পুৰুষৰ মুখ নেদেখাকৈ গড় বান্ধি উষাক লুকুৱাই ৰাখি প্ৰমাণ কৰি গ'ল যে নিয়ম-কানুন, শাসন আদিৰে যৌৱনৰ স্বাভাৱিক পৰিণতি প্ৰেমত পৰাৰপৰা কোনো গাভৰুক ৰক্ষা কৰিব নোৱাৰি। বেছি শাসনে ছোৱালীক অবৈধ পথ ল'বলৈ সাহস যোগায়······।'

এনেয়ে সি সাধাৰণতে কাকলিৰ ঘৰলৈ নাযায়। বাপেকটোৱে যে তাক দেখিব নোৱাৰে, সেই কথা সি জানে। কাকলিয়েই তাক কৈছিল এদিন। কিন্তু তাৰ গাৰ্চতো সি আহিছে। কাকলিহঁতৰ ঘৰখনত কাকলিক অকলে এৰি দিবলৈ তাৰ বৰ

ভয় লাগে বুলিয়েই সি আহিছিল।……কালি পুৱাও সি লগ পাইছিল তাইক। ‘চান্-লাইট’ত একেলগে চাহ খাইছিল। লগত অৱশ্যে ঈশা দেৱীও আছিল। ঈশাজনী যি কোনো ল’ৰাৰে মন চঞ্চল কৰিব পৰা ছোৱালী। কল্‌কল্‌কৈ খিখল-বিডন জলপ্ৰপাতৰ দৰে তাইৰ মুখৰপৰা কথা ওলায়। সেই কথাই বহুতৰ প্ৰাণত বিজুলী চাকি জ্বলায়, বহুতে ‘খক্’ খাই আঁতৰি যায়। কাপোৰ-কানি পিন্ধাত এটা পৰিপাটি অসাৱধানতা, খোজত চঞ্চল ব্যস্ততা—যেন পিন্‌গুটি এটা আগত পৰিলেও উজুটি খাই উকৰি যাব মানুহজনী। ঈশাকো তাৰ ভাল লাগে, কিন্তু কাকলিক সি ভাল পায়। কালি ঈশাই কাকলিৰ আগতে তাক কৈছিল, ‘—মাফ কৰিব মিস্টাৰ বৰুৱা, আমাৰ ল’ৰাবোৰৰ ভাল পোৱাবোৰ বৰ পঙ্গু। কিবা যেন ক্লোৰোফৰ্ম কৰি অপাৰেচন টেবুলত পেলাই থৈ দিয়ে,—জ্ঞান নাই, কেৱল প্ৰাণ আছে। আপোনালোকে ভাল পোৱা ছোৱালীজনীক ফুলৰ দৰে ছিঙি কোটত লগাই ল’ব খোজে। ডোণ্ট মাইণ্ড্ মিস্টাৰ বৰুৱা, আপোনালোকে পৰিণতিলৈ ভয় কৰে। ভাল পোৱাৰ যে এটা গতি আছে, এই ধৰক, ভাল পালে বিয়া কৰাব লাগিব, বিয়া কৰালে ঘৰ লাগিব, টকা লাগিব আদি কথাই আপোনালোকৰ চিন্তাত ঠাই নাপায়। ফলত সদায় ট্ৰেজেডি, আৰু ছোৱালীকে দোষ-বদনামৰ ভাগ দিয়ে। ‘আই কেন বি ফ্ৰেংক্ টু ইউ’, ছোৱালীয়ে পানীত ওপঙি থকাৰ দৰে থকা স্টুডেণ্ট এটাৰ প্ৰতি অৰ্থহীন অনুৰাগ দেখুৱাব পাৰে, কিন্তু বিয়া কৰাব খোজে প্ৰতিষ্ঠিত মানুহক হে।…মই অৱশ্যে আপোনাক কোৱা নাই, ইন্ জেনেৰেল হে কৈছোঁ।’

প্ৰশান্তই ঈশাৰ কথাৰ অৰ্থ বুজিছিল। ডাঙৰ মানুহৰ ঘৰৰ ছোৱালীতো। বৰ মেটেৰিয়েলিষ্টিক্। কাকলিয়ে মুখেৰে একো মতা নাছিল। এনেয়ে অকলশৰীয়াকৈ কথা পাতোঁতে সি কাকলিক বহুত দিনেই কৈছে—দুয়ো ক’ৰবাৰ দূৰ দেশলৈ পলাই যাব বুলি। সেইবোৰ এনেয়ে কোৱা কথা। সম্ভৱ নহয়। কিন্তু সেইবোৰ নক’লেও ভাল পোৱাৰ গভীৰতা বুজাব নোৱাৰি—সপোন সপোন ভাব আনি পুলকিত হ’ব নোৱাৰি।··বিয়াৰ কথা এতিয়াই ঘৰত তুলিব নোৱাৰি। ককায়েকেই বিয়া কৰোৱা নাই। কিন্তু তাৰ কাৰণেতো লৰালৰি নাই। সি কাকলিৰ কাৰণে গোটেই জীৱন অপেক্ষা কৰিব পাৰে। কাকলিয়েও নিশ্চয় পাৰিব।…ঈশা ছোৱালীজনী কিন্তু সাংঘাতিক দেই।

কিন্তু কালি বাতি প্ৰেমচাঁদৰ বিৰাট গাড়ীত সি যেতিয়া কাকলিক দেখিলে, কাকলিয়ে তাক দেখিও যেতিয়া নেদেখাৰ ভাও ধৰিলে, তেতিয়া তাৰ মনত এবাৰ হঠাতে ঈশাই কোৱা কথাবোৰ জিলিকি উঠিছিল। এতিয়া তাৰ নতুনকৈ সেই কথাবোৰ মনত পৰিল। হয়, কাকলিয়েই নিশ্চয় ঈশাৰ মুখেদি সেই কথাবোৰ তাক কোৱাইছিল। তাৰ মানে তাইক পাবলৈ হ’লে তাৰ প্ৰেমচাঁদৰ দৰে টকা, ঘৰ, গাড়ী আদি থাকিব লাগিব।

ইয়াৰ পাচত আৰু কোনোবা ভেকাৰ ধৈৰ্য থাকিব পাৰে নে? ছিঃ, এইজনী কাকলিৰে প্ৰথম চিঠি পোৱাৰ দিনা সি নক ল’ৰাৰ দৰে জঁপিয়াইছিল, এইজনী কাকলিৰ কাৰণেই সি ক্লাচত সকলোৰে ঈৰ্ষাৰ পাত্ৰ হৈছিল—আজি মাত্ৰ আঠ মাহ

আগতে! এইজনী কাকলিকে সি নিজৰ টকা খৰচ কৰি উপহাৰ কিনি দিয়ে, উজনি অসমত থকা নিজৰ ঘৰখনলৈও বিহুৱে-সংক্ৰান্তিয়ে নাযায়।·· গৌ-গৌৱাই খোজ পেলালে এইবাৰ সি।

পালেহিয়েই। দূৰতে সি কাকলিহঁতৰ ঘৰৰ বাৰাণ্ডাখন দেখিলে। বাৰাণ্ডাত কোনোবা বহি আছে নেকি? নহয়, সেই ওখ মূঢ়াটো বোধকৰোঁ। জেপত হাত ভৰাই চিগাৰেট এটা উলিয়াই মুখত ল'লে। ওচৰৰে দোকানত ওলমি থকা নাৰিকলৰ জ্বলা জৰীডালত চিগাৰেটটো জ্বলাই ল'লে। আৰে, দোকানৰ মানুহবোৰে তালৈ অবাক হৈ চাইছে নেকি? বৈ থকা ভাল নহয়। সি আগুৱালে। এইবাৰ ভৰিবোৰ চলিছে হে। তাৰ কিন্তু ভৰিবোৰৰ ওপৰত কোনো 'কণ্ট্ৰ'ল' নাই।

বৰ ওচৰ পাইছেহি কিন্তু দেই। অলপ ৰ'ব নেকি? কিন্তু ভৰিকিটা চাবি দিয়া পুতলাৰ দৰে গৈ আছে। তাৰ কথা নুশুনে।

কাণকিথন গৰম হৈছে। অলপ কম শুনিছে নেকি?

সৰ্বনাশ, বাৰাণ্ডাত সেইটো মূঢ়া নহয়, কাকলি বহি আছে। আঁঠুৰ মাজত মূৰ গুঁজি বহি আছে। কাকলিৰ আগত সি চিগাৰেট নাখায়। কাকলিয়ে বেয়া পায়। তাই বুলি চিনি পোৱাৰ লগে লগে সি নিজে ক'ব নোৱাৰাকৈয়ে জ্বলা চিগাৰেটটো তাৰ হাতখনে নি মোহাৰি পেলাই দিলে।

"পাগল নেকি?···এতিয়া ঘূৰিব পাৰি নেকি।·· কাকলিয়ে হঠাতে দেখিলে কি বুলিব? মনতে চাগৈ ভাবিব—পঢ়া-শুনা নাই, বাতিপুৱাই এওঁৰ প্ৰেম জাগিল·"

মনটোৱে হঠাতে ঘূৰি যাবলৈ কোৱা দেখি সি ইমানবোৰ প্ৰশ্ন কৰিলে। চাবি দিয়া পুতলাৰ দৰে ভৰিকিটা কিন্তু গৈ থাকিল।

কাণকিথন গৰম লাগিছে নেকি? কাষলতিৰ তল ঘামিছে বোধকৰোঁ। হাত-কিথন একে ঠাইতে থাকিল, লৰচৰ কৰিবলৈকে সাহস নকৰিলে। কিজানি সামান্য লৰচৰ কৰিলেও কাকলিয়ে মূৰ তুলি চায়।

সি গম নোপোৱাকৈয়ে ভৰিকিটা গৈ থাকিল।

বৰ বিপদখন হ'ল। বাহিৰতে কাকলিক পাবৰ কাৰণে সি সাজু নাছিল। পায়জামাৰ বোকা লগা টুবুৰা কাৰজিহঁতৰ ঘৰৰ ফালে পৰিল। ইমান বাতিপুৱাই নহা হ'লেই ভাল আছিল।·· বাপেকটো ওলাই আহি দেখিলে ভাবিব আলেঙে আলেঙে কাকলিক চোৱা বুলি।

ভালকৈ কাণেৰে শুনা নাই। চকুৰেও দেখা নাই নেকি? এবাৰ চোৱাই ভাল, কাকলিয়ে মূৰ তুলিছে নেকি? আৰে, তাৰ মূৰটো দেখোন সি লৰচৰ কৰিব নোৱাৰে—কোনোবাই যেন নাট্-বল্ট্ মাৰি টাইট্ কৰি দিছে!···আজি কি যাব?··

ৰাস্তাৰ সোঁ মাজেদি ভৰিকিটা গৈ আছে। প্ৰশান্তৰ চাৰনি নাকৰ পোনে পোনে বাটৰ মোৰত থকা গছজোপাত।···

ঘূৰি নোচোৱাকৈয়ে সি চেলেকা-চাৱনিৰে বুজি পালে, সেইটো কাকলিহঁতৰ পদূলি। এতিয়া পোমোৱাৰ আগতে অকণমান বৈ সি উশাহ লৰাই ল'ব।· কি হ'ল? ভৰিকিটা নৰয় দেখোন·· লেহা···

…সেয়া…

…পা—ৰে—ই

পাৰেই হ'ল পদূলি।

এতিয়া আৰু ঘূৰি সোমাব নোৱাৰি।

ভৰিয়ে এইবাৰ বিমান পাৰে বেগেৰে খোজ পেলাইছে। কোনে বা দেখিছে পিচৰপৰা। কোনোবাই মাতিলে নেকি! সন্মানটো বচাই বাটৰ মোৰটো পালেগৈয়ে ৰক্ষা।

কেবাটাও শিলগুটি খোজৰ কোবত উফৰি গ'ল। ভৰিৰ আঙুলিত দুখ পালে নেকি জানো? চেণ্ডেলপাট ছিগিলে হে সৰ্বনাশ হ'ব। ··এটা ভৰি আনটো ভৰিৰ পায়জামাত সোমাই কোনো মতে নপৰিল সি। আঁঠুৰ ওচৰলৈকে ফাটিল।…দেখিলে নিশ্চয়।—নাই, সি ঘূৰি চাব নোৱাৰিলে ··

·· পাৰিলে কাকলিয়ে। হঠাৎ বাটত আধৈ ফুটাৰ দৰে শিলগুটি ওফৰা শুনি তাই মূৰ তুলি চালে। ফটা পায়জামাটো চাই চাই তাইৰ ওঁঠত হাঁহি এটাই বাগৰ সলাই শুলে। সেই সুবিধাতে মুখেদি ওলাই পৰিল অকণমান পুতৌ সনা এটা শব্দ—"বেচেৰা।"

ইমান দুখ, ইমান চিন্তা, ইমান দুশ্চিন্তাৰ মাজতো মুখত হাঁহি ওলাব খোজা দেখি নিজেই আচৰিত হ'ল কাকলি। তাই তেন্তে এতিয়াও মানুহ হৈ আছে?…সাহস পালে কাকলিয়ে। এটা ডাগৰৰ উশাহ এৰি মনৰ বোজা পাতল কৰি ল'লে।

## [ দুই ]

খন্তেক নিটাল।

এটা দীঘল হুমুনিয়াহ এৰিলে কাকলিয়ে। গাৰ ভোল-আলীয়া ব্লাউজটোৰেদি দেহাটো যেন ওলাই আহিব খুজিলে। বাৰুনি-ঘৰৰ মুখৰপৰা বাপেকে মতা কেটেঙা মাতে আজি তাইক হলে বিস্বাদি বিন্ধিব নোৱাৰিলে।

বাপেকে আকৌ মাতিলে। এইবাৰ অলপ ওচৰৰপৰা।

তিনি বছৰীয়া সৰু ভায়েকটো বোধকৰোঁ বাপেকৰ চিঞৰতে উঠি আহিল। সি চকু মোহাৰি খৰক-বৰককৈ আহি বায়েকৰ কৰঙন আৰু বুকুৰ মাজতে মূৰটো গুঁজি দিলেহি। কাকলিয়ে তাৰ উদং দেহাত হাত এখন থ'লে—তালৈ নোচোৱাকৈয়ে।

এসোপা এলাহৰ হৈ কাকলি বহি থাকিল। শ্ৰীকৃষ্ণৰ ছবিৰ দৰেই নিকা তাইৰ মুখ-চকু ; তাত কোনো ভাবৰ ভাৱৰ নাই।

ইয়াতকৈও সৰু ভায়েক এটা আছে কাকলিৰ। আঠ মাহমান হৈছে। বাপেকৰ বয়স ৫৫। কাকলিৰ বয়স ২২। তাইৰ বিয়াৰ কথা বাপেকে এতিয়াও ভবা নাই বুলি তাই জানে। বাপেকৰ বুঢ়া বয়সত 'ভগৱানে দিয়া' নৱম সন্তানটোৰ কথা মনত পৰিলে তাইৰ লাজ লাগে, ভগৱানৰ 'সন্তান-দিয়া হাত'টো কাটি পেলাবৰ মন যায়। এইবুলি ভাবিয়েই কথাটোৰ সম্ভাব্য অৰ্থটো মনত খেলাই যোৱাত কাকলিয়ে অকলে লাজ কৰিলে। নিলাজ সমাজত জীয়াই থাকিলে অকল নিজৰ মনৰ আগত হে লাজ লাগে—তাকো নিলাজ কাম কৰোঁতাজনৰ নহয়, আনৰ হে।

"কিমান চিঞৰিব লাগে তোক? চাহটোপা দিওঁতেই যেখোন বেলি দুপৰ কৰিবি।" হাতত লৈ অহা বাৰুনি-ঘৰৰ মুখৰ চকোৱা ভঙা গাধৈমুঠি কাকতিয়ে কাকলিৰ আগত থওঁৰেই পেলাই দিলে। কাকলি নিৰ্বাক—একেদৰে বহি থাকিল। তাই জানে, তাইৰ মাকে ইয়াতকৈ বহুত সোনকালে বাপেকক চাহ কৰি দিছিল। কিন্তু নৱম সন্তানটো হোৱাৰেপৰা মাক বিচনাত। গতিকে সেই কাম এতিয়া তাইৰ। বাপেকে হয়তো তাইক বুজাব খুজিছিল, মাকে ইয়াতকৈ বহুত সোনকালে চাহ দিছিল। কিন্তু এনেকুৱাকৈ কোৱা কথাবোৰ আজিকালি তাইৰ কাৰণে খুব সাধাৰণ। মাকলৈ তাইৰ বেয়া লাগে। তিনি বছৰীয়া ভায়েকটো হোৱাৰ পাচতে ডাক্তৰে সাৱধান কৰি দিছিল, আকৌ সন্তান হ'লে বিপদ হ'ব বুলি। কিন্তু 'ভগৱানে' দিলে ...।

একো নভবাকৈ তাই চকুৰ আগতে পৰি থকা গাধৈ কেইটুকুৰালৈ চালে। কাকলিহঁত ভাড়া-ঘৰত থাকে। বাৰুনি-ঘৰৰ দাঁতিৰ চকোৱাখন সাগৰী-খৰি কৰোঁতেই শেষ হৈছে।

ভিতৰত সৰু কেঁচুৱাটোৱে চিঞৰিছে। মাকেও কেন্‌কেনাই কিবা এটা কৈছে। তাইক চাহ কৰিবলৈকে কৈছে চাগে।

তাই আকৌ বাটৰ কালে চালে। প্ৰশান্তটো নেদেখা হ'ল। এই মাইকীমুৱা ল'ৰাটোলৈ তাইৰ পুতৌ হয়। অলপ যেন বেচেৰাই সমৰ্থন বিচাৰে।

এহাতেৰে কোলাত শুই থকা ভায়েকটোক থিয় কৰাই দি কাকলিয়ে আন হাতত শুকান গছৰ টুকুৰাকিটা লৈ কোনোবাই ঠেলি নিয়াদি ৰান্ধনি-ঘৰ পালেগৈ। চকু পোৰাবলৈ ধোঁৱা লগা হৈ আছে জুহালৰ চাৰিওফাল। নিমখৰ বস্তা পেলোৱাদি তাই নিজৰ দেহাটোক ধপচকৈ জুহালৰ আগত পেলালে। অলপ কেৰাচিন তেল ঢালি জুইকুৰা জ্বলাই দিলে।

এই বেৰ-ভগা ৰান্ধনি-ঘৰ, এই চকোৱা ভঙা খৰি আদিৰ মাজত শুকাই শুকাই জীয়াই থকা সিহঁতৰ পৰিয়ালৰ জীৱনবোৰৰ মাজত কেটুকেটুকৈ চকুত পৰা তাইৰ যৌৱনটোক তাই প্ৰায়ে অনাদৰ কৰিবলৈ বাধ্য হয়, যিদ কৰে কেতিয়াবা।

সাধাৰণ কলেজৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীত পঢ়া আন আন ছোৱালীতকৈ বহুত বেছি কথা জানে কাকলিয়ে। তাই সংসাৰখনক বিভিন্ন ৰূপত দেখিছে। বাপেকে চৰকাৰী চাকৰিত থাকোঁতে দেখা সংসাৰখন, চাকৰি যোৱাৰ পাচত দেখা সংসাৰখন, নিৰ্বাচন প্ৰাৰ্থী হৈ বাপেকে প্ৰতিযোগিতা কৰোঁতে দেখা সংসাৰখন, এতিয়া মাৰোৱাৰীৰ গাদীত চাকৰি কৰি চলোৱা সংসাৰখন—প্ৰত্যেকখনেই বেলেগ। বহুত সময়ত কলেজত থাকোঁতে তাই নিজৰ কথা পাহৰি থাকে। কিন্তু ঘৰত থাকোঁতে প্ৰতি মুহূৰ্তত তাই নিজৰ ঘৰখনৰ কথা ভাবে, নিজক পাহৰি ভাবে, ভাবিবলৈ বাধ্য হৈ ভাবে। এটা নিষ্ঠুৰ সত্য তাই অনুভৱ কৰিছে। সামাজিক মানদণ্ড বজাই ৰাখি ভদ্ৰলোক হৈ বাচি থাকিব খোজা কম উপাৰ্জনৰ মধ্যবিত্ত পৰিয়ালত বহুত আৱৰ্জনা মিছা কথাৰ মচ্‌লিনেৰে ঢাকি ৰাখিব লাগে, নিজকো ফাকি দিব লাগে আৰু এনেকুৱা পৰিয়ালত সুন্দৰী গাভৰু ছোৱালী নাথাকিলে সংসাৰ নচলে। তাই জানে, এইবোৰ কথা আনে শুনাকৈ ক'লে তাইৰ গাতো চেকা পৰিব, মানুহে ছিঃ ছিঃ কৰিব। কিন্তু সেই ছিঃ ছিঃ কৰা সকলৰ ঘৰতো একে ঘটনাই সদায় ঘটি আছে বুলি তাই ন দি ক'ব পাৰে। ভদ্ৰতাৰ সকলো সাজ খুলি তাই মনটোক একেবাৰে নিকপটি কৰি ভাবি চালে, আজিকালি সিহঁতৰ ঘৰলৈ অহা বাপেকৰ সকলো বন্ধু কেৱল তাইৰ কাৰণে হে আহে।

বাপেকে চাকৰি এৰাৰ দুবছৰ পাচৰ কথা। বাপেক ইলেক্‌চনত নামিল। বহুত টকা খৰচ কৰিলে। হাৰিল। কিন্তু সেই ইলেক্‌চনৰ আগদিনা ৰাতিৰ এটা বিৰাট ঘটনা সদায় তাই মনৰ মাজত বগৰাই ফুৰোঁতে ক্ষয় হৈ হৈ এতিয়া সি সপ্তম এড'ৱাৰ্ডৰ মূৰ্তি থকা তামৰ পইচা এটাৰ নিচিনা মিহি হৈ পৰিছে, যিটো পইচাত সপ্তম এড'ৱাৰ্ডৰ মূৰ্তি আছে বুলি বুজিব পাৰি অনুমানত হে। বাপেকক নিৰ্বাচনত সহায় কৰা সেই আদহীয়া পেটুৱা মানুহজন সেইদিনা তাইৰ ওপৰত পৰিছিল—পলসত হাতী পৰাৰ দৰে। নতুন গাভৰু তাই। অলপ জনা-নজনা কিবা জনাৰ পাতল ইচ্ছা, অলপ ভাগৰ, অলপ 'যি হয় হওক' ভাব, অলপ লাজ, অলপ বাপেকৰ নিৰ্বাচনত শুভ ফলৰ প্ৰাৰ্থনা—এই সকলোবোৰ মিলাই তাই নিজকে এৰি দিছিল। পিচত তাই খুব কান্দিছিল। বাপেকৰ সেই আদহীয়া সহকৰ্মী আৰু বন্ধুৱে তাইক সেইদিনাই বুজাই দিছিল—নাৰীৰ প্ৰয়োজন কি। ৩াৰ পিচৰপৰা তাই সাৱধান হৈ আহিছে। কিন্তু সেই

অত্যাচাৰৰ বিচাৰ কৰি দোষীক দণ্ড দিয়াৰ যি প্ৰবল ইচ্ছাক তাই ইমান দিনে দমন কৰি আহিছে, তাক কোনোমতে মনৰপৰা একেবাৰে আঁতৰ কৰিব পৰা নাই। তাইৰ মতে, এনেকৈ জোৰেৰে কিবা আদায় কৰি নিয়াকে ডকাইতি কৰা নোবোলে জানো ? খুব বেয়া লাগে তাইৰ, বিশেষকৈ যেতিয়া তাই কেতিয়াবা নিজৰ বিয়াৰ কথা ভাবে। যিজনক তাই বিয়া কৰাব, সেইজনক যে গোটেই জীৱন মিছাকৈ ক'ব লাগিব তাই শুচি বুলি। সকলো উচ্চ শিক্ষাৰ পাচতো, এজনী অসমীয়া ছোৱালীৰ জীৱনজোৰা মানসিক শান্তিৰ কাৰণে 'শুচি' শব্দটোৰ অৰ্থ কিমান বেছি, তাই বুজে।

পুৰি পুৰি ওলাই অহা গাধৈকিভাল তাই জুহাললৈ ঠেলি মুমুৰাই দিলে।

কেবা ঠাইতো ফিচিকা এটা স্লিপিং পায়জামা আৰু ফটা বনিয়ন এটা পিন্ধি কাকলিৰ বাপেক কৃষ্ণ কাকতি থিয় হৈ থাকিল—কাকলি যোৱাৰ ফালে চাই। আজি কাকতিৰ মনটো ভাল। আজি 'সি' এহেজাৰ টকা ধাৰলৈ দিয়াৰ কথা আছে। কেইবছৰমানৰ ভিতৰতে বহুত ধাৰ কৰিছে কাকতিয়ে। কিন্তু কাকতিৰ লাহে লাহে এটা সন্দেহ হৈছে—ধাৰ দিওঁতাবোৰেও বোধকৰোঁ জানে তেওঁ কেতিয়াও পৰিশোধ কৰিব নোৱাৰে বুলি। আজি যদি আগবৰালাই এহেজাৰ দিয়ে, তেন্তে ঘৰ-ভাড়া, গাখীৰ, চাউল-দাইল আদিৰ নানা খুচুৰা বাকী মাৰি কেইদিনমান নিশ্চিন্ত মনে বাটলৈ ওলাব পাৰিব।

কাকলি বান্ধনি-ঘৰলৈ বুলি যোৱাৰ লগে লগে কাকতি এখোজ-দুখোজকৈ কমটোত সোমাল। এনেয়ে এবাৰ চাৰিওফালে চকু ঘূৰাই চালে। কেইখনমান আধা-ভগা বেতৰ চকী। তাত থকা 'কুচন'ত এসময়ত ভাল অৱস্থা থকাৰ পৰিচয় আছে। দুৱাৰ আৰু খিৰিকীৰ পৰ্দাবোৰতো। চুকত থকা বেডিঅ' থোৱা স্টেণ্ড্‌ডাল খালী। এতিয়া তাত এটা ফুল নথকা আইনাৰ ফুলদানি আছে। অলপ ওপৰলৈ চালে কাকতিয়ে। কেবাখনো ভাঙৰ ভাঙৰ ফটো। তাৰে দুখন গ্ৰুপ ফটো। ধূলি-বালিৰে ভাৰৰীয়া হৈ আছে। এটাইকেউখনতে তেওঁ আছে, মাত্ৰ বেলেগ বেলেগ সময়ত। এখনত তেওঁ আছে চাহাবী বেশত। তেতিয়া তেওঁ যোগান বিভাগৰ চৰকাৰী বিষয়া। তাৰ ওচৰতে আছে, খদ্দৰৰ সাজ পিন্ধি তেওঁ এখন সভাত বক্তৃতা দিয়াৰ ফটো। নিৰ্বাচনত প্ৰতিযোগিতা কৰোঁতে। তেওঁৰ চাকৰি যোৱাৰ বিষয়ে তেওঁ কয়, এই আজিকালিৰ ভলন্টিয়াৰ মন্ত্ৰীবোৰৰ লগত কাম কৰি সুখ নাই কাৰণে ইস্তফা দিয়া বুলি। আনে কয়, আৰু চৰকাৰী ৰেকৰ্ডত পোৱা যায়—কিবা টকাৰ গণ্ডগোল কৰি চাকৰি যোৱা বুলি। মন্ত্ৰীৰ ভবিয়ে-হাতে ধৰি হে বোলে জেললৈ যোৱাৰপৰা সাৰিছিল। সকলো গোটোৱা টকা ইলেক্‌চনতে শেষ কৰি তাৰ পাচত কাকতিয়ে বহুত ব্যৱসায় কৰিলে, বহুত কাৰবাৰৰ সপোন দেখিলে। যোগান বিভাগৰ মানুহ কাৰণে বহুত কাৰবাৰীৰ লগত তেওঁৰ চিনাকি আছিল। কিন্তু চৰকাৰী মহলত তেওঁৰ প্ৰতিপত্তি নেদেখি একে একে সকলোৱে এৰি দিলে। তাৰ পাচত তেওঁ ইজন-সিজনৰ কাৰণে ইটো-সিটো 'পাৰ্মিট' যোগাৰ কৰি কিছুদিন চলিল। আজি লাজ মাহমান তেওঁ প্ৰেছটাৰ আগৰৱালাৰ চাকৰি কৰিছে। আনে সুধিলে কয়

—তেওঁ এটা ইন্‌ডাষ্ট্ৰি খুলিব প্ৰেমচাঁদৰ লগত অংশীদাৰ হৈ। বৰ্তমান চলি থকা ব্যৱসায়ত তেওঁ আইন-পৰামৰ্শদাতা। কাকতিৰ মতে, ঘৰত মাথাই মৰিলেও বাহিৰত সামাজিক মানদণ্ড বজাই ৰাখিব লাগিব। নহ'লে সমাজে লেই-লেই-ছেই-ছেই কৰিব। সেই কাৰণেই তেওঁ নিজৰ গাঁৱত থকা ঘৰলৈও ঘূৰি যোৱা নাই। তেওঁ জানে, ঘৰলৈ ঘূৰি গ'লে অন্ততঃ থাকিবলৈ আৰু শুদা ভাত মুঠি খাবলৈ ভাবিব নালাগে। কিন্তু বছৰৰ বাৰমাহে ধান-খেতি আৰু গৰুৰ চিন্তা কৰি থকা সেই নিজৰ ঘৰ আৰু গাঁৱৰ সমাজখনৰ লগত থাকিবগৈ কেনেকৈ!

কৃষ্ণ কাকতিৰ দুটা ডাঙৰ পুতেক আছে—দুয়োটা কাকলিতকৈ ডাঙৰ। একেবাৰে ডাঙৰটো লক্ষ্ণৌত গান শিকিবলৈ বুলি গৈ আজি দুবছৰে নাই। প্ৰথমে কিছুদিন চিঠি দিছিল টকা খুজি। পিচলৈ ঘৰৰ অৱস্থা জনালত চিঠি নিদিয়া হ'ল। আৰ-তাৰ মুখে খবৰ পাইছে, কোনোবা চিনেমা কোম্পানীত সোমোৱা বুলি। মাকজনীয়ে সদায় দুখ কৰি থাকে। কয়—পইচাৰ অভাৱতে ল'ৰাটো তেনেকুৱা হ'ল। দ্বিতীয়টো গুৱাহাটীত জনাজাত। নাম জিতেন্দ্ৰ। মানুহে জিৎচৰ্দাৰ বুলি মাতে। কোনোবা গুণ্ডা পাৰ্টিৰ চৰ্দাৰ বোলে। এইবোৰতো আৰু আন মানুহক ক'ব নোৱাৰি। কাকতিয়ে আনক কওঁতে কয়, 'ডাঙৰটোক চিনেমা লাইনত দিছোঁ। চিনেমা ইন্‌ডাষ্ট্ৰিৰ অসমত ফিউচাৰ আছে। আৰু, দ্বিতীয়টোক অবেনলৈ পঠিয়াম বুলি ভাবিছোঁ—হেভি ইন্‌ডাষ্ট্ৰি মেনেজমেণ্টৰ ট্ৰেনিং লৈ আহিবলৈ। সি খুব ষ্ট্ৰং ল'ৰা। এনাজি বেছি কাৰণেই দুষ্টামিও বেছি। ঠিক হৈ যাব পিচে…।' নিজৰ আৰু পৰিয়ালৰ বিষয়ে কোনো দুৰ্বলতা কেতিয়াও ক'তো কাকতিয়ে প্ৰকাশ নকৰে। আনকি, গাঁৱৰপৰা কেতিয়াবা গাঁৱলীয়া ধৰণৰ বংশ-পৰিয়াল আহিলেও আনৰ লগত চিনাকি কৰি দিবলগীয়া নোহোৱাকৈ ৰাখিবলৈ যত্ন কৰে।

এতিয়া প্ৰেমচাঁদ আগৰৱালা নামৰ বিটো মাৰোৱাৰীৰ লগত কাম কৰে, তাক হঠাতে আৱিষ্কাৰ কৰিছিল কাকতিয়ে। সেই সময়ত তেওঁ প্ৰায় মাগি-খুজি-খোৱা অৱস্থা পাইছিলগৈ। বহুত কথা কৈ বহুতৰপৰা দুই-এটকা ধাৰ কৰিও চাউল কিনিবলগীয়া হৈছিল। আনকি, কাকলিৰ ৰূপমুগ্ধ বন্ধু দুজনৰপৰাও ৫০ টকা ধাৰ কৰি আজিও ঘূৰাই দিব পৰা নাই। এইটো কিমান ডাঙৰ অন্যায়, কিয় সিহঁতে খোজোঁতেই ৫০ টকা দিলে, কাকতিয়ে জানে। সেই টকা লোৱাৰ পিচদিনাই বাতি ১০ বজালৈকে সিহঁত বহি বহি কাকলিৰ লগত আড্ডা দিওঁতে তেওঁ ক'ব নোৱাৰাৰ দৰে বিচনাত দীঘল দি টোপনিৰ ভাও ধৰিছিল। কিন্তু তেওঁ নজনা হৈয়ে থাকিল। আজি তেওঁৰ হঠাৎ মনত পৰি গ'ল, উচ্চপদস্থ চৰকাৰী বিষয়া ঈশাৰ দেউতাক শ্ৰীবৰুৱাৰ ঘৰত সেইদিনা কাকলিৰ স'তে তেওঁক দেখাৰ পিচদিনাৰপৰাই প্ৰেমচাঁদৰ লগত তেওঁৰ ভাব হৈছিল। আৰু সেইদিনা প্ৰেমচাঁদে বিশেষ এক দৃষ্টিৰে কাকলিৰ ফালে চাওঁতে তেওঁৰ মনত এটা পাপ বুদ্ধিৰ উদয় হৈছিল। আৰু তাৰ ফল স্বৰূপেই চৰকাৰৰ লগত ব্যৱসায়ৰ 'লেখা-লেখি ধৰা-ধৰি কৰি দিবলৈ' মাহে দুশ টকাত তেওঁ চাকৰি পাইছিল। প্ৰেমচাঁদে কওঁতে কিন্তু চাকৰি বুলি কোৱা নাছিল। কৈছিল, 'আপ্‌নি চিঠি-চিঠি, ডাইৰেক্টৰ-মিনিষ্টৰক দুই-চাৰি কথা কৈ কাম কৰি দিব—

আৰ মই আপনাক চিগ্‌ৰেট খৰচা দুছ টকা দিম। ছোৱালীটো কাৰবাৰ—তৰ্ মুনাফা বেছি হ'লে মই একলাই নাখাওঁ···হাঃ হাঃ হাঃ।' হাহিটো যাবিছিল সি ভিতৰলৈ যোৱা দুৱাৰৰ পৰ্দালৈ চাই—বোধকৰোঁ কাকলিয়ে শুনিছে নে নাই জানিবলৈকে। নিজকে নিজে বুজালে কাকতিয়ে—দোষ নাই। তেওঁতো কাম কৰি পইচা আজিছে। আৰু, প্ৰেমচাঁদে যদি চকুৰে চাই কিবা এটা তৃপ্তি পায়েই, তাক পৃথিৱীৰ কোনো মানুহে কেতিয়াও বন্ধ কৰিব নোৱাৰে। প্ৰেমচাঁদ তেওঁৰ ঘৰলৈ আহে, কাকলিৰ স'তে কথা পাতে, কিন্তু তেওঁ থাকে। মাক্ অৰম্ভে কেতিয়াবা প্ৰথমতে কৈছিল, মানুহে বেয়া বুলিব পাৰে বুলি। কিন্তু প্ৰেমচাঁদে প্ৰতিদিনেই আহোঁতে অনা উপহাৰে তেওঁৰ মাত কেতিয়াবাই বন্ধ কৰিলে।

এখোজ-দুখোজকৈ বাজনি-ঘৰৰ ফালে আগুৱাই গৈ থকা কৃষ্ণ কাকতি হঠাতে বৈ বনিয়নৰ ফুটা এটাইদি আঙুলি সুমুৱাই বুকুৰ নোমকিতাল ছুই ছুই ভাবিলে—কিন্তু কালি সি এহেজাৰ টকা দিবলৈ গাত লোৱাৰ পিচত ভদ্ৰতাৰ নামত তেওঁ তাক যি সুবিধা দিলে, তাৰ লোলুপ মনটো চিনি পায়ো দিলে, সেইটো উচিত হ'ল জানো? প্ৰশ্নটোৱে কাকতিক আগ ভেটি ধৰিলে। সমাজত মান ৰাখিবলৈ গৈ তেওঁ নিজৰ ছোৱালীক বেচাৰ নিচিনা কাম কৰা নাইতো?

ভিতৰত কেঁচুৱাটোৱে পাৰেমানে চিঞৰিছে।

জমাদাৰটোৱে অকলে অকলে ভোৰভোৰাই ভোৰভোৰাই চোতালত ঝাড়ুটো ওপৰে ওপৰে লগাইছে। তাক দৰমহা নিদিয়া চাৰি মাহেই হ'ল নেকি?

ল'ৰা-ছোৱালীগালৰ কাপোৰ-কানিবোৰ চোৱা। কিবা ভিক্ষাৰীৰ ল'ৰা-ছোৱালীৰ নিচিনা হৈছে।

ইঁহতৰ মাকেনো সেয়া কেন্‌কেনাই কাক চিঞৰিছে? কাকলিকে মাতিছে বোধকৰোঁ চাহ দিবলৈ। বেচেৰীৰ মুখত ঔষধৰ নামত চাহ হে পৰিছে।

অ, সেইটোৱে ঘৰ-ভাড়া বিচাৰি আহিল বোধকৰোঁ।

কাকতি ঠাইতে ভিতৰ সোমাল। কাকলিকে পঠিয়াই দিব ঘৰত নাই বুলি ক'বলৈ। আজি ৰাতি দি দিব পাৰিব। অন্ততঃ দুমাহমানৰ দি মুখখন বন্ধ কৰি থ'ব। আৰু, এতিয়া ঠিক হিচাপ কৰি এহেজাৰ টকা খৰচ কৰাৰ বাজেট এখন কৰিব।

ভিতৰত চাহৰ নাল ভগা কাপটো মুখৰ আগত লৈ বাহিৰত ঘৰ-ভাড়া বিচাৰি অহা মানুহটোৰ কথা কাকতিয়ে কাণ পাতি শুনিছে—

"সদায়তো গধূলি-ৰাতিপুৱা কৰি আজি ৬ মাহেই হ'ল। চৰ খৰচ কৰিবলৈ পইচা ওলায়—ঘৰ-ভাড়া হে নাই। কিয়, মাৰোৱাৰী বন্ধু দিনো আহে যেখোন, তাৰপৰা লৈ দিব নোৱাৰে?······মোক ঘৰ এৰি দিব লাগে।···নহ'লে পুলিচ লগাই উলিয়াব···।"

এঢোক চাহ খাই কাকতিয়ে কথাখোৰ তল পেলাই দিলে। কথা দুজনা হ'ল। মানুহটো গ'ল নিশ্চয়। ভিতৰ, তেওঁৰ দ্বিতীয় পুত্ৰেকৰ, ওঁঠাদি বাহিৰত জনাজাত।

কিন্তু ঘৰত বাপেকক গালি পাৰি যোৱা মানুহবোৰক সি একো ক'ব নোৱাৰে। এজনী গাভৰু ছোৱালীৰ আগত ইমানবোৰ কথা এই মানুহটোৱে কেনেকৈ কয়? অকণো শিষ্টাচাৰ নাজানে।

এখন বঙা পাৰীৰ বগুচুৰা শাৰী পিন্ধি কাকলিৰ মাক পিচফালৰ বাৰাণ্ডাতে বহিলহি। কোনোমতে দুৱাৰত ধৰি, খুঁটাত ধৰি আহিছিল। চাই আছিল কাকতিয়ে। বহুত সহ্য কৰিছে এই মানুহজনীয়ে। বন্ধু ডাক্তৰ এজন আনি দেখুৱাইছিল। বহুত দৰবৰ প্ৰেচ্‌ক্ৰিপচন দিলে। কিন্তু কোনো বন্ধু দোকানী বিচাৰি নাপালে—যাৰপৰা বাকীকৈ দৰব আনিব পাৰি।

"কেঁচুৱাটোৱে আজি ৰাতিৰে ৰাতিটো ঘৰঘৰাই আছে। কফৰ কোবত ভালকৈ উশাহকে ল'ব পৰা নাই"—কাকতিয়নীয়ে চুৰা-পাতনিৰ ফালে চাই চাই কাকতিক উদ্দেশ্য কৰিয়েই ক'লে।

"ডাক্তৰ আনিম আজি। তোমাকো দেখুৱাব লাগে।"

"ডাক্তৰ নালাগে। কিবা হোমিওপেথিক ঔষধ দুপালিমানকে অনা হ'লে ভাল আছিল। উপজিল যেতিয়া চকুৰ আগতে মৰিবলৈ দিব নোৱাৰি নহয়।"—বিৰক্তিবোৰ শব্দ হৈ ওলাই আহিল কাকতিয়নীৰ মুখৰপৰা।

দুৰত—কেঁচা কুঁৱাটোৰ পাৰত কাকলিয়ে কাঁহী-বাটি ধুইছে। মাকে তাইলৈ চাই চায়েই ক'লে—"এইবো এটা ব্যৱস্থা কৰিব লাগিছিল। মই মৰিলে তাইৰ অৱস্থা কি হ'ব? হাকিম-মুন্সিফ বিচৰাতকৈ আমাৰ সাধাৰণ ঘৰৰ শিক্ষা-দীক্ষা থকা ল'ৰা এটা বিচাৰিলেই হয় দেখোন। কিমান আৰু তাই ঘৰতে চাকৰণী হৈ থাকিব।"

কাকতিয়ে ক'ব খুজিছিল, তাইক বি. এ পাছ কৰিলেই ফৰেনলৈ পঠিয়াব। কিন্তু নক'লে। কাৰণ, সেই কথাৰ উত্তৰ ঘৈণীয়েকে কি দিব তেওঁ জানে। ভোৰভোৰাই বহুত কথা ক'ব। ক'ব—'অ, তাই নহ'লে কোনেও ধাৰলৈ টকা নিদিয়া হ'ব বুলি ভয় কৰিছে হ'ব পায়? চাকৰিটোও নাথাকিব নেকি? সেইবোৰ বাৰে-বাংকৰা কথা আনক ক'ব।'· · ইত্যাদি। এই মাইকী মানুহবোৰক কোনোমতে বুজাব নোৱাৰি যে বেয়া দিনকিটা কোনোমতে কটাই দিলেই ভাল দিন আহি পৰে। আৰু, তেতিয়া এতিয়াৰ কাকলিৰ ৰূপ চাবলৈ অহা স্বাৰ্থপৰ বন্ধুবোৰক ভালকৈ এশিকনি দিব পৰা হ'ব। কিছুমান অপ্ৰিয় কথা কাকতিয়নীৰ মুখত শুনাৰ ইচ্ছা নাই কাৰণেই কাকতিয়ে একো নামাতিলে।

এতিয়া ঘৰৰপৰা ওলাই যোৱাই ভাল। কাকতি হাত-মুখ ধুই কাপোৰ-কানি পিন্ধিবলৈ ওলাল। হাতত ·পাঁচটা টকা আছে। তাকে দি যাব, চাউল-দাইল যি লাগে আনিবলৈ।

বাহিৰত দুৱাৰত কোনোবাই টুকুৰিয়ালে। কাকতিৰ চকুৰ ইংগিততে সৰু নাঙঠ ল'ৰাটোৱে খিৰিকীত উঠি জুমি চালে আৰু দৌৰি আহি বাপেকক কাণে কাণে ক'লেহি—"কেঞাবাবু।"

লৰালৰিকৈ কাকতিয়ে কাপোৰ পিন্ধি ল'লে। পিন্ধোতে পিন্ধোতে ল'ৰাটোক ক'লে,—"গৈ, 'আংকোল' বুলি ক'বি।"

অলপ তামোলৰ যোগাৰ কৰিবলৈ কাকতিয়নীক ক'লে। আৰু ক'লে—কাকলিৰ হাতত পঠিয়াই দিবা।" নাণ্ঠ ল'ৰাটোক ৫ টকীয়া নোটখন দি চিগাৰেট ৫টা আনিবলৈ দিলে আৰু ক'লে, "আনি ভিতৰ ফালৰপৰা দিবি।" তাৰ পাচত কাকতি কাহ এটা মাৰি, ভৰিত ধুনীয়া নোমৰ বেড্‌ৰুম শ্লিপাৰ পিন্ধি বাহিৰলৈ ওলাই আহিল।

"অ' মিস্টাৰ আগৰৱালা। বহক, বহক। মই আকৌ ভাবিছিলোঁ হে—who might come so early আপোনালোক সঁচাকৈ কামৰ মানুহ।"—কাকতিয়ে কথা কওঁতে আধা-আধি ইংৰাজীত ক'বই। লাগে ইজনে বুজকেই বা নুবুজকেই।

চাহাবী পোছাক পিন্ধা মাৰোৱাৰী প্ৰেমচাঁদ আগৰৱালা। বয়স প্ৰায় চল্লিশ। মুখত এটা হাঁহি লৈ কাকতিৰ কথাখিনি ধৈৰ্যৰে শুনি লাহে লাহে ক'লে, "একটা বিচেচ দাৰ্কাৰ। আপনি অলপ যাব লাগে।" তাৰ পাচত ভৰিত থজুৱাই, টেবুলত আঙুলিৰে আঁকি, খিৰিকীয়েদি দুবাৰমান থেঁকাৰ পেলাই প্ৰেমচাঁদে কাকতিক বুজাই দিলে যে কামটো মিস্টাৰ বৰুৱাযেই কৰিব, বৰুৱাৰ লগত তেওঁৰ ভালো আছে, গোটেই ঘৰখনৰ লগতে তেওঁৰ ভাল, এবাৰ বৰুৱাৰ জীয়েক ঈশাক পিক্‌নিকলৈ নিবলৈ তেওঁ নিজৰ গাড়ীও দিছে, কিন্তু লগতে কাকতিও থাকিলে ভাল। অৰ্থাৎ বৰুৱাক কোৱা হ'ব—এই কাম কৰিব খোজা হৈছে কাকতিৰ উপাৰ্জনৰ কাৰণেই। আৰু কাকতিয়ে মনে মনে বৰুৱাক ক'ব—প্ৰেমচাঁদৰপৰা পোৱা টকাটো কাকতি আৰু বৰুৱা দুয়ো ভাগ কৰি ল'ব।

কাকতিয়ে কথাটো বুজিলে। ইতিমধ্যে কেওঁ কেবাবাৰো চিঞৰিলে চিগাৰেটৰ কাৰণে। ল'ৰাটোৱে চিগাৰেট দি গ'লহি। চাহৰ প্ৰস্তাৱ কৰোঁতে প্ৰেমচাঁদে "মাফ কৰিব" বুলি ক'লে। আৰু, তামোলৰ কথা কওঁতে কাকলি নিজে নিকা বগা কাপোৰ এসাজ পিন্ধি তামোলৰ বটাটো লৈ ওলাই আহিল। এনেয়ে প্ৰেমচাঁদ থিয় হয়। আজি কিন্তু বহাৰপৰাই নমস্কাৰ দি ক'লে—

"আপনাক কষ্ট দিলোঁ।"

"নাই, কি কষ্ট তামোল দিওঁতে।"

"মিস্টাৰ কাকতি, এহোঁক হাৱা-খাবলৈ মানে ফুৰিবলৈ গাড়ীটো দিম বুলি ভাবোঁ। কিন্তু, চময়েই নাপাওঁ। আজ যদি কামটো খতম হয়, আপনি লৈ আহিব গাড়ীটো।"

কাকলিয়ে হাঁহি দিলে।

"কিয় হাঁহিলে। ভুল অচমীয়া কৈছোঁ কি ?

"নাই, নাই। আপুনি অসমীয়াত কথা ক'লে, আপুনি অসমীয়া নহয় বুলি কোনেও ক'ব নোৱাৰে। কেনেকৈ শিকিলে ইমান ভাল অসমীয়া"—কাকতিয়ে লবালবিকৈ ক'লে।

প্ৰেমচাঁদৰ জৰ্দা-পাণৰ দাগ বহা ৰঙা দাঁত এটাইকিটা ওলাই পৰিল। "জন্ম অচমত, বন্ধু চব অচমীয়া, হাৱা-পানী অচমৰ—আৰু অচমীয়া কব নাপাৰিম কিয় ?"

কাকলি ভিতৰলৈ সোমাই গ'ল। এটা বেপাৰীক বাপেকে ইমান তোষামোদ কৰা তাই শুদ্ধ কৰি শুনি থাকিব নোৱাৰে।

"মাইজীৰ চৰীৰ ভাল ?"

"থেংকিউ—ভালে আছে। কিন্তু এতিয়া আহিব নোৱাৰিব যোধকলো। গা ধুৰলৈ গৈছে।"

"ঠিক আছে। মোৰ প্ৰণাম জনাব। মাইজীক মোৰ খুব ভাল লাগে। খুব ভাল মানুহ মাইজী"—কাকলিৰ মাকক প্ৰেমচাঁদে সদায়ে প্ৰশংসা কৰে।

"অ' মা কাকলি, মাৰে গা ধুই উঠিল নেকি। চোৱাঁচোন—" বাহিৰৰ মানুহৰ আগত কাকতিয়ে নিজৰ ল'ৰা-ছোৱালীক সদায় তুমি-তামাকৈ মাতে।

ভিতৰৰপৰা কাকলিয়ে কোনো উত্তৰ দিয়াৰ দৰকাৰ নহ'ল। বাহিৰত প্ৰেমচাঁদে হাত-ভৰি আছাৰি 'নালাগে নালাগে'কৈ উৎপাত কৰি দিলে। ভিতৰলৈ চাই কাকতিয়ে ক'লে—"নালাগে বাৰু মা কাকলি।" তাৰ পাচত ঘূৰি প্ৰেমচাঁদক ক'লে, "ঘৰত মই কাৰো ক্ৰিডমৰ ওপৰত হাত নিদিওঁ। উই লিভ্ এণ্ড্ লেট লিভ্।"

"আপনাৰ ঘৰটো দেখি মোৰ খুব ভাল লাগে—" প্ৰেমচাঁদে প্ৰশংসা কৰিলে।

"মাফ্ কৰিব" বুলি কাকতি ভিতৰলৈ উঠি গ'ল। ভিতৰত বাৰাণ্ডাতে বহি থকা ঘৈণীয়েকক ক'লে—ল'ৰাটোৰ হাতত চিগাৰেট কিনাৰ পিচত থকা বাকী পইচাৰেই চাউল-দাইল যি লাগে আনিবা।

বাহিৰত অকলৈ বহি আছে প্ৰেমচাঁদ। সিবামূৰিয়ে থকা মানুহৰ দৰে ভৰিকিটা যিমান পাৰে মেলি দি তামোলৰ বটাটো হাতত লৈ গিটাৰৰ দৰে বজাই টাইডালৰ ওপৰত কিলাকুটি এটা থৈ হাই কিবা গুণগুণাই আছে। প্ৰেমচাঁদৰ মাইকীৰ প্ৰতি দুৰ্বলতা গুৱাহাটীত জনাজাত। এবাৰ এজন ভদ্ৰলোকৰ লগত টেক্সি এখনত উঠি প্ৰেমচাঁদে টেক্সি-ড্ৰাইভাৰক 'ইউনিভাৰচিটি' বুলি ক'লে। এওঁলোকে গাড়ীতে বহি কথা পাতি থাকোঁতেই টেক্সি গৈ একেবাৰে ছোৱালী হোষ্টেলৰ সন্মুখৰ গেটত ৰ'লগৈ। তেহে ড্ৰাইভাৰক গালি পাৰি ঘূৰাই আনিছে। কাৰোবাৰ ঘৰলৈ প্ৰেমচাঁদ দুদিন গ'লেই ওচৰৰ মানুহে বি-বি বা-বা কৰে। প্ৰেমচাঁদৰ এদল মানুহ আছে। তেওঁ-বিলাকৰ যোগেদি সাধাৰণতে সংযোগ স্থাপন কৰে। তাৰ পৰিৱৰ্তে সেই যোগনীয়া দলক দুই/এটা টকা, দুই/এক পেগ আৰু দুই/এটা সুবিধা মাজে-সময়ে দিয়ে। সেই যোগনীয়া দলত আদহীয়াৰপৰা চেঙেলীয়া ডেকালৈকে আছে। কাকলিৰ নাম প্ৰথমতে প্ৰেমচাঁদে শুনে এনেকুৱা এজনৰ মুখতে। সি 'ভাগাই' দেখুৱাম দেখুৱাম বুলি প্ৰায় বিশ টকা খালে। তাৰ পাচত বৰুৱাৰ ঘৰত চিনাকি হৈ বাকীখিনি সি নিজে কৰিছে। বৰুৱাৰ জীয়েক ঊষাৰ লগতো তাৰ চিনাকি আছে। তাই কিন্তু সাংঘাতিক ছোৱালী। তাইলৈ হাত মেলাৰ সাহস তাৰ হোৱা নাই। এইবিধ ছোৱালীৰ হাতত ঠগন হে খাব লাগিব বুলি সি জানে। তথাপি সি যৱনাহ দি এদিন তাইক খাটিছিল, কাকলিৰ লগত পৰিচয় কৰাই দিবলৈ। তাৰ কাৰণে সি তাইক ২০০ টকীয়া ঘড়ী এটা দিবলগীয়া হ'ল—'জন্মদিনৰ উপহাৰ' বুলি।

কাকতি ওলাই আহিল। "বলক তেন্তে। মই পিছে একাপ খাবলগীয়া আছিল,

এই কাকলিৰ ফিজ দিব লাগিছিল। ভাবিছিলোঁ, মিস্টাৰ শইকীয়াৰপৰা পাবলগীয়া টকা ১০০৲ কে লৈ আহোঁগৈ। পিচে আপোনাৰো দেখি হৈ যাব।"

"ঠিক আছে। মই গাড়ীৰে আপনাক তাত নহুমাই দিম।"

"হ'ব হ'ব, কিন্তু ফিজ আজি দিব নোৱাৰিম আক।"

"অ', ফিজটো মুই দি যাওঁ।" প্ৰেমচাঁদে জেপত হাত ভৰালে।

"আপোনাৰ দিগদাৰ নহয় তো ?"

"নাই, কি দিগদাৰ। আপনাৰ ছোৱালী, মুহুবো দায়িত্ব আছে।" অমৰকাৰী হাঁহি মাৰি কাকতিৰ হাতত প্ৰেমচাঁদে দুখন দহ-টকীয়া নোট দিলে।

"থেংকিউ" বুলি লৈ কাকতি ভিতৰলৈ গ'ল। যাওঁতে—"মা, অ' মা কাকলি" বুলি মাতি গ'ল। ভিতৰত কাকলিৰ হাতত কুৰিটা টকা দি তাইৰ চকুলৈ নোচোৱাকৈ ওলাই আহিল।

ড্ৰয়িং-কমৰপৰা ওলাই গাড়ীলৈকে যাওঁতে কাকতিয়ে প্ৰেমচাঁদক ক'লে, "আপোনাৰপৰা খুজি লোৱা বুলি ভাবি তাই ল'বই খোজা নাছিল। এইবোৰ বিষয়ত তাই বৰ ভাল। কাৰোপৰা একো নলয়।"

যি নিজক ফাকি দিয়ে, সি আনক ফাকি দি বেছি দিন চলিব নোৱাৰে—এই কথাকে যেন প্ৰেমচাঁদৰ নিস্তব্ধতাই ক'ব খুজিছিল। কাকতিয়ে উচপ্ খাই প্ৰেমচাঁদৰ মুখলৈ চালে। প্ৰেমচাঁদৰ কালাপাহাৰ চাৱনিত কাকলিৰ নিচিনা বহুত হিন্দু নাৰীৰ সতীত্বক উপহাসৰ বস্তু কৰাৰ অহংকাৰ জিলিকি উঠিল। নিজক বৰ অসহায় যেন লাগিল কাকতিৰ। গাড়ী স্টাৰ্ট কৰাৰ শব্দৰ লগে লগে কাকতিৰ গোটেই অন্তৰখন গুমৰি উঠিল। চিঞৰি দিলে কাকতিয়ে—"আই ঔ।"

"মাফ্ কৰিব মিস্টাৰ কাকতি! মুই দেখা নাছিলোঁ—"প্ৰেমচাঁদে অনুনয় কৰি ক'লে। কাকতি বহাৰ পিচত প্ৰেমচাঁদে হাত মেলি দুৱাৰখন বন্ধ কৰিব খোজোঁতে কাকতিৰ আঙুলি এটাই অলপ চেপা খালে।

“আৰে···এ ··এ”—চোৰে চোৰক মতাদি টেঁটু চেপা মাত উলিয়াই মিতাৰ বাহুত ধৰি মজিদে দূৰলৈ আঙুলিয়াই দেখুৱালে।

“কি বে”—মজিদৰ হাতখন এছাৰ মাৰি একৰাই চিকাৰীয়ে চিকাৰ চোৱাদি চালে মিতাই—মজিদৰ আঙুলিক অনুসৰণ কৰি। নিজৰ দেহাটোও এটা প্ৰশ্নবোধক চিনৰ দৰে বেঁকা কৰিলে সি।

মহেনে হাফ্‌পেণ্ট খুলি গামোচা পিন্ধিছিল। একে বেঁওতে সিঁহতৰ ওচৰত উপস্থিত হ'লহি। চুটি গামোচাখনে আৱৰণৰ কাম ঠিক কৰিছে নে নাই এহাতেৰে খেপিয়াই চালে, আৰু বজাৰ চোৰাংচোৱাই চোৱাদি চাৰিওফালে চকু ফুৰালে।

মজিদ, মিতা আৰু মহেন—কুবিৰ দেওনা পাৰ হোৱা তিনিটা চঞ্চল ডেকা। নিয়ম মতে পুৱা তিনিও তিনি ঠাইত থাকিব লাগে। উজান-বজাৰ, লাখটকীয়া আৰু ভৰলুমুখত। কিন্তু, সাধাৰণতে তিনিওটা ৰাতি উজান-বজাৰতে মিতাৰ ঘৰতে থাকে—দিনটোৰ অভিজ্ঞতাৰ কথা কৈ শেষ হওঁতে বহুত দেৰি হয় কাৰণে। সদায় তিনিওটা পুৱাই মিতাৰ মাকৰ গালি খাই নৈত গা ধুবলৈ যায়। মজিদ এজন ভদ্ৰলোকৰ ড্ৰাইভাৰ। মিতা এটা মাৰোৱাৰীৰ ট্ৰাকৰ ড্ৰাইভাৰ। মহেনক মিতাই নিজৰ লগতে লৈছে, বিনা পইচাই কাম শিকাবলৈ। সিঁহতে জানে, ঘৰ আৰু সমাজৰ অৰ্থনৈতিক দুৰ্যোগ আৰু অৱজ্ঞাত আধাখুন্দা হোৱা সিঁহতৰ নিচিনা ল'ৰাবোৰক সিঁহতেই সহায় কৰিব লাগিব।

তিনিওটা কেইখোজমান চোৰৰ দৰে আগুৱাই গ'ল।

“হয় বে, ৰাতি নৌপুৱাওঁতেই লাগিলহিয়েই শালাহঁত”—মহেনে বিৰক্তিৰে ক'লে।

বাঁও হাতৰ খহি অহা তাবিজটো টানি টানি ঠিক ঠাইত থোৱাৰ চেষ্টা কৰি মিতাই ক'লে, “ক'ত কিখন দেখিছ বে।”

মজিদ আৰু বৈ থাকিব নোৱাৰিলে। সাপে ধৰা ভেঙৰ মাত উলিয়াই চিঞৰি দিলে—“ৰাঁতি পুঁ ৱাঁ ই লাঁ গি ছেঁ হিঁ।”

“পহু খেদা দিওঁ নেকি?” মহেনে গোৰগোৰালে।

“ৰ, ক'ৰ দলঙৰ তলত সোমায় চাওঁ শালাহঁতক। লাঙে লাঙে ধৰিব মেকদাই।”—মিতাই ক'লে।

গছজোপাৰ আঁৰ লৈ তিনিওটা বহি পৰে। চকু কিন্তু একে ঠাইতে।

মজিদৰ ধৈৰ্য নাই। জিভাৰ তলত আঙুলি সুমুৱাই সি দিলে হুহৰি মাৰি। লগে লগে সিঁহতৰ চাৰনি বন্দী কৰি ৰখা মানুহহালে ঘূৰি চালে। কুঁৱলীৰ মাজেদি ভালকৈ মনিব নোৱাৰি। তথাপি মজিদে চিনি পালে ছোৱালীজনীক। ঈশা! কিন্তু এওঁ আইদেউতো ইমান সোনকালে উঠা ছোৱালী নহয়। আকৌ ঘূৰি চালে। হয়।

কেনেবাকৈ চিনি পায় বুলি মজিদে মুখ লুকুৱালে। বাকী দুটাইও। সিঁহতৰ দৃষ্টিৰ লক্ষ্য ওচৰতে বৈ থকা গাড়ীত উঠি গুৱাহাটীৰ পুৱাৰ পোহৰত মিলি গ'ল।

কোনো কথা নোকোৱাকৈ তিনিওটা গা ধুবৰ কাৰণে পানীৰ ওচৰ পালেগৈ। সাধাৰণ শিক্ষিত সমাজে শ্ৰেণী বিভাগ কৰি দিয়া সিঁহতৰ 'তৃতীয়'শ্ৰেণী'ৰ জীৱনতো সমস্যা আছে। এনেকুৱা এটা সমস্যাই সিঁহতক দেখা দিছে মহেন আহি সিঁহতৰ লগ লগা দিনৰেপৰা। আজি তিনি মাহ হ'ল। মহেন অহাৰ আগতেও সিঁহতৰ সমস্যা আছিল অৱশ্যে। সেইবোৰ বহুত দিনৰ আগৰ কথা। তেতিয়া মিতা পঞ্চম শ্ৰেণীৰ ছাত্ৰ। বিধৱা মাকৰ একেটা ল'ৰা। মাকে বজাৰত শাক-পাচলি বেচে। বাপেকৰ দিনৰ অকণমান ভেটিত আছিল সিঁহতৰ ঘৰটো। কোনোবা এজন কংগ্ৰেছী মানুহে কিবা-কিবি কৰি সেই ভেটিটো ল'লে আৰু সিঁহতক তাৰপৰা খেদি দিলে। মাকৰ শৰীৰ সেই তেতিয়াই ভাগি পৰিল। তাৰ পাচতে সি এঘৰত চাকৰ খাটিবলৈ বাধ্য হ'ল। মজিদৰ বাপেকৰ মাটিতে সৰুকৈ জুপুৰি এটা সাজি তেতিয়াৰেপৰা আছে সিঁহত। সেই সূত্ৰেই মজিদৰ লগত চিনাকি। মজিদৰ বাপেকো আছিল সাধাৰণ কুকুৰাৰ বেপাৰী। খুব সস্তা হৈ থাকোঁতেই গুৱাহাটীত মাটি লৈছিল। মিতাহঁত সিঁহতৰ বাৰীত থাকিবলৈ লোৱাৰ পিচৰ বছৰতে মজিদৰ বাপেক ঢুকাইছিল। থাকিল মাত্ৰ মজিদ আৰু মজিদৰ ককায়েক। দুয়ো পঢ়া-শুনাৰ সুবিধা নাপালে। ককায়েক এতিয়া দৰ্জী, ঘৰতে, লাখটকীয়াত। মজিদৰ চেষ্টাতে মিতা মাৰোৱাৰীৰ দোকানত সোমায়, এতিয়া ট্ৰাকৰ ড্ৰাইভাৰ।

শিক্ষিত সমাজখনৰ মতে সিঁহত গুণ্ডা। ৰাস্তাত মানুহক জোকায়, চাহৰ দোকানত আড্ডা দিয়ে, মদ খায় আৰু শান্তিপ্ৰিয় মানুহৰ কাৰণে ৰাতিৰ গুৱাহাটীখন বিপদজনক কৰি তোলে। সিঁহতক নিৰ্মূল কৰিবৰ কাৰণে আইন আৰু সমাজ সদায় সাজু হৈ থাকে। সুবিধা পালেই হ'ল। কিন্তু 'নিৰ্মূল' সিঁহত নহয়। কাৰণ অভাৱৰ পথাৰত সিঁহতৰ নিচিনা বহুত মজিদ-মিতাৰ কাৰণে সমাজে সদায় কঠীয়া সিঁচি আছে।

মজিদহঁতৰ মতে মাৰ্জিত কাঁপোৰ-কানি আৰু শিক্ষা, সভ্যতা আদিৰে ছদ্মবেশ কৰি থকা 'অভদ্ৰ' ভদ্ৰলোকবিলাকক বহুত কুকৰ্মৰপৰা আঁতৰত ৰাখিবৰ কাৰণে সমাজত সিঁহতৰ নিচিনা ভদ্ৰলোকে ভয় কৰা 'গুণ্ডা'ৰ প্ৰয়োজন। নহ'লে ৰেভিন্দ' ষ্টেচনত অকলে পাই শিখাক লাৰটি ধৰা ভদ্ৰলোকজনক সিঁহতৰ বাহিৰে কোন সমাজ বা আইনে দাঁতৰ গুৰি লবাই দিব? ধনী ব্যৱসায়ীৰ হাতত ভদ্ৰভাৱে অসমীয়া ছোৱালী এৰি দি কাৰ্য সিদ্ধি কৰা ভদ্ৰলোকক কোনে একে ৰাতিয়েই গুৱাহাটী এৰিবলৈ বাধ্য কৰাব? ওখ শিক্ষাৰ সুবিধা লৈ বিভিন্ন ছোৱালী দেহ আৰু মন পৰীক্ষা কৰি ফুৰা অধ্যাপকক সিঁহতৰ বাহিৰে কোনে সাৱধান কৰি দিব? মুঠ কথাত গুৱাহাটীৰ নৈতিক চৰিত্ৰৰ বৰীয়া সিঁহত। অভিভাৱক।

মহেনক প্ৰথমে লগ পাইছিল মজিদেই, এখন চাহৰ দোকানত। এজন ডাঙৰ মানুহে পঢ়ুৱাৰ বুলি আনি তাক এবছৰ ৰাখিলে। ঘৰ তাৰ শিৱসাগৰত। পিচত তেওঁ বদলি হ'লত তাক গুৱাহাটীতে এৰি গুচি গ'ল। মজিদে তাক মিতাৰ ওচৰলৈ

আনিলে কাম দিব বুলি। তাৰ খোৱা-বোৱাৰ ব্যৱস্থা মিতাৰ লগতে হ'ল। এতিয়া সি হেণ্ডিমেনৰ কাম শিকিছে আৰু ট্ৰাকত মাল নিওঁতে উঠি গৈ, মাৰোৱাৰীৰ দোকানতো ইটো-সিটো কৰি মুঠতে ৫০৲ টকা পায়। তাৰে সি ৩০৲ টকা ভায়েকলৈ পঢ়া খৰচ পঠিয়ায়।

এদিন সিহঁত তিনিওটা উজান-বজাৰৰ পুল এটাত বহি আছিল। ল'ৰা এটাৰ লগত এজনী ছোৱালীক দেখি মজিদে হুইচ্‌লি মাৰি দিছিল। মিতাই সাপে খেং ধৰা মাত উলিয়াই কৈছিল—"ধৰঁ বাঁচিছোঁ বেঁ।" মহেনে একো কোৱা নাছিল। তাৰ পাচত বাতি সি কথাই কথাই কৈছিল—সেই ছোৱালীজনীক নোজোকাবি। আচৰিত হৈছিল মজিদ-মিতা। দুইটাই সুধিছিল—কিয়? কাৰণ, সেই ছোৱালীজনী আৰু তাইৰ পিচত ঘূৰা কেবাটাবো নাম গুৱাহাটীত জনাজাত। তেনেস্থলত মহেনৰ তাত আপত্তি কিয়? মহেনে কওঁ-নকওঁকৈ কৈছিল, সেই ছোৱালীজনী তাৰ বায়েক হয়—সহোদৰা। তাইৰ বাপেকে চৰকাৰী চাকৰি পোৱাৰ পাচত বংশৰ আন মানুহবোৰৰ লগত অহা-যোৱা নকৰা হ'ল—মানে, দুখীয়া বংশ-পৰিয়ালক চিনি নোপোৱা হ'ল। এদিন সে তেওঁলোকৰ ঘৰলৈ যাওঁতেও বৰ বেয়া ব্যৱহাৰ কৰিলে। কিন্তু, ছোৱালীজনীয়ে নহয় দেই, বাপেকে হে। তথাপি, নিজৰ বায়েক, সি সহ্য কৰিব নোৱাৰে।

মজিদ, মিতা শান্ত হ'ল। বন্ধুৰ বায়েক। কিমানেই বেয়া হওক। কিন্তু মজিদ ইমান আচৰিত হৈছিল যে ক'ব নোৱাৰাকৈয়ে তাৰ মুখৰপৰা ওলাইছিল—"কি? এই—এই—মানে—মানে কাকলি তোৰ বায়েৰ?"

মহেনে এইবাৰতে মূৰ দুপিয়াইছিল।

•

কিন্তু, মহেনৰ লগত চিনাকি হোৱাৰ এটাইতকৈ ডাঙৰ ঘটনা হ'ল—সি থকা বুলিয়েই এটা দুৰ্ঘটনাৰ যোগেদি তাৰ দূৰ সম্পৰ্কীয় ককায়েক অভয় কাইটিক সিহঁতক গাৰ্জেন হিচাপে পোৱা। সেইবোৰ বহুত কথা ...

গা ধুই উঠি তিনিওটাই মূৰত তিতা গামোচা বান্ধি বালিৰ ওপৰত লাহে লাহে খোজ কাঢ়িছে। সিহঁত বালিত লৰি যাব পাৰে। কিন্তু, কিবা এটা যেন চিন্তা কৰিছে তিনিওটাই। মজিদ বেছি সময় মনে মনে থাকিব নোৱাৰে। সি তললৈ মূৰকৈ বুজনিৰ সুৰত ক'লে, "বুইছ বে······কাকতিৰ জীয়েকৰ, মানে তোৰ বাইটিৰ, দোষ আছে-নাছে মই নাজানো। কিন্তু সদায় ব'তে-ত'তে তাই মাৰোৱাৰীৰ লগত ঘূৰি ফুৰা কথা শুনি শুনি মোৰ অসহ্য হৈছে। কিবা এটা কৰি তাইক জনাই দে। তাইৰ কাৰণে আমি আৰু কিমান সহ্য কৰিম।"—যেন গোটেই সমাজখনৰ বদনামবোৰ সিহঁতৰ মূৰৰ ওপৰত হে পৰিছে।

কিছু সময় মহেনৰ মুখত কথা নাই। তাৰ পাচত এটা কাহ মাৰি সি ক'লে, "তই ক'ব নালাগে। মজো একে কথাকে ভাবিছোঁ। মাৰোৱাৰীৰ গাড়ীত তাইক মই নিজে দেখিছোঁ। মিতাইও। লগতে নিজাজ বাপেকটোও আছিল গাড়ীত।"

"মোৰ ইচ্ছা হৈছিল, গাড়ী আগ ভেটি ৰাখি চোৰ বেপাৰীক ছুৱাৰবাম দিওঁ। লগতে বাপেকটোকো।—কিন্তু, তেতিয়া যে কথাটো ওলাই পৰিব গোটেইখনত। মহেনৰ মুখলৈ চাই হে থাকিলোঁ মই।"—কথা কওঁতে মিতাৰ সোঁহাতৰ হেণ্ডোল ঘুৰোৱা মুঠিটো টান হৈ গৈছিল। কিবা সমস্যা সমাধানৰ কাৰণে চিন্তা কৰি কথা পাতিলে, সিহঁতৰ কথাৰ ধৰণ ভক্ত হয়। বোধকৰোঁ এইটোৱেই সিহঁতৰ সঁচা ৰূপ।

"ক'ব নোৱাৰোঁ, কিন্তু ভাবি চাবি। আমাৰ কোনোবা এটা সেইদৰে এজনী ছোৱালীৰ লগত গাড়ীত যোৱা হ'লে বঙা-পাগুৰীয়ে গৰু খেদাদি খেদিলেহেঁতেন যে।"

"চাকৰি এৰি দিম যে। মাবোৱাৰীৰ তলত চাকৰি নকৰোঁ।"—মিতা বৈ গ'ল। মহেন আৰু মজিদো এখোজ আগুৱায়েই ৰ'বলৈ বাধ্য হ'ল।

মজিদে অন্যমনস্কভাৱেই প্ৰশ্ন কৰিলে—"আৰে, খাবি কেনেকৈ?"

## [ চাৰি ]

'খাব কেনেকৈ গোটেই ঘৰখনে?'—কলেজলৈ যাবলৈ কাপোৰ পিন্ধি পিন্ধি ভাবিলে কাকলিয়ে। চাউল-দাইল এপাল বহাই দিলে। ভাত হ'ল। কিন্তু তাইৰ খোৱাৰ ইচ্ছা নাই। মাহেকত ২৫ দিন তাই নোখোৱাকৈয়ে কলেজলৈ যায়। আজিও যাব।

'খাব কেনেকৈ গোটেই ঘৰখনে?' প্ৰশ্নটো তাইৰ বাৰে বাৰে মনত ঘূৰিবলৈ ধৰিলে। কাকলি আঁকৰী নহয়। বহুত যুক্তি গোটাই তাই পাইছে—প্ৰেমচাঁদ আগৰৱালাক অলপ ভদ্ৰ হ'বলৈ তাই সাৱধান কৰি দিলে, বা তাই অমাদৰ কৰিলে, আজি পিছি বুলি কোৱা এহেজাৰ টকাও সি তাইৰ বাপেকক নিদিয়ে আৰু বাপেকৰ চাকৰিও যাব। ধনী ডেকা দেবেনে নিজৰ জেপৰ পইচাৰে বজাৰ কৰি নিদিয়ে—যদি তাই তালৈ চাই নাহাঁহে। প্ৰফেচাৰ দাসে তাইক বিনা পইচায় ঘৰত নপঢ়ায় আৰু বাপেককো মাজে-সময়ে টকা ধাৰলৈ নিদিয়ে—যদি পঢ়াওঁতে তাইৰ আঁঠুত এঠা লগাদি লগা তেওঁৰ আঁঠুটো তাই লাগি থাকিবলৈ নিদিয়ে। তাই তাইৰ চাৰজনৰ কৃতজ্ঞতাখিনি নোহোৱা কৰিলে বহুত কলেজৰ ল'ৰাই তাইৰ বাপেকক লাগ বুলিয়েই ইটো-সিটো কৰি নিদিয়া হ'ব।...'তাইৰ অবিহনে খাব কেনেকৈ গোটেই ঘৰখনে?'

মাকেও মাজে মাজে এই কথা কয়। মাকে ক'লে তাই খঙেৰে কোৱাদি উত্তৰ দিয়ে—'মই কিবা মৰি গৈছোঁ নেকি?' বা—'মই তহঁতক খুৱাইছোঁ নে তহঁতৰ খাইছোঁ?' মাক মনে মনে থাকে। কোন ক'ত কিয় আছে, কাৰ বাবে আছে, মাকে জানে। জানে বুলি কিন্তু কেতিয়াও সজ্ঞানে বিশ্বাস কৰা নাই। ইচ্ছাকৃতভাৱে এটা সত্যক নজনাৰ ভাও ধৰি থকাটো কাকলিৰ মাক আৰু বাপেকৰ কাৰণে সাধাৰণ কথা হৈ পৰিছে। মাত্ৰ তেওঁলোকে লক্ষ্য ৰাখে যাতে মানুহৰ আগত হাতে হাতে ধৰা পৰিব পৰা একো পৰিণতি নহয়। এইবোৰ কথা মাক-বাপেকে জানিও নজনাৰ ভাও ধৰে বুলি কাকলিয়ে জানে। কিন্তু, জানে বুলি নিজকো কেতিয়াও ক'ব পৰা নাই। মাক-বাপেকৰ অসহায় অৱস্থা লক্ষ্য কৰি কাকলিৰ পুতৌ হয়। নিজৰ উদাৰতাৰ গৰ্বত, অসহায় মাক-বাপেকক সহায় কৰাৰ গৰ্বত, কাকলি আপোন-পাহৰা হয়। আৰু সেই মিছা গৰ্বই কাকলিক নিজৰ সুখ-ভৱিষ্যৎ, নিজৰ সন্মান-শুচিতাক অৱজ্ঞা কৰিবলৈ প্ৰেৰণা যোগাই আহিছে। এই মিছা গৰ্বৰ আতিশয্যতে কাকলিয়ে ভাবে—'ঘৰখনে তাইৰ অবিহনে খাব কেনেকৈ?'

বিচনাতে বহি পৰিল কাকলি। কালিৰ আবেলিৰ আপদীয়া সময়খিনিক তাই কোনোমতে ক্ষমা কৰিব পৰা নাই। তাই কি কৰা ভাল আছিল এতিয়াও নাজানে। কি হৈ গ'ল তাকো তাই এতিয়াও ভালকৈ ভাবিব নোৱাৰে। হয়তো কিবা ভুলেই হৈ গ'ল। বাপেক ওলাইছিল, এজনৰ এটুকুৰা মাটি নজাত লৈ দিবলৈ।

প্ৰেমচাঁদক। প্ৰেমচাঁদৰ অনুৰোধতে, বিশেষকৈ বাপেকৰ চকুৰ নিবেদন অগ্ৰাহ্য কৰিব নোৱাৰি, তায়ো ওলাইছিল—লগত তিনিটা সৰু সৰু ভায়েক-ভনীয়েকক লৈ। মাটিটুকুৰা সস্তাতে যোগাৰ হ'ল আৰু তাৰ কাৰণে প্ৰেমচাঁদে আজি দেউতাকক এহেজাৰ টকা দিব। কিন্তু, সেই এহেজাৰৰ বিনিময়ত তাইৰ জীৱনটোও বহুত সস্তা হৈ নগ'ল জানো?

ধুনীয়া ডাঙৰ গাড়ী প্ৰেমচাঁদৰ। সমুখৰ দুৱাৰ খুলি বাপেকক ড্ৰাইভাৰৰ ওচৰতে বহুৱালে প্ৰেমচাঁদে। আৰু পিচৰ চিটৰ দুৱাৰ খুলি তাইৰ ভায়েক-ভনীয়েকৰ তিনিটাক তুলি দি তাইকো উঠিবলৈ মাতিছিল। তাই উঠিছিল। শেষত প্ৰেমচাঁদো পিচৰ চিটতে উঠি দুৱাৰ বন্ধ কৰি দিছিল। মাটিৰ গৰাকী থাকে গুৱাহাটীৰপৰা ১৬ মাইল দূৰত। এই ১৬ মাইল বাট প্ৰেমচাঁদৰ ওচৰত বহি যোৱাৰ উদ্দেশ্য তাইৰ একেবাৰে নাছিল। সি অৱশ্যে একো কৰিব নোৱাৰে বুলিও তাই জানিছিল। কাৰণ, কাষতে তিনিটা ভায়েক-ভনীয়েক আৰু আগত বাপেক। তথাপি, ভয় লগাকৈ কামুক মানুহৰ গাত কিবা এটা ঘিণ লগা গোন্ধ থাকে। তাইৰ অসহ্য লাগিছিল। আগৰ চিটত থকা বাপেকৰ লগত প্ৰেমচাঁদে অনৰ্গল মাটিৰ কথাকে পাতি গৈছিল। কি কথা তাই মন কৰা নাছিল। গধূলি। আন্ধাৰ হওঁ হওঁ হৈছিল। হঠাতে এবাৰ তাইৰ কাণত পৰিছিল প্ৰেমচাঁদৰ কথা—'ঠিক আছে, এক হাজাৰ আপনাক দিম যদি আপ্‌নি বলাৰ মত ৩০ হাজাৰত ঠিক হয়।' কৈ কৈ প্ৰেমচাঁদে সোঁ হাত আগবঢ়াই দি বাপেকৰ লগত হাত মিলাইছিল। এ-হে-জা-ৰ। এহেজাৰ পাব বাপেকে? তাইৰ মুখত আনন্দই পোহৰ সানিছিল। মনে মনে ভগৱানক খাটিছিল, ৩০ হেজাৰতে যেন হৈ যায়। বাপেকৰ লগত হাত মিলাই আনি নিজৰ কৰঙনত থোৱা প্ৰেমচাঁদৰ হাতখনৰ কিলা-কুটিটো তাইৰ কঁকালত লগাতো তাই আঁতৰি দিয়া নাছিল।

ভায়েক-ভনীয়েককিটাই অসম্ভৱ উৎপাত কৰিছিল। বাৰে বাৰে বাহিৰলৈ মূৰ উলিয়াই দিয়ে। এবাৰ সৰু ভায়েকটোক কাণত ধৰি টানি আনিছিল তাই। সি ভেঁ-ভেঁকৈ কান্দি তাইৰ কোলাত মূৰ গুজি দিছিল। প্ৰেমচাঁদে 'কি হ'ল কি হ'ল' বুলি তাইৰ কোলাৰপৰা তাৰ মূৰটো দাঙি দিছিল। তাৰ হাতৰ গৰম পৰশ তাই কৰঙনত অনুভৱ কৰি জিকাৰ খাই উঠিছিল।

আকৌ তিনিওটা ভায়েক-ভনীয়েক খিৰিকীৰ ওচৰত—গাড়ীৰ খিৰিকী। সিহঁতক শাসন কৰাৰ কাৰণেই যোৱাদি তাই অকণমান প্ৰেমচাঁদৰপৰা আঁতৰি দিছিল। ভাবিছিল এহেজাৰ টকাৰ কথা। এবাৰ বাপেকৰ কি এটা কথাত ডাঙৰকৈ হাঁহি প্ৰেমচাঁদে পোনে পোনেই তলফালৰপৰা তাইৰ বুকুত হাত দি তাইকে সুধিছিল— 'শুনিছা—কি কৈছে তুমাৰ বাবা?' তাই জিকাৰ খাই উঠিছিল। চাইছিল বাপেকে দেখিছে নেকি। চাইছিল—ভায়েক-ভনীয়েককিটাই দেখিছে নেকি? বাপেকে নেদেখে। কিন্তু ভায়েক-ভনীয়েককিটাই চকু ঘূৰালেই দেখিব। এহেজাৰ টকাৰ সপোন এটা তাইৰ শৰীৰত পৰা হাত এখনৰ কাৰণে নষ্ট কৰিব নোৱাৰি,—খুব খৰকৈ ভাবি লৈছিল তাই। তাৰ পাচত খুব সাৱধানে ভায়েক-ভনীয়েকহঁতৰ ফালে চাদৰখন নিজৰ বুকুৰ আগত পৰ্দা বিয়াদি দি দিছিল। হয়তো লক্ষ্য কৰিছিল প্ৰেমচাঁদে।

তাৰ পাচত তাই নিজৰ বাঁওহাতেৰে তাৰ হাতখন একবাই আঁতৰাই দিছিল—খুব মনে মনে—নোকোৱা অনুৰোধেৰে।

মাটিৰ কথা। কেৱল মাটিৰ কথা। গুৱাহাটীত মাটিৰ দাম। শব্দবোৰ কাণলৈ গৈছিল তাইৰ। ভাবিছিল তাই—মাটিৰ দাম আছে—মাটিৰো দাম আছে, কেৱল দাম নাই তাইৰ দেহাটোৰ। খুব কম দামী দেহা। পইচাৰ অভাৱত পৰা তাঁহাতৰ নিচিনা ভদ্ৰলোক হৈ থাকিব খোজা সাধাৰণ পৰিয়ালৰ ছোৱালীৰ দেহাটোৰ দাম খুব কম। সেই দেহাত হাত দিবলৈ অলপো কুণ্ঠাবোধ কৰিব নালাগে। তাইৰ দেহাত, বুকুত, তাৰ হাত, অকণো কঁপা নাই। কোনোবাই দেখিব বুলি ভয়ো কৰা নাই। টকাৰ আঁৰ-বেৰ আছে। লাজ কৰাৰ দৰকাৰ নাই।

কোনোবা গাড়ীক 'পাছ' দিবলৈ, ক'ৰবাত বাটৰ বেঁকা মোৰত গাড়ী ঘূৰে। লগে লগে, নহ'প, তাতকৈও খৰকৈ প্ৰেমচাঁদৰ হাত তাইৰ দেহাৰ বিভিন্ন একা-বেঁকা, বিভিন্ন ওখ-চাপৰত ঘূৰি ফুৰিছিল। তাই কেবাবাৰো আঁতৰাই দিছিল। প্ৰতিবাৰেই বেছি জোৰেৰে, বেছি সাহসেৰে, বেছি মুকলি মনেৰে প্ৰেমচাঁদৰ হাতে তাইৰ দেহাৰ দখল লৈছিল। কি কৰিব তাই? আৰু কিমান দূৰ আছে সেই ঠাই পাবলৈ? কিয় আহিছিল তাই?

এটা ভৰি তাইৰ ভৰিত তুলি দিলে প্ৰেমচাঁদে। "উঃ, চাওঁ মই সিফালে দাঁতিলৈ যাওঁ।"—বুকুত প্ৰেমচাঁদে দিয়া চেপাটো সহ্য কৰিব নোৱাৰি তাই ক'লে।

বাপেকে ঘূৰি চালে—"কি হ'ল?" কি ক'ব তাই এতিয়া? কি হৈছে তাই কয় কেনেকৈ?

"নহয়, দাঁতিত বহোঁগৈ। ইহঁতে মূৰবোৰ বাহিৰলৈ উলিয়াই থাকে।"—তাই মনৰ সকলো বিৰক্তি চেপি ৰাখি ক'লে।

"কিছু নহয়। বাচ্চাই এনেকুৱা কৰেই। ইয়াতে বহা"—বুলি প্ৰায় সাৱটি ধৰি তাইক বহুৱাই দিছিল প্ৰেমচাঁদে। ইমান জোৰেৰে ধৰিছিল সি। খুব ভয় লাগিছিল তাইৰ বাপেকে দেখে বুলি।

কেতিয়া গন্তব্যস্থান পালেহি তাই ক'ব নোৱাৰে। গাড়ী ৰোৱাৰ লগে লগে সক ভায়েক-ভনীয়েককিটা নামি দৌৰা-দৌৰি কৰিবলৈ ধৰিলে। বাপেক আৰু প্ৰেমচাঁদ নামি কিবা কথা পাতিলে। তাৰ পাচত বাপেক এবৰ মানুহৰ ফালে আগুৱাই গ'ল। প্ৰেমচাঁদে ড্ৰাইভাৰক চিগাৰেট আনিবলৈ পঠিয়ালে। তাৰ পাচত অতি অলপ্যৰ দৰে, ওচৰতে থকা ভায়েক-ভনীয়েককিটাক আওকাণ কৰি সি তাইৰ ওপৰত জঁপিয়াই পৰি হেঁচা মাৰি ধৰিলে। এই হঠাৎ আক্ৰমণৰ কাৰণে তাই একেবাৰে অপ্ৰস্তুত আছিল। কাপোৰ-কানি সকলো অবিন্যস্ত হৈ গ'ল। তাই প্ৰায় ভাওৰকৈয়ে ক'লে, 'মই এতিয়া চিঞৰি দিম।'

খন্তেকতে চুৰাৰ অসভ্যালি কৰি, তাইক এৰি দি সি গাড়ীৰ বাহিৰ ওলাল আৰু গাড়ীৰ খিৰিকীয়েদি মূৰ সুমুৱাই কৈছিল, "বহুত খৰ্চা কৰিছোঁ তভাৰ কাৰণে। মাহে দুই চ টাকা তভাৰ বাবাৰ নামত তভাক দি আহিছোঁ।" আৰু এটা হাঁহি। তাই থৰ হৈছিল আৰু ভৱিষ্যৎ আক্ৰমণৰ হাত সাৰিবলৈ সক ভায়েক-ভনীয়েককিটাৰ লগত

বান্দাত খেলিবলৈ নৈছিল। তথাপি সি তাইৰ ওচৰে ওচৰে আছিল। আৰু, সুবিধা পালেই তাইৰ গাত হাত বা গা লগাই ফুৰিছিল। অতি আচৰিত কথা, তাইৰ লাহে লাহে সহ হৈ আহিছিল। কিন্তু, সহ হৈ আহিছিল জানো সঁচাকৈ? হয়, আহিছিল, পুৰণি বেমাৰৰ দৰে।

ঘূৰি আহোঁতে বহুত বুদ্ধি কৰি তাই বাপেকৰ ওচৰত বহিছিল—বাপেকৰ প্ৰতিবাদ উপেক্ষা কৰিও। এইবাৰ প্ৰেমচাঁদেও বেছি জোৰ কৰা নাছিল। মাটিটুকুৰা ৩০ হেজাৰতে ঠিক হৈছিল। আজি আবেলি লেখা-পঢ়া কৰি লোৱাৰ পিচতে বাপেকে এহেজাৰ টকা পাব। সকলো মানুহৰে দোষ আছে। প্ৰেমচাঁদৰো। কিন্তু গুণো আছে। কথা ৰাখে। কিন্তু, এই এহেজাৰো তাইকে দিয়া বুলি সি নাভাবে তো?··· ভাবিলেও ভাবক। বহুত সমস্যা শেষ হৈ যাব সিহঁতৰ। ইয়াৰ পাচত তাৰ লগত হলি-গলি বন্ধ কৰিবলৈ বাপেকক তাই পোনপটীয়াকৈ কৈ দিব। সকলো কথা ক'ব নোৱাৰিলেও ইংগিত দিব। এহেজাৰেৰে অন্ততঃ তিনি-চাৰি মাহ চলিব। তাৰ ভিতৰতে আন কিবা এটা যোগাৰ কৰি ল'ব পাৰিব। আৰু, বি. এ. পৰীক্ষা দি উঠিয়েই তায়ো চাকৰিত সোমাব।

কি যে অকৰ্মণ্য ককায়েককিটা হ'ল তাইৰ। এটা অলপ ভাল হোৱা হ'লেও সিহঁতৰ আজি এই অৱস্থা নহয়। সৰুবেপৰা দুইটাকে চাহাব কৰি তুলিলে বাপেকে। তাৰ পাচত হঠাৎ ফিজ্ দিব নোৱাৰা হৈ মিচনাৰি স্কুলৰপৰা নাম কাটি উলিয়াই দিলে। এতিয়া ঘৰত থকা ককায়েকটোও পঢ়িব পৰা হ'লেই ভাল হ'লহেঁতেন বুলি তাইৰ বিশ্বাস। তাই ছোৱালী বুলি যি কোনো বন্ধু-বান্ধৱে ইহাত-সিহাত কৰি ফিজটো দি থাকে। কিন্তু সিহঁতক দিব কোনে? ককায়েককিটালৈ তাইৰ বেয়া লাগে।

এটা দীঘল হুমুনিয়াহ কাঢ়ি কাকলি বহাৰপৰা উঠিল। ঈশাৰ লগত যাবলৈ তাইৰ ঘৰেদি ঘূৰি যাব নোৱাৰি এতিয়া। ক্লাচলৈ দেৰি হৈ যাব। তাই অকলৈ যাবলৈ হাতও কিতাপ-বহী ল'লে। অইন একো নাই। কিন্তু, বাটত সেই প্ৰশান্তটোক লগ পালে তাই বৰ দিগদাৰ পায়।

[ পাঁচ ]

ঘৰৰপৰা কলেজলৈ বেছি দূৰ নহয়। মাত্ৰ বিশ মিনিটৰ বাট। কিন্তু, বিশ মিনিটৰ বাট হ'লে কি হ'ব? পাণ-বজাৰৰ মাজেদি পূৰা দহ বজাৰ সময়ত অকলে গৈ কলেজ পোৱাটো কম কথা নহয়। কলেজৰ ল'ৰা আৰু আন ডেকা মানুহৰ চাৱনি ওৰে বাট জুৰি বেলিৰ পোহৰতো আন্ধাৰত টৰ্চ লাইটৰ দৰে জিলিকি থাকে। বৰ অস্বস্তি লাগে। তাত্তে সিহঁতৰ মন্তব্যবোৰ। কাণ-মূৰ গৰম হৈ যায়। সেই কাৰণেই ঈশা ৰৈ আছিল কাকলিৰ কাৰণে। দুজনী হ'লে কথা পাতি গৈ থাকিব পাৰি—অৰ্থপূৰ্ণ চাৱনি আৰু ইংগিত আওকাণ কৰি। সদায় তাকে কৰে। কিন্তু, আজি ইমান পলম কৰিছে কাকলিজনীয়ে। এনেতে চাৰিটা শালিকা দেখিলে তাই—ঘৰৰ আগ চোতালত। আৰু ৰ'ব নোৱাৰি। যাত্ৰা ভাল। কোনোবা মনে-বিচৰা মানুহক হঠাতে লগ পাব। কাকলিৰ কাৰণে পিচলৈ ঘূৰি চোৱাৰ ইচ্ছাটোক দমন কৰি তাই আগবাঢ়িল। পিচলৈ ঘূৰি চালে কিজানি শালিকা দেখাৰ সু-যাত্ৰাটো কু হৈ যায়।

পাণ-বজাৰৰ বাটটোৰ মাজতে গৰু কেইটামান শুই আছে। মটৰ, লৰী, ৰিক্সাবোৰে যাব নোৱাৰি বাটটো বন্ধ কৰিছে। তাই খন্তেক ৰ'ল। পাঞ্জাবী ড্ৰাইভাৰটোৱে কেনেকৈ চাইছে! সেই দোকানৰ বাৰাণ্ডাত পানী ঢালি হাতত বাল্টিটো লৈ থকা দীঘল খদ্দৰৰ পাঞ্জাবী পিন্ধা মানুহটো—সি যেন তাৰ চাৱনিটোৰ লগতে মানুহটোৱেই তাইৰ ফালে আগুৱাই আহিছে। ৰিক্সাত সেইটো কোন? ..... এখন দোকানৰ বাৰাণ্ডাইদি তাই কোনোমতে সেই গণ্ডগোলবোৰ এৰি কলেজৰ ফালে আগুৱালে। এই বাটটো অলপ বহল হ'ব লাগিছিল—নিজকে ক'লে। ইমান সৰু সৰু বাটেৰে গুৱাহাটীখন বাৰু কেনেকৈ 'চিটি' হ'ব? অ'—সেইটো ওখ ধুনীয়া ডেকা মানুহটো। কোনোবা বিদেশী ব্যৱসায়ী। বৰ ধুনীয়াকৈ কাপোৰ পিন্ধে। সম্ভ্ৰমেৰে চায়। তাই প্ৰায়ে দেখে। ভয়ো লাগে। সি কিবা অনুৰোধ কৰিলে তাই যেন প্ৰত্যাখ্যান কৰিব নোৱাৰিব। সেই কাৰণে ভয় লাগে।......সি দেখোন হঠাৎ সোমাই গ'ল সেই নৈৰ ফাললৈ যোৱা বাটটোৱেদি।......ভালেই হ'ল।...... কাপোৰবোৰ তাই আজি বৰ লৰালৰিকৈ পিন্ধিলে। মেখেলাখন কিবা লিপিত খাই লাগি ধৰিছে। চাদৰখনেও টানিছে। কিন্তু, বাটত কাপোৰ ভাল কৰাৰ উপায় নাই। বুকুৰ ওপৰত চাদৰখন এফলীয়া হৈছে। তাই ঠিক কৰি ল'লে।......

এইবাৰ হে ভালটোৱেই হ'ল। কিতাপৰ দোকানখনৰ আগত সোঁপাল ল'ৰা। কেনেকৈ বাট বন্ধ কৰি থিয় হৈ আছে। চাইকেলকিখনেৰে বাটটোত যেন জেওৰা হে দিছে। মনে মনে তাইৰ খং উঠিল কাকলিজনীলৈ। দুইজনী একেলগে সহজে পাৰ হৈ যাব পাৰিলেহেঁতেন। বাটটোৰ সিটো পাৰলৈ যাবলৈ তাই ঠিক কৰিলে। পাৰ হ'বলৈ দুখোজমান আগুৱাইছে হে। এনেতে পিচফালৰপৰা গাড়ী এখন আহি নিচেই ওচৰতে কাণ তাল মৰাকৈ হৰ্ণ বজাই দিলে। তাই উচপ্ খাই জাঁপ

মাৰি পাচলৈ আহিল। বুকুখন ধপধপাবলৈ ধৰিলে। নিজেই বভা পৰিছে বুলি তাই গম পালে। গাড়ীখনলৈ চালে। কোনোবা এটাই মুখ উলিয়াই পিচলৈ চাই হাঁহি গৈছে। নিশ্চয় ইচ্ছা কৰি তাইক ভয় খুৱাইছে। মনে মনে শাও দিলে—'মৰগৈইত'। চাৰিওফালে চাগৈ বহুত মানুহে তাইৰ ফালে চাই হাঁহিছে। বাটটোৰ সিদাতিলৈ যোৱাৰ চেষ্টা আৰু নকৰিলে তাই। এতিয়া কোনোমতে এই ল'ৰাগাল পাৰ হৈ যাব পাৰিলেই ৰক্ষা। কোনোমতে পাৰ হৈ গুচি যাব। সিহঁতে নিশ্চয় কিবা-কিবি তাই শুনাকৈ ক'ব। মুশুনিলেই হ'ল। তাই খোজ খৰকৈ পেলালে। কিতাপকিটাবে বুকুখনত হেঁচি ধৰিলে। দূৰৰপৰাই দেখিলে সেইটো ৰমেন। ৰমেনক তাই চিনি পাইছে যোৱা বছৰত হৈ যোৱা গুৱাহাটীৰ কংগ্ৰেছ অধিৱেশনৰপৰা। কংগ্ৰেছত স্বেচ্ছাসেৱিকা হৈছিল তাই। সিয়ো। সি দেখোন তাইৰ পাচ নেৰা হৈছিল। অতি অসভ্যৰ দৰে সি পিচে পিচে ঘূৰি ফুৰিছিল। মানুহৰ হেঁচা-ঠেলাৰ মাজত সি সদায় তাইৰ গাতে লাগি আছিল। উপায় নাপাই তাই নেতা এজনক সেই কথা জনাইছিলগৈ। নেতাজনে তাক কেম্পৰপৰা বাহিৰ কৰি দিছিল। তাৰ পাচত তাইক বহিবলৈ দিছিল। ইজনৰ পাচত সিজন মানুহ অহাৰ মাজৰ সময়খিনিত সেই নেতাজনে তাইক কাৰ ছোৱালী সুধিছিল। ক'ত পঢ়ে, কাম কৰি কেনে লাগিছে আদি কথাও সুধিছিল। তাই দেউতাকৰ নাম কোৱাৰ পাচত এবাৰ কেইমিনিটমান কেম্পটোৰ ভিতৰত কোনো মানুহ নাছিল। নেতাজন দেখোন বহাৰপৰা উঠি তাইৰ ওচৰলৈ আহি কৈছিল—"বকৰাৰ জীয়েক তই ?" তাৰ পাচত তাইৰ গালে-মুখে হাত ফুৰাই কৈছিল—"কিমান পানী-কেঁচুৱাতে দেখিছিলোঁ! কিমান যে উৎপাত কৰিছিলি কোলাত উঠি!……আও, হঠাতে ইমান ডাঙৰ হ'লি ?"—এইবুলি নেতাজনে তাইৰ বুকুত হাত দি অনুভৱ কৰিছিল তাই কিমান ডাঙৰ হ'ল। যেন দেহাৰ আন ঠাইত হাত দি বয়স ধৰিব নোৱাৰি বা চকুৰেও বুজিব নোৱাৰি। তাইৰ বৰ লাজ লাগিছিল। প্ৰায় জোৰ কৰিয়েই তাই কেম্পৰপৰা ওলাই আহিছিল। ছিঃ…… সেইটো ৰমেন। সি আজি এই সুবিধাতে তাই শুনাকৈ কিবা এটা মন্তব্য কৰিবই! ……চাওঁতে চাওঁতেই তাই সিহঁতক পিচ পেলাই আহিল। কি আচৰিত, কোনো এটাই এটা শব্দও নকৰিলে। সিহঁতে কথা পাতিয়েই থাকিল—কিবা হাংগেৰিৰ বিষয়ে। কোনেও তাইক লক্ষ্যই নকৰিলে। নেদেখিলে নেকি ?……সৰ্বনাশ, কিতাপকিটাবে বুকুত হেঁচি ধৰিছিল তাই। কিতাপৰ তলত ব্লাউজৰ বুতাম এটা কট্‌কৰে খুলি গ'ল।…খুব সহজভাৱে তাই কিতাপৰ তলেদি হাত ভৰাই বুতামটো লগাই ল'লে। কিতাপকিটা বুকুৰপৰা অলপ আঁতৰাই ল'লে। এই বুকুত কিতাপ হেঁচি ধৰা অভ্যাসটো এৰিব লাগিব। সিদিনা সেই ল'ৰাটোৰে কোৱা কথাটো তাইৰ মনত পৰিল। আন দুজনী ছোৱালীৰ স'তে তাই কলেজৰপৰা আহিছিল—কিতাপবোৰ বুকুত হেঁচি ধৰি। কেইটামান ল'ৰা থিয় হৈ আছিল ল'ৰাৰ কলেজৰ আগত। এটাই সিহঁতে শুনাকৈ কৈছিল—'অহা জনমত কিতাপ হৈ উপজিবেই; কলেজৰ কিতাপ—বোটানিৰ।' তাইৰ বুকুত লাগি থকা বোটানিৰ কিতাপখন কাবোবাৰ হাত যেন লাগিছিল।…ল'ৰাবোৰক অসভ্য বুলি পিচত কৈ সিহঁতে

পাবেমানে হাঁহিছিল। ল'বাবোৰ বাক কিয় ইমান ছোৱালী পগলা হয়?—সিহঁত ভাবিবলৈ বাধ্য হৈছিল।

ল'বাৰ কলেজটোৰ আগত আৰু এক সমস্যা। ইমানবোৰ ল'ৰা বাটত থাকিলে ক্লাচত কেইটা থাকে বাৰু? কত নতুন নতুন নাম দি চিঞৰে সিহঁতে। টেলিগ্ৰাফ অফিচৰ আগতে তাই নিজৰ এবাৰ চাই অলপ গহীন হৈ ল'লে। ল'ৰাৰ কলেজৰ ছোৱালী কেইজনীমান ওচৰেদি গ'ল। তাই চকু তুলি নাচালে। কিছুমান ধাঁকৰী ছোৱালীয়ে ল'ৰাৰ কলেজত নাম লগায়। কিন্তু, ল'ৰাৰ কলেজৰ ল'ৰাকিটাই দীঘলী পুখুৰী হেন চকুৰে সদায় ছোৱালী কলেজলৈ হে চাই থাকে। ধাঁকৰীহঁতে নাজানে বাবীৰ খাঁহে গোহালিৰ গৰুৰে বাহি নাহে। ঈশাহঁতৰ হোস্টেলত এই ল'ৰাবোৰক লৈ কত গল্প। ঈশাহঁতৰ হোস্টেলৰ দুমহলাৰপৰা ল'ৰাৰ হোস্টেল দেখি। তাত পুৰা কিছুমানে বাহিৰত বহি ডাড়ি খুৰায়—ব'দ ওলালে হে দেই। ডাড়ি খুৰাবলৈ আইনাখন এনেকৈ লয় যেন পুৰাৰ বেলি তাত পৰি তাৰ প্ৰতিবিম্বটো গৈ ছোৱালীৰ হোস্টেলৰ বাৰাণ্ডাত থিয় হৈ থকা কোনোবা ছোৱালীৰ মুখত পৰেগৈ। দুই হোস্টেলৰ মাজত থকা ইটাৰ দেৱালৰ দাঁতিয়েদি যোৱা নলাটোত উঁটি যোৱা চাবোনৰ ফেন চাই হিচাপ কৰে, কেইজনীয়ে গা ধুলে। তাৰ উপৰি হা-হুমুনিয়াহবোৰ ল'ৰাৰ হোস্টেলৰপৰা আহি ছোৱালীৰ হোস্টেলত হাঁহিৰ খোৰাক হয়হি। তাইৰ কেতিয়াবা হোস্টেলত থাকিবৰ হে মন যায়।

আৰে, ল'ৰাৰ কলেজ পাৰ হৈ তাই নিজৰ কলেজৰ ওচৰ পালেহি দেখোন। কোনেও একো নিচিঞৰিলে? বক্সা। এইবাৰ পুখুৰীৰ পাৰত থকা দুই-এটাৰ সশব্দ চাৱনিৰ বাহিৰে একো নাই। দীঘলী পুখুৰীৰ পাৰত, সিহঁতৰ কলেজৰ আগত, কোনেও বেছি সাহ নকৰে। কেইটামান ল'ৰা বৈ আছিল—কিন্তু, কলেজৰ ল'ৰা নহয় যেন লাগে কোনো অৰ্থপূৰ্ণ চাৱনি নাই সিহঁতৰ চকুত। কেৱল তাইৰ জোতাৰ খট্‌খট্ শব্দত সিহঁতে এবাৰ সাধাৰণভাৱে ঘূৰি চালে। কলেজৰ গেটখন খুলিয়েই তাই পোনে পোনে হোস্টেললৈ গ'ল। এটা কোঠাত সোমাই, সৰু বেগটোৰপৰা আৰ্চীখন উলিয়াই জবালৰিকৈ তাই মুখখন চালে, আজি তাই দেখিবলৈ কিমান বেয়া হৈ আহিছে পৰীক্ষা কৰি চালে। খুব মনে মনে নিজেও হুগুনাকৈ তাই ভাবিলে—আজি কোনেও তাইৰ ফালে ঘূৰি নাচালে কিয়?—ইমান আশা কৰি কলেজলৈ অহাৰ বহুত উৎসাহ নোহোৱা হ'ল। তাই বিচনাখনতে বহি পৰিল। মালতীৰ বিচনা। খুব নিকাকৈ ৰাখে। বৰ কোমল। ভাল লাগে তাইৰ।

বৰুৱা, মানে—জয়ন্ত বৰুৱাৰ জীয়েক ঈশা। ডাঙৰ জীয়েক। জয়ন্ত বৰুৱাই বিয়া কৰাইছিল প্ৰেমত পৰি। বহুতৰ মতে বাধ্যত পৰি। কাৰণ, বিয়াৰ সাত নে আঠ মাহৰ পিচতে ঈশাৰ জন্ম। জয়ন্ত বৰুৱা অভিজাত বংশৰ বংশধৰ; পঢ়া-শুনাতো চোকা আছিল। বহুত গণ্ডগোলৰ মাজেদি বিয়া হৈছিল যদিও অভিজাত বংশৰ গৌৰৱে সেই সকলো বদনাম তল পেলাই দিলে; আৰু ওখ চৰকাৰী চাকৰি পোৱাৰ পিচত মানুহে ক'বলৈ ধৰিলে—জয়ন্ত বৰুৱাৰ চৰিত্ৰ বৰ ভাল। জয়ন্ত বৰুৱাৰ চৰিত্ৰত এটা আচৰিত কথা চকুত পৰে। লগা-ভগা সমবয়সীয়া মানুহবোৰৰ ভেও ধাঁতৰত থাকে;

আনকি অৱস্থা যেয়া হৈ বিপদত পৰা তেওঁৰ খুবাক আৰু ভায়েকক। মুখেৰে উপদেশ দিবলৈ বোৱাৰ বাহিৰে আন সহায় কৰিব নোৱাৰে। বিভিন্ন দেশৰ বিভিন্ন বন্ধু তেওঁৰ এজন আছে। সকলোৱেই ভাওৰ মানুহ। কিন্তু, সেই সকলোবোৰ বন্ধুবৰ্গৰ খবৰ ল'লেও জনা যায়, তেওঁ সদায় নিজৰ এনেকুৱা এটা অসহায় অৱস্থাৰ সৃষ্টি কৰে যে তেওঁক ধনে-বস্তুৱে সহায় কৰিবলৈ বন্ধুসকল বাধ্য হয়; বন্ধুসকলক বকৰাই কেতিয়াও কিবা দি সহায় কৰিবলগীয়া হোৱা নাই। এবাৰ ভায়েক বিপদত পৰি টকা এশ বিচাৰি আহোঁতে তেওঁ কোনোমতে সহায় কৰিব নোৱাৰিলে, কাৰণ ভায়েক যোৱাৰ পাচতে তেওঁ মুছলমান বন্ধু এজনৰ বিয়াত উপহাৰ দিবলৈ কিবা 'চেট' এটা কিনোতেও ২৫০ টকাৰ ঠাইত ১০০ টকাই বাকী কৰিবলগীয়া হৈছিল। বকৰাক সকলোৱে চাহাব বোলে; কাৰণ, বকৰাৰ গাৰ বং সাধাৰণ অসমীয়া মানুহতকৈ অলপ বগা, কথা-বাৰ্ত্তাত সদায় ইংৰাজী কয়, ইংৰাজী সাজ-পাৰ। বকৰাই ভেটি নাথায় বুলি সদনাম আছে। কিন্তু, ভুক্তভোগী দুই-একে কয়, ভেটি বকৰাই নাথায় ঠিকেই, কিন্তু তেওঁ হাতৰ মুঠিত পোৱা ব্যৱসায়ীবৰ্গৰ পৰা ধাৰলৈ লয় লিখা-পঢ়া নোহোৱাকৈ, আৰু সেই টকা ঘূৰাই পোৱাৰ আশা কম। সেইবিলাকৰ মতে, বকৰাই ধাৰলৈও লয় কামো কৰি নিদিয়ে—অৰ্থাৎ ঠগে।

প্ৰেমত পৰি বিয়া কৰোৱাৰ কাৰণে বকৰাই দৈণীয়েকক চিৰকৃতজ্ঞ কৰি ৰাখিছে বুলি ভাবে। তেওঁৰ মতে, তেওঁৰ ৰূপ আৰু গুণৰ আগত বকৰানী তিষ্ঠিব নোৱাৰে। আজিলৈকে মুখেৰে ইংৰাজী শব্দ এটা মাতিব নোৱাৰে। ক্লাব আদিলৈ নিলেতো লাজ পাই মৰিব লাগে। দৈণীয়েকৰ মতে, অতি মধ্যযুগীয় মনোবৃত্তিৰে তিৰোতাক চাবুকেৰে কোবোৱা মতা মানুহ চাহাবী পোছাক পিন্ধিলেই ভদ্ৰলোক নহয়। ইমান মনোমালিন্যৰ মাজতো সাধাৰণতে বকৰাৰ ঘৰলৈ যোৱা মানুহৰ আগত দুয়োৰে মিল আছে যেনেই লাগে। বকৰাৰ এটা গৰ্ব আছে, নিজে বহুত জানে বুলি, নিজে খুব হাস্যৰসিক বুলি। কাৰণ, বকৰাৰ 'হয় হুজুৰ' বিধৰ বন্ধুদলে বকৰাই হিহকে কয় তাতে আচৰিত হৈ মত প্ৰকাশ কৰে—'আপোনাৰ তুলনাত আমি একোকে নাজানো।' আৰু, হাঁহি উঠা কথা কৈছোঁ বুলি কিবা এটা ক'লেই সকলোৱে বাগৰি হাঁহে। সেই বন্ধুদলৰ দুজনমানৰ মতে, পিঠিত হাত ফুৰালেই গাধীৰ দিয়া গাই গৰুক পিঠিত হাত ফুৰাই নিদিয়াটো মূৰ্খকামি। কৃষ্ণ কাকতিও বৰ্তমান সেই 'হয় হুজুৰ' দলৰে এজন বুলি বাহিৰে কয়। কিন্তু বকৰাই জানে, আৰু জানে কাকতিয়ে, যে 'হয় হুজুৰ' দলতকৈ কাকতি অলপ বেলেগ ধৰণৰ। শিলঙতো কাকতিয়ে বকৰাৰ তলতে চাকৰি কৰিছিল। সেই শিলঙতে তেওঁৰ কাকতিয়ে বকৰাৰ এটা দুৰ্বলতা গম পাইছিল: বকৰা চাহাব হ'লেও ভিতৰি ভিতৰি ভয়াতুৰ হিন্দু। বোধকৰোঁ নিজে কৰা বহুত পাপৰ প্ৰায়শ্চিত্ত কেতিয়াবা হ'ব পাৰে বুলি ভয়াতুৰ। আৰু, হয়তো বাহিৰত বৰ চাহাবৰ ভেম কৈ থকা বকৰাই নিজৰ ভিতৰৰ দুৰ্বলতাৰ কথা নিজে ভালকৈ জানে। সেই কাৰণে মাজে মাজে মৌৰৱণী চোৱাই, হাত দেখুৱাই গ্ৰহ পূজা আদি কৰি থাকে। এই দুৰ্বলতাৰ কথা গম পায়েই কাকতিয়ে বিভিন্ন দৈৱজ্ঞক বিভিন্ন বিষয়ত শ্ৰেষ্ঠ বুলি বকৰাৰ আগত হাজিৰ কৰাইছিল; আৰু, আপোন হৈ পৰিছিল। অনাচাৰী হিন্দুৰ দৈৱ অভিশাপৰ

প্ৰতি বিতৃষ্ণা আৰু ইংৰাজী শিকাই চাহাবী জীৱন যাপনৰ প্ৰতি জন্মোৱা লোভ, এক চৰকাৰী চাকৰিয়ে দিয়া 'মই বৰ' ভাব আৰু ভিতৰি ভিতৰি নিজৰ দুৰ্বলতাক ঢাকি ৰখাৰ অপচেষ্টা, ঘৈণীয়েকৰ প্ৰতি নীহ ব্যৱহাৰ আৰু বাহিৰা মানুহৰ আগত দাম্পত্য জীৱনত সুখী যেন দেখুৱাৰ অপচেষ্টা—এই সকলোবোৰ সংঘাতে ৰাজত্ব কৰা এখন ঘৰত সৰুৰেপৰা ডাঙৰ হৈছে ঈশা, কোনটো ভাল তাই নিজেও নাজানে। এইবোৰে তাইৰ মনটো গঢ়িছে বিতৃষ্ণাৰে, একোলৈকে 'কেয়াৰ' নকৰা ভাবেৰে। তাই জানে, সৰু মানুহৰ লগত মিলিব নাপায়। তাই বুজে, সিঁহত এক বেলেগ শ্ৰেণীৰ মানুহ।

সৰু মানুহৰ ভিতৰত একমাত্ৰ কাকলিৰ লগত তাইৰ বন্ধুত্ব। কাকলিক অৱশ্যে সৰু মানুহ বুলিব নোৱাৰি। তাইৰ দেহৰ গঠনত, গাৰ ৰঙত, কথা-বতৰাত, চাল-চলনত আৰু সকলোকে গোটাই তাইৰ ৰূপত এনে এটা বস্তু আছে, যিটোৱে তাইক ৰাজ-ৰাণীতকৈও আকৰ্ষণীয় কৰি তোলে। ঈশাৰ দৰেই কাকলিকো আধুনিকা কৰাৰ ইচ্ছা আছিল কাকতিৰ। কিন্তু, হঠাতে চাকৰি যোৱা আৰু লগে লগে হোৱা অৰ্থকষ্টই তেওঁৰ সপোন সফল হোৱাত বাধা দিলে। তথাপি তাৰ মাজেদি যিমান দূৰ পাৰে কৰিছে কাকতিয়ে। ঈশাহঁতৰ বাহিৰে আনৰ লগত বেছি হলি-গলি কৰিবলৈ কাকলিক নিদিয়ে। যি কোনো ডাঙৰ মানুহৰ ঘৰত যি কোনো পাৰ্টিতে প্ৰশংসাপূৰ্ণ দৃষ্টিৰে দেশৰ আৰু বাহিৰৰ থাঁটি অভিজাত পৰিয়ালৰ মানুহসকলে কাকলিলৈ চাই থকা দেখি, কাকলিৰ স'তে দুআষাৰ কথা পতাৰ সুবিধা লোৱা দেখি, তেওঁক কাকলিৰ বাপেক বুলি জানি 'proud father' বুলি চিনাকি হোৱাহি দেখি, তেওঁৰ বুকু ভাঠ হয়। ভাব হয়, তেওঁ যেন কোনোবা বিদেশত 'এম্বেচেডৰ' হৈ আছে। এজনী ধুনীয়া জীয়েক লগত লৈ ফুৰাৰ আভিজাত্য প্ৰায়বোৰ ৰাষ্ট্ৰ-নেতাৰে আছে। আমাৰ স্বৰ্গীয় নেহৰুৰো আছিল। সম পৰ্যায়তে নিজক বহুৱাই চায় কেতিয়াবা মিস্টাৰ কাকতিয়ে।

বন্ধুৰ বিচনাত দীঘল দিওঁতে আৰাম লাগিল ঈশাৰ। আৰামে তন্দ্ৰাৰ আৱেশ আনিলে। কেতিয়া পাতল টোপনি আহিল নাজানে ঈশাই। চিলমিলকৈ মনত পৰিছিল আজি তিনি দিনমান আগৰ এটা ৰাতিপুৱাৰ কথাবোৰ। অকলশৰীয়া শোৱনি কোঠা তাইৰ। নতুনকৈ ৰখা বাপেকৰ ড্ৰাইভাৰ মজিদে চাহ লৈ আহিছিল। বাপেকৰ মানে চৰকাৰী ড্ৰাইভাৰ। চৰকাৰী গাড়ী আৰু ড্ৰাইভাৰ পৰিয়ালৰ কামত লগোৱা দোষটো অকল বৰুৱাৰে নহয় কাৰণে এই বিষয়ে কেতিয়াবা বন্ধুমহলত কথা উঠিলে বৰুৱাই হাঁহিৰ ৰগৰ তুলি কয়—"অমুক মন্ত্ৰী আৰু তমুক সচিবৰ চৰকাৰী মটৰ 'ফেমিলি'ৰ কামত লগোৱাটো আগতে বন্ধ কৰা।"…প্ৰথমতে দুৱাৰত টুকুৰিয়াইছিল সি। আয়াজনী বুলি ভাবিয়েই তাই "come in" বুলি কৈছিল। আধা মেলা চকুৰে তাই দেখিছিল, ৰাতি পিন্ধা ঢিলা কাপোৰৰ অসাৱধানতা দেখি সি লোমায়েই থমকি ৰৈছিল। এটা ডেকা ল'ৰাৰ চকু-মুখত অভিজ্ঞতা বিচাৰি লুভীয়া হোৱা অনভিজ্ঞতাৰ লাজটো দেখি খুব আমোদ পাইছিল তাই। যত্নেৰে অসাৱধান হৈ শৰীৰটোৰ আধা দাঙি চাহৰ কাপটো তাৰ হাতৰপৰা 'থেংকিউ' বুলি লওঁতে তাইৰ মোচোৰাকৈয়ে তাই গম পাইছিল, তাৰ চাৱনিয়ে যিমানখিনি পাৰে তাইৰ দেহৰ ওখ-চাপৰত চকু বুলাই ল'লে। এই চাকৰ জাতীয় মানুহবোৰক লৈ বেছ খেলা কৰিব পাৰি। ইহঁতে সিবিহঁতক

তাৰত এইবোৰ বিষয়ত এখোজো আগবাঢ়িবলৈ সাহ নকৰে, সিহঁতৰ শৃংখলিত জয়াতুৰ কাৰবাই সিহঁতৰ চকু-মুখত কৰুণ আবেদন সানি দিয়ে।

'আচ্ছা......তোৰ নামটো কি?'

'মজিদ।'

'মজিদ, আয়া ক'ত?'

'আজি যেখোন অহা নাই। কালি ৰাতি ঘৰলৈ গৈছিল বোলে।'

'তই ৰাতি আছিলি নেকি আমাৰ ঘৰত?'

'ৰাতিপুৱা হে আহিছোঁ।'

'ছেঃ, বৰ দিগদাৰ কৰে এই। এতিয়া......'

'কিবা লাগিব নেকি আক?'

'অলপ ভৰিকিটা পিটিকি দিব পাৰিবি? কালি বেড্‌মিণ্টন খেলি আজি ভৰি লবাবকে পৰা নাই।'

মজিদ বৈ গৈছিল। সি বিশ্বাস কৰিব পৰা নাছিল। ঊশাও হঠাৎ স্তব্ধ হৈ গৈছিল। নতুন ডেকা ল'ৰা এটাক হঠাতে এই কথা কোৱা হৈ গ'ল বুলি তাই ভাবিব পৰা নাছিল। কিন্তু, হঠাৎ কিবা এটা কৰি দিয়াৰ এটা উন্মাদনা আছে। আৰু, হঠাৎ কেতিয়াবা গোটেই জগতৰ ডেকাবোৰক বুজাই দিবৰ মন যায়— চা, মই কিমান দেহভোগ্যা। কিন্তু, সম্ভৱ নহয়। বহুত ঠাইত বুজাবলৈ যাওঁতে নিজক বিসৰ্জন দি আহিবলগীয়া অৱস্থাত পৰাৰ ভয়ো আছে।. কিন্তু, এই চাকৰ-বাকৰ জাতীয় মানুহবোৰক পাৰি। ইহঁতে কাকো নকয়, নিজে অনুগৃহীত হোৱা বুলি ভাবে, আৰু যিমান দূৰ আগবাঢ়িবলৈ দিয়া হয়, তাতকৈ এখোজো আগবাঢ়িবলৈ সাহ নকৰে। মাকে দেখিলে অৱশ্যে গালি পাৰিব। কিন্তু মাক বিচনাৰপৰা উঠিবলৈ আৰু দুঘণ্টা সময় আছে।

লাহে লাহে ভৰিৰ সৰু গাঁঠিলৈকে মাত্ৰ পিটিকি দিছিল মজিদে। 'আৰু ওপৰলৈ', 'আৰু ওপৰলৈ' কৰি তাই তাইৰ আঁঠুৰ ওপৰতো অলপ পিটিকালে। তাতকৈ আৰু নোৱাৰি। এবাৰ কেৰাহিকৈ তাৰ মুখলৈ চাই ঊশাৰ পুতৌ হৈছিল। বেচেৰা ৰঙা-চঙা পৰি হাইৰাণ। 'আৰু নালাগে' বুলি কোৱাৰ পিচত এটা দীঘল হুমুনিয়াহ কাঢ়ি বেচেৰা গুচি গৈছিল। ভাল লাগে ভাবি, হয়তো মজিদে ৰাতি শোওঁতে তাইৰ কথা ভাবিব, তাইৰ কোমল ভৰি দুখনৰ কথা ভাবি গাঁৰুকে সাৱটি ধৰিব, উত্তেজনাত অতিষ্ঠ হ'ব, কিন্তু তাইৰ আগত সংযত সম্ৰমেৰে আহি হাজিৰ হ'ব।

আজি ৰাতিপুৱা কিন্তু সি আহোঁতে পলম কৰিলে। আন এদিন হোৱা হ'লে হয়তো তাই শুই শুই তাৰ কাৰণে অপেক্ষা কৰিলেহেঁতেন, আৰু সি অহাৰ লগে লগে তাই চকু ৰঙা কৰি তাৰ কৈফিয়ৎ তলব কৰিলেহেঁতেন। দেউতাকৰ কৰ্ণেল বন্ধুৰ পুতেক মিস্টাৰ সুকুমাৰ দত্ত, এটা বিলাতী কোম্পানিৰ টুৰিং ইন্সপেক্টৰ—হঠাৎ আহিলহি কালি সন্ধিয়া। লোভ লগা ঘৰমহা পায়। লোভ লগা ২৭ বছৰীয়া ডেকা। মৰম লগা মাত-কথা। আৰু, তাইৰ কাৰণে বিশেষভাৱে লোভ লগাকৈ তাইৰ ওপৰত নিৰ্ভৰশীল হোৱাৰ তাৰ বাসনা। তাই আজি তিনি বছৰৰ আগতে বাপেকৰ লগত

কলিকতালৈ যাওঁতে চিন্নাকি। তেতিয়াৰেপৰা চিঠি চলি আছে। ইয়াৰ মাজতে ৬ মাহৰ কিবা শিক্ষা ল'বলৈ গৈ সি আমেৰিকাৰপৰাও আহিলগৈ। তাইক কিন্তু পাহৰা নাই। চিঠিত অসংযত কথাও লিখিছিল সি। তায়ো। তাই ভাবিছিল, লগ পোৱাৰ লগে লগে সি সাৱটি ধৰিব। কেনেকৈ বাধা দিব তাই সাজু হৈ আছিল। বাটত ছুই ল'বাবোৰে তাইক 'ৰকেট চাৰনি'ৰ অধিষ্ঠাত্ৰী বুলি জোকায়। তাই হেনো হিচাপ কৰি এনেকুৱাকৈ চায় যে, যাৰ বুকুত যেনেকুৱাকৈ যিমান সময়ত যিমান জোৰেৰে লাগিব লাগে, ঠিক তেনেকৈয়ে লাগেগৈ। তাইৰ শুনি হাঁহি উঠে। কিন্তু, সুকুমাৰক তেনে এক উদ্দেশ্যেৰে চোৱা নাছিল বুলি তাই ক'ব নোৱাৰে। অসমীয়া ল'ৰাৰ ভিতৰত ঠিক তাইৰ জোৰৰ ল'ৰা এটা তাই বিচাৰি পোৱা নাছিল। প্ৰায়বোৰ ভাল ভাল বংশৰ লগতে তাইৰ অহা-যোৱা আছে ; ক'তো তেনেকুৱাকৈ নিজক দান দিব পৰা পাত্ৰ তাই পোৱা নাছিল। এই কথা খুলি ক'বলৈ তাইৰ লাজ নালাগে।

সুকুমাৰক ঈশাৰ বাপেক-মাকেও ভৱিষ্যতৰ জোঁৱাই বুলি গ্ৰহণ কৰিছিল। ইংৰাজী কায়দাত চলা সিহঁতৰ ঘৰত এইবোৰ কথা ভাত খোৱা টেবুলত মুকলিভাৱেই আলোচিত হয়। আনকি তাইৰ কেইটা সন্তান হ'ব, সিমানলৈকে তাই বাপেক-মাকৰ সৈতে আলোচনা কৰি থৈছে।

বাতিপুৱাই সুকুমাৰৰ লগত তাই ফুৰিবলৈ ওলাইছিল, নৈৰ পাৰত। কুঁৱলীৰ আৱৰণৰ সুবিধা লৈ খুব কাষ চাপি আহিছিল সি—কথা আৰু শৰীৰ দুয়ো বিষয়তে। কিন্তু, গুৱাহাটীত জানো শান্তি আছে। ক'ৰবাৰ অসভ্য কেইটামানৰ সুহুৰিৰ কোবত তাই পলাই হে ৰক্ষা পালে। এইবোৰ কাৰণতে শ্বিলংখন ভাল লাগে। তাত এইবোৰ সমস্যা নাই। আৰু, ডাঙৰ অফিচাৰৰ জীয়েক বুলি সকলো ঠাইতে তাত এটা সন্মানো আছে। কিন্তু, গুৱাহাটীৰ ল'ৰাবোৰৰ আগত ডাঙৰ-সৰুৰ বিচাৰ নাই।

আজি গধূলি সেই কাৰণে ফুৰিবলৈ যাব বনিহাটৰ ফালে। একেবাৰে অকলে ঠিক নালাগে। আৰু, নিজক একেবাৰে অকলে এটাৰ হাতত এৰি দিবলৈ সাহ থাকিলেও ভৱিষ্যৎ ভাবি ভয় লাগে। গতিকে কাকলিকে ল'ব লগত। সকলো কামতে তাই কাকলিক লগত লয় ; প্ৰথম কথা, কাকলি শ্বিলঙৰ বন্ধু। দ্বিতীয় কথা, আভিজাত্যত কাকলি তাইতকৈ তলত। সাজ-পাৰতো। গতিকে নিজতকৈ কিবা-কিবি গুণত কম থকা বন্ধু এজনী লগত থাকিলে নিজৰ চিকাৰ বন্ধুৰ চাতত পৰাৰ ভয় নাথাকে, আৰু চিত্ৰলেখাৰ দৰে উষাতকৈ বেছি আকৰ্ষণীয় হোৱাৰ ভয়ো নাথাকে।

হঠাতে ঈশাৰ টোপনি আৰু সপোন ভাগি গ'ল কাবোবাৰ কোমল পৰশত। চকু মেলি চায়—বিচনাৰ গৰাকিনী মালতী।

'তুমি হ'বপায় ক্লাচ কৰিবলৈ আহি শুই আছাহি ?'—খুঁওৰিত ধৰি মালতীয়ে ঈশাক সুধিলে।

ঘড়ী নোচোৱাকৈয়ে বুজিলে ঈশাই—আৰু ক্লাচ কৰাৰ সময় নাই।

'মই বুজিছোঁ। কলিকতীয়া প্ৰেমিকক লৈ গোটেই ৰাতি চাগৈ টোপনি খতি।'

'কাকলি আহিছে নে অ' ক্লাচলৈ ?'—এইবোৰ কথাৰ উত্তৰ নিদি ঈশাই সুধিলে।

'আহিছে। ইয়ালৈকে আহিব এতিয়া তাই। আমি এটাইকিজনী ওলাই যাম একেলগে'—অতি ধুনীয়াকৈ কথা কয় মালতীয়ে। মিচিকিয়া হাঁহিবোৰেই কথা হৈ ওলাই অহা যেন লাগে।

'তই অতি দুষ্ট মালতী। তোৰ মুখখন দেখিলেই বুজিব পাৰি। আৰু, গালৰ টোল দুটা......'

'তই আৰু ক'ব নালাগে ভাই। বহুতেই কৈছে। এতিয়া কোনো মতে ইয়াৰপৰা ওলাই যাব পাৰিলেই বাচোঁ।'—এটা গম্ভীৰ হোৱাৰ চেষ্টা কৰি মালতীয়ে আঁচলৰ আগেৰে নিজৰ মুখখন বিচি দিলে।

'কি হ'ল? কিবা পলোৱাৰ দিন-চিন ঠিক কৰিছ নেকি?'

'পলোৱাৰ? এই ভীৰু ল'ৰাবোৰৰ লগত? থুই। দূৰৰপৰা মুখৰ খজুৱতি মাৰিয়েই সিহঁতৰ কামনা পলায়। আজি কি কৰিছে জান?'—এইবুলি মালতীয়ে ৰাতিপুৱাৰ সকু ঘটনা এটা ক'লে। সিহঁতৰ দাঁতিতে ল'ৰাৰ হোস্টেলটো। মাজত এখন পকী বেৰ। কিন্তু দুমহলাত সেই বেৰে আঁৰ দিব নোৱাৰে। ল'ৰাবোৰৰ কেইটামানে ৰাতিপুৱা উঠিয়েই ভাঢ়ি খুৰাবলৈ বহিল। কিন্তু আৰ্চী এনেকুৱাকৈ ল'লে যে পুৱাৰ বেলি আচীত পৰি প্ৰতিবিম্বটো এটুকুৰা পোহৰ হৈ ছোৱালীৰ হোস্টেলত পৰিছিলহি। তাই অসাৱধানভাৱে বুকুখন খজুৱাই আছিল—খহি যোৱা আঁচলখনৰ প্ৰতি কোনো মনোযোগ নিদিয়াকৈ। হঠাৎ গাত বগা পোহৰ এটুকুৰা বগাই ফুৰা দেখি লৰালৰিকৈ চাদৰখন ঠিক কৰি লৈ তাই ল'ৰাৰ হোস্টেললৈ চালে। ইস্, কি আনন্দ সিহঁতৰ। জঁপিয়াই যেন পৃথিৱী ফালিব।

এনেকুৱা বহুত খবৰ দিয়ে মালতীয়ে প্ৰতিদিনে। প্ৰথমতে এইবোৰ শুনি শুনি ঈশাৰ হোস্টেলত থকাৰ ইচ্ছা প্ৰৱল হৈ উঠিছিল। আনকি বাপেকক কৈছিলও—হোস্টেলত নাথাকিলে পঢ়া-শুনা নহয় বুলি। এতিয়া কিন্তু সহ্য হৈ গৈছে। এনেয়ে হাঁহি দিলে ঈশাই।

'আৰে ঈশা, তই ইয়াত?'—প্ৰশ্নটোৰ সমান আচৰিত নোহোৱাকৈ সোমাই আহিল কাকলি। কাকলিৰ মাতত গিটাৰৰ কঁপনি আছে, ছোৱালীকে বলিয়া কৰে সেই মাতে। চকু দুটা যেন অন্ধকাৰ শোৱনি কোঠালৈ খুলি দিয়া দুখন দুৱাৰ। মখোঁতে মাথনৰ ওপৰৰ চামনি কঁপাৰ দৰে কাকলি গৈ থাকোঁতে তাইৰ সমগ্ৰ দেহৰ ওপৰত এটা মধুৰ কঁপনি থাকে সদায়। বুকুৰ ওচৰত আগলৈ হালি পৰা কাকলিৰ দেহটোৰ ভাৰসাম্য ৰক্ষা কৰিবলৈ তাইৰ কঁকালৰ তলছোৱাৰ মিহি উঠা-নমা চাই থাকিলে ঈশাৰ কামুৰি দিবৰ মন যায়—দুখ পোৱাকৈ। তাইৰ ভাঠ চুলিৰ ক'লা ঢৌবোৰে যি কোনো ডেকাৰ সংযমক হেলাৰঙে নি অৱশ কৰি বিচনাত পেলাই থ'ব পাৰে, তৃপ্তি—তৃপ্তিৰ অৱসাদেৰে।

কেই চেকেণ্ডমান মাত্ৰ; তাৰ ভিতৰতে কাকলিৰ বিষয়ে ইমানখিনি কথা ভাবিলে ঈশাই। লগে লগে সাউৎকৰে বিচনাৰপৰা নামি ভিজিত সাৰটি ধৰি লৈ গ'ল কাকলিক বাৰাণ্ডালৈ। মালতীৰ বহুত কিবা-কিবি ইংগিত আৰু বকৰকনি উপেক্ষা কৰিলে। তাৰ পাচত কাকলিক অকলৈ ক'লে—বন্তৰ লগত গধূলি বনিহাটৰ ফালে ফুৰিবলৈ

যাবলৈ প্ৰেম কৰাৰ কথা। আৰু ক'লে, লগত কাকলি যাবই-ই-ই-ই লাগিব। খুব ফুৰ্তি হ'ব। অৱশ্যে কাকলিৰ প্ৰেমিক এজনো লগত থকা হ'লে ভাল আছিল। কাৰোবাক ইচ্ছা কৰিলে কাকলিয়ে ল'ব পাৰে বুলি প্ৰস্তাৱ কৰিলে। কাকলিয়ে কোনো নাই বুলি উদাসভাৱে কওঁতে ঈশাই আদৰতে তাইক সাৱটি ধৰিলে। অতি আচৰিত কথা—ইমান দিনৰ বন্ধু দুইজনী, অথচ কাকলিৰ প্ৰেমৰ পাত্ৰৰ বিষয়ে কোনো খবৰ ঈশাই নাজানে। কেতিয়াও জানিবৰ যত্ন কৰা নাই। নিজক লৈয়ে ঈশা ইমান ব্যস্ত যে বন্ধুৰ খবৰ কৰাবো সময় নহয়। অদ্ভুত ধৰণৰ এই বন্ধুত্ব ঈশা আৰু কাকলিৰ। ঈশাৰ সহায় হিচাপে কাকলি সদায় থাকিব লাগে। কাকলিয়ে দৰকাৰত ঈশাক কেতিয়াও নাপায়—পোৱাৰ আশাও নকৰে। ঈশাই যেন কাকলিক আভিজাত্য দিয়াৰ দাম হিচাপে কাকলিয়ে ঈশাক সঙ্গ দিয়ে। হঠাৎ কথাবোৰ এনেয়ে মনত খেলালে কাকলিৰ—পাহৰি যাবলৈকে। পৃথিৱীত এটা মানুহৰ লগত মাথোন এইবোৰ কথা পাতিব পাৰি। আজি তেওঁক লগ পোৱা হ'লে! ভাবিয়েই ভাল লাগিল কাকলিৰ।

[ ছয় ]

ক্ৰমবৰ্ধমান গুৱাহাটীৰ বিশেষত্ব হ'ল পৰিকল্পনাৰ অভাৱ। দিনে-ৰাতিয়ে নতুন নতুন ঘৰ, ডাঙৰ ডাঙৰ অট্টালিকা উঠিছে গুৱাহাটীত। চৰকাৰী পৰিকল্পনাৰ যোগেদিও অপৰিকল্পিত নিৰ্মাণৰ সীমা-সংখ্যা নাই। ফলত কাৰোবাৰ বাক্‌জিঘৰ কাৰোবাৰ পায়খানাত লাগি কাচাৰীত বিচাৰকৰ মূৰ গৰম কৰিছে, একোজনে নতুন ঘৰলৈ যোৱা বাট-পথৰ অভাৱত আন কাৰোবাৰ বাৰীৰ ভিতৰেদি যাওঁতে দিনে-নিশাই কঁকালত মাধ-মাৰ পৰাৰ ভয়ত প্ৰমাদ গণিছে।

কোনো পৰিকল্পনাৰ অভাৱত প্ৰশান্তও এবাৰ বজাত ঘূৰি আহি উভৈনদী মেছ পালেহি। কাকলিৰ ঘৰৰ আগৰপৰা পলোৱাৰ পাচত সি ক'ৰবাত বহি চাহ খালে, ক'ৰবাত চিগাৰেট জ্বলাই থিয় হৈ থাকিল, ক'ৰবাত কোনোবা বন্ধুক বুজালে—জীৱনটো এটা বিৰম্বনা। তথাপি সময় নাযায়। মেছলৈকে ঘূৰি আহিল। এনেয়ে ঘূৰি আহিবৰ মন নাযায়। মেছটোৰ অৱস্থা সি জানে। কালি ৰাতি এটা এটা সিজোৱা আলুৰে ভাত খাইছে। পুৱাৰ সাজৰ কাৰণে চাউল নাই বুলি সি জানে। তাৰ হাতত অৱশ্যে দহোটা টকা আছে; কিন্তু সেই টকা সি খৰচ কৰিব নোৱাৰে। ক'ৰবাত হঠাতে কাকলিক লগ পাব পাৰে। চাহে-তাহে দহ টকাৰ কমে নহয়। সেই কাৰণে সি হেজাৰ অসুবিধাত পৰিলেও জেপত সদায় দহ টকা ৰাখে।

এবিধ ল'ৰাৰ এটা অবিকল নকল প্ৰশান্ত। সিহঁতে নিজক খুব ধুনীয়া বুলি ভাবে, সকলো ছোৱালীয়েই সিহঁতলৈ অৰ্থপূৰ্ণ চাৱনিৰে চোৱা যেন পায়, ছোৱালীৰ লগত কথা পাতোঁতে ৰঙা পৰিব খুজি সেমেনা-সেমেনি কৰে, ল'ৰাৰ লগত ফুৰোঁতে সিহঁতক ছোৱালী যেন লাগে, নিজৰ বিফলতা-দুৰ্বলতা-দুৰ্ভোগৰ কাৰণে আনক দায়ী কৰে, কুমজেলেকুৱাৰ স্বাভাৱিক পিছল বসৰ দৰে সিহঁত সদায় প্ৰেমৰ ৰসত লেটি-পেটি খাই থাকে—খিণ লগাকৈ। প্ৰশান্তক মেছত কোনেও ভাল নাপায়।

এই মেছটোৰ নাম আগেয়ে 'শান্তি' আছিল। কোনোবা এজনে কোনোবা 'শান্তি'ৰ প্ৰেমত পৰি মেছটোৰ নাম ৰাখিছিল 'শান্তি'। এতিয়া সেই 'শান্তি' ক'ৰবাত ল'ৰা-ছোৱালীৰ মাক আৰু শান্তিৰ প্ৰেমিকজন শিলঙত কেৰাণী। আজি তিনি মাহৰ আগতে অভয় আহি এই মেছত উপস্থিত—আগতে তিলকক খবৰ দি থোৱা মতে। সি আহিয়েই মেছটোৰ নাম 'উভৈনদী' দিলেহি। বৰ্তমান অৱস্থাত অসমৰ চাৰিওফালে উভৈনদী অৱস্থা বুলি চৰকাৰী প্ৰচাৰ-বিভাগে ক'ব পাৰে যদি এই মেছটোৰ নামো 'উভৈনদী' হ'ব পাৰে।

ঘৰটোত এটা ডাঙৰ কোঠা—ওপৰ মহলত। ওপৰ মহল মানে ওখ মানুহে তল মহলত থিয় হৈ চুকি পাৰলৈ হাত মেলিব নালাগে। ভাত্তে চাৰিখন বিচনা। মেৰবোৰ দিশা নাই। চাৰিখন বিচনাৰ এখনত শোৱে প্ৰশান্ত। দ্বিতীয় খাব চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। ঘৰৰপৰা অহা পইচাকিটা ছোৱালীৰ মনোৰঞ্জনৰ কাৰণে খৰচ কৰি

মেছত পইচা দিব নোৱাৰা হয়। সিয়েই মেছটোৰ এটাইতকৈ পুৰণি বাসিন্দা। গতিকে উলিয়াই দিয়া টান।

তিলকৰ ঘৰ তেজপুৰত। পইচাৰ অভাৱতে বি. এ. নিদিয়াকৈ কলেজ এৰিলে। এতিয়া এখন বাতৰি-কাকতৰ চাব-এডিটৰ। কোনোমতে ভাত খোৱা পইচাকিটা উলিয়ায়। প্ৰেম-ট্ৰেম চিনি নাপায়।

ৰবিন সঙ্গীতজ্ঞ। ৰেডিঅ'ত গান গায়। অভয়ৰ কিছুদিনৰ সহপাঠী। দুটা গানৰ টিউচনি কৰে। মেছৰ খৰচ ওলায়। বাদ বাকীৰে ম'-চেণ্ট কিনে আৰু চাহৰ দোকানত বহি অসমীয়া সঙ্গীতৰ দুৰৱস্থাৰ বিষয়ে আলোচনা কৰে। এইবোৰৰ বাহিৰেও বিভিন্ন ব্যৱসায়িক বিভিন্ন বৰ বৰ বিষয়াৰপৰা পাৰ্মিট উলিয়াই দি সি কেতিয়াবা বহুত টকা পায়। বহুতে কয়, দৰকাৰ হ'লে সি ছোৱালীও যোগাৰ কৰি দিব পাৰে।

অজয় তিলকৰ বন্ধু। সেই সূত্ৰেই দুমাহৰ আগতে আহি এই মেছত আছেহি। সি শিলঙত সাংবাদিক আছিল। উপাৰ্জনো ভালেই আছিল। ওখ-খাপৰ সমাজত ঠাই পাইছিল। কিন্তু তাৰ মূৰত পোক আছে বুলি বন্ধু-বান্ধৱে কয়। সদায় মিছা কথা কৈ, সদায় বিভিন্ন ভাওত অভিনয় কৰি কৰি তাৰ হেনো অসহ্য হ'ল। চাকৰি এৰি শিলঙৰপৰা গুৱাহাটীলৈ গুচি আহিল সি। তাৰ বিচনাখন সুমুৱাবলৈ কোনোমতে হে ঠাই হৈছে। আহিয়েই প্ৰায় ডেৰমাহ অভয়ৰ পইচাৰেই মেছত দিনে-নিশাই ভোজ-ভাত চলিল। সেই কাৰণেই নতুন কোনোবা এইটো মেছলৈ অহাটোক মেছৰ স্থায়ী বাসিন্দা দুই-এজনে বিচাৰে। তিলকে কিন্তু অভয়ক সাৱধান কৰি দি আছিল। আজি প্ৰায় ১৫ দিনমান অভয় কপৰ্দকশূন্য। তিলকে গালি পাৰিছে। অভয়ে কয়, 'এতিয়া হে ভাল লাগিছে। একেবাৰে পইচা নাথাকিলে মনটো ভাল লাগে। টকাৰ কাৰণে লগ লোৱা বন্ধুবোৰ আঁতৰি পৰে, ক্ষমতাৰ কাৰণে লগ লোৱা মানুহবোৰে চিনি নোপোৱা হয়, নিজক খুব মুক্ত যেন লাগিছে। এটা যেন নতুন জীৱন পাইছোঁ।' ইতিমধ্যে আচৰিত ধৰণৰ সৰু সৰু উপাৰ্জনৰ ব্যৱস্থা দুই-এটা অভয়ে উলিয়াই লৈছে। টকাৰ কুবেৰ যেনে বৰাৰ সাহিত্যিক বা কবি হোৱাৰ চখ। বাৰেকুৰি শব্দ একেলগ কৰি অভয়ক দি কয়, 'কবিতাটো কেনে হৈছে চাওকচোন'। অভয়ে সেই শব্দবোৰৰে দুই-চাৰিটা ৰাখি কোনোমতে নতুনকৈ কবিতা এটা লিখি দিয়ে। সেইদৰে গল্পও। বৰাই কয়, 'আপোনাৰো টকাৰ অভাৱ, মই আপোনাক প্ৰতিটো কবিতা "চাই" দিয়াৰ কাৰণে পাঁচ টকাকৈ আৰু প্ৰতিটো গল্প "চাই" দিয়াৰ কাৰণে পোন্ধৰ টকাকৈ দিম।' দিয়েও। অভয়েও লয়। সেইবোৰ কাগজে-পত্ৰে ছপা হোৱা চাই সি হাঁহে—বৰাৰ লিখা বুলিয়েই ছপা হয়। এইবোৰ দেখি তিলক আদি কেইটামান সহৃদয় বন্ধুৱে তাক উপদেশ দি কয়, 'তোৰ লেখাবোৰ ভাল। অসমীয়া সাহিত্যত নাম কৰিব পাৰিবি। এনেকৈ নষ্ট কৰিছ কিয়?' অভয়ে হাঁহি হাঁহি সহজ উত্তৰ দিয়ে, 'তহঁতৰ যি সাহিত্যত লক্ষীচৰিত্ৰ নকল কৰিও নাম কৰিব পাৰি, যি ভাষাৰ বানান কেনেকুৱা হোৱা উচিত বেপাৰী প্ৰকাশকে ঠিক কৰে, যি ভাষাৰ কিতাপৰ সমালোচক হৈছে কিতাপৰ দোকানৰ চেল্চ্‌মেন, সেই

তাৰাত নাম কৰি কি হ'ব? তাতকৈ যি কোনো নামত বেচিব পাৰিলে দুপইচা আহে। মই সাংবাদিক; লেখিয়েই বিক্ৰী কৰাত হে মোৰ বিশ্বাস।' আৰু আন আন উপায় কৰিছে সি। কোনোবা কোনোবা নেতৃস্থানীয় লোকক বক্তৃতা আৰু ৰেডিঅ' কথিকা লিখি দিও টকা পায়। বহুত সুসাহিত্যিকৰ নামত পাঠ্যপুথিত প্ৰবন্ধ লিখি দিয়াৰ টকাটোও কম নহয়। এই সকলোবোৰ কামত সি অদ্ভুত তৃপ্তি পায়;—কামটোৰ কাৰণে নহয়, এবিধ নতুন ধৰণৰ মানুহৰ বাহিৰ-ভিতৰ চিনি পোৱাৰ সুবিধা হোৱাৰ কাৰণে হে। বাতৰি-কাকতৰ কাম এৰিলেও তাৰ অনুসন্ধিৎসু মনটোৱে এতিয়াও খবৰ বিচাৰি ভাল পায়।

এটা খুব ভাল কথা হৈছে আজিকালি। খিলঞ্জৰ ডাঙৰ ডাঙৰ বিষয়াবিলাকে আজিকালি বাটত দেখিলে তাক চিনি নোপোৱাৰ ভাও ধৰে। বৰ ভাল হৈছিল মিস্টাৰ বৰুৱাৰ ঘৰত হে। এদিন সি গৈছিল। সি এতিয়াও ৰিপোৰ্টাৰ বুলি ভাবি তাক বহুত খবৰ দি গৈছিল। শেষত সি ক'লে চাকৰি এবাৰ কথা। বৰুৱা একেবাৰে মৰহি গৈছিল। ইতিমধ্যে ঈশা দেৱী আহি অনুৰোধ কৰিছিল অসমীয়া চাব্‌জেক্টটো শিকাই দিবলৈ। তাৰ পিচৰপৰাই সি অসমীয়া ভালকৈ নজনা (বা জানিও নজনাৰ ভাও ধৰি নিজৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিব খোজা) ঈশা দেৱীক সপ্তাহত দুদিন অসমীয়া পঢ়ুৱায় আৰু গুৱাহাটীৰ অভিজাত সমাজখনৰ খবৰ ঈশাৰ যোগেদি লয়। পঢ়োৱাৰ কাৰণে টকা-পইচা একো ঠিক হোৱা নাই। মাহৰ শেষত সি নিজে ক'ব বুলি ঠিক কৰি থৈছে। এইজাত মানুহক অনুগ্ৰহ দেখুৱালে সিহঁতৰ প্ৰাপ্য বুলি দাবী কৰি বহে। গতিকে বিনা পইচাই পঢ়োৱাৰ আগ্ৰহ তাৰ নাই।

অভয়ে মজিদহঁতক লগ পাইছে। মিতাৰ ঘৰটো মেছটোৰ ওচৰতে। অভয় অহাৰ কেদিনমানৰ পাচতে সিহঁতৰ সৈতে চিনাকি হৈছিল ওচৰৰে চাহৰ দোকান এখনত। কথাই কথাই চিনাকি হোৱাৰ পিচত কিবা বিতৃষ্ণাৰেই মজিদে কৈছিল— 'আমি আপোনালোকৰ দৰে ভদ্ৰলোক নহয়। আমি সাধাৰণ মানুহ। মটৰ ড্ৰাইভাৰ। দিনত বাটত দেখিলে আপোনাৰ মাতিবলৈকে লাজ লাগিব। এতিয়া নতুনে নতুনে হয়তো লাজ লগা নাই।' অভয়ে উত্তৰত কৈছিল, 'মন্নো তোমালোকৰ দৰেই। দেখাত ভদ্ৰলোক হৈ আছোঁ, কিন্তু কাপোৰ-কানিকিটাৰ বাহিৰে ভদ্ৰলোকৰ উপযোগী টকা বা চাকৰি নাই।' এয়ে কথাৰ সূত্ৰপাত। তাৰ পাচত কোনোবা এটা পুলত বহি সিহঁতে কাৰোবাক এদিন ডিঙি চেপি চিঞৰোঁতে অভয়েও দূৰৰপৰা যোগ দিছিল। এই দৰেই কিছুদিন গ'ল। যোৱা মাহত ক'ৰবাত এটা দুৰ্ঘটনা কৰি মজিদে মাৰ খাব খোজোঁতে অভয় তাত উপস্থিত হয় আৰু লগত মহেনক দেখি মাতে। মজিদে অৱশ্যে মাৰ নাখালে; কিন্তু মহেনৰ যোগেদি অভয় সিহঁতৰ 'ককাইটি' হৈ পৰিল। অভয় মহেনৰ দূৰ সম্পৰ্কীয় ককায়েক। লাহে লাহে অভয়ৰ মিতাৰ মাকৰ লগত চিনাকি আৰু মিতাহঁতৰ লগটো খুব মিল হয়। মিতাহঁতে তাক সিহঁতৰ দলৰ নেতা বুলি ভাবে। অভয়ৰ চকুচৰহা বন্ধুৰ দলে ভাবে, অভয়ে কিবা এটা ঘটনা কৰিবলৈ গুণ্ডাদলৰ লগ লৈছে। মিতাহঁতৰ লগত অভয় একেবাৰে প্ৰাণ খোলা হৈ পৰে। সিহঁতক উপদেশ দিয়ে, সিহঁতক উৎসাহ দিয়ে আৰু কন্‌—

'সমাজত ভদ্র আৰু সভ্য হৈ থকাবিলাকৰ লগত বহুত দিন থাকিলোঁ। এতিয়া তইঁতৰ মাজত নিজক বিচাৰি পাইছোঁ।' আৰু কয়, 'সমাজে বাদ দি থোৱা অসভ্য, গুণ্ডা, বেয়া মানুহবোৰ গোটালে সংখ্যাত ভদ্র, সুসভ্য লোকতকৈ বেছি হ'ব, আৰু আচৰিত কথা যে এই অসভ্য, গুণ্ডাবোৰেই সদায় দেশৰ আৰু মানৱ জাতিৰ ভৱিষ্যৎ নির্ণয় কৰে।' মিতাইঁতে বুকুত বল পায়।

কাকলিইঁতৰ ঘৰলৈও যায় অভয়। কিন্তু কাকতিয়ে অভয়ক বৰ ভাল নাপায়। অভয়ৰ লগত কাকলিইঁতৰ দূৰ সম্পৰ্কীয় সম্বন্ধও আছে। শিলঙত অভয় থাকোঁতে কাকতি কেবাবাৰো কিবা-কিবিৰ পার্টিত আনিবলৈ বাওঁতে অভয়ক বিচাৰি বিচাৰি উলিয়াই লগ ধৰিছিল। কিন্তু এতিয়াৰ কথা বেলেগ। প্ৰথম কথা, অভয়ে কাকতিৰ বহুত কাম বেয়া হৈছে বুলি মুখৰ ওপৰতে কৈ দিয়ে। কাকতিৰ বিশ্বাস সি ভিতৰি ভিতৰি কমিউনিস্ট হৈ গৈছে। কাৰণ, তাৰ লগত কথা পতাৰ পিচত কাকলিৰ কথাবোৰো কিবা আচৰিত ধৰণৰ হয়। দ্বিতীয় কথা, চাকৰি-বাকৰি নোহোৱা ডেকা ল'ৰাবোৰক কাকতিয়ে সহ্য কৰিব নোৱাৰে। আৰু, সম্বন্ধ আছে হয়, সেইবুলি অভয়ৰ নিচিনা দুৰন্ত ল'ৰাৰ হাতত বিশ্বাস কৰি কাকলিক এৰি দিলে বিপদ আছে। অভয়ে কাকতিৰ মনৰ ভাব সকলো বুজে। সেই কাৰণে কেতিয়াবা হাঁহি হাঁহি কয়, 'পেহাদেউ, আপুনি যদি মোক কয়, তেন্তে মই আপোনাৰ মনটোৰ ছবি এখন আঁকি দিব পাৰোঁ।' কাকতিয়ে শুশুনাৰ ভাও ধৰে। কাকলিয়ে কিন্তু অভয়ৰ লগত কথা পাতি ভাল পায়। দেখাত অভয় খুব সবল-সুঠাম পুৰুষ নহয়। কিন্তু তাৰ কথাবোৰ শুনি মনত হয়, সি যেন বহুতক পৰিত্ৰাণৰ মন্ত্ৰ দিব পাৰে।

প্ৰশান্ত সোমাই অহা অভয়ে শুনিলে। চেণ্ডেল চোঁচোৰাই অহা তাৰ খোজটোতে সি বুলি বুজিব পাৰে, নোচোৱাকৈয়ে। লগতে বতাহবোৰো অলপ ভাল ভাল গোন্ধাই আহে। মুধচত ওলোৱা ফুটা এটালৈ অভয়ে একেথৰে চাই আছিল। যেন সেই ফুটাইদি চাই বুজিব খুজিছিল—আকাশখন কিমান বহল।

প্ৰশান্ত আহিয়েই সাৱধানে পাঞ্জাবী-পায়জামা খুলি জাপি থ'লে। তাৰ পাচত 'ভগৱান' বুলি বিচনাখনৰ ওপৰত বাগৰি দিলে। মাটি নিলিপা বেৰৰ বতাহ লগা ইকৰা পাখিয়ে সুহুৰিয়াই দিলে। সি আন একো কাম নাপাই তালৈকে ঘূৰি চালে। কাৰোবাক ক'বৰ মন গৈছে কথাবোৰ। কিন্তু কাক ক'ব? অভয়দাক ক'ব নোৱাৰি। এনেকুৱা এটা ডেকাহি মৰাৰ দৰে কঠুৱা উত্তৰ দিব যে মনটো দিনটোলৈ বেয়া লাগি থাকিব। এই অভয়দাটোৰ মুখখন সক-সুৰা মানুহৰ লগত থাকি থাকি একেবাৰে লেতেৰা হৈ পৰিছে। নাই, আজি আৰু ক্লাচ কৰাৰ ইচ্ছা নাই। ফটা পায়জামাটো চিলাব লাগিব। আজি দুপৰীয়া খোৱাৰ বা কি যোগাৰ হৈছে!

তিলক সোমাই আহিল ঘামি-জামি। অভয়ে সুধিলে—"ক'বপৰা আহিলি?"

"বজাৰলৈকে গৈছিলোঁ অ'।"—অভয়ৰ ওচৰতে বহিল সি। কিবা ভৱাৰ নিচিনা কৰিলে। তাৰ পাচত প্ৰশান্তক উদ্দেশ্য কৰি ক'লে,

"প্ৰেমিকপ্ৰবৰ, আপোনাৰ ছাতিটো বেচি দিয়া হ'ল। নহ'লে দুপৰীয়াৰ সাজ খাবলৈ নহয়। আৰু, মেছৰ টকা কেইটাৰাম দিয়াৰ ব্যৱস্থা কৰক।"

প্ৰশান্তই কোনো উত্তৰ নিদিলে। সি ২২ টকাত এটা চিৰুৰ কাপোৰ দিয়া ছাতি কিনিছিল—বৰ চখ্ কৰি। যাওক। বিপদত পৰিলে সকলোৱে একো কোৰ মাৰিবলৈ বিচাৰে। কিন্তু, সি নো কি বিপদত পৰিছে ভাবি উলিয়াব নোৱাৰিলে।

হাতত গামোচাখন লৈ তিলক গা ধুবলৈ গ'ল। এনেয়ে মেছটোত হাঁহি-খিকিন্দালি-কথা-বাৰ্তাৰ ওৰ নপৰে। কিন্তু ভাত-সাজৰ কাৰণেও টকা নোহোৱা হ'লে সকলো গম্ভীৰ হৈ পৰে।

অভয়ে এনেয়ে হো-হোকৈ হাঁহি দিলে। প্ৰশান্তই ঘূৰি চালে—"কি হ'ল ?"

"এই মেছটোত থাকিলে এটা বৰ ডাঙৰ সুবিধা। পৃথিৱীখন কিমান ডাঙৰ, পৃথিৱীৰ কিমান সমস্যা আছে—সেইবোৰ একো গম ধৰিব নোৱাৰি। নিজৰ ভাত-সাজৰ সমস্যাটো হিমালয় পৰ্বত যেন হৈ চকুৰ আগত বৈ থাকে।" অভয়ে দাৰ্শনিকৰ সুৰত ক'লে।

"হাঁহিলা কেলেই ?"

"অ', কি কৰিম ভাবি থাকোঁতে হাঁহি উঠি গ'ল ?"—অভয়ে উত্তৰ দিলে। হঠাতে অভয়ৰ প্ৰশান্তক জোকাই চাবৰ মন গ'ল। মাত সক কৰি ইফালে-সিফালে চাই ক'লে,

"আজি লগ পালা নে ?"

"তুমি কেনেকৈ জানিলা ?"—প্ৰশান্ত উঠি বহিল।

"গোটেই গুৱাহাটীয়েই জানে। মই হে জানো নে ?"

প্ৰশান্তৰ ভাল লাগিল। তাৰ আৰু কাকলিৰ কথা গোটেই গুৱাহাটীয়ে জানে! এটা আচৰিত তৃপ্তি অনুভৱ কৰিলে সি। যেন গোটেই গুৱাহাটীয়ে জনা কাৰণে জনমতৰ দাবীতে সি কাকলিক পাব।

"মানুহে মোক দেখিলেই ভাবে মই প্ৰেমত পৰিছোঁ বুলি। এনেয়ে মুৰ গৰম কৰি মৰে স্থালাইতে। ভাত খাবলৈ পইচা নাই, তাৰ চিন্তা কৰোঁতেই মোৰ সময় নহয়, তাৰ ওপৰত আকৌ প্ৰেম্।"—অতি সহজভাৱে সঁচা কথা কোৱাদি কৈ পেলালে প্ৰশান্তই।

মকৰা জালত ওলমি থকা ইকৰা পাখি এটা চাকৰী ঘূৰাদি ঘূৰিছে। তাকে চাই চাই অভয়ে ক'লে,

"মানুহৰ কথা বাদ দিয়া, মানুহে ক'বই।" কাৰোবাৰ পেটৰ কথা জানিব খুজিলে তেওঁক সমৰ্থন কৰি যোৱাই একমাত্ৰ উপায় বুলি অভয়ে সাংবাদিক জীৱনৰ অভিজ্ঞতাৰে জানে।

নতুন প্ৰসংগৰ অৱতাৰণা কৰিলে প্ৰশান্তই, "এটা কথা কিন্তু অভয়দা! তুমি ৰিলেটিভ্ হোৱা কাৰণে হে কৈছোঁ। বেয়া নাপাবা। মিচ্ কাকলি কাকতিৰ কথা কিন্তু গোটেই গুৱাহাটীত ওলাইছে। বিহকে-তিহকে কয়। আপোনাৰ সম্বন্ধীয়া হয় কাৰণে শুনি ভাল নালাগে।"—নবালৰিত প্ৰশান্তই কাকলিক নিজৰ কাৰণে শুচি কৰি ৰখাৰ ইয়াতকৈ আন ভাল ব্যৱস্থা বিচাৰি নাপালে। তাৰ বিশ্বাস, বাপেকটোৰ কাৰণে বিভিন্ন ধৰণৰ মানুহৰ লগত চিনাকি নহ'লে কাকলি সদায় তাৰ হৈ থাকিবলৈ বাধ্য।

অভয়ৰ ইচ্ছা আছিল, প্ৰশান্তৰপৰা কাকলিৰ বিষয়ে ছুপাৰ্বাইজান ওলা। ব বেছি টান নহ'লহেঁতেন কামটো। কিন্তু ইতিমধ্যে ৰবীনে কিবা এটা খুব গুণগুণা অহা যেন শুনি অভয় মনে মনে থাকিল। ৰবীনক ঘিণ কৰিবৰ মন গৈছে অভয়ৰ— কালি ৰাতিৰপৰা। ৰবীনৰ বহুত দোষ সি দোষ বুলিয়েই ধৰা নাছিল। গোটে চহৰৰ সকলোৰোৰ তিৰোতাৰ বিষয়ে বদনাম কোৱাটো সি ৰবীনৰ বয়স আ অতৃপ্তিৰ হেঁচা বুলি মানি লৈছিল। ঘৰ ঘৰ মানুহৰ ঘৰত তাৰ কিমান হলি-গলি— সেই কথা কে ভাল পোৱা ৰবীনৰ স্বভাৱটোক সি সাময়িক মোহ বুলি ভাবিছিল কিমান ছোৱালীৰ লগত তাৰ প্ৰেম আছে বুলি হেজাৰ ছোৱালীৰ নাম কোৱ ৰবীনটোক সি মৰম কৰিছিল। বহুত সক-ডাঙৰ ব্যৱসায়ীৰ হৈ বহুত সক-ডাঙ চৰকাৰী বিষয়াক ধৰি একোটা অন্যায় কাম সমাধা কৰি ছুপইচা অধিককৈ অৰ্জ ৰবীনক সি প্ৰশংসা কৰিছিল। ভাবিছিল, যিয়েই হওক, এটা দুখীয়া ল'ৰাই পাইছে আজিকালি ব্যৱসায় মানে চৰকাৰী অৰ্ডাৰ আৰু পাৰ্মিটৰ ব্যৱস্থা ; সেই কাম ৰবী নকৰিলে আনে কৰিব। কিন্তু কালি ৰাতিৰ ঘটনাটোৰ পিচত ৰবীনৰ ওপৰত তা মনৰ ভাব কেনেকুৱা হোৱা উচিত সি এতিয়াও ঠিক কৰিব পৰা নাই।

"কাইটি ?"

চিনাকি মাতটো শুনি অভয়ে ঘূৰি চালে। মজিদ। পিচত থিয় হৈ মিতা আৰ মহেন।

"কি হ'ল ? আজি কামলৈ যোৱা নাই ?"

"এই যাবলৈ ওলাই আহিলোঁ। অলপ দেৰি হৈছে।···কাইটি, এটা কথা আছিল।"—মজিদে কথাৰ সুৰতে বুজাই দিলে, সি অকল অভয়ক হে ক'ব পাৰে।

মজিদৰ লগতে অভয় বাহিৰলৈ ওলাই আহিল। অভয়হঁতৰ মেছৰ বাৰুনিটোৰে ছাতি বেচিবলৈ যোৱা বাটতে পালে মজিদে। গতিকে, কাইটিৰ পইচাৰ অসুবিধা হৈছে বুলি সি টকা পাঁচটা লৈ আহিছে। অভয়ে তাক বুজাই ক'লে, সি মেছৰ পইচা কেতিয়াবাই দিলে। এতিয়া হাতত পইচা নাই যদিও তাৰ বিশেষ দৰকাৰ নাই। তথাপি মজিদে ক'লে, "তেন্তে এয়া তোমাৰ হাততে জমা ৰাখা। মোৰ হাতত খৰচ হৈ যাব।" অভয়ে না বুলি ক'ব নোৱাৰিলে।

এইবাৰ আচল সমস্যাটো ক'লে মজিদে। মিতাই বোলে মাৰোৱাৰীৰ গাড়ীত আৰু কাম নকৰে। মহেনেও। আন ক'ৰবাত চাকৰি বিচাৰিব। প্ৰেমচান্দহঁতৰ দাঙিৰে মাৰোৱাৰীৰ দোকানৰ গাড়ীত কাম কৰি সিহঁতে বোলে অসমীয়া ছোৱালীৰ ইজ্জত হানি চাই থাকিব নোৱাৰে। "তুমি অলপ বুজাই কোৱাচোন। সিহঁতে খাব কি ?"

অভয়ে মিতা-মহেনক বুজালে। খুব বেছি বুজাবলগীয়া নহ'ল। অভয়ক সিহঁতে মনে মনে দলপতি বুলিয়েই শ্ৰদ্ধা কৰে। তাৰ উপৰি মহেনে সম্বন্ধীয়া ককায়েক বুলিও ভয় কৰে। অভয়ৰ কথা মানি সিহঁত কামলৈ ওলাই গ'ল। এই সৰল ল'ৰাকিটাৰ বিপ্লবী মনকিটাক অভয়ে শ্ৰদ্ধা কৰে ; কিন্তু সফল বিপ্লৱৰ কাৰণে পৰিকল্পনা লাগে— দল লাগে এনেকুৱা সামাজিক অন্যায়ৰ বিৰুদ্ধে একলব বিদ্ৰোহ কৰি যায়— বিদ্ৰোহীক

বিপদত পৰে, হতাশ হৈ সমাজৰ অন্যায়কে সমৰ্থন কৰি পেট পুহিবলৈ বাধ্য হয়। ফলত অন্যায়ৰ জয় হয়।

ঘৰৰ ভিতৰলৈ আহি অভয়ে দেখে বিচনাৰ ওপৰত বহুত মিঠাই আৰু চাৰিওকালে ৰবীন, প্ৰশান্ত আৰু তিলক বহি খোৱাত ব্যস্ত। অনিচ্ছাৰে অভয়ো বহিল। এজনৰ মনৰ বেয়া অৱস্থাই তিনিজনৰ আনন্দ মাটি কৰাটো তাৰ মতে ডাঙৰ অপৰাধ। কিন্তু মিঠাই আহিল ক'ৰপৰা?

মুখত এমুখ মিঠাই লৈ ৰবীনে ক'বলৈ আৰম্ভ কৰিলে—"এই অভয়, কালি যে ৰাতি সময়খিনি খৰচ কৰিলোঁ—এয়া চা।" জেপৰপৰা কেবাখনো দহটকীয়া নোট উলিয়াই দেখুৱাই আকৌ জেপত সুমুৱাই থ'লে ৰবীনে।

প্ৰশান্তই ভাবিলে, তাৰ ছাতিটো এনেয়ে বেচিলে তিলকে। অলপ সময় ৰোৱা হ'লেই ৰবীন পালেহিহেঁতেন।

"মোৰ ছাতিটো বেচি দিলে তিলকে, চাউল আনিবলৈ।"

ৰবীন আজি গহীন। সি উপদেশৰ সুৰতে ক'লে, "তহঁতে টকা-পইচাৰ কথা ভাব বেছি। সেই কাৰণে টকা নাহে, চিন্তা হে আহে। ভাবিবলৈ কিটো আছে। কিছুমান কাম কৰিলে টকা আহিবই—কাম কৰাটো হে আচল কথা।" মুখখন ৰুমালেৰে মোহাৰি দাতা কৰ্ণৰ দৰে ৰবীনে এখন দহটকীয়া নোট উলিয়াই তিলকক দিলে, "হেঁ। নে, পাৰ যদি তাৰ ছাতিটো ঘূৰাই আনি দিবি!"

"বোৱা মাহৰ বাকীটো আদায় কৰি দেছোন। দোকানৰ বাকী মাৰি দ'ব পাৰিলে চাউলৰ চিন্তাটো কমে, আকৌ বাকী আনব পাৰি"—ৰবীনে দিয়া দহ টকাৰ কাৰণে হাত মেমেলি তিলকে ক'লে।

"কিমান?"—ৰবীনে 'মেজাজ'তে সুধিলে।

"ত্ৰিশ টকা।"—তিলকে সোঁৱৰাই দিলে।

ৰবীনে তিনিখন দহটকীয়া নোট একেলগ কৰি তিলকক দি দিলে। সি যেন ত্ৰিশ টকা একেলগে দিয়াটো কোনো কথাই নহয়।

"আৰু এটা লগাইছোঁ ৰবশীত। কেনেবাকৈ যদি হৈ যায়, ছমাহৰ মেছ খৰচ একেলগে দি দিম তোক।" তিলকক কথা ক'লেও ৰবীনে কেৰাহিকৈ চালে অভয়লৈ।

অভয় তেতিয়া মিঠাই অনা খবৰ-কাগজৰ টোকাটোৰ পুৰণি খবৰ পঢ়াত ব্যস্ত। ৰবীনৰ কথা তাৰ কাণত পৰিল—কিন্তু সি শুনানাৰ দৰে নিজৰ কামত ব্যস্ত থাকিল।

"তহঁতে প্ৰেম কৰি পইচা খৰচ কৰহঁক। মই প্ৰেম কৰি পইচা ঘটোঁ। তহঁত শঁকৱা।" প্ৰশান্তক ক'লে ৰবীনে।

ন্যায়-অন্যায়ৰ কোনো সীমা মানি নচলে ৰবীনে। ৰবীন অভয়ৰ সহপাঠী আছিল। তাৰ বিষয়ে ভালকৈ জানে অভয়ে। অভিজাত বংশৰ ধনীয়াৰ ঘৰৰ ল'ৰা ৰবীন। সৰুৰেপৰা ভাল কাপোৰ, বৰ বৰ কথা আৰু বংশৰ গৌৰৱেৰে আপোন দৰিদ্ৰতাক ঢাকি ৰাখিবলৈ শিকি আহিছে। কলেজত সি চোকা ল'ৰাই আছিল। কিন্তু কিয় বিয়াৰ অভাৱক্তে পঢ়িব নোৱাৰিলে। অথচ কাকো মুখ ফুটাই ক'ব

নোপাবিলে, ঘৰৰপৰা কিজৰ টকা অহা নাই বুলি। সকলোকে ক'লে, কিজৰ টকা কেবাবাৰো আনি খৰচ কৰি পেলোৱা বুলি। আৰু ক'লে, চৰকাৰী চাকৰি সি নকৰেই, গতিকে কলেজৰ ডিগ্ৰিটো তাৰ নহ'লেও হ'ব। তথাপি ঘাঁইতে সি কলিকতাতে পঢ়িবলৈ গৈছিল। এইদৰে নিজক বদনামৰ ভাগী কৰিও নিজ বংশৰ আভিজাত্য ৰক্ষা কৰিবলৈ চেষ্টা কৰা ৰবীনৰ বিষয়ে সকলো কথা অভয়ে যেতিয়া জানিলে, তেতিয়া ৰবীন কলিকতাৰপৰা গুচি আহিল। সি গুচি অহাৰ পিচত ৰবীনৰ বাপেকৰপৰা যোৱা পোস্টকাৰ্ডত লিখা চিঠি এখনে অভয়ৰ চকু খুলি দিছিল। বাপেকে লিখিছিল—'আজি তিনি সাজ ভাত খোৱা নাই। সৰু ভায়েৰটো কিবা বেমাৰ হৈ মৰোঁ মৰোঁ। মাৰও বিচনাত। তয়ে কিবা এটা নকৰিলে উপায় নাই। মই বেমাৰী গাৰে কি কৰিম'..... ইত্যাদি। তাৰ পিচত ৰবীনৰ ঘৰৰ বহুত কথা কৈ কৈ ৰবীনে এদিন গুৱাহাটীত তাৰ আগত কান্দি দিছিল—আজি এবছৰ আগতে। ৰবীনৰ চহকী বংশ-পৰিয়াল বহুত, কিন্তু বিপদত কোনো নাই। হয়তো সৰুৰেপৰা এনেকুৱা মানসিক সংঘাতৰ মাজত উঠি উঠি ৰবীনৰ মনটো ন্যায়-অন্যায়ৰ বিচাৰ কৰিব নজনা হৈ যোৱা হ'ল। এতিয়া সি টকা পালেই খৰচ কৰে, যি কোনো উপায়েৰে টকা আৰ্জেই, আৰু তাৰ বংশ-পৰিয়াল-আত্মীয় অভিজাতসকলৰ কলংকৰ কথা কৈ সিহঁতৰ ওপৰত প্ৰতিশোধ লয়। ৰবীনৰ বিষয়ে ইমানবোৰ জনাৰ পিচত ৰবীনক মৰম নকৰি সি নোৱাৰে। মেলেৰিয়াৰ প্ৰতিষেধক ব্যৱস্থা ল'বলৈ মানুহক গালি পাৰিও বাধ্য কৰোৱাটো উচিত, কিন্তু মেলেৰীয়া ৰোগী এটাক গালি পৰাটো অমানুষিক। ৰোগীক শুশ্ৰূষা কৰাটো হে মানুহৰ ধৰ্ম। অভয়ৰ কাৰণে ৰবীন এতিয়া ৰোগী। এতিয়া প্ৰতিষেধৰ প্ৰশ্ন নাই, তাক আৰোগ্য কৰিবলৈ তাক মৰম কৰিব লাগিব। কিন্তু ৰবীন বেমাৰ-পুহি-ভালপোৱা-মানসিক-ৰোগী নহয় তো?

কিতাপ কেইটামান ওখকৈ গাঁক কৰি লৈ অভয়ে বিচনাৰ ওপৰতে দীঘল দিলে। এই মাহত উপাৰ্জনৰ আন উপায় নাথাকিলে কিছু কিতাপ বেচিব লাগিব। এসময়ত সি ভাবিছিল, কিতাপ কেৱল পঢ়িবৰ কাৰণে। এতিয়া সি জানে, কিতাপ ভাল গাঁক হয় আৰু দৰকাৰত বেচি দুপইচা পোৱা যায়। বিচনাখনৰ তলে-ওপৰে আৰু চাৰিওফালে ইমানবোৰ কিতাপ থকাটো আজিকালি তাৰ ভাল নালাগে। ইমানবোৰ কিতাপ সাধাৰণতে আন মানুহে আহি দেখিলে তাক খুব বিজ্ঞ লোক বুলি ভাবে, আৰু বিজ্ঞ লোকক কৰাদি তাকো কিবা আচহুৱাৰ দৰে ব্যৱহাৰ কৰে। মজিদহঁতেই প্ৰথমে আহি তাৰ ডাঙৰ ডাঙৰ ইংৰাজী কিতাপবোৰ দেখি ভাবিছিল, সিও সেই মাতিবলৈ-ভয়-লগা প্ৰফেচাৰ জাতীয় মানুহ বুলি। অভয়ে স্বীকাৰ কৰে, চাৰিওফালে সজাই থোৱা ডাঙৰ ডাঙৰ কিতাপৰ দ্বাৰাই গিৰিহঁতৰ মানসিক উচ্চ ৰুচিৰ পৰিচয় দিয়ে। কিন্তু সকলো 'উচ্চ'ক বাদ দিয়েইতো সি শান্তি বিচাৰি গুৱাহাটী পাইছেহি। আৰু, নিজৰ চাৰিওফালে কিতাপবোৰ দেখি দেখি নিজকো বেয়া লগা হৈছে তাৰ। কেৱল কিতাপ পঢ়ি মানুহ 'মানুহ' হ'ব পাৰে জানো? পৃথিৱীত যিমান মিছা কথা, যিমান ভুৱা দিয়া কথা, যিমান অন্যায়-অত্যাচাৰৰ উদগনি ছপা আখৰত লিখা আছে, তাতকৈ বহুত তাকম মিছা কথা মানুহে কয়, বহুত কম

অন্তায় মানুহে কৰে। সত্যক লুকাই ৰখাৰ অপচেষ্টা কিতাপতে এটাইতকৈ বেছিকৈ হয়। সঁচা কথা, সেই ছপা আখৰতে সত্য আছে, সংস্কৃতি আছে, মানুহৰ উন্নতি আৰু ভৱিষ্যতৰ কথাও আছে। কিন্তু অভয়ৰ বিশ্বাস, কিতাপে যেন্বি থকা মানুহবোৰৰ সত্যৰ স্পৃহা আৰু সংস্কৃতিৰ আদৰ্শ কিতাপৰ হেঁচাত চেপেটা হয়; জীয়াই থাকে কেৱল অসত্য, ভুৱা, সত্যৰ অপলাপ আৰু মিছা গৰ্ব। শিক্ষাই, আমাৰ দেশৰ শিক্ষাই, মানুহক মানুহৰপৰা আঁতৰাই নি নতুন নিৰ্মম শ্ৰেণীৰ সৃষ্টি কৰিছে, শিক্ষাই মানুহক ঘিণ কৰিবলৈ শিকাইছে, শিক্ষাই আমাক অজীৰ্ণপাতকী কৰিছে। ভবিকিটা কিতাপ কিছুমানতে থৈ অভয়ে কিতাপৰ ওপৰত যেন প্ৰতিশোধ ল'লে।

ঘৰটোৰ ভিতৰত কোনো নাই। কোন কেতিয়া ক'লৈ ওলাই গ'ল অভয়ে নাজানে। তাৰ চিলমিলকৈ টোপনি আহিছিল। ভাত হ'ল নেকি সি এবাৰ ভাবিলে। আজি আবেলি মিস্টাৰ বৰুৱাৰ ঘৰলৈও যাব লাগিব। এনেয়ে গ'লে নহয়, কিছুমান লিখি লৈ যাব লাগিব। নহ'লে হাতত একেবাৰে পইচা নাই। বৰুৱাই কিমান পইচা দিব, আচলতে দিব নে নাই, অভয়ে নাজানে। সিদিনা কওঁতেই সি 'বাৰু' বুলি কৈ গুচি আহিছিল। কি যে সুন্দৰকৈ কৈছিল বৰুৱাই, "বুজিছা অভয়, উত্তৰ গুৱাহাটীত শংকৰ-তিথি। তেওঁলোকে আকৌ মোক হে পালেহি সভাপতি। কত ক'লোঁ, মুগুনিলে। কিন্তু কিবা এটাটো ক'ব লাগিব। ইপিনে কামৰ হেঁচাত সময়ো নাপাওঁ। তোমাৰ ভাষাত হাত আছে। মই কি লাইনত ভাবিছোঁ কৈ দিওঁ। মানে শংকৰৰ জীৱন-দৰ্শন—অৰ্থাৎ তেওঁৰ লিখনীতকৈ তেওঁৰ জীৱন ডাঙৰ। ৰ'বা…"—এইবুলি ভিতৰলৈ গৈ তেওঁ শংকৰদেৱৰ বিষয়ে লিখা চাৰিখন ৩০।৪০ পৃষ্ঠীয়া পুস্তিকা আনি দি কৈছিল—"এইবোৰ মই যোগাৰ কৰি থৈছিলোঁ।" সক ল'বাৰ কাৰণে লিখা ৩০ পৃষ্ঠীয়া জীৱনীত শংকৰৰ জীৱন-দৰ্শন বিচৰা বৰুৱালৈ অভয়ৰ বেয়া লাগিছিল। বৰুৱাৰ গাত বৰ দোষ নাই। ইংৰাজী সাহিত্যত এম. এ. পাছ কৰা বৰুৱাই থৃষ্টৰ বিষয়ে লিখাত সহজ পায়—শংকৰদেৱৰ বিষয়ে পঢ়া তেওঁৰ জীৱনতে নহ'ল। অসমৰ ঠেক সীমাৰ ভিতৰৰ কথাবোৰলৈ কোনো কালেই তেওঁৰ একো আগ্ৰহ নাছিল। চাকৰিও তেওঁ কেন্দ্ৰীয় চৰকাৰৰ তলত হে-বিচাৰে। তেওঁৰ বিশ্বাস, তেতিয়া হে ওঁ বাস্তিক মন্ত্ৰী আদিৰ লগতে সমানে সমানে কথা ক'ব পাৰিব—এতিয়াৰ ভলন্টিয়াৰ মন্ত্ৰীৰ চৰকাৰী বিষয়া হিচাপে নহয়। কেন্দ্ৰীয় চৰকাৰক তেওঁ ভলন্টিয়াৰ বুলি নকয়। তেওঁৰ মতে জৱাহৰলাল নেহৰু, অমৃত কাউৰ, আদি বহুত চাহাব-মেমতকৈ বেছি অভিজাত চাহাব-মেম। সেইবোৰৰ তলত চাকৰি কৰাৰ গৌৰৱ আছে।

আজি বৰুৱাৰ ঘৰলৈ যাব অভয়। শংকৰদেৱৰ বিষয়ে লিখিব—ভাত খাই উঠি। মনে মনে অভয়ে শংকৰদেৱক উদ্দেশি ক'লে—'হে শংকৰ, গাঁৱে গাঁৱে ধৰ্ম প্ৰচাৰ কৰিছিলা তুমি, গাঁৱতে থাকিলা। ৰজা-মহাৰজাক ধৰ্ম দিয়াৰ লোভ তোমাৰ নাছিল। কাৰণ তুমি জানিছিলা, এই জাত মানুহে ধৰ্মকো খেদি দি ছিয়াল পাৰ কৰি থৈ আহিব পাৰে। অভিজাতৰ কটুক্তিক অৱজ্ঞা কৰিলা তুমি, অৱজ্ঞা কৰিলে তোমাৰ ধৰ্মই। আজিও মিস্টাৰ বৰুৱাৰ মুখৰ কথাই তোমাক অপমান কৰিব নোৱাৰে। মোক কিন্তু

কথা কৰিবা ; সকলো জানিও মই ইংতবে ছপইচা উলিয়াব কেৱল তোমাৰ বাবেটো কেই পৃষ্ঠামানত লিখি।'

বৰ আৱাম লাগিছে তাৰ আধা টোপনিৰ ভাবটো, ভাত খোৱাৰ আগতে অকণ অকণ ভোগ লগা পেটটোৰ দুষ্টালি সহ কৰি শুব খোজা মুখটোৰ এই আবাবটো সদায় ভাল লাগে তাৰ। তাতে কালি গোটেই ৰাতি তাৰ টোপনি অহা নাই। বিচনাত বাগৰি বাগৰি মগজটোৰ লগত যুঁজ কৰোঁতেই ৰাতি পুৱাল।

কালি আবেলি ক'ৰবাৰপৰা আহি ৰবীনে একেবোৰ কথাকে নতুন বহল সানি কৈ আছিলহি। কৈছিল, ভৱলুমুখৰ নীতাৰ জাল-কাপোৰৰ ব্লাউজটোৰ সীমা পাৰ হৈ আহিব খোজা তাইৰ কোমল মঙহবোৰ দেখিলে কোনো ডেকাই ব্লাউজৰ বুতামবোৰ খুলি নিদিয়াকৈ নোৱাৰে। এটা মহপী ডেকাই পল্টন বজাৰৰ কোনোবা আন্ধাৰ লেতেৰা ঘৰৰ ভিতৰত কামনাক বিদায় দিয়াৰ ব্যৱস্থা কৰোঁতে কাৰোবাৰ মাৰত মুখ কালি ৰাতিপুৱা হস্পিটাল বিচাৰি ফুৰিছিল। চিনেমা হাউচত উকত চিকুটোতে কোনোবা দাসক ছোৱালী এজনীয়ে চৰ মাৰি দিলে। কোনোবা কলেজৰ ছাত্ৰৰ প্ৰেমপত্ৰ সোপাকে কোনোবা কুমাৰীৰ বাপেকে পালে। থানাপাৰাত আজিকালি বহুত দুষ্ট ল'ৰা বৈ থাকি কোনোবাই নিয়া ছোৱালীক ধৰা পেলায় আৰু লগত যোৱা পুৰুষক পগুপাল খেদা দি নিজে তাৰ ঠাই অধিকাৰ কৰে।......ক'বলৈ আৰম্ভ কৰিলে ৰবীনৰ শেষ নহয়। মাজতে এবাৰ অভয়লৈ চাই কৈছিল, "তইতো বিশ্বাস নকৰবই। কিন্তু মোৰ লগত ওলাবিচোন।"

"বেছ।"—অভয়ে এটা শব্দেৰে উত্তৰ দিলে, যেন তাৰ তেতিয়াও বিশ্বাস হোৱা নাই।

"আজিয়েই ওলা তেন্তে।"

অভয় ওলাইছিল। আগতেও কেবাদিনো গৈছিল অভয় ৰবীনৰ লগত। ৰবীন গৈ কোনোবা ব্যৱসায়ীৰ অফিচত বহেগৈ। কাক ক'ত ধৰিলে কি ব্যৱসায় ওলাব তাৰ আলোচনা কৰে। ব্যৱসায়টো হ'লে তাক কিমান দিব জানি লয়। 'খৰচ'ৰ কাৰণে ১০।২০ টকা আনে। কোনজনী ছোৱালী ভাল, কোনজনী তিৰোতাক অলপ চেষ্টা কৰিলেই পোৱা যায়,—এইবোৰ লেতেৰা ইংগিত থকা কথা পতা ব্যৱসায়ীও বহুত পাইছে অভয়ে ৰবীনৰ লগতে। আচৰিত হিচাপ সিহঁতৰ। অমুকৰপৰা অমুক ছোৱালীজনী আহি অমুকত আছে ; অমুকে কৈছে—খুব টান নহয়। একোটাই কৈ উঠে—'কিমান টাকা লাগে খৰচা কৰিম। লেকিন মিলনে হোগা।' আচৰিত কথা যে সিহঁতে দিয়া সকলো খবৰ ৰবীনেও জানে আৰু সেই বিষয়ে মন্তব্য কৰে। অভয় অবাক হৈ শুনি থাকে। পিচত আহি ৰবীনক এই অসভ্য মানুহবোৰৰ লগ এৰিবলৈ ক'লে কয়, "আৰে, মুখখন হে চুৰা কৰিছোঁ। ক'ৰ সিহঁতক মই ছোৱালী বিচাৰি দিম।"

ৰবীনে কিন্তু এবাৰ এটা কাম কৰাৰ কথা অভয়ে জানে। অমুকে এখন ব্যৱসায়ীৰপৰা টকা ধাৰলৈ পাবলৈ ৰবীনক খাটিছিলহি। ৰবীনে চুক্তি কৰি উক্ত ব্যৱসায়ীৰ ঘৰলৈ ধাৰ বিচৰা ভদ্ৰলোকক আৰু তেওঁৰ পৰিয়ালক তাতে মাতলৈ

বিব্রত কৰাইছিল। আৰু, কিছু কমকৈ হ'লেও ভদ্রলোকে টকা ধাৰলৈ পাইছিল। কিন্তু, সেই ধাৰৰ টকাৰ বিনিময়ত আজি ভদ্রলোকৰ বকৰা শান্তি নির্বাসিত আৰু খং আৰু বন্ধু-বান্ধৱৰ কাৰণে তেওঁৰ ঘৰটো এটা বিশেষ ক্লাব হৈ পৰিছে। হয়তো ৰবীন নিমিত্ত মাত্র। সেই এদিনৰ টকা ধাৰ দিয়া হৈ যোৱাৰ পাচত ৰবীন কেতিয়াও সেই ভদ্রলোকৰ ঘৰলৈ যোৱা নাই। কিন্তু এইদৰে নিমিত্ত হোৱাটোও ৰবীনৰ নিচিনা এটা শিক্ষিত ল'ৰাৰ পক্ষে উচিত জানো?

সন্ধিয়া হৈ আহিছিল। ৰবীনে ধুনীয়াকৈ কাপোৰ-কানি পিন্ধি উৎকণ্ঠাৰে অপেক্ষা কৰিছিল এখন গাড়ী যোৱাৰ শব্দৰ কাৰণে। গাড়ী আহিছিল। ৰবীনৰ আহ্বানক্রমেই অভয় গৈ গাড়ীত উঠিছিল। ৰবীনেই চিনাকি কৰি দিছিল—মিস্টাৰ মুখাৰ্জি, কলিকতাত বিৰাট কাপোৰৰ ব্যৱসায় আছে। আৰু মিস্টাৰ কোহ্‌লি, বেকাৰ সৰবৰাহ বিভাগৰ উচ্চপদস্থ বিষয়া। আৰু তেওঁলোকক অভয়ৰ বিষয়ে কৈছিল—মোৰ বন্ধু, সাংবাদিক, অসমৰ চৰকাৰী মহলত খুব ইনফ্লুৱেন্স আছে। কোনো কথাৰ প্রতিবাদ নকৰাকৈ অভয়ে নমস্কাৰ বিনিময় কৰিছিল। গাড়ী চলিছিল।

অভয়ে জানে, চৰকাৰী কিবা-কিবি কাৰবাৰৰ পাৰ্মিট আদি প্রথাই এদল নতুন ব্যৱসায়ী গঢ়ি তুলিছে। এই দলে এসপ্তাহৰ কটেবে হেজাৰ হেজাৰ টকা লৈ প্রকৃত কাৰবাৰীক পাৰ্মিট বিক্রী কৰে। আৰু সেই হঠাতে পোৱা টকা উৰুৱায়—সুৰা আৰু সুন্দৰীৰ সঙ্গসুখত। সিহঁতৰ কাৰণে পৃথিৱীত সুখী হোৱা আৰু আনন্দ কৰাৰ ইয়াতকৈ আন লোভনীয় পন্থা নাই। সেই দলবে দুটাৰ মাজত বহি বহি অভয়ৰ গাত কাঁইটে বিন্ধা যেন লাগিছিল। কিন্তু তাৰ অনুসন্ধিৎসু মনটোৱে নতুন বহুত তত্ত্ব কথা জনাৰ ইচ্ছাত, আন্ধাৰ গুৱাহাটীৰ জীৱন-প্রৱাহক জনাৰ ইচ্ছাত, তাক সংযত কৰি ৰাখিছিল। গাড়ী গৈ আছিল। ভৰলুমুখৰ পিনে। হয়তো সন্ধ্যা চাৰে আঠমান বাজিছিল। ৰবীনৰ দুই ক্লায়েণ্টৰ মুখৰ মদৰ গোন্ধে চৰকাৰী মদ নিবাৰণী আইনৰ অস্তিত্বক হেলাৰঙে অস্বীকাৰ কৰিছিল।

এঠাইত মটৰখন ৰ'লগৈ ৰবীনৰ নির্দেশ অনুসাৰে। ওচৰত বিজুলী চাকি নাই। অন্ধকাৰ। ৰ টটোৰ সিপাৰে এটা দীঘল পদূলিৰ সৈতে এটা সৰু ঘৰ ৰিণিকিণি দেখা যায়—ভিতৰৰপৰা পোহৰৰ আৱাহনী হাত ওলাই আহিছিল। ৰবীন নামিল। চাৰিওকালে চালে। ৰবীনৰ কথামতে বাকী তিনিজনো। কেৱল ড্রাইভাৰ থাকিল। কোনো শব্দ নকৰাকৈ, কোনো কথা নোকোৱাকৈ ৰবীনৰ পাচে পাচে বাকী তিনিজন আগুৱাই গৈছিল। সেই সৰু ঘৰটোৰ সমুখত বৈ ৰবীনে দুৱাৰত টুকুৰিয়াইছিল। এজন ত্রিশ বছৰতে আদহীয়া হোৱা মানুহ ওলাই আহিছিল। চকুত তেওঁৰ নিৰুপায় ভাব। এটাইকেইজনক ভিতৰলৈ মাতি নিছিল। সকলো বহাৰ পিচত ৰবীন আৰু ঘৰৰ গিৰিহঁতেই কথা পাতিছিল। গুৱাহাটীৰ বর্তমান অৱস্থা, ৰাজনীতিৰ কিবা দুই-আষাৰ কথা। তাৰ পিচতে ৰবীনে হঠাতে সুধিছিল—'নযৌ নাই নেকি?' ভদ্রলোকে আছে বুলি কৈ ভিতৰলৈ যোৱা দুৱাৰখন দেখুৱাই দিছিল, চকুৰে। ৰবীন সোমাই গৈছিল। ভিতৰৰপৰা ভদ্রলোকক ৰবীনে মাতিছিল। মানুহজন সোমাই গৈ এটা

তিনি বছৰীয়া বেমাৰী ল'ৰাক কোলাত লৈ ওলাই আহিছিল। আৰু কৈছিলহি— "মোৰ ভনীজনী আজি চাৰি মাহৰ আগতে মৰিল। তাইৰে ল'ৰা এইটো।" আৰু কিবা দুই-চাৰি কথাও বিশেষ উৎসাহেৰে ভদ্ৰলোকে কৈ গৈছিল। ভিতৰলৈ যোৱা দুৱাৰখনৰ পৰ্দাৰ আঁৰত বৈ ৰবীনে মিস্টাৰ কহ্লিক চকু টিপিয়াই মাতিছিল। কহ্লি উঠি যোৱালৈ কোনো লক্ষ্য নকৰি ভদ্ৰলোকে ভনীয়েকৰ অসুখৰ বিষয়ে কথা কৈছিল। অলপ পিচতে ৰবীন ওলাই আহি কথাত যোগ দিছিলহি। ৰবীনে পেণ্টৰ জেপৰপৰা মদৰ বটল এটা উলিয়াই হাৰিকেন লেম্পটোৰ ওচৰতে থৈছিল। চকীৰ তলত থকা সৰু চিংপেল চাহ খোৱা গিলাচ চাৰিটা আৰু পানী এবটল মানুহজনে ওপৰলৈ তুলিছিল। বাকী তিনিজনৰ লগতে অভয়েও খাইছিল আৰু কথা পাতিছিল। প্ৰায় আধা ঘণ্টা। কহ্লিৰ কথা অভয়ে পাহৰি গৈছিল। এনেতে ৰবীনৰ চকু অনুসৰণ কৰি অভয়ে চাই দেখিছিল, ভিতৰৰ দুৱাৰৰ পৰ্দাৰ আঁৰত কহ্লি। ৰবীনে মিস্টাৰ মুখাৰ্জিক কিবা এটা ইংগিত দিছিল। মুখাৰ্জি ভিতৰৰ দুৱাৰেদি সোমাই গৈছিল আৰু কহ্লি ওলাই আহিছিল। ভদ্ৰলোকজনে এইবোৰ কথালৈ একেবাৰে লক্ষ্য কৰা নাছিল। আকৌ আধা ঘণ্টা। মানুহজনে বেছ কথা ক'ব পাৰে। মুখাৰ্জি ওলাই আহিছিল আৰু সোমাই গৈছিল ৰবীন। মানুহজনে তেতিয়াও সেই অহা-যোৱালৈ লক্ষ্য নকৰি অভয়ৰ লগত কথা পাতি আছিল। এইবাৰ ৰবীন ওলাই আহি অভয়ক চকুৰে ইংগিত দিছিল। অভয়ে বুজিছিল, কিন্তু তাৰ লাজ লাগিছিল। ৰবীনে আহি মানুহজনৰ লগত কথা আৰম্ভ ক'ৰ অভয়ক ভিতৰলৈ প্ৰায় ঠেলি পঠিয়াই দিছিল।

ভিতৰত গৈ অভয়ে দেখিছিল, এটা সৰু কোঠাত এখন সাধাৰণ বিচনাৰ ওপৰত এগৰাকী স্বাস্থ্যহীনা মহিলা বহি আছে। অভয় বৈ গৈছিল। তিৰোতাগৰাকী হঠাতে অভয়ৰ ভৰিত পৰি কৈছিল, "মোক আজি মাফ্ কৰক। আজি আৰু নোৱাৰিম। কালিৰেপৰা মোৰ জ্বৰ। আপুনি ভদ্ৰলোক, অলপ বিচাৰ কৰি চাওক……"

কোনো উত্তৰ নিদি অভয় ওলাই আহিছিল। বাটত ৰবীনে তাক গালি পাৰিছিল। "গৰু, তোৰ কাৰণেও টকা দি আহিছিলোঁ।" অভয়ে কৈছিল, "সেইটো গিৰিয়েকৰ সেইজনী ঘৈণীয়েক। এইদৰেই ভাত খায়।" অলপ বৈ ৰবীনে আকৌ কৈছিল, "এনেয়ে টকা দগোটা গ'ল। তোৰ কোনো বিচাৰ-বুদ্ধি ন'ই।"—অভয়ে বিচাৰ-বুদ্ধি সঁচাকৈ হেৰুৱাই পেলাইছিল, ৰবীনৰ মুখত 'বিচাৰ' শব্দটো শুনি।

[ সাত ]

মিস্টাৰ বৰুৱাৰ ৰঙা দলিচা পৰা বিৰাট ড্ৰয়িং-ৰুমত বহি আছে কাকতি আৰু প্ৰেমচাঁদ। দুয়োজনৰ চকু দক্ষিণ কোণৰ ৰেডিঅ'টোৰ ওচৰত থকা শান্তিনিকেতনী ডিজাইনেৰে 'কুচন' দিয়া ধুনীয়া মুঢ়া দুটাত বহি ফুচফুচাই কিবা কথা পতা ঈশা আৰু কাকলিৰ ওপৰত।

'মাফ্ কৰিব মিস্টাৰ আগৰৱালা, আমি এটা প্ৰাইভেট কথা পাতিছোঁ।' ঈশাৰ কথাৰ সুৰত অনুনয় কৰি বেঁকা হৈ আগৰৱালাই চোকাৰ ওপৰতে ভৰি-হাত লৰালে। কাকতিয়ে মিচিকৃকৈ হাঁহিলে। আভিজাত্যৰূপ বাদ দিলে ঈশাতকৈ কাকলি বহুত ধুনীয়া—আগৰৱালাই ভাবিলে।

মিস্টাৰ বৰুৱা ড্ৰেচিং-গাউনৰ বঙা কুসবোৰৰ ওপৰত হাত পিছলাই হাত পিছলাই সোমাই আহিল। প্ৰেমচাঁদ থিয় হ'ল।

"বহক বহক; ঈশা, মই ভাবিছিলোঁ তই গেস্টৰ লগত কথা পাতিছ; কিন্তু……"

"পাপা, এক্স্‌কিউজ মি—মই যাওঁ এতিয়া?" কৈ কৈয়েই কাকলিৰ হাতত ধৰি টানি টানি ঈশা ওলাই গ'ল। খিৰিকীয়েদি সোমোৱা আবেলিৰ ৰ'দচেবেঙা হাতত পৰি ঈশাৰ হাতত থকা ধুনীয়া হাত-ঘড়ীটো জিলিকি উঠিল। তাকে চাই প্ৰেমচাঁদে ভাবিলে—কেতিয়াবা দামটো তুলিব লাগিব।

ঈশা যোৱাৰ পিচত বৰুৱাই ক'লে,

"বুজিছে মিস্টাৰ আগৰৱালা, মই তাইক ক'লোঁ, তই অলপ বিচিভ্ কৰগৈ যা। মই গৈছোঁ। তাই আহি বন্ধু পাই আপোনালোকক পাহৰিলেই।" বৰুৱাৰ মুখত মৰম-লগাকৈ-অবাধ্য-হোৱা ছোৱালীৰ বাপেক হোৱাৰ গৌৰৱৰ হাঁহি।

তাৰ পিচত সাধাৰণভাৱে আবেলিৰ এলেহুৱা কথা আৰম্ভ হ'ল—যেন এজনৰো কোনো বিশেষ দৰকাৰ নাই, যেন সময় কটাবলৈ হে তেওঁলোক বহিছে।

কথাৰ মাজতে এবাৰ ঈশা সোমাই আহি তিনিওজনক তিনিখন নেপ্‌কিনসহ প্লেট দি গ'লহি। অলপ পিচতে বিস্কুট আৰু এবিধ মিঠাই থকা ডাঙৰ প্লেট এখন কাকলিয়ে আনি প্ৰেমচাঁদৰ আগত থৰিলে। প্ৰেমচাঁদে ভদ্ৰভাৱে এটা বিস্কুট আৰু এটা মিঠাই তুলি নিজৰ প্লেটত ল'লে। সেইদৰে কাকতিয়েও। বৰুৱাৰ আগত প্লেটখন থৰোঁতে বৰুৱাই মৰম কৰি কাকলিক ক'লে, "ঈশাই হ'বপায় তোমাকো কামত লগাইছে?"

এখন ট্ৰেত চাহ, চেনি, গাখীৰ সজাই ঈশা সোমাই আহিল। দুই হাতেৰে ট্ৰেখন ধৰি আহোঁতে গাৰ শাড়ীৰ কাপোৰ খহি পৰিছিল। "পাপা প্লিজ" বুলি তাই বাপেকৰ ওচৰত ৰ'ল। বাপেকে চাদৰখন তুলি দিলে। প্ৰথমে প্ৰেমচাঁদৰ আগত ট্ৰেখন থৰিলে। প্ৰেমচাঁদে চাহত চেনি-গাখীৰ দি লওঁতে ঈশাৰ পিছলা-চাদৰখনলৈ চাই থকা দেখি বৰুৱাই অতিষ্ঠ হৈ কৈ দিলে, "নিজে মিলাই দিয়া ঈশা।" ইতিমধ্যে প্ৰেমচাঁদৰ সোৱা হৈ গৈছিল। বাপেক আৰু কাকতিক ঈশাই মিলাই দিলে নিজেই।

চাহৰ পিচত লক ৰুপৰ বটা এটাত অলপ ইলাচি-তামোলচেনি ঈশাই দি গ'ল। তাৰে

লগে বকরা উঠি প্রেমচাঁদলৈ চিগাৰেট কেচটো আগবঢ়াই দিওঁতে কাকতিক ইংগিতেরে ভিতৰলৈ যাবলৈ ক'লে। 'মই ভিতৰৰপৰা আহোঁ' বুলি কাকতি উঠি যোৱাৰ পিচত বকৰাই প্ৰেমচাঁদক সুধিলে,

"তাৰ পাচত, কেনে চলিছে আপোনাৰ কাৰবাৰ?"

"ক্যানো বকম। আপ্‌নাচবৰ আচিৰ্বাদ।"

"কি কোনো বকম হেৰি! মোৰ হাতৰপৰাই মোৰা তিনি মাহত আপুনি প্রায় সাত লাখ টকাৰ কাম নিছে।"

"আগৰ নিচিনা আজ্‌কাল্‌ মুনাফা নাহয় চাৰ। আপ্‌নাক কি ঝুঠ বাত্‌ বলিব।"

"আপোনালোকে সদায় নাই নায়েই কৰি থাকে।... বাক, এক্স্‌কুজ মি ফোকে মুমেন্ট—মই ভিতৰৰপৰা আহোঁ।"

প্ৰেমচাঁদে মূৰ দুপিয়াই, গাটো ইফাল-সিফাল কৰি অহকাৰীভাৱে সন্মতি দেখুৱালে। তালৈ লক্ষ্য নকৰি বকৰা ভিতৰ সোমাই গ'ল। প্ৰেমচাঁদে ঘূৰি-পকি ড্ৰয়িং-কমত থকা নেহৰু-গান্ধী, ঈশা, কন্‌ভোকেচন পোছাকত বকৰা, আদি ফটোবোৰ চাবলৈ ধৰিলে। টাইৰ তলৰ বুতামটো খুলি অলপ উশাহ লোৱাৰ সুবিধা কৰি কোটৰ তলেদি হাত ভৰাই পিঠিটো খজুৱাই দিলে। প্ৰেমচাঁদৰ মনৰ ভাৱ—কাৰবাৰটো কোনো বকম হৈ গলে ঈশাৰ ঘড়ীৰ দাম উলিওৱা আৰু কাকলিৰ বাপেকক দিয়া টকা উলিওৱাৰ ব্যৱস্থা কৰিব লাগিব। ডুজনী গাভৰু ছোৱালী একেলগে চকুৰ আগত ৰাখি নিৰ্বিকাৰ হৈ বহি থাকিবলৈ সি কেতিয়াও শিকা নাই। আৰু,......

বকৰাই ভিতৰত গৈ সকৈক কাকতিক ক'লে,

"কি সি টকা দিবতো? মোক অন্ততঃ পাঁচ হেজাৰ টকা লাগে। তেহে মই গাড়ীখন কিনিব পাৰিম। নহ'লে বেটাক মোৰ ড্ৰয়িং-কমত বহুৱাই চাহ খুউৱাতকৈ বাবাওলৈ নি বেত দিলোঁহেতেন।"

"কামটো হ'ব বুলি জানিলে নিশ্চয় দিব সি। তাৰতো কম লাভ নহ'ব।"

"ঠিক আছে, কামৰ কথা ওলোৱাৰ আগতে মই তাক পাঁচ হেজাৰ ধাৰলৈ খুজিম। দিলেতো ভালেই, নহ'লে আনক দিম। আৰু, তোমাক দিব নে নাই?"

"মোক এহেজাৰ দিম বুলি কৈছে।"

কাকতিয়ে টকা পালে বকৰাই বেয়া নাপায়। প্ৰথম কথা, কাকতিক হাতত লাগে পাৰ্টি যোগাৰ কৰিবলৈ, দ্বিতীয় কথা, কাকতিৰ টকা নাইকিয়া হ'লে ১০/৫ টকাকৈ ধাৰলৈ খুজি বৰ দিগদাৰিধন কৰে।

"তেন্তে আপুনি ওলাই গৈ তাৰ স'তে কথা পাতক। মই অলপ পিচতে গৈছোঁ। যেনে তেনে তাক দিবলৈ বাজী কৰাওক। আপুনি পাৰিব।"—বকৰাই খোলাখুলিকৈয়ে ক'লে। বকৰাই জানে, কাকতিৰ আগত সকলো কথা ক'ব পাৰি।

বাহিৰলৈ ওলাই আহি কাকতিয়ে দেখিলে প্ৰেমচাঁদে আঁঠুৰ ওচৰলৈকে পেণ্ট কোঁচাই লৈ চোকাৰ হাত-মাৰিত টব্‌লা বজাই আছে। নিজেই ওচৰতে বহি কাগজ ওচৰলৈ মুখ নি কাকতিয়ে প্ৰেমচাঁদক সুধিলে—

"কিমানলৈকে যাব পাৰি ?"

"দাগৰ মাহুচ। কম্‌তি হলে নাই মানিব। মুনাকা আৰ্‌ কিমান। পাঁচ—ছ হাজাৰ।"

"তেন্তে মই পাঁচ হেজাৰত ৰাজী কৰাই দিওঁ, এহেজাৰ আপুনি মোক দিব।"

"ঠিক আছে"—কোনো উত্তেজনা প্ৰকাশ নকৰাকৈ প্ৰেমচাঁদে উত্তৰ দিলে। কাকতিয়ে মনে মনে হিচাপ কৰিলে—প্ৰেমচাঁদে ধাৰলৈ দিব বোলা এহেজাৰ ধৰি ছহেজাৰ হ'ব। সমস্যা সকলো সমাধান হৈ যাব। এটা পাৰ্টি দিব লাগিব বৰুৱাইতকো যাতি। সম্মান আৰু ব্যৱসায়—দুয়োটাৰে কাৰণে দৰকাৰ।

"শুনক, বৰুৱাইতো কাম কৰি দি টকা লওঁ বুলি নলয়। মই নহা হ'লে আপোনাক হয়তো ইমানপৰে বিদায় দিলেহেঁতেন। তেওঁ মোক হয়তো টকা ধাৰলৈ বিচাৰিব। সুবিধা বুজি আপুনিয়ে দিব পাৰিব বুলি কৈ আচল কথালৈ আহিব। আৰু……"

গল হেকাৰি মাৰি বৰুৱা সোমাই আহিল। বৰুৱাৰ কথা-বাৰ্তা চাল-চলনত থকা চাহাবী চাহাবী ভাবে সাধাৰণ ব্যৱসায়ীক ভয় খুৱাই দিয়ে। প্ৰেমচাঁদ কিন্তু থাণ্ড।

"বেয়া নাপাব কাকতি, বহুত সময় বহুৱাই ৰাখিলোঁ আপোনালোকক।"—বৰুৱাই বহাৰ আগতে ক'লে।

"একো কথা নাই। আমিও তাকে কথা পাতিছিলোঁ। ইমান কাম আপোনাৰ ; অথচ মুখৰপৰা কেতিয়াও হাঁহি নুগুচে। আৰু, বন্ধু-বান্ধৱ আহিলে বহি কথা পাতিবলৈও সময় আছে। সক-সুৰা একোজন অফিচাৰৰ ব্যস্ততা দেখিলে সেই কাৰণে মুখখন ভাঙি দিবৰ মন যায়।"

ইমান পৰৰ ভিতৰত বৰুৱাই সঁচাকৈ হাঁহিলে এইবাৰ। "সুখত থাকিবলৈকেতো চাকৰি কৰিছোঁ। নাহাঁহিম কিয়। বৰঞ্চ আজি হে অলপ মই চিন্তিত হৈ আছোঁ।"

"আপোনাৰ আকৌ কিহৰ চিন্তা ?" কাকতি যেন সঁচাকৈয়ে জানিবলৈ ব্যগ্ৰ হৈ পৰিল।

"ক'ম বাৰু আপোনাক। এখেতসকল ব্যৱসায়ীৰ আগত ক'বলৈ ভাল নুলাগে।" চিগাৰেট এটা জ্বলাই ল'লে বৰুৱাই। তাৰ পিচত জুইশলা কাঠিটো ছাইদানিত খুঁচি খুঁচি নুমাবলৈ চেষ্টা কৰি ক'লে, "ক'ব পাৰি এখেতৰ আগতো। মোৰ জীৱনত কোনো লুকুৱা কাৰবাৰ নাই। কাকতি, বৰ চিন্তাত আছোঁ। কাইলৈ নতুন গাড়ীখন ডেলিভাৰি ল'ব লাগে, অথচ মোৰ প্ৰায় পাঁচ হেজাৰমান টকা বৰ্তমান কম। কি কৰোঁ ভাবিছোঁ তাকে। ক'ৰবাত এমাহমানৰ কাৰণে ধাৰলৈ নাপায় নে ?"

"আপোনাৰ আৰু পাঁচ হেজাৰ টকা ধাৰ কৰাটো কি চিন্তা। যাকে ক'ব সেয়ে দিবহি ঘৰতে।"—কাকতিয়ে সহজ কৰিলে কথাটো।

"সহজ হেৰি, যাৰে-তাৰেপৰা ল'বলৈ ভাল নালাগে। গোটেইখনত গাই ফুৰিব। তাৰ উপৰি কোনোবা বিজনেচ্‌মেনৰপৰা ল'লে পাৰ্মিট বিচাৰিব কিহবাৰ। যাক্‌ কৰিব, আপোনাক অৰ্থে কোৱা নাই দেই মিষ্টাৰ আগৰৱালা।"

"হেইটো কি আছে। আপ্‌নি যদি খাৰাপ নাভাবে, মুই কওঁ—মুই দি দিব পাৰোঁ।"—প্ৰেমচাঁদে পাতনি মেলিলে।

"এস্, আপোনাক কিয় দিগদাৰি দিওঁ।"

"কিছু নাই। কাকতি বাবুৰ বন্ধু মানে চাৰ, আপনি হামাৰো বন্ধু। আপ্‌নাৰ নাই, মুৰপৰা লিব, মুৰ নাই—আপনাৰপৰা লিম—এই বন্ধুৰ চিন। নাহলে বন্ধু কিচৰ?"

"এস্, কাকতিয়ে বেয়া পাই নেকি কাকতিৰ বন্ধুৰপৰা লোৱা কাৰণে।"

"বাঃ, ভাল হে পায়। আৰু আগৰৱালা খুব ভাল মানুহ। এইবোৰ কথা কাৰো আগত নকয় আৰু টকা ধাৰলৈ দিয়া বুলি কোনো সুবিধাও নিবিচাৰে।"

"সেইটো মই জানো। তেন্তে আপোনাৰ কোনো অসুবিধা নহয় মিস্টাৰ আগৰৱালা?"

"নাই নাই……"

"কিন্তু আপুনি মোক আজিয়েই দিব লাগিব। কাৰণ কাইলৈ পুৱা চাবে দহ বজাত টকা দিব লাগিব মই।"

"আজ দি দিম।"—প্ৰেমচাঁদে ক'লে আৰু মনে মনে ভাবিলে—যদি কাগজখন চহী কৰি নিদিয়ে, তেন্তে পাব টকা বাৰকৈয়ে। "এতিয়া আনি দিম চাহাব। লেকিন, মুৰ একটা কথা আছিল…"

"মোৰ লগত?"

"হয় চাহাব"। সেমেনা-সেমেনি কৰি প্ৰেমচাঁদে ক'লে। তাৰ পিচত কথাটো এনেকুৱাকৈ বুজাই দিলে যে 'সেই' বস্তুখিনিৰ পাৰ্মিট তাৰ হাতত পৰিলে বাইজৰে উপকাৰ কৰা হ'ব। লগতে আকৌ ক'লে যে সি টকা ধাৰলৈ দিয়াৰ কাৰণে কামটোৰ কথা কোৱা নাই। আচলতে সি আহিছিল কামটোৰ কাৰণেই। যদি টকাৰ কাৰণে কৈছে বুলি ভাবে, তেন্তে তাক কামকৈ নালাগে; তথাপি সি বৰুৱাক তাৰ বিষয়ে ভুল বুজিবলৈ নিদিয়ে।

"মই বুজিছোঁ। অলিচত মই চাম বাৰু। কিন্তু বিমানদুৰ মনত আছে, এই হামৰ ক্লাৱণে কোনেও আবেদনেই কৰা নাই। কেৱল আপুনি হে। গতিকে আপোনাক দিয়াত কোনো দিগ্‌দাৰ হ'ব নালাগে। নহয় জানো কাকতি, কি কয়?" বৰুৱাই কাকতিক প্ৰশ্ন কৰাদি নিজকে প্ৰশ্ন কৰি বুজাই দিলে যে প্ৰেমচাঁদক তেওঁ অনুগ্ৰহ দেখুউৱা নাই। প্ৰেমচাঁদৰ আবেদনপত্ৰত চহী কৰি বৰুৱাই ক'লে—"মই কালিৰ তাৰিখ দিলোঁ। আপুনি কাইলৈ গৈ অফিচত দিব।"

প্ৰেমচাঁদৰ মুখত হাঁহি বিয়পি পৰিল। সেই হাঁহিৰ লগত ছন্দ মিলাই ঈশাই মিহিমিহিকৈ আহি বাপেকৰ চোফাৰ দাঁতিতে আঁঠুকাঢ়ি বাপেকক কুচমুচাই কিবা ক'লে।

"ওহোঁ, ওহোঁ—মই এতিয়া গেৰেজলৈ পঠিয়ালোঁ। কেতিয়া হ'ব ঠিক নাই। ওহোঁ—কেনেকৈ হ'ব? কিয় দিব তোমাক?……মেছ কোৱা তুমি। নিজে কোৱা। সেয়া আগৰৱালা বহি আছে।"

"কি হ'লনো?" কাকতিয়ে সুধিলে।

"কলিকতাৰ মোৰ সেই ক্লেণ্ডৰ পুত্ৰেক সুদূমাম আহিছে। আজি এয়াৰমোলৰ

আগতে হে কৰেনৰপৰা আহিছে। তাক ফুৰাবলৈ নিয়ে বনিহাটলৈ। মই মোৰ গাড়ীখন ভাল কৰিবলৈ পঠিয়ালোঁ। এতিয়া দিও কেনেকৈ? কৈছে—আগৰৱালাবখন খুজি দিয়া। মই কিয় খুজিম? তাতে আগৰৱালাৰ ড্ৰাইভাৰ নাই; নিজে চলাই আহিছে।"

আগৰৱালা জঁপিয়াই উঠিল—"ঠিক আছে। মুই ঐ আপনাৰ ইয়ে জিবলৈ যাম এতিয়া। কাকৃতি বহোক। মুই গাড়ীত লৈ গৈ গড্ডীত নি ড্ৰাইভাৰ দি দিম। বিমান চিচ্ছা ঘুৰিব।"

ঈশাই খুব নম্ৰভাৱে প্ৰেমচাঁদক "থেংকিউ" বুলি ক'লে। তাৰ পিচত কাকতিক সম্বোধন কৰি ক'লে—"মই কিন্তু কাকলিক মোৰ লগত নিম। অকলে বেয়া লাগে।"

ঈশাৰ লগত ফুৰিবলৈ যাব কাকলি—তাত কাকতিৰ ক'ব লগা কিটো আছে? গৌৰৱৰ কথা। কাকতিয়ে তথাপি ক'লে—

'তেন্তে যা, তাইক ঘৰত নমাই দিবা।'

'ভাল বাৰু।' ঈশা ভিতৰলৈ দৌৰি গুচি গ'ল।

বাহিৰত কোনোবাই দুৱাৰত টুকুৰিয়ালত বৰুৱা বাহিৰলৈ ওলাই আহিল। অভয়। অভয়ে সংযতভাৱে বৰুৱাক নমস্কাৰ দিলে। বৰুৱা অভয়ৰ লগতে বাৰাণ্ডাত থকা চকীত বহিল। কোনো কথা বিনিময় হোৱাৰ আগতে অভয়ে জেপৰপৰা কেইখিলামান লিখা কাগজ উলিয়াই বৰুৱাৰ হাতত দি ক'লে, "আপুনি কোৱামতেই লিখিছোঁ।"

"থেংকিউ ইয়ংমেন"—বৰুৱাই হাতত লৈয়েই পাতবোৰ লুটিয়াই চালে। "খুব—ভাল হৈছে। বেছি দীঘল হোৱা নাই। এইটো বৰ ডাঙৰ উপকাৰ কৰিলা। কিন্তু তুমি বাহিৰতে বহিলা যে—ঈশাক নপঢ়াবা জানো?"

"আজি নহয়। কাইলৈ হে। সপ্তাহত দুদিন হে।"

"তথাপি বহা। ঈশাক কওঁ। চাহ একাপ খোৱা।"

"মাফ্ কৰিব। অলপ কাম আছে মোৰ আজি। আজিলৈ যাওঁ। কিন্তু, এই লেখাৰ কাৰণে কিছু টকা আপোনাৰপৰা লৈ যাম বুলি আহিছিলোঁ।"—খুব সোনপটীয়াকৈ কৈ দিলে অভয়ে। বৰুৱা চক্ খাই উঠিল। তথাপি বুধিয়ক বৰুৱাই নিজৰ মনৰ অৱস্থা লুকাই ৰাখিলে। যেন একো বুজিব পৰা নাই।

"আজিকালি অলপ টকাৰ টান। সেই কাৰণে এইবোৰ কামতো পইচা লওঁ। আৰু আখৰ লিখি খোৱাই জীৱিকা যেতিয়া......" অভয়ে এই বাক্যটোৰ বাকী শব্দকিটা কি হ'ব বৰুৱাই বুজিব বুলিয়েই এৰি দি পুনৰ ক'লে, "ঈশা দেৱীক পঢ়োৱাৰ কাৰণে কিমান পাম সেইটোও আপোনাৰ লগত এতিয়াও ঠিক কৰা হোৱা নাই।"

বৰুৱাই স্তব্ধ হৈ কথাবোৰ হজম কৰিলে।

"বাৰু, বি হয় কাইলৈ লৈ যাবা।"

"আজিয়েই হে দৰকাৰ মোৰ।" এনেকৈ পোনে পোনে সাধাৰণ লক-দুৱা টকাৰ কথা পতাটো বৰুৱাৰ আত্মসন্মানে সহ্য কৰিব নোৱাৰা কথা। ভিতৰত প্ৰেমচাঁদ

ৰহি আছে। অভয়ক তেওঁ জানে। এনেকুৱাকৈ কিবা এটা কৈ দিব হয়তো প্ৰেমচাঁদৰ আগত তেওঁৰ সন্মান নৰ'ব। অসহ্য খংটো জোৰেৰে দমন কৰিলে বকৰাই। ভিতৰলৈ উঠি যাব খোজোঁতে অভয়ে ক'লে, "মোক বিশ টকাতকৈ বেছি নালাগে। বেডিঅ'ৰ কথিকা লিখোঁতেও সিমানকে পাওঁ।" বকৰাৰ ইচ্ছা হৈছিল—এটা কাণ-তাল-মৰা চৰ মাৰি অভয়ক বাহিৰ কৰি দিয়ে। ভিতৰলৈ সোমাই গ'ল বকৰা। টকা বিশটা আনি অভয়ক দি ক'লে, "ঈশাক তুমি আৰু পঢ়াব নালাগে।"

"ভাল বাৰু। এইকিদিন পঢ়োৱাৰ টকাটো তেন্তে কেতিয়া নিমহি?"

বকৰাৰ আৰু ধৈৰ্য নাই। ৰঙা-চিঙা পৰি খঙেৰে ক'লে, "মই এতিয়া ব্যস্ত। কাইলৈ আহিবা।"

"বাৰু"—বুলি অভয় ওলাই গ'ল। খঙৰ ভমকত বকৰাই বাৰাণ্ডাতে দুবাৰমান অহা-যোৱা কৰি অভয় যোৱাৰ ফালে চাই থাকিল।

কাগজকিখিলা নি বেডিঅ'টোৰ ওপৰত খঙেৰে পেলাই বকৰা খন্তেক ৰ'ল। এই অপমান বকৰাই কোনোমতে সহ্য কৰিব পৰা নাই। কাকতি আৰু প্ৰেমচাঁদ অবাক। তেওঁলোকৰ ফালে পিঠি দি বেডিঅ'ৰ ওচৰত থিয় হৈ বকৰাৰ পিঠিটোকে চাই আছে। বকৰাই এতিয়া ভাবিছে—অভয়ৰ মুখলৈ কাগজকিখিলা দলি মাৰি পেলাই তেওঁ ভিতৰ সোমাই আহিব পাৰিলেহেঁতেন। অফিচৰ যি কোনো এটা কেৰেণীয়েও তেওঁক শংকৰদেৱৰ বিষয়ে লিখি দিব পাৰিলেহেঁতেন। কিন্তু এই অভয়টোৰ সহজভাৱে কথা কোৱাৰ এনে এটা ভংগী আছে যে সন্মুখত বৈ থাকোঁতে তাক উপেক্ষা কৰা টান।

"মিছাকৈ বহুত সময় বহৱাই থ'লোঁ আপোনালোকক। মই কি এটা কথা পাহৰি গ'লোঁ, মনতে নপৰে দেখোন।"—বকৰাই সহজ হৈ প্ৰেমচাঁদলৈ ঘূৰি চাই ক'লে।

"তাৰ উপৰি, এই এটা অকৰ্মণ্যক স্পিচ্ এটা কপি কৰিবলৈ দিছিলোঁ? কপিও কৰি আনিছে বাৰপাচি ভুল কৰি। তাকে ভাবিছোঁ কি কৰোঁ"—বকৰাই নিজকে কোৱা দিয়েই যেন ক'লে।

"কিহৰ স্পিচ্?"

"উত্তৰ গুৱাহাটীৰ শংকৰদেৱ কৃষ্টি সন্মিলনে সভাপতি কৰি মাতিছে। নাযাওঁ বুলিলেও নেৰে। অফিচৰ কামৰ মাজতে কোনোমতে লিখি উলিয়ালোঁ। আগতে পঢ়া আছে কাৰণে লিখোঁতে অসুবিধা নহ'ল। কিন্তু লৰালৰিকৈ লিখা, বৰ বেয়া হয় আখৰবোৰ।"

"কাকনো দিছিলে কপি কৰিবলৈ?"

"দিছিলোঁ এটাক।"—নামটো ক'ব নে নাই ভাবি লৈ বকৰাই ক'লে। প্ৰথমতে নামটো কোৱাতকৈ কাৰ্যবোৰ কৈ নামটো ক'লে মানুহৰ মন বুজাত বেছি সুবিধা হয়। শেষ হৈ অহা চিগাৰেটটো ছাইদানিত খোহাৰি খোহাৰি নুমাই খঙৰ জুইকুৰাও নুমাই দ'লে বকৰাই। তাৰ পিচত আকৌ ক'লে, "দিলোঁ কপি কৰিবলৈ। ভাবিলোঁ, এনেয়ে কৰি দিব লাগিছে কিয়? তাক কিবা পূজাৰ প্ৰেজেণ্টকে দি দিম। তাৰ আৰ্থিক অৱস্থা বেয়া দেখিয়েই জানক-আজলক ঈশাক ইটো-সিটো চাই দিবলৈ

কৈছোঁৱেই—মাহে কিবা এটা দিম বুলি ভাবি। কিন্তু আজি তাৰ লেখাকটো। তাক হেনো লিখি দিয়াৰ কাৰণে পইচা লাগে। হেৰ গৰু, লিখিছ নে কপি কৰিছ? আৰু যি কপি কৰিছ, আকৌ নতুনকৈ কৰাব লাগিব মই।" হুমুনিয়াহ এটা এৰি বকৰাই অৱজ্ঞাৰে ক'লে, "কি কৰিব, দুখীয়া মানুহ, বেয়াও লাগে। টকা কুৰিটা দি দুৱৰ বাহিৰ কৰি দিছোঁ। মৰকগৈ ক'ত মৰে।"

"কাক দিছিলনো?"

"সেই স্টুপিড্ অভয় নে কি—মৰ কেলেহুৱা ৰিপোৰ্টাৰটো। এতিয়া চাকৰিও নাই। মোক ভবিয়ে-হাতে ধৰি ঈশাক পঢ়াবলৈ লৈছে।"

"আপুনি কাৰণে হে। আন কোনোবা হোৱা হ'লে তাক টকাৰ সলনি মাৰ দিলেহেঁতেন। এই শ্ৰেণীৰ মানুহে কেৱল টকা চিনি পায়। সিহঁতৰ মান-সন্মানৰ জ্ঞান নাই। দুটা ক-ক--ম-ম পঢ়িলে কি হ'ব? মনবোৰ ইহঁতৰ সেই পাঁৱলীয়া হৈয়ে থাকে। সি মোৰ কিবা এটা দূৰ সম্পৰ্কীয়া লগা-ভগাও হয় বোলে। বুজিছেই নহয়, আপোনাৰ অলপ সুনাম আৰু সম্পত্তি হ'লে সম্পৰ্কীয়া মানুহ গালে গালে ওলায়। মই কিন্তু তাক মোৰ ঘৰত সোমাবলৈকে নিদিওঁ।"

"নিদিব। ইহঁতে আপোনাৰ ল'ৰা-ছোৱালীবো মূৰ খাব। তাৰ কথা-বাৰ্তা দেখি তাক কমিউনিস্ট যেনেই লাগে মোৰ"—বকৰাই মন্তব্য কৰিলে। কমিউনিস্ট মানে বকৰাই কি বুজে কোনেও নাজানে; কিন্তু শব্দটোক ব্যৱহাৰ কৰে খুন-ডকাইতি কৰা দাগী মানুহৰ ক্ষেত্ৰত।

"কম্‌নিস্ট্? প্ৰেমচাঁদ সজাগ হৈ পৰিল। "চাংঘাটিক এইচব। এইচব বন্ধ না কৰিলে হু আমি কোন্ মিল্ চালাব নাপাৰিম। দেচৰ মিল বন্ধ হুব।"

"ভয় নকৰিব মিস্টাৰ আগৰৱালা। গভৰ্ণমেণ্টে বছী ঢিলাই দি চাইছে হে। একে টানে মাটিত পেলাব।"—কাকতি গভৰ্ণমেণ্টৰ এই শক্তিৰ বিষয়ে নিশ্চিন্ত। কাৰণ কংগ্ৰেছৰ মতামতৰ গোন্ধ তেওঁ পায়।

শোৱনি কোঠাত কাপোৰ পিন্ধা ঈশাই অভয়ক ওলাই যাওঁতে হে দেখিলে, খিৰিকীয়েদি। কিয় আহিছিল বাৰু? পঢ়াবলৈ নিয়মমতে কাইলৈ হে আহিব লাগে। অভয়ক টিউটৰ হিচাপে বকৰাই ৰাখিছিল ঈশাৰ অনুৰোধতে। ঈশাই কৈছিল, তাই অসমীয়াত খুব বেয়া আৰু অভয়ে অসমীয়া পঢ়াই দিলেই এটাইতকৈ ভাল হয়। ৰূপকথাৰ কোঁৱৰৰ দৰে খেলি-মেলি বহুত প্ৰণয়-কাহিনীৰ লগত যে 'অভয়' নামটো জড়িত—এই কথা তাই কেতিয়াবাৰপৰাই জানে। সেই অভয়ক শিক্ষক হিচাপে কিছুদিন ওচৰত ৰাখি তাৰ আকৰ্ষণৰ কাৰণটো জানি লোৱাৰ তাইৰ ইচ্ছা হৈছিল। মনে মনে ভিলাইলাই চেমচনক হাতৰ মুঠিলৈ অনা 'চেমচন-ডিলাইলা' কথাছবিৰ দৃশ্যটো তাইৰ মনত পৰি গৈছিল। তাৰ পিচত হে তাই জানিছিল, অভয় কাকলিৰ সম্বন্ধীয়া ককায়েক বুলি।

অভয়ৰ প্ৰেমত পৰাৰ কোনো দুৰ্বলতা তাইৰ নাই। কিন্তু বহুত ছোৱালীৰ মন চুৰ কৰা অভয়ক শিকলি দিয়াৰ ইচ্ছা তাইৰ আছে। অদ্ভুত তাৰ পঢ়োৱা ধৰণ, অদ্ভুত তাৰ মতামত আৰু বক্তব্য—সকলো বিষয়তে। কিন্তু তাইৰ নিচিনা গাভৰু

একনীৰ অসাৱধান সাজ-পাৰৰ প্ৰতি সি নিৰ্বিকাৰ—তাইৰ চকুৰ আগত সদায় ৰখা 'পেনটো'ৱে যেনেকৈ তাইৰ মনত কোনো প্ৰতিক্ৰিয়া তুলিব নোৱাৰে, অভয়ৰ মনটো তাইৰ ৰূপে তেনেকৈ কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱাৰে যেন লাগে। তথাপি তাক টিউটৰ হিচাপে পোৱাৰ লাভ আছে। কলেজৰ আনকি অণিমা বাইদেউহঁতেও বিশ্বাস কৰিবলৈ টান পায়—তাই যেন কোনোবা কন্দৰ্পক হে কৰায়ত্ত কৰিছে। সেই গৰ্ব তাই ভাল পায়।

"এই কাকলি, তোৰ বাক অভয় দত্তক কেনেকুৱা লাগে।"

"খুব ভাল মানুহ ভাই।" কাকলিয়ে ঈশাৰ পিঠিত টিপবুতাম মাৰি মাৰি ক'লে।

"খুব ভাল মানে কেনেকুৱা ?"

"মানে—মানে তোক বুজাব নোৱাৰোঁ। সাধাৰণ মানুহৰ দৰে ছোৱালী দেখিলে পাগল নহয়। অহংকাৰ নাই, কিন্তু নিজক কেতিয়াও সৰু নকৰে। মানুহৰ মন বুজে। সৰুলো কথা যুক্তিৰে ভাবি চাব পাৰে। আৰু, সৰু ল'ৰাৰ দৰে অলপ মৰম লগা বলিয়ালি আছে।······তই প্ৰেমত পৰিছ নেকি ?"

"পাগল নেকি তই ? মই কেই ঠাইত পৰিম ?"

"তোৰ ঠিক নাই ভাই। তই কেবাকালেও যেনেকৈ কৰিব পাৰ।"—কাকলিয়ে হাঁহি দিলে।

খুব লৰালৰি কৰিছে ঈশাই। কিন্তু তথাপি নহয়গৈ। আউটিঙলৈ যোৱা পোছাক অলপ ঢিলা আৰু ইস্ত্ৰি নথকা হ'ব লাগে। নহ'লে ক'ৰবাত বহোঁতে, ক'ৰবাত কিবা কৰোঁতে কাপোৰ নষ্ট নোহোৱাকৈ চাই থাকিবলগীয়া হয়। অলংকাৰ আদিও বেছি পিন্ধাৰ দৰকাৰ নাই। আভৰণৰ দৰকাৰ দূৰৰণৰা আকৰ্ষণৰ কাৰণে। খুব কাষতে কাৰোবাক পালে চাৰনি আৰু আন অংগবিলাকৰ অভিব্যক্তিয়েই আভৰণৰ কাম কৰে। আন এটা চিন্তাও লগে লগে কৰিছে ঈশাই। কাকলিক লগত লৈছে তাই। নহ'লে মানুহে বেয়া বুলিব। মিস্টাৰ দত্তয়ো তাইক খুব ভাল ছোৱালী বুলি নাভাবিব। মাক-বাপেকক নো কয় কেনেকৈ অকলে দত্তক লৈ বনিহাটলৈ যায় বুলি ? কিন্তু কেই মুহূৰ্তমানৰ কাৰণে হ'লেও দত্তৰ বাহিৰে ওচৰত আন কাকো নিবিচৰা সময় অলপ তাইৰ কাৰণে যদি বনিহাটত বৈ থকা নাই, তেন্তে তাই শান্তি পাব জানো ? কাকলিক কৈ দিব পাৰি। কিন্তু অকলে ক'লৈ যাব তাই ? যদি অকলে কাকলি গৈ ওচৰতে ক'ৰবাত বৈ থাকি সিহঁত দুটাক অকলশৰীয়া হোৱাৰ সুবিধা দিয়ে, তেন্তে কিবা কিবা লাগিব। কাকলিৰ কোনোবা এটা থকা হ'লে তুলি ল'ব পৰা হ'লহেঁতেন। কিন্তু।······

"মোৰ কিন্তু অকণো যোৱাৰ ইচ্ছা নাই।"

"কিয় ?"

"এই মাৰোৱাৰীটোৰ গাড়ীত অকণো ভাল নালাগে।"

"মই জানো। সেইবাৰ সি তোৰ লগত চিনাকি কৰাই দিবলৈ কওঁতেই মোৰ খুব হাঁহি উঠিছিল। সি কৈছিল—সিহঁতৰ কিবা এখন সভাত তই গান গাই দিব লাগে বুলি। পাপাৰ আগতে যেমালি কৰি তাক মই সুধিছিলোঁ।—চিনাকি কৰাই

দিলে মোক কি দিব বুলি। সি আকৌ লেনিয়াই সুধিছিল, 'কি লাগিব?' ঘড়ীটো মোৰ বেয়া হৈছিল। তাকে হঠাৎ মনত পৰি কৈ দিলোঁ। ঘড়ী বুলি। দি গ'লহি পণ্ডাবৰাবে। ইহঁতক খীবোৱা হে কথা। অলপ চকু মাৰিবি, দুটা মিঠা কথা ক'বি, আৰু খৌবাবি। ওচৰলৈ আহিবলৈ নিদিবি। সিহঁতে নিজে ওচৰলৈ আহিবলৈ সাহ নকৰে।"

কাকলিয়ে হঠাতে ভাবি চালে, বাপেকে প্ৰেমচাঁদক সুবিধা নিদিলে, বাপেকৰ কাৰণে নহ'লে, প্ৰেমচাঁদে আজিও তাইৰ ওচৰলৈ আহিবলৈ সাহ কৰিব নোৱাৰে।

"এক্স্কিউজ মি—আৰ্ য়ু ৰেডি"—শোৱনি কোঠাৰ পৰ্দাখন দাঙি সুধিলে সুকুমাৰ দত্তই।

"জাস্ট ৰেডি। লুক্—মোৰ বন্ধু কাকলি কাকতি"—ঈশাই গাত শাৰী মেৰিয়াই মেৰিয়াই সিহঁতদৈ নোচোৱাকৈয়ে চিনাকি কৰাই দিলে।

"খুব কাবিাক নাম"—নমস্কাৰ বিনিময় কৰি দত্তই ক'লে। কাকলি তলমূৰ কৰি ৰ'ল। সঁচাকৈয়ে সুকুমাৰ! ঈশা এনেয়ে বলিয়া হোৱা নাই।

[ আঠ ]

কাগজে-পত্ৰে গুৱাহাটী খুব ডাঙৰ হৈছে বুলি লিখিলেও আচলতে গুৱাহাটীখন সৰু চহৰ। ইয়াত সহজে কোনো কামকে লুকাই-চুৰকৈ কৰিব নোৱাৰি। প্ৰেমচান্দৰ গাড়ীৰ পিচৰ চিটত মাজত অচিন ডেকা এটাক লৈ বহি থকা ঈশা আৰু কাকলিক বহুতে দেখিলে, আৰু দেখাৰ লগে লগে গুৱাহাটীৰ প্ৰায় সকলোৱে শুনিলে। প্ৰেমচান্দৰ দোকানৰ আগত প্ৰেমচান্দৰ গাড়ী ৰ'ল। কাৰণ দোকানৰপৰা সি বকৰাৰ কাৰণে পাঁচ হেজাৰ টকা ল'ব আৰু ড্ৰাইভাৰটোক মাতি আনি গাড়ী চলাবলৈ দিব। প্ৰায় পোন্ধৰ মিনিট। ইতিমধ্যে গাড়ীৰ আৰোহী তিনিওজনেই অতিষ্ঠ হৈ উঠিছে। দত্তই প্ৰস্তাৱ কৰিছে টেক্সিত যোৱাৰ। এই মাৰোৱাৰীবোৰক বিশ্বাস কৰিব নোৱাৰি।

লগে লগে প্ৰেমচান্দ আগৰৱালা ঘামি-জামি ওলালহি। মাফ্ কৰিবলৈ অনুনয় কৰি ক'লে যে ড্ৰাইভাৰটো ইখন গাড়ী লৈ পলাশবাৰীলৈ গৈছে। কেতিয়া আহে ঠিক নাই। জাঁপ মাৰি দত্ত নামিবই খুজিলে। মুখেৰে ভালকৈ মুকুটাকৈ ননচেন্স বুলিও ক'লে। কিন্তু প্ৰেমচান্দে গাৰ বলেৰে দুৱাৰ খুলিব নোৱাৰা কৰি ৰাখি ক'লে যে সেইটো কৰিলে তাক বৰ লাজ দিয়া হ'ব। গতিকে সি নিজে গৈ তিনিওকে নমাই থৈ আহিবগৈ আৰু ড্ৰাইভাৰ আহিলেই ইখন গাড়ীকে বনিহাটৰ ডাক-বঙলালৈ যাবলৈ কৈ দিছে—যাতে সেইখনত ঈশাইত গুচি আহিব পাৰে। ইয়াতকৈ ভাল প্ৰস্তাৱ আৰু হ'ব নোৱাৰে। তিতিৰ আৰু মুখৰ ঘাম মচি প্ৰেমচান্দ ড্ৰাইভিং চিটত বহিল। ঈশাই ভদ্ৰতা কৰি ক'লে, "আপোনাক হে মিছাকৈ কষ্ট দিয়া হ'ল।"

"গাড়ী চলোৱাত আৰু কি কষ্ট। একুটা কাম আছিল—বকৰা চাহাবক এক চামান দিয়াৰ কাম আছিল। গড্ডীৰ মানুহ ভেজি দিলুঁ।"

বতাহে মৰম কৰা গাল-মুখত আহি উৰি উৰি পৰা চুলিবোৰ আঁতৰাই আঁতৰাই গাড়ীৰ প্ৰতি জোকাৰণিত ঈশা যিমান দূৰ সম্ভৱ দত্তৰ কাষ চাপি আহিল আৰু কাকলি যিমান দূৰ সম্ভৱ আঁতৰি পৰিল। পূৰ্ণ বেগত গাড়ী চলিছে আৰু চলিছে চাৰিওজন আৰোহীৰ মন। ঈশাই ভাবিছে কেইমুহূৰ্তমানৰ কাৰণে হ'লেও দত্তক নিবিড়ভাৱে পাব লাগিব। বনিহাটৰ পাহাৰৰ নিৰ্জন ঠাই কেবাটুকুৰাও তাই চিনি পায়। কাকলিক তাই পাতেৰে সাজি নাও উটুৱাবলৈ দিব সেই সৰু জুৰিটোত। আৰু সুকুমাৰৰ লগত তাই বহুত দূৰত থাকি সেই নাওবোৰ ধৰিব—লগে লগে চিৰদিনৰ কাৰণে ধৰি পেলাব সুকুমাৰৰ মন। হয়তো কাকলিয়ে বুজিব বুজিছো। ভীষণ দুষ্ট তাই। পিচত জোকাব।

দত্তই ভাবিছে, এওঁক বা কিয় ল'লে আকৌ! যে ঈশাই মোৰ লগত অকলে ভয় কৰে! কিন্তু কলিকতাততো তাই ভয় কৰা নাছিল। ঠিক বুজিব নোৱাৰা হৈ যায় সি। ঈশাই গঁচাকৈ নিবিড়ভাৱে লগ পাবলৈকে আক লৈ আহিছে, যে অতিথিৰ

প্ৰতি অভদ্ৰতা কৰিছে? সি জানে, ঈশাক তাইৰ মাক-বাপেকৰ তালৈ বিয়া দিয়াৰ ইচ্ছা। আৰু, সি বিয়া নকৰায় বুলিও সি জানে। কিন্তু সেইবোৰ পিচৰ কথা। আজি চকু-লাজ কাতি কৰি হ'লেও সময়টোৰ সজ ব্যৱহাৰ কৰিব লাগিব। ঈশাৰ বান্ধৱী বুৰ্বক নহয়। সময়ত নিজে নেদেখাৰ ভাও জুৰিব। দত্তই হাত এখন ঈশাৰ কৰতলত থ'লে।

কাকলিয়ে বুজা নাই, তাই কিয় আহিল। আৰু ভাবি পোৱা নাই, নাহোঁ বুলি কেনেকৈ ক'ব পাৰিলেহেঁতেন তাই। তাই বুজিছে, এটা ডেকাৰ লগত একেবাৰে অসহায় হৈ নিজক এৰি দিব পৰাকৈ ঈশাই হয়তো দত্তক বিশ্বাস নকৰে। এইবোৰ বিষয়ত ঈশা পাকৈত। অথচ সেইদৰে নিজক এৰি দিব পৰা ল'ৰা দত্ত হয় নে নহয়, তাকো পৰীক্ষা কৰা নিতান্ত প্ৰয়োজন। সেই কাৰণেই আহিছে ঈশা আৰু সেই কাৰণেই তাইকো আনিছে। ফুৰিবলৈ আহিবলৈ কাকলিৰ ভালেই লাগে। বিশেষকৈ ঈশাৰ লগত। সময়খিনি কোনফালে যায় ক'বই নোৱাৰি। কিন্তু কাইলৈ হোৱা হ'লে কাকলিয়ে আৰু বেছি আনন্দ কৰিব পাৰিলেহেঁতেন। আজি বাপেকে এহেজাৰ টকা পাব। • বেমাৰী মাক আৰু ভায়েকটোৰ ডাক্তৰ আৰু ঔষধৰ কাৰণে তাই তাইৰ হাতত বাতিপুৱা বাপেকে দিয়া কুৰি টকা থৈ আহিছেই। বাকী বহুত সমস্যা সেই এহেজাৰেৰে সমাধান হৈ যাব। তাৰ পিচত তাই খুব সহজভাৱে বাপেকক কৈ দিব, তাই নিজক আৰু বেচিব নোৱাৰে। আৰু কৈ দিব—তাইক লগ পাবলৈ যেন কোনো মাৰোৱাৰী, প্ৰফেচাৰ বা আন কোনোবা মানুহ তাইৰ ঘৰলৈ নাহে। জীৱনত বহুত মানুহ লগ পালে তাই। কোনোৱেই পশুত্বৰ সীমা অতিক্ৰম কৰা নাই। সকলোৱেই টকাৰ লোভ দেখুৱাই, সুখৰ লোভ দেখুৱাই তাইক উপভোগ কৰাৰ বাসনা লৈ অহা পশু। সেই মানুহ-পশুবোৰৰপৰা তাই কিছুদিন আঁতৰি থাকিব খোজে। নহ'লে তাই ভাগৰি পৰিছে। আৰু, বাপেকক তাই ভালকৈয়ে ক'ব— মাৰোৱাৰীৰ ফাৰ্মৰ কাম এৰি দিবলৈ। পৃথিৱীত কি কাম নাইকিয়া হৈছে। মনৰ সুখ-শান্তি পুৰি ছাই-কৰি ভদ্ৰলোক হৈ জীয়াই থাকিলে কি হ'ব। তাতকৈ মনৰ আনন্দেৰে গছৰ তলত থকা শতগুণে ভাল। সিহঁতে যদি এতিয়া থকা ১৫০ টকা ভাড়া দিবলগীয়া ঘৰটো এৰি সিহঁতৰে নিচিনা সাধাৰণ অৱস্থা থকা মানুহৰ মাজত ৩০।৪০ টকা ভাড়াৰ ঘৰ এটা লয়, তেন্তে এতিয়াতকৈ বহুত সুখত থাকিব পাৰিব। এই মাহতে ঘৰ বদলাব লাগিব। এই কথা ঠিক, জীৱনত তাই আৰু কেতিয়াও প্ৰেমচান্দ বা সেই জাতীয় পশুক ওচৰ চাপিবলৈ নিদিয়ে। তাৰ কাৰণে তাই লাগে যদি কলেজ এৰি চাকৰি কৰিব। সেইবুলি ঘৰখন কেনেকৈ চলিব বুলি ভাবি তাই গোটেই জীৱনটো মাটি কৰিব নোৱাৰে। যদি তাইৰ সৌন্দৰ্য বোলা বস্তুটো নাথাকিলহেঁতেন, তেতিয়া খুব ভাল হ'লহেঁতেন। তেতিয়া এই পশুবোৰে তাইক উৎপাত নকৰিলেহেঁতেন। সঁচা কথা, এনেকুৱা সিদ্ধান্ত তাই আগেয়েও বহুত বাৰ লৈছে আৰু বাপেকৰ অসহায় মুখ আৰু ঘৰৰ খাবলৈ নোহোৱা অৱস্থালৈ চাই তাইৰ কোমল মনটোৱে আত্মত্যাগৰ পথ বাৰে বাৰে বাছি লৈছে। কিন্তু এইবাৰ আৰু নহয়। ইয়াক আত্মত্যাগ নোবোলে—তাই ভাবি চাইছে। ইয়াক আত্ম অসন্মান বোলে। অভয়দাই ক'বৰ দৰে আমি আমাৰ অৱস্থাৰ লগত যুঁজিম্ কিন্তু ...

সাধাৰণ মানুহৰ সুখ-দুখৰ সংগী হৈ থাকিলে আমাৰ সমস্যা নোহোৱা হয়, আমি আমাক ধনীৰ কবলৰ গ্ৰাসৰপৰা ৰক্ষা পেলাব পাৰোঁ। ভেম এৰিব লাগিব। ৰিলৰ মাছ ডাকত লৈ যি বংশ-পৰিয়াল আজিও বজা সুখত থাই-বৈ আছে, তাৰ প্ৰতি মাপেকৰ ইমান বেয়া ভাব কিয় কাকলিয়ে ভাবি নাপায়। কালি গাড়ীত বাওঁতে প্ৰেমচাঁদে কৰা ব্যৱহাৰৰ কথা মনত পৰি কাকলি জিকাৰ খাই উঠিল। খুব খিণ লাগিল। এই খিণ লগা জীৱনৰ অৱসান নহ'লে তাই এদিন আত্মহত্যা কৰিব লাগিব। ইমানবোৰ কথা ভবাৰ মাজতো তাইক ভিতৰৰপৰা কোনোবাই যেন কৈ আছিল, 'তই তো নিজৰ কাৰণে কৰা নাই, কৰিছ মাৰ-বাপেৰ-ভায়েৰ-ভনীয়েৰৰ কাৰণে।' তাইৰ এই গৌৰৱ সহজে এৰি দিয়াও টান। পৰিয়ালৰ কাৰণে কৰিবলৈ একো নাইকিয়া হ'লে জীৱনটো যেন অৰ্থহীন হৈ পৰিব। তাই যেন তেতিয়া বিয়া কৰাবই লাগিব। ঘৰৰ সকলো দায়িত্ব যদি আনে লৈ লয়, এইখন ঘৰত থকাৰ দৰকাৰেই বা তাইৰ কি?……বিয়া……বিয়াৰ বিষয়ে সপোন আছে তাইৰ। এখন ধুনীয়া ঘৰ; সৰু, সৰলে যোগাৰ কৰিব পৰা সৰু ঘৰ। কাকো দিবলগীয়া নাই—হয়তো পাবলৈ আছে। চাৰিওফালে থকা মানুহবোৰৰ লগত মিলি-জুলি থকা এটা সৰু ঘৰ। সৰু ঘৰ কিছুমানৰ মাজত দাঁত নিকটাই থকা একোটা বিৰাট অট্টালিকা দেখিলে তাইৰ খিণ লাগে। হিচাপৰ ল'ৰা-ছোৱালী। সিহঁতক মানুহ কৰিব তাই। ঘৰৰ সকলো চিন্তাৰপৰা আঁতৰত ৰাখি সিহঁতক মানুহ কৰিব তাই। সিহঁতে যাতে কাকো কেতিয়াও ফাঁকি দিবলগীয়া নহয়, পইচাৰ কথা ভাবিবলগীয়া নহয়, আপোন মানুহক পৰ বুলি ভাবিবলগীয়া নহয়। কিন্তু সেই বিয়া তাইৰ কপালত আছে জানো? সেই বিয়াৰ কাৰণে নিজকে সিমান সুস্থ কৰি শেষলৈকে তাই ৰাখিব পাৰিব জানো?

'ৰাখিব পাৰিব জানো?'—মহেনে এবাৰ ভাবি চালে আগবাঢ়ি যোৱাৰ আগতে। প্ৰেমচাঁদৰ দাঁতিৰ দোকানখনতে সি কাম কৰে। প্ৰেমচাঁদে গাড়ীত কাকলিহঁতক বহুৱাই খৈ ভিতৰলৈ যোৱা সি আৰু মিতাই দেখি আছিল। দুয়ো দুয়োৰে চকুলৈ এবাৰ চাই সিহঁত বৈ গ'ল। ট্ৰাক নিব লাগে জাহাজঘাটলৈ। কিন্তু এই দৃশ্য দেখাৰ পিচত সিহঁত যেন শক্তিহীন হৈ পৰিল। মাজত এটা ডেকাক লৈ কাকলি আৰু ঊষা। গাড়ী প্ৰেমচাঁদৰ। ইয়াৰ যেন শেষ পৰিণতি মহেন আৰু মিতাৰ চকুৰ আগত ভাহি উঠিল। সিহঁত জীয়াই থাকোঁতে সিহঁতৰ চকুৰ আগতে, ওৰাহাটীত দিনৰ পোহৰ থাকোঁতেই ভদ্ৰলোকৰ ঘৰৰ গাভৰু ছোৱালী গাড়ীত ফুৰি লৈ আহিবলৈ ইমান সাহ ইহঁতে পাইছে ক'ৰপৰা? নে সিহঁতৰ প্ৰতিপত্তি ওৰাহাটীত নোহোৱা হৈছে? অসহ্য। মহেন আৰু ৰ'ব নোৱাৰিলে। দৃঢ় খোজেৰে প্ৰেমচাঁদৰ গাড়ীৰ ফালে আগবাঢ়িল। কাকলিক হাতত ধৰি টোচোৰাই নমাই আনিব। তাৰ পিচত কপালত যি আছে হ'ব। কিন্তু হঠাতে বৈ লৈ সি ভাবিলে, 'এইদৰে পাৰ যোৱেৰে কাকলি বা আন গাভৰু ছোৱালীক সি ৰাখিব পাৰিব জানো?'

মিতা আহি তাৰ বাহুত লোহাত ধৰাদি ধৰিলে। মুখখন তীখাৰ দৰে টান কৰি দাঁতৰ মাজেদি এটা হুকুম যেন শব্দ উলিয়াই দিলে—"শুন"।

কুমাৰণীয়ে কঢ়িয়াই নিয়া চিকাৰৰ দৰে মহেন মিতাৰ লগে লগে গৈ সিহঁতৰ ট্ৰাকত আঁউজি ৰ'লগৈ। "অভয় কাইটিক নোকোৱাকৈ একো কৰিবলৈ বোৱা বেয়া হ'ব। পিচত পুলিচ-থানাত খবৰ কৰিবলৈও মানুহ লাগে। তাতে মজিদো নাই।"

"মৰক দে, ইহঁত জহন্নামে যাওক। কিন্তু চকুত নপৰাকৈ যা। নিজৰ চকুৰ আগতে এইদৰে ওলালে সহ্য কৰ কেনেকৈ? চম্মানত নালাগে নেকি?"—খঙত যেন মহেনে কান্দি দিব। সি কঁপিছিল।

মিতাই বহুত কিবাকিবি কৰিব পাৰে। আগেয়ে কৰিছেও। সহজ নিয়ম তাৰ জীৱনৰ। অন্যায়ৰ প্ৰতিশোধ ততালিকে লয় সি—আইনৰ মেৰপাকলৈ অপেক্ষা নকৰে। কিন্তু অভয়, মজিদ, কাকলি, মহেন আদি বহুতৰ কথা ভাবি সি শান্ত হৈ আছে। কি কৰিব সি ভাবি পোৱা নাই। মাত্ৰ মহেনক সি বাহুত ধৰি আছে তাৰ লোহা-হাতেৰে। এটা মানুহ প্ৰেমচাঁদৰ গাড়ীখনলৈ চাই চাই পিচলৈ আহি আছে। এবাৰ দুখোজ আগুৱাই গৈ আকৌ চাৰি খোজ পাচলৈ আহে। মিতাই চাই আছে। ভাবিছে, এইজনে দিনতে টেঁটুলৈকে পি আহিছে। সিহঁতৰ ফাললৈকে পাচ হুঁহকি আহি আছে। খন্তেকৰ কাৰণে মহেন আৰু মিতাৰ দৃষ্টি তাৰ ওপৰত পৰিল। সি পিচলৈ আহি আহি খৰক-বৰককৈ মহেনহঁতৰ আগতে ৰ'লহি আৰু সিহঁতৰ উপস্থিতিৰ কথা নাজানিয়েই হাত দুখন মূৰত থৈ হতাশাৰে বিৰবিৰাই ক'লে,

"কি কৰিম। কেনেকৈ এশিকনি দিম। অসহ্য। মাবোৱাৰীৰ গাড়ীত—এই দিন দুপৰতে……"

আচৰিত হ'ল মিতা। এখোজ আগলৈ আহি মুখখন জুমি চালে মহেনে। সেইটো প্ৰশান্ত।

প্ৰশান্তই লাখটকীয়াতে হঠাৎ যেন দেখিলে প্ৰেমচাঁদৰ গাড়ীত কাকলি। লাখটকীয়াইদি সি কাঁচি বজাৰলৈ আহিছিল, সাধাৰণতে ছোৱালীৰ ভিৰ হোৱা কোনোবা এখন কাপোৰৰ দোকানত এটা বনিয়ন কিনিবলৈ। বুকুখন ওলাই থকাকৈ পাঞ্জাবীৰ বুতাম খুলি থ'বলৈ হ'লে ভাল বনিয়ন এটা দৰকাৰ। হঠাতে দেখা যেন লাগি তাৰ সন্দেহ হ'ল। উঠিল সি বিক্সা এখনত প্ৰেমচাঁদৰ দোকান অভিমুখে। আহি দেখেহি কথা সত্য। চাই আছিল সি, কাকলিৰ মুখৰ চেহেৰাত কথা পাতিব পৰা কোমলতা দেখিলেই সি আগবাঢ়ি যাব। কিন্তু কাকলিয়ে যেন তাক দেখিও নেদেখা ভাও জুৰিলে। তাতে মাজত ডেকা এটা। মৰসাহ দিও অকলৈ আগুৱাবলৈ শক্তি নহ'ল তাৰ। পিচলৈ আহি আহি সি মহেনহঁতক পালেহি। জুমি চাওঁতেই মহেনৰ মুখখন দেখিয়েই সি চিনি পালে। কেবাদিনো দেখিছে মহেন-মিতাক অভয়ৰ ওচৰত। উত্তেজনাত কৈ পেলালে, "কি চাই আছাহঁক? দেখা নাই? মাবোৱাৰীৰ গাড়ীত ভদ্ৰলোকৰ ছোৱালী। কলেজৰ আগত হোৱা হ'লে আজি গাড়ী জলাই দিলোঁহেতেন। তোমালোকে এইদৰে চাই চাই আসৈ দিছা সিহঁতক। টানি নমাই আনা কিয়…?"

আৰু হয়তো বহুত কিবাকিবি ক'লেহেঁতেন প্ৰশান্তই। ওচৰতে দুটা শকত-আৱত অসমীয়া ডেকা পাই সি সাহ পাইছে—অসমীয়াৰ অস্তিত্ব নথকা কাঁচি বজাৰতো। কলেজৰ কলংক প্ৰশান্তৰ নিচিনা ল'ৰা বহুতো লগ পাইছে মহেন-মিতাই। এটা ধমকিত বেঙে মূতা গৰু কঁপাদি কঁপে। এই ছোৱালীবিলাক প্ৰশান্তটোক দেখিলেও খং উঠে মহেনৰ। ছোৱালীৰ দৰে গাটো চাৰি ভাঁজ কৰি লেনিয়াই লেনিয়াই কথা কোৱা শুনিলে অসহ্য হয়। সিহঁতে তাৰ নাম দিছে 'টিকিবা দমবা'। এই কাপুৰুষবোৰৰ গাত হাত তোলাৰ কথা সিহঁতে এনেয়েও নাভাবে। আজি কিন্তু এই কাপুৰুষালি সহ্য নহ'ল মহেনৰ। এনেয়ে জ্বলি আছিল সি। তাৰ সৈঁা ভৰিৰ একেটা গোৰতে প্ৰশান্ত ফুটবল ওফৰাদি উফৰি গৈ বেং পৰাদি পৰিলগৈ। হাতত থকা কলেজৰ বহীটো উফৰি গ'ল। প্ৰশান্তৰ মুখখন কন্দনামুৱা হ'ল। মানুহ গোট খালে। মহেন নিৰ্বিকাৰ। দূৰলৈ চাই দেখে এই গণ্ডগোলৰ মাজতে কাকলিহঁত থকা গাড়ীখন ধূলি উৰুৱাই গুচি গৈছে। মহেন আৰু মিতাও ট্ৰাকত উঠি গুচি গ'ল।

প্ৰশান্ত পৰাৰপৰা উঠি কাপোৰত লগা কাঁচি বজাৰৰ গেলা গোন্ধোৱা ধূলি একৰাবলৈ হাতেৰে কোবালে। চাৰিওফালে গোট খোৱা মানুহবোৰে কি হৈছে, কেনেকৈ পৰিল আদি হেজাৰ প্ৰশ্ন কৰিবলৈ ধৰিলে। কেনেকৈ কয় প্ৰশান্তই যে এটাৰ এগোৰত বেং পৰাদি পৰি সি দ্বিতীয় গোৰ পৰাৰ ভয়ত কঁপি আছে? কেনেকৈ কয় সি কাকলিৰ কাৰণে এই অৱস্থা? কোনে দেখিছে, নেদেখিছে ভাবিবলৈ তাৰ সময় নাই। চমু উত্তৰ দিলে সি—এনেয়ে হঠাৎ উজুটি খাই পৰা বুলি। কোনেও যেন বিশ্বাস কৰিব খুখুজিলে। তাত বৈ থকা আৰু ঠিক নহয়। আঁঠুকিটাত বেচি দুখ পাইছিল সি। ওচৰতে থকা ৰিক্সাখনত উঠি সি আঁতৰি পৰিল। কলেজৰ বহীটো ক'ত পৰিল সি বিচাৰিবলৈকে পাহৰিলে।

গোট খোৱা মানুহবোৰে কথা পাতিছে। কোনোবা দুই-একে ক'লে—কোনোবা এটাই গোৰ মাৰি দিয়া যেন দেখা বুলি। এটাই প্ৰশান্তৰ থাকি যোৱা বহীটো তুলি আনি পাত লুটিয়াই চাই মন্তব্য কৰিলে—অ' কলেজীয়া ডেকা। কোনোবা প্ৰতিদ্বন্দ্বীৰ লগত লাগিল বোধকৰোঁ।

এনেতে পেটত হাত মোহাৰি মোহাৰি ওলাই আহিল মহেনহঁতে কাম কৰা দোকানৰ মালিক। গোট খোৱা মানুহবোৰৰ প্ৰশ্নবোধক চাৱনিৰ প্ৰত্যুত্তৰ হিচাপে তেওঁ ক'লে—তেওঁৰে হেণ্ডিমেন মহেনে গোৰ মাৰি পেলাই দিয়া বুলি। কৈয়ে তেওঁ হাঁহিলে। ইমানপৰে তেওঁ কোৱা নাছিল প্ৰশান্ত দুঃখংদেহি ভাব লৈ আছে বুলি। এতিয়া তেওঁ কৈছে, প্ৰশান্ত পলোৱা দেখি। আৰু ক'লে তেওঁ—এইবোৰ ল'ৰায়েই ভদ্ৰলোকৰ ঘৰৰ ছোৱালীবোৰ বেচি ফুৰিছে। এতিয়া তেনেকুৱা কিবা এটা ঘটনা হোৱাৰ কাৰণেই বোধকৰোঁ মহেনে গুৰিয়ালে তাক। কাৰণ অলপতে এখন গাড়ীত দুজনী ছোৱালী লৈ যোৱা আৰু তাৰ ওচৰতে এই ল'ৰাটোক থিয় হৈ থকা তেওঁ বোলে দেখিছিল। দোকানীজনৰ বিশ্বাস, সেই প্ৰেমচাঁদৰ লগত যোৱা ছোৱালী দুজনী এই ল'ৰাটোৱেই, মানে প্ৰশান্তয়েই যোগাৰ কৰা। মুখেৰে গালি পাৰিলেও মনে মনে বেপাৰীজনে প্ৰশান্তৰ চেহেৰাটো মনত ৰাখিলে—কেতিয়াবা যদি কিবা সুবিধা হয়…

বিস্নাত বাওঁতে বাওঁতে আৰু এগোৰ খোৱাৰ ভয়টো পাতলিল প্ৰশান্তৰ। অলপ সুস্থিৰ হ'ল সি। কোনোমতে সাৰি আহিল তেও। এতিয়া নিৰাপদ যেন অনুভৱ হোৱাত সি ভাবি চালে, কিয় সি গোৰটো খালে। যিমানদূৰ মনত পৰে সি একো বেয়া কথা কোৱা নাছিল। ঘটনাটো নিশ্চয় কাৰো চকুত পৰা নাছিল। নহ'লে কোনোবাই ক'লেহেঁতেন। কিন্তু কিয় গোৰ খালে সি? সেই প্ৰশ্ন সিহঁতক কৰিবলৈ যোৱাৰ কথা সপোনতো নাভাবে প্ৰশান্তই। ভাবোঁতে ভাবোঁতে তাৰ খঙেই উঠিল। ইহঁতৰ সাহ বাঢ়ি আহিছে। গুণ্ডামি কৰি দেখুৱালে। মনে মনে আৰু খং উঠিল তাৰ। সিহঁতক এশিকনি দিয়াৰ উপায় চিন্তিবলৈ ধৰিলে সি। অকলে ক'ৰবাত লগ পালে পিচফালৰপৰা…। পুলিচ-থানাখন দেখি তাৰ সেই ভাব আধা ভৰাতে বৈ গ'ল। পুলিচৰ হাতত পৰা কাম কৰিব নোৱাৰি। তাতকৈ কিবা মিছা ৰিপোর্ট দি কেইদিনমান হাজোতত ভাত খুৱাব পাৰি।

কলেজৰ সমুখত চিনাকি ল'ৰা কেইটামান দেখি সি বিস্নাৰপৰা নামি সিহঁতৰ ওচৰ পালেগৈ। মনে মনে ইচ্ছা, কলেজৰ ল'ৰাক লগাই দি সিহঁতৰ হতুৱাই মহেনক শিকনি দিয়া। কলেজৰ ল'ৰা এটাই তাক দেখিয়েই সুধিলে—কাপোৰে-কানিয়ে ধূলি-বালি লগাই কত ম'হ-যুঁজ কৰি আহিলা বুলি। চোকা মগজেৰে প্ৰশান্তই তৎক্ষণাৎ বুদ্ধি সাজিলে। বুজাই ক'লে সিহঁতক—কলেজৰ ছোৱালী কেইজনীমানক উজান বজাৰৰ মহেন নামৰ গুণ্ডা এটাই অসভ্যৰ দৰে জোকাইছিল বুলি। তাক প্ৰশান্তই ভালকৈ গালি পাৰি ঘূৰি আহোঁতে সি পিচৰপৰা চিঞৰি চিঞৰি ক'লে, 'তহঁতৰ গোটেই কলেজৰ ল'ৰাগাল আহিলেও মোৰ নোম এডালকে লৰাব নোৱাৰে।' ইমান সাহ। আকৌ খেদা মাৰোঁতেই উজুটি খাই প্ৰশান্ত পৰি গ'ল। গোটেই কলেজক ইন্‌চাল্ট কৰা এই গুণ্ডাটোক ঠাণ্ডা কৰা দৰকাৰ। কলেজৰ ডেকাকিজনে তাৰ কথা ধৈৰ্যেৰে শুনি উত্তৰ দিলে—'তুমি কলেজৰ সন্মান ৰাখি, কলেজৰ ছোৱালীৰ বডিগাৰ্ড হৈ ফুৰিব নালাগে। নিজক বচাই ফুৰিবা। কোনোবাই ক'ৰবাত নাক-কাণ কাটি দিব। আমি তোমাক বচাবলৈ গৈ তোমাৰ বদনামবোৰ গাত সানি ল'ব নোৱাৰোঁ।'

"তহঁতৰ আত্ম-সন্মান জ্ঞান একেবাৰে নাই অ"—প্ৰশান্তই বিৰক্তিৰে ক'লে।

বৈ থকা ল'ৰাকিটাৰে এটাই আগবাঢ়ি আহি ক'লে—"আমি এটা ভাল কথা আলোচনা কৰি আছিলোঁ। ভলালহি সি।" তাৰ পিচত তাৰ ডিঙিত ধৰি ক'লে, "যা বিস্নাত উঠি কত মৰ মৰগৈ। ইয়াত থাকিলে চৰ খাবি।"

প্ৰশান্তৰ বুকুখন কঁপি গ'ল। ইয়াত মাৰ খাব লাগিলে গোটেইখনতে ওলাব। সি সেইবোৰ কথা শুনাৰ ভাও ধৰি আহি বিস্নাত উঠিলহি।

হঠাৎ এইবাৰ বিস্নাত উঠিয়েই তাৰ নতুন এটা বুদ্ধি খেলালে। প্ৰতিশোধৰ ভাব যিমানে বেছি হৈছে, সিমানে তাৰ মগজে খৰকৈ কাম কৰিছে। এইবাৰৰ বুদ্ধিটো তাৰ 'ফেল্ নামাৰে' বুলি সি নিজকে নিজে ক'লে আৰু বিস্নাৱালাক 'উজান বজাৰ' বুলি কৈ গন্তব্যস্থান পাবলৈ অস্থিৰ হৈ উঠিল।

বিয়লিৰ গুৱাহাটীৰ ভাগৰুৱা বাটত সন্ধিয়াৰ আঁৰকাপোৰে 'বিৰতি' সূচায়। কোনোবা অভিনয়ৰ দীঘলীয়া বিৰতিত যোৱাৰ দৰে-সময়বোৰ চিগাৰেটৰ ধোঁৱা হৈ

পাক খাই, পাক খাই যাওঁ-নাযাওঁকৈ যায়। পুথুৰী আৰু নৈৰ পাৰ, ডাঙৰ আলিবাটৰ দাঁতি আৰু আন দুই-এটুকুৰা বিশেষ বিশেষ ঠাইত গুৱাহাটীয়া বাইজে এলাহ কৰাৰ বিলাসিতাৰ জুতি লয়। এই বিবৰ্তিৰ সময়ত কেৱল প্ৰশান্ত মহা ব্যস্ততাৰে উজান বজাৰলৈ আগবাঢ়িছে। বিক্সাৱালাটোক জোৰেৰে চলাবলৈ কেৰাবাৰো কৈছে। অলপ পলম হ'লেই যেন সৰ্বনাশ হ'ব।

তিহুকৰ বেপাৰীৰ পুতেক দেবেন। সেই দেবেনক লগ পাবলৈকে প্ৰশান্তৰ এই যাত্ৰা। আজি দহ বছৰমানৰ ভিতৰতে তিহুকৰ বেপাৰী গুৱাহাটীত জনাজাত হৈ পৰিছে। আগেয়ে গুৱাহাটীত ঘৰে ঘৰে গৈ শাক-পাচলি বেচি ফুৰিছিল। কিন্তু এবাৰ এজন এম্-এল্-এৰ লগত লগ লাগি এখন মাছৰ বিল ডাকি ল'লে। আচলতে ল'লে এম্-এল্-এ জনে, কিন্তু বেপাৰীৰ নামত। বহুতে তাক হাঁহিছিল, মাছৰ কাৰবাৰ কৰিবলৈ যোৱা দেখি। কিন্তু তিহুকৰৰ নিচিনা মানুহ এটাৰ কি হ'ল কোনেও খবৰ নাৰাখিলে। যোৱা ইলেক্‌চনত কংগ্ৰেছক হঠাৎ বিশ হেজাৰ টকা দি তিহুকৰ গুৱাহাটীৰ সভা-সমিতিত আগশাৰীত বহা দেখি হে সকলোৰে আকৌ মনত পৰিল। তিহুকৰৰ পুতেক দেবেনে মেট্ৰিকলৈকে পঢ়ি বাপেকক ব্যৱসায়ত সহায় কৰিছে। এতিয়া তিহুকৰ বেপাৰীৰ গাড়ী আছে, পকী বঙলা আছে, বিলাতী কুকুৰ আছে। এতিয়া তিহুকৰৰ ঘৰলৈ বিখ্যাত নেতা ডক্টৰ বৰদলৈ, বিখ্যাত সাহিত্যিক দাস, বিভিন্ন ৰাজনৈতিক দলৰ দলপতি, চৰকাৰী মহলৰ মন্ত্ৰীও অহা-যোৱা কৰে। দেবেন ভাল ল'ৰা; তাৰ বয়সৰ আন দহোটা ল'ৰাৰ দৰে অজস্ৰ টকা পায়ো নষ্ট হোৱা ল'ৰা নহয়। ব্যৱসায় তাৰ কাৰণে জীৱনৰ সাধনা—তাত সি ফাকি নিদিয়ে। ডাঙৰ মানুহৰ কথা শুনে। বহুত ডাঙৰ মানুহ যে তাৰ ওচৰলৈ টকাৰ লোভতে আহে, সি জানে। জানিও সি অশ্ৰদ্ধা নকৰে। কোনোবাই আহি ৰাজনীতিৰ ডাঙৰ ডাঙৰ কথা কৈ পইচা আদায় কৰাৰ চেষ্টা কৰিলে সি সাধ্যমতে কিছু দি কয়, "মই সেইবোৰ নুবুজোঁ। মই জানো, আমি সকলোৱে যি কোনো এটা ব্যৱসায় কৰিব লাগে। তেহে ধন আহিব। আপুনি, মই, তেওঁ—এইদৰে পাইগুটীয়াকৈ উন্নতি কৰিলেই দেশৰ উন্নতি নহ'ব জানো?" এইবোৰ কথা সি গৰ্ব কৰি নকয়, প্ৰকৃততে বিশ্বাস কৰি কয়।

কিবা দুৰ্যোগত তাৰ চিনাকি হৈছিল কৃষ্ণ কাকতিৰ লগত। কৃষ্ণ কাকতিৰ তেতিয়া বৰ বেয়া অৱস্থা। কিছু পইচা দি সহায় কৰিছিল সি। অহা-যোৱাৰ মাজেদি তাৰ ডেকা মনটোৱে কাকলিক ভাল পাই পেলাইছিল। ভালপোৱা বুলিলে ভুল হ'ব, কাকলিৰ ৰূপৰ পূজাৰী হৈছিল সি। কাকতিয়েও তাৰ এই মনোভাৱ বুজিব পাৰি তাৰপৰা যিমান পাৰে আদায় কৰিছিল। তোমাৰ চাকৰটো দি বজাৰখিনি কৰাই দিয়াচোন; ইইত কাপোৰ কিনিবলৈ যাব খুজিছে, তুমি যাওঁতে কেতিয়াবা নৈ যাবাচোন; শিলঙলৈ গ'লে মোকো নৈ যাবাচোন—এই দৰেই। কাকলিয়ে কিন্তু সহ্য কৰিব পৰা নাছিল। সজ ব্যৱসায়ীৰ দৰে এদিন সুবিধা বুজি দেবেনে নিজে কাকলিক বিয়া কৰোৱাৰ প্ৰস্তাৱটো কাকতিৰ আগত দাঙি ধৰিলে —শিলঙৰপৰা অকলে কাকলিক নিজ গাড়ীত নৈ আহোঁতে। সেইটো আজি প্ৰায়

এবছৰ আগৰ কথা। কাকতি টেঙৰ মানুহ। দেবেনে তেওঁৰ ছোৱালী বিয়া কৰাব খোজাৰ সাহস ক'ৰপৰা পালে? দেবেনৰ নিচিনা মানুহ এটাই তেওঁক এই কথা সুধিব পাৰে বুলিও ভবা নাছিল তেওঁ। তথাপি সেইদিনা কাকতিয়ে ঘূৰাই-পকাই এনেকৈ কৈছিল যে তেওঁৰ খুব ইচ্ছা। কিন্তু ঘৰৰ আনবোৰ মানুহবো মত ল'ব লাগিব, কোনেও আপত্তি নকৰে অৱশ্যে—ইত্যাদি পকোৱা কথাৰে তেওঁ বুজিবলৈ দিছিল, হোৱাটো খুবেই সম্ভৱ। এনেকৈ কোৱাৰপৰা লাভ হৈছিল কাকতিৰ। পুৰা তিনি মাহ ঘৰ-ভাড়াৰপৰা আদি কৰি সকলো খৰচ চলালে দেবেনে। তাৰ পিচত এদিন সি সকলো কথা জনাই কাকলিলৈ এখন চিঠি দিলে। সি জানে কাকলি তাতকৈ বেছি পঢ়া-শুনা কৰা ছোৱালী, কিন্তু সেইখিনি অভাৱ সি পূৰাব তাৰ টকাৰে। সজ মানুহ সি। এই চিঠি দিয়াৰ বাহিৰে কাকলিৰ ফালে অসৎভাৱে সি চোৱাও নাই। ছুই চোৱা তো দূৰৰ কথা। কিন্তু এই সজ ব্যৱহাৰৰ গুৰিত কাকলিতকৈ নিজক সৰু বুলি ভবা তাৰ মনটো আছে। এই কথা সি অস্বীকাৰ কৰিব খুজিলেও বুজি পায়।

কাকলি চিঠি পাই জ্বলি উঠিল। ইয়াৰ পিচত এদিন দেবেন যাওঁতে কাকলিৰ মাকেই টান কথা শুনাই দিলে। ফল কিন্তু বেয়া হ'ল। সিহঁতৰ গোটেই ঘৰখন বে খাবলৈ নোহোৱা হ'ল। সেইবাৰেই কাকলিয়ে প্ৰথম অনুভৱ কৰিছিল যে তাই নহ'লে ঘৰখন নচলে। সেইবাৰেই কাকলিয়ে গৰ্বেৰে ঠিক কৰিছিল, নিজে নিজক বিলাই দিও এখন ঘৰ চলোৱাৰ দায়িত্ব লোৱাত 'এড্‌ভেঞ্চাৰ' আছে, আৰু আছে তৃপ্তি।

দেবেন যোৱা বন্ধ কৰিলে, কিন্তু তেতিয়াও ভাবি থাকিল—কাকলিৰ ইচ্ছা আছে; কেৱল মাকজনীয়ে বাধা দিছে। নহ'লে কাকলিয়ে তাৰ চিঠি ঘূৰাই দিলেহেঁতেন। কিন্তু পেটে পেটে সি জ্বলি আছিল। আন এদিন বাটত লগ ধৰি কাকলিক সি সুধিলে, তাৰ চিঠিখনৰ উত্তৰ দিব নে। তাই উত্তৰ দিলে, 'সময় হ'লে দিম'—অৰ্থাৎ তেনেকুৱা 'বেয়া চিঠি'ৰ উত্তৰ ভালকৈ দিব পৰা অৱস্থা আহিলে দিম। খঙেৰে এই শব্দকিটাকে কৈ তাই গুচি গৈছিল। কিন্তু দেবেনে কিবা বুজিলে। সি ভাবিলে 'সময় হ'লে দিম' মানে মাক-বাপেকৰ বাধাৰ হাত সাৰিব পাৰিলে দিব। সি বলিয়াৰ দৰে হ'ল। কাৰবাৰৰ কথা সি পাহৰিলে। এতিয়া দিনে-নিশাই কেৱল কাকলিৰ চিন্তা। তাৰ তোষামোদকাৰীৰ সংখ্যা বাঢ়িল। বহুতে আহি মিছাকৈয়ে কয়—আজি কাকতিৰ ঘৰলৈ যাওঁতে কাকলিয়ে তোমাৰ কথা সুধিছিল। তাৰ জুই আৰু জ্বলি উঠে। নতুন নাম দিলে সি কাকলিক। উষা। অনিৰুদ্ধৰ দৰে হৰণ কৰিব সি। ইটো-সিটোক কওঁতে প্ৰায় গোটেই গুৱাহাটীয়েই জানি পেলালে কাকলি-দেবেনৰ কথা। এতিয়া সামাজিক প্ৰতিপত্তিৰ কাৰণে সি হেজাৰে হেজাৰে টকা ভাঙি বিভিন্ন সভা-সমিতিত যোগ দিছে। যাতে কাকলিয়ে গৰ্ব কৰিব পাৰে, এজন বিখ্যাত মানুহক বিয়া কৰোৱা বুলি।

এই অৱস্থাতে চলি আছে এতিয়া। দেবেনে ভাবে, সুবিধা পালেই কাকলি তাৰ ওচৰলৈ আহিব। কিন্তু কাকতিয়ে আজিকালি তাক দেখিলে মুখ ঘূৰাই লয়।

ব্যৱসায়ী মানুহ সি। এটা ব্যৱসায়ত খটোৱা ইমানখোপা টকা এনেয়ে যাবলৈ সি কেতিয়াও দিব নোৱাৰে। কাকতিয়ে মুখেৰে নামাতি সাৰি যাব নোৱাৰে।

এই দেৱেনৰ ঘৰৰ আগতে নামিলগৈ প্ৰশান্ত। মনে মনে ঠিক কৰিলে, দেৱেনৰ একমাত্ৰ বন্ধুৰ দৰে মনে মনে সি ক'ব—সি ভালকৈ জানি আহিছে বুলি ক'ব—বাপেক-মাকে কাকলিৰ ইচ্ছাৰ বিৰুদ্ধে কাকলিক জোৰ কৰি প্ৰেমচাঁদ মাৰোৱাৰীৰ গাড়ীত তুলি দিছে বুলি। আৰু সেই সময়ত কাকলিয়ে কোৱা সি নিজে শুনিছে বুলি ক'ব—'মোক দেৱেনলৈ দি দে। মই তইঁতৰ লগত নাথাকোঁ।'

[ ৯ ]

সন্ধিয়া প্ৰায় আঠ বাজে। মাজে মাজে ঘৰৰ আগেদি যোৱা দুই-এখন মটৰৰ শব্দত চক্ খাই উঠি কাকতিয়ে অস্থিৰভাৱে ঘৰৰ পিৰালি আৰু বাটৰ মাজৰ বাঁহে-ঢকা পদূলিত অহা-যোৱা কৰিছে। খোজতকৈও অস্থিৰ হৈ পৰিছে তেওঁৰ মন। বৰুৱাৰ ঘৰত প্ৰেমচাঁদৰ অপেক্ষাত তেওঁ বহি আছিল। এনেতে এটা মানুহে গৈ বৰুৱাক নগদ পাঁচ হেজাৰ টকা দিলে, আৰু দিলে এখন চিঠি। চিঠিত লিখা আছিল, কামত লাগিবলগীয়া হোৱা কাৰণে প্ৰেমচাঁদ আহিব নোৱাৰিলে। গতিকে টকাকে পঠিয়াই দিলে। ঈশাহঁতক গাড়ী দিলে। আৰু, কাকতিক তেওঁৰ ঘৰত সন্ধিয়া লগ ধৰিব বুলি ক'বলৈ অনুৰোধ কৰিছে। বাধ্য হৈ কাকতি গুচি আহিল বৰুৱাৰ ঘৰৰপৰা। আহিয়েই প্ৰথমে ঘৰ। সাত বজাত এবাৰ প্ৰেমচাঁদৰ দোকানৰ ফালে ওলাই গ'ল। সি দোকানত নাই। আকৌ ঘৰ। দিনতে আনি দিয়া ঔষধ খাই কেঁচুৱা আৰু মাক শান্তিৰে শুইছে। সন্ধিয়াৰ গুৱাহাটীলৈ শান্তি নামি আহিছে। পাঁচ হেজাৰ টকা জেপত লৈ বৰুৱাই হয়তো শান্তিৰে সময় নিয়াইছে। এই শান্তিময় পৰিৱেশৰ মাজতো অশান্তিৰে ভৰা বুৰ এটা লৈ কাকতি অতিষ্ঠ হৈ উঠিছে। মাজে মাজে নিজক প্ৰশ্ন কৰিছে—'ই ঠগিব নেকি?' ভয়ত বুকুখন কঁপি উঠে। সি যদি টকা নিদিয়ে, তেন্তে কাইলৈৰপৰা তেওঁ বাটত ওলাব নোৱাৰা হ'ব—ঘৰত বহিব নোৱাৰা হ'ব। কাৰণ প্ৰায়বোৰ ধৰুৱাকে তেওঁ কাইলৈ টকা দিব বুলি কৈ থৈছে। ঠগি সি সাৰিব ক'ত? কিন্তু তাৰ পাৰ্মিট কেন্সেল কৰি তাক বিপদত পেলোৱাৰ আগতে তেওঁৱেই যদি ধৰুৱাৰ উৎপাতত পলাবলগীয়া হয়? কি কৰিব তেওঁ এতিয়া?—আৰু এই কাকলিজনী। তাইৰ ঘৰখনৰ প্ৰতি কোনো চিন্তা নাই। ঈশাৰ লগত ফুৰিবলৈ গ'ল যে গ'লেই। এই বাতিলৈকে ঘূৰাৰ নাম নাই। ঈশাই হাত তিয়াই ভাত খায়। কাকলিয়ে তো ঘৰখনৰ কথা বুজিব লাগে। নিজে ভাত বান্ধি খাব লাগিব বুলি কৈ ফুৰি নিজৰ অৱস্থাৰ কথা আনক জনোৱাৰ দৰকাৰ বাৰু নাই। কাকতিয়ে তেনে কৰাটো নিবিচাৰেও। কিন্তু বুদ্ধি কৰি সময়মতে জানো তাই গুচি আহিব নোৱাৰে? আজি জীৱনত তেওঁ প্ৰথম ভালকৈ অনুভৱ কৰিলে, কাকলিৰ অবিহনে তেওঁ খুব অসহায় অনুভৱ কৰে। আলাসতে ওপৰত ওলমি থাকিবলৈ বহুত ঢোকা-ভেজাৰ দৰকাৰ। কাকতিৰ নিচিনা অৱস্থাত পৰা মানুহে সদায় নিজৰ চাৰিওফালে বিশ্বাস কৰিব পৰা

মানুহ বিচাৰে—'ঢোকা-ভেজা হৈ থাকিবলৈ। নহ'লে পৰি যোৱাৰ ভয়ত ভাগৰি পৰে, পৃথিৱীখন বিপদজনক যেন লাগে। সেই কাৰণে কাকতি'ক'ৰবালৈ গ'লেও কাকলিক লগত লৈ যায়। গোটেই ঘৰখনকে লগত নিব পাৰিলে আৰু ভাল লাগে। ভিতৰুৱা দুৰ্বলতা বুজিও পৰিবলৈ এৰি নিদিয়া পক্ষপাতী, মৰম-ফাকিবোৰ বুজিও মুৰুজাৰ ভাও দি তেওঁক ভাওৰ মানুহ কৰি থোৱা অকপট তোষামোদ, নিজৰ ঘৰখনৰ বাহিৰে ক'ত পাব পাৰি? সেই কাৰণেই এইবিধ মানুহ পৰিয়ালপ্ৰিয় হয়। আৰু নিজৰ ব্যক্তিগত লাভৰ কাৰণে বিনা প্ৰতিবাদে বলি হ'বলৈ ওলোৱা মানুহ নিজ পৰিয়ালৰ বাহিৰে আন কাক বিচাৰি পাব?

আগফালৰ বাৰাণ্ডাত থকা বেতৰ ভগা চকীখনত বহি কাকতিয়ে চিকুটি চিকুটি ছিগা বেতবোৰ এফালবলৈ ধৰিলে। নিজৰ সুখৰ সংসাৰখনো গোটেই জীৱন জুৰি এইদৰে চিকুটি চিকুটি শেষ কৰা নাইতো? জঁাপ মাৰি উঠিব খুজিল বকুৱা। এনেতে হঠাৎ আহি এখন গাড়ী ৰ'লহি কাকতিৰ ঘৰৰ আগতে। কাকতিয়ে মুখলৈ নিশ্চিন্ত হোৱাৰ ভাব অনাৰ চেষ্টা কৰিলে। প্ৰেমচাঁদেই আহিছে। যি হওক, বহুত চিন্তাৰপৰা হাত সৰা গ'ল।

চাৰি-পাঁচজন মানুহ নামি অহাত কাকতিৰ সন্দেহ হ'ল। ওচৰ পালত দেখিলে—প্ৰেমচাঁদ নহয়। কাকতিৰ খঙে মূৰৰ চুলি পালেগৈ।

"কি লাগে?" খুব খঙেৰে সুধিলে তেওঁ।

কোনো উত্তৰ নাই। কাকতিৰ অনুমতিলৈ অপেক্ষা নকৰি দুজন ড্ৰইংৰুমলৈ 'সোমাই গ'ল। লাইটটো জ্বলাই ল'লে নিজে। এই ঘৰৰ লাইটৰ চুইচ ক'ত, দেবেনে জানে।

আন্ধাৰতে কাকতিয়ে চিনি পাইছিল দেবেনক। আন্ধাৰত তাক টান কথাও শুনাই দিলে। কিন্তু পোহৰত তাৰ মুখখন দেখি কাকতিয়ে ভয় খালে। নিজৰ অজানিতেই ক'লে—"বহা"।

দেবেন নবহিল। দেবেনৰ সঙ্গীও নবহিল।

কাকতিয়ে কি কৰিব ভাবি পোৱা নাই। খন্তেকৰ কাৰণে তেওঁ প্ৰেমচাঁদ, কাকলি আদি সকলোৰে কথা পাহৰিলে। দেবেনৰ এই মূৰ্তি তেওঁ আগেয়ে কেতিয়াও দেখা নাই। নিশ্চয় সি টকাৰ কথা ক'বলৈ আহিছে। 'কেচ' অৱশ্যে কৰিব নোৱাৰে। একো লেখা-পঢ়া নাই। কিন্তু যদি চিঞৰ-বাখৰ কৰি গণ্ডগোল কৰে, ভয় দেখুৱায়! চুবুৰীয়া মানুহৰ আগত তেওঁৰ ড্ৰেচিংগাউন পিন্ধা ভদ্ৰলোকৰ সন্মানটো ক'ত থাকিব? মূৰে কাম কৰিলে কাকতিৰ। দেবেনহঁত যে বহা নাই সেই কথা লক্ষ্য নকৰাৰ দৰে তেওঁ ক'লে,

"বাৰু বহাহক, মই ভিতৰত খবৰ দিওঁ···"

"নালাগে"—এটা শব্দ দেবেনৰ। কিন্তু সেই শব্দটো লোহাৰ গেট হৈ তেওঁৰ আগত উপস্থিত হ'ল।

"মোৰপৰা কিমান টকা লোৱা হ'ল মনত আছে?"—আপুনি, তুমি, তই একো সম্বোধন নকৰাকৈ সুধিলে দেবেনে।

"কিবা দেখোন খণ্ডেৰে কৈছা কথাবোৰ।"

"এতিয়ালৈকে পাঁচ হেজাৰ। মই হিচাপ ৰাখোঁ।"

"তুমিও খোজা নাই কাৰণে ময়ো দিয়াৰ কথা ভবা নাই, এতিয়া……"

"এতিয়া মাৰোৱাৰীক ছোৱালী বিক্ৰী কৰিছে যেতিয়া মোৰ টকা লাগে।"

কাকতি নিৰুত্তৰ। কঁপা নাইতো?

"আপুনি আপোনাৰ ছোৱালীক মোলৈ বিয়া দিব বুলি কৈছিল নে নাই?"—খঙত দেবেনে 'লাজ' বোলা কথাটোকে পাহৰি সুধিলে।

"সেইবোৰ কথা এনেকৈ পাতে জানো?"

"কৈছিল নে নাই?"—জোৰেৰে ক'লে দেবেনে।

"মই কিবা নহয় বুলি কৈছোঁ নে এতিয়া?"

"এতিয়া তাইক জোৰকৈ মাৰোৱাৰীক দিছে……"

"ৰ'বা, ৰ'বা……"

ভিতৰত আৰু বাহিৰত বৈ থকা দেবেনৰ সঙ্গী কেউটাই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, "কিহৰ ৰ'বা, ৰ'বা। লাজ নালাগে বুঢ়া?"

"বৰ মানুহ দেখুৱাইছ জীয়েৰক বেচা পইচাৰে?"

"বেশ্যা জীয়েৰৰ পইচাৰে ভদ্ৰলোক হৈছ?"

"চোঁচোৰাই আন চালাক…"

ভিতৰলৈ সোমাই পলাব খোজা কাকতিক দেবেনে আগচি ধৰিলে। মহা গণ্ডগোলৰ সৃষ্টি হ'ল। চাৰিটা মানুহৰ অবাইচ মাতৰ চিঞৰ-বাখৰে বাটত মানুহ গোট খুৱালে। দুই-একৈ ওচৰ চাপি আহি মানুহ ভৰি পৰিল। কাকতিৰ সৰু ল'ৰা-ছোৱালীকিটাই চিঞৰি কান্দি হুলস্থুল কৰিলে। ঘৈণীয়েকে কান্দি কান্দি কি কৈছে কোনেও নশুনা হ'ল। গোট খোৱা ভদ্ৰলোক দুই-এজন কাণ্ড দেখি আঁতৰি পৰিল। বাকীবোৰে সেই চিঞৰ-বাখৰৰ লগত সুৰ মিলাই চিঞৰি চিঞৰি বিভিন্ন মন্তব্য কৰিবলৈ ধৰিলে।

"ভাল মানুহৰ হাতত পৰিছ এইবাৰ। মোৰ ঘৰ-ভাড়াৰ টকা মৰাৰ পাপ ক'ত থুবি।"

"মাগীৰ বাপেকৰ ৰূপটো চা।"

"পেণ্টটো খুলি দে তাৰ।"

কাৰো মাত ক'তো শুণনি। দুই-একে টনা-আঁজোৰা কৰিছে কাকতিক। এনেতে হঠাৎ চাৰিটা মানুহ গাৰ বলেৰে ভিৰ ফালি আহি তাত উপস্থিত। অভয় আৰু তাৰ লগত মজিদ, মহেন, মিতা।

প্ৰেমচাঁদক মাৰিবলৈ ওলাইছিল মহেন আৰু মিতাই। এনেতে মহেন-মিতাৰ ব্যৱসায়ী মালিক মাৰোৱাৰীজনে আহি সিহঁতক হঠাতে কৈছিল—'কি কাম কৰি মৰিছহঁক। তহঁতৰ দোস্তবোৰৰ দৰে মাগী যোগাৰ কৰি দে। কাঁচি বজাৰতে তহঁতে এশ-দুশ টকা দিনে পাবি। ময়ে দিম'। ডিঙি চেপি ধৰিছিল মহেনে। মাৰোৱাৰীৰ চিঞৰত ওচৰৰ বহুত দোকানী আহি মাৰিব খুজিছিল মহেন-মিতাক। এনেতে তাত

গৈ মজিদ উপস্থিত। বৰুৱাৰ ড্ৰাইভাৰ মজিদ। তাৰ গাড়ী আগচি ধৰিছে বুলি সি দোকানৰপৰা দিলে ফোন কৰি। তৎক্ষণাৎ পুলিচ আহিল। পুলিচ দেখিয়েই সকলো বিৰিঙতি ভগাদি ভাগিল। মহেন-মিতাৰ বিপক্ষে গোচৰ দিবলৈও কোনো নাথাকিল।

মহেন-মিতাক লৈ সি অভয়ৰ ওচৰ পাইছিলগৈ। অভয়ে সিহঁতক বুজাই শান্ত কৰিলে। কিন্তু সিহঁতৰ কাৰণেই সি ওলাই আহিবলগীয়া হ'ল। সিহঁতৰ মতে কাকলিৰ বাপেকক আজিয়েই সাৱধান কৰি দিব লাগে। সিহঁতৰ চকুৰ আগত এনে অনাচাৰ চাই তাৰ ব্যৱস্থা নকৰাকৈ সিহঁত থাকিব নোৱাৰে। অগত্যা অভয় ওলাল। কাৰণ সিহঁতে কি ক'বলৈ গৈ, কি কৰেগৈ ঠিক নাই। অৱশ্যে কাকতিক এইবোৰ কথা কোৱাৰ লাভ নাই বুলিও অভয়ে জানে। কাৰণ, কাকতিয়ে জানি-শুনিয়েই সকলো কৰিছে। আৰু, কাকতিক ভয় খুৱাই কি হ'ব? বাকী যে বহুত 'কাকতি'য়ে কম-বেছি পৰিমাণে একেদৰে সকলো মানৱিক শুচিতা হেৰুৱাই আভিজাত্যৰ শাৰীলৈ উঠাৰ চেষ্টা কৰি আছে। ই যে সমাজৰ কেন্সাৰ ৰোগ—দুৰাৰোগ্য। এই মাজত ওলমি থকা স্তৰটো এই ৰোগতে মৰিবই। কিন্তু এইবোৰ কথা জানো মিতাহঁতক কৈ লাভ আছে? আৰু, সিহঁতৰ পোনপটীয়া সবল মনৰ প্ৰতিবাদক অগ্ৰাহ্য কৰি সিহঁতক মানসিক শান্তি দিয়াটোও জানো উচিত? অভয় সেই কাৰণেই ওলাইছিল সিহঁতৰ লগতে কাকলিহঁতৰ ঘৰলৈ। পেটে পেটে ইচ্ছা, কাকতিক বাদ দি কাকলি আৰু কাকলিৰ মাকক বুজাই সি ৰাজি কৰাব সেই বিৰাট ভাড়া-ঘৰ এৰি ৩০।৪০ টকীয়া সৰু ঘৰলৈ আহি শান্তিৰে থাকিবলৈ—আনকি কাকতিৰ সকলো আপত্তি আওকাণ কৰিও। ৰোগীৰ আপত্তি সদায় থাকিবই।

ইয়াত আহি ইমানবোৰ মানুহ দেখি অভয় প্ৰথমতে আচৰিত। পিচত চিঞৰ-বাখৰৰপৰা যি বুজিলে, তাতে সি তেতিয়াই কৰ্তব্য ঠিক কৰি পেলালে। সি গৈ প্ৰথমতে দেবেনক সাৰটি ধৰি বাটলৈ লৈ আহিবলৈ জোৰ কৰিলে। মহেনহঁতে মানুহবোৰক কংগ্ৰেছী পুলিচে মানুহ খেদোৱাদি খেদাবলৈ আৰম্ভ কৰিলে। ঠিক সেই মুহূৰ্ততে উধাতু খাই দৌৰি আহি কাকলি বাপেকৰ ওচৰত থিয় হ'ল। কাকলিৰ ঘৰৰ আগত মানুহ দেখিয়েই তাইক দূৰতে নমাই দিলে ঈশাই। নতুন প্ৰেমিক হৃদয়ক লৈ কিবা এটা অপ্ৰিয় পৰিস্থিতিৰ সন্মুখীন হ'বলৈ নিবিচাৰিলে হয়তো ঈশাই। কাকলিক দেখিয়েই গোট খোৱা মানুহ আৰু দেবেনৰ সঙ্গীকিটাই আগৰ চিঞৰ-বাখৰ আৰম্ভ কৰি দিলে।

ইমানবোৰ মানুহৰ মাজত কি কৰিব ভাবি নোপোৱা অৱস্থাত বাপেকক দেখি কাকলি প্ৰথমতে অবাক। ভাগৰে আউল-বাউল কৰা তাইৰ চুলি আৰু কাপোৰ-কানিৰ মাজত দুটা বিৰাট প্ৰশ্নৰ দৰে জিলিকি পৰিল চকু দুটা। কোনোবা মৰিল? নে কোনোবাই দেউতাকক মাৰিলে? নে জিতে ক'ৰবাত কিবা গণ্ডগোল কৰি আহিছে? ৰুকায়েকৰ একো বেয়া খবৰ অহা নাইতো? বহুত কথা একেলগে কেই মুহূৰ্তমানতে ভাবি পেলালে তাই। ইমান সময় তাইৰ কাণ দুখনে কাম কৰা নাছিল। হঠাতে মাকে আওৰাই আহি তাইক সাবটি ধৰি কান্দি কান্দি ক'লে, 'তোক কেলেই জনম দিলোঁ, তই মৰি নাযাৱ কিয়?" তাইৰ কাণত মাকৰ বিননি

পৰশিল। লগে লগে তাইৰ চাৰিওফালে থিয় হৈ থকা মানুহবোৰৰ গুণ্‌গুণনি। মূৰ তুলি চাই তাই দেবেনক দেখিলে। তাইৰ মূৰে কাম কৰিলে। সকলোবোৰ কথা হুবুহুৰ মাজেদিয়ে তাই ঘটনাটো বুজি ল'লে।

সাংসাৰিক জীৱনত, জোৰা-তাপলি মাৰি চলা সাংসাৰিক জীৱনত, একোটা সমস্যা কেতিয়াবা আহে—যেতিয়া ঘৰৰ মূল মানুহজনৰ কৰ্তৃত্ব হেৰাই যায় আৰু তেতিয়া গুৰি-বঠা ধৰে পৰিয়ালৰ কোনোবা সাহসী তিৰোতাই। কাকতিয়নীৰ সেই সাহস নাই; জনাই-নজনাই কাকতিৰ বহুত অন্যায় কামত ইন্ধন যোগাই যাওঁতে কাকতিয়নীয়ে নিজৰ সকলো নৈতিক শক্তি হেৰুৱাই পেলাইছে। কিন্তু কাকলি?— সেই সিমানখিনি মানুহৰ মাজত থিয় হৈ তাই এবাৰ চকু ঘূৰাই মানুহবোৰলৈ চালে। হঠাতে ডাঙৰ ডাঙৰকৈ কথা পতা মানুহবোৰৰ কথাৰ সুৰ সৰু হৈ নোহোৱা হৈ গ'ল। পৰিস্থিতিয়ে কিবা বেয়া ৰূপ ল'ব পাৰে বুলি নিজক লেটিয়াবলৈ নিবিচৰা ভদ্ৰলোকৰ দুই-এজন আঁতৰি পৰিল। হঠাৎ সকলো স্তব্ধ। যেন হঠাৎ সকলোৱে উপলব্ধি কৰিলে এটা অন্যায় কাম কৰা হৈছে বুলি।

দেবেনৰ এটা দুৰ্বলতা আছে। কাকলিক পাবৰ কাৰণে সি সকলো কৰিব পাৰে। কিন্তু কাকলি আগত থিয় হ'লে তাৰ মুখৰপৰা কথা নোলায়। কাকলিৰ ৰূপমুগ্ধ পূজাৰী সি। কাকলি তাৰ কাৰণে পূজনীয়া—সি কাকলিৰ কৰুণা ভিক্ষাৰী। কাকলিৰ উপস্থিতিত সি কিবা হৈ গ'ল। কাকলিক দেখাটোৱেই যে তাৰ তৃপ্তি। এই কাকলিৰ আগত অসভ্যামি কৰি দেখুৱালে কাকলিক পোৱাটো তাৰ কাৰণে সহজ হ'ব জানো? আৰু এই গণ্ডগোলৰ মাজত কাকলিয়ে খঙতেও যদি তাক "না" বুলি কৈ দিয়ে, তেন্তে কাক লৈ সি গোটেই জীৱন জীয়াই থাকিব? কাকলিৰ সমৰ্থনৰ অবিহনে যে তাৰ অস্তিত্বই নোহোৱা হ'ব? তাৰ উদ্দেশ্য, কাকলিক বিপথে পৰিচালিত কৰি কাকলিৰ ৰূপ দেখুৱাই ধন ঘটা বাপেকটোক শাস্তি দিয়া বা ভয় দেখুউৱাহে। তাকে কৰিবলৈ যাওঁতে যদি কাকলিক অসন্মান কৰা হয়, ইমানবোৰ মানুহৰ মাজত কাকলিক 'সন্তীয়া ছোৱালী' বুলি চিনাকি দিয়া হয়, তেন্তে কি শাস্তি পাব সি? ক'তা?—প্ৰশান্তই কোৱাদি কাকলিয়েতো তাক বিচৰা নাই। বৰঞ্চ খঙেৰে হে চাইছে তালৈ। প্ৰশান্তই সকলো কথা মিছাকৈ কৈ তাৰ অনিষ্ট কৰিবলৈকে এই বুদ্ধি কৰা নাই তো? আৰু বেছি ভাবিব নোৱাৰিলে সি। কিন্তু যোৱাৰ আগতে সি প্ৰমাণ কৰি যাব লাগিব কাকলিৰ আগত, সি আন কাৰোবাৰ কথা শুনি আহি হে এইখন কৰিলেহি। তাৰ লগত লৈ অহা এটাক দেবেনে খঙেৰে সুধিলে—

'সি চালা ক'লৈ গ'ল? সেই মোক খবৰ দিবলৈ যোৱা বজ্জাতটো?'

'কলেজৰ ল'ৰাটো? আমাৰ লগত তো অহা নাই?'

'ব'ল, আন চালাক বিচাৰি'—দেবেন ড্ৰয়িংৰুমৰপৰা ওলাই আহিল। আহিয়েই বাৰাণ্ডাৰ খটখটীত কিছুমান মানুহ দেখিলে। নিজৰ শক্তিৰ প্ৰমাণ দিবলৈ, আৰু সি ইমানবোৰ মানুহ গোট খোৱাটো ভাল পোৱা নাই বুলি কাকলিক জনাই যাবলৈ, সি লগৰকিটাক খঙেৰে ক'লে, "ইমানবোৰ মানুহ ইয়াত গোট খাইছে কিয়? মৰিয়াই উলিয়াই দিব নোৱাৰ চালাহঁতক?"

দেবেনক চিনি পায় গুৱাহাটীয়ে। দেবেনে ইচ্ছা কৰিলে মানুহ লগাই ৰবাব পাবে, অকথ্য ভাষাৰে গালি পাৰিব পাৰে। মানুহবোৰ ফিৰিঙতি ভগাদি ভাগিল। দেবেন গৈ তাৰ গাড়ীত উঠিল। স্টাৰ্ট্ কৰাৰ আগতে ভাবিলে, অভয় দস্তুক তাত দেখি আহিছে, লৈ আহিবগৈ নেকি? অভয়ে দেবেনক কচিৰান লেথক বুলি জানে। সেই অভয়ৰ আগত স্বৰূপ প্ৰকাশ ঠিক নহ'ল তাৰ। এতিয়া গাড়ীত লৈ আহিলে তাক সকলো কথা বুজাই ক'ব পৰা হ'ব আৰু তাৰ যোগেদি কাকলিৰ কাণতো তাৰ নিৰ্দোষিতাৰ কথা পেলাব পৰা হ'ব। নাই, এতিয়া ঘূৰি যোৱা আৰু ঠিক নহয়। সি গাড়ী স্টাৰ্ট্ কৰি সশব্দে নেদেখা হৈ গ'ল।

লগে লগে নেদেখা হৈ গ'ল কাকলিহঁতৰ ঘৰৰ আগত জমা হোৱা মানুহৰ দলটো। ব্যক্তিগত জীৱনত আনন্দৰ সকলো পথ বন্ধ হোৱা এই মানুহবোৰে আনন্দ পায়, চিনাকি কাৰোবাৰ বিপদত পৰা অৱস্থাটো দেখি। আনৰ বিপদে যেন প্ৰমাণ কৰে নিজে নিৰাপদে থকাটো। আনৰ দুখে যেন প্ৰমাণ কৰে নিজৰ সুখ। কাকতিক কোনোবাই ঘৰতে গালি পাৰিবলৈ অহাটো কাকতিৰ চুবুৰীয়াবিলাকৰ কাৰণে ভাল খবৰ; কাৰণ তেওঁলোকক কোনেও ঘৰত গালি পাৰিবলৈ নাহে যেতিয়া তেওঁলোক কাকতিতকৈ ভাল মানুহ। কাকলিৰ বদনাম ওলোৱা মানে কাকলিৰ চুবুৰীয়া গাভৰু ছোৱালীবোৰৰ চৰিত্ৰ ভাল। সাধাৰণ মধ্যবিত্ত সমাজৰ এই চৰিত্ৰ জন্মগত। লগৰ আৰু কাষৰ আনৰ অৱনতিৰে নিজৰ উন্নতি প্ৰতিপন্ন কৰে। কিন্তু যাৰ সাহসত তেওঁলোক তাত থিয় হৈ কাকতিৰ দুৰ্ভোগ উপভোগ কৰিবলৈ আহিছিল, সেই দেবেনৰ বাক্যবাণত জৰ্জৰিত হৈ দেবেনৰ লগে লগে তেওঁলোকো নোহোৱা হ'ল। যাবৰ সময়ত দুই-একে সৰু সৰুকৈ মন্তব্য কৰিলে,

'কাকতি কাৰণে হে, মই হোৱা হ'লে জোতাৰে কোবালোঁহেতেন। কি ৰাইট্ আছে তাৰ, মোৰ ঘৰত মোকে গালি পাৰি যাবলৈ?'

'ঠিকেই, কিবা লিখা-পঢ়া কৰা আছে নে?'

'বাহাদুৰি দেখুৱালেহি।'

'যি কাকলিক লৈ তাৰ কথা, সেই কাকলিক দেখিয়েই পলাল নহয়। আচলতে সি এনেয়ে বদনাম দিছে কাকতিহঁতক।'

'ছোট লোক, টকাৰ বাহাদুৰি দেখুৱাইছে।'

দেবেন আৰু দেবেনৰ সঙ্গীকিটাৰ লগতে কাকতি আৰু কাকলিৰ বিষয়ে অজস্ৰ অকথ্য কথা উচ্চাৰণ কৰা একেকিখন মুখেই দেবেনৰ বিষয়ে বিভিন্ন কটু কথা উচ্চাৰণ কৰি গ'ল—গীতা ছপা কৰা ছাপাখানাই নিৰ্বাচনৰ প্ৰচাৰ-পত্ৰও ছপা কৰাৰ দৰে।

মাকে কাকলিক সাৱটি ধৰি কান্দি আছে উচুপি উচুপি। কাকতি একে ঠাইতে থিয় হৈ আছে। সৰু সৰু ল'ৰা-ছোৱালীকিটাই ভাওৰবিলাকৰ মুখলৈ চাই কিবা বুজাৰ চেষ্টা কৰিছে। আৰু থিয় হৈ আছে অভয়—তাৰ কাষতে মহেন, মিতা আৰু মজিদ। কাৰো মুখত কোনো কথা নাই—জাপানী বোমা পৰাৰ পিচত কিছু সময়ৰ কাৰণে স্তব্ধ হোৱা কোহিমাৰ জনসাধাৰণৰ দৰে—অতিপাত জ্বৰৰ পাচত শান্ত হোৱা ৰোগীৰ দৰে—কোনোবা দুৰ্ঘটনাত মৃত্যুৰ মুখৰপৰা সাৰি অহা মানুহৰ দৰে।

হঠাতে নিস্তব্ধতা ভংগ কৰিলে কাকলিয়ে দুটা নিষ্ঠুৰ শব্দেৰে। অভয়লৈ খুব কৰুণভাৱে চাই তাই অবিচলিত দৃঢ়তাৰে ক'লে—"মই বেশ্যা, মই· ··"

আৰু ক'বলৈ নিদি অভয়ে কাকলিৰ মুখত হাতেৰে সোপা দি ধৰিলে।

হুকহুকৈ কান্দি কাকলি বহি পৰিল। চিন্তাৰে গধুৰ মূৰটো চকীৰ নালত থৈ কান্দি কান্দি পাতল কৰাৰ চেষ্টা কৰিলে। অভয়ে কাকলিক এৰি দিলে। মাক আহি পিঠিত হাত দিলেহি। সৰু ভায়েক-ভনীয়েককিটাও ওচৰ চাপি আহিল। কাকতি একেদৰে বৈ থাকিল। কাকলিৰ কান্দোনৰ শেষ নাই। কোনেও বাধা নিদিলে। যেন সকলোৱে নিজৰ নিজৰ হৈ কান্দিবৰ কাৰণে কাকলিক নিয়োগ কৰিছে। কাকলিয়ে যেন সকলোৰে হৈ কান্দিছে।

বাহিৰত আন্ধাৰৰ ৰাজত্ব। ভিতৰত লাইটৰ পোহৰ। হয়তো সেইকণ পোহৰক বাহিৰত পালে অন্ধকাৰে গিলি পেলায়। কিন্তু ঘৰৰ ভিতৰত নিৰাপদে লাইটটোৱে নিজৰ শক্তি বিলাইছে।

সকলো বিপদৰ মাজতো কাকলিৰ মনত আজি শান্তি আছে। 'শান্তি' ছাঁৰ দৰে লগে লগে ফুৰা বস্তু নহয়। উজ্জল ভবিষ্যতৰ পোহৰ দেখা পোৱাই চৰম শান্তি। কাকলিয়ে নিজৰ মনত তেনে পোহৰৰ সন্ধান পাইছে। সেই কাৰণে তাই চকুৰ পানীৰে বহুত আন্ধাৰ ধুই নিজকে পাতল কৰিব খুজিছে।

থিয় হৈ থাকি আমনি লাগি অভয় বহি পৰিল। কোনো ঘটনায়েই তাক অবাক কৰিব নোৱাৰে। দুৰ্ঘটনাৰে ভৰা তাৰ জীৱনটোৱে তাক এনেকুৱা কৰি পেলাইছে। কাকতিৰ জীৱনযাত্ৰাৰ গতি দেখি বহুত কিবাকিবি ঘটনাৰ কথা সি আগেয়ে ভাবিছিল। গতিকে আজিও সি আচৰিত নহ'ল। কিন্তু সি ভাবি পোৱা নাই, কাৰ সাহসত দেবেনে আজি এই ঘটনাৰ সৃষ্টি কৰিলে। হয়তো কোনোবাই গৈ তাক কিবা লগালে আৰু খঙতে দেবেন ওলাই আহিল নিজৰ শক্তিৰ পৰিচয় দিবলৈ। আৰু, কাকলিৰ এই অৱস্থা কিয়? ইয়ালৈ অহাৰ পিচত যদি তাই আউল-বাউল হৈ ভাগৰি পৰিলহেঁতেন, তেতিয়া হ'লে আন কথা। কিন্তু সোমাই আহোঁতেই তাইৰ এই অৱস্থা কিয়?······ হঠাতে কি ভাবি এই চিন্তা এৰিলে অভয়ে। মনৰ মাজৰপৰা কোনে যেন প্ৰশ্ন কৰিলে, দলৰ তিনিটা মানুহক লৈ গুণ্ডা চৰ্দাৰৰ দৰে সি ভাত বহি আছে কিয়? কি দৰকাৰ? ভবাৰ লগে লগে সি উঠিব খুজি কাকলিলৈ চালে। কাকলিৰ কান্দোন বন্ধ হৈছে। কিন্তু বৈ বৈ উচুপি থকা কাকলিৰ গোটেই দেহাটো একোটা উচুপনিত জোকাৰ খাই উঠিছে। খুব বেয়া লাগিল তাৰ। মনে মনে সি ভাবিলে, যিহকে হওক, কাকতিক সি কিছু বুজনি দি যোৱা ভাল হ'ব—যাতে কাকলিক তেওঁ অলপ শান্তি দিয়াৰ চেষ্টা কৰে। লোকৰ ঘৰৰ ভিতৰুৱা কথা অৱশ্যে। নিজে অপ্ৰিয় হোৱাৰে সম্ভাৱনা। কিন্তু নিজে অপ্ৰিয় হৈ আনৰ উপকাৰ কৰিব পাৰিলে কি বেয়া হ'ব?··· ·· ইতিমধ্যে বাবাওাৰ বেতৰ চকীখনত এটুকুৰা কাঠৰ দৰে প্ৰাণহীন হৈ বহি পৰিছিল কাকতি। অভয় থিয় হ'ল। কাকতিৰ ওচৰলৈ আগুৱাই যাব খোজোঁতে দেখিলে, পদূলিত এখন গাড়ী ৰৈছেহি। আকৌ দেবেনহঁত কিবা ঠিক কৰি ঘূৰি আহিছে বুলি সকলো সজাগ হ'ল। মাকে ধৈৰ্য হেৰুৱাই কৈ পেলালে,

"এইবাৰ তুমি কিবা এটা কৰা, তোমালোক ভেকা ল'ৰা থাকোঁতে আমাক এনেকৈ বাৰে বাৰে অপমান কৰেহি………" কান্দি দিলে কাকতিয়নীয়ে।

চকু মোহাৰি বাহিৰলৈ চালে কাকলিয়ে। যেন সিংহৰ চকু হে। আগুৱাই যাব খোজা অভয়ক বাঁও হাতেৰে পিচলৈ ঠেলি তাই আগবাঢ়িল। এইবাৰ যি কৰিব লাগে তাই কৰিব—মনে মনে ঠিক কৰিলে কাকলিয়ে।

"পুলিচ"—বাহিৰত কাকতিয়ে ক'লে। পুলিচ শব্দটো শুনাৰ পিচত কাকলি আহি আগৰ ঠাইত বহিলহি। অভয়ো পাচ হুঁহকি আহিল। কাকতিয়নীয়ে এইবাৰ ওৰণিখন টানি ল'লে।

পুলিচ পালেহি। কোনোবাই কাকতিৰ ঘৰৰ আগত গণ্ডগোল দেখি পুলিচত খবৰ দিছিলগৈ। পুলিচ দেখিয়েই নতুন সাহসেৰে কাকতি বাৰাণ্ডাত থিয় হ'ল। এই কেলেংকাৰীবোৰ পুলিচৰ আগততো প্ৰকাশ পোৱাৰ সুবিধা দিব নোৱাৰি। পুলিচক কাকতিয়ে ক'লে, কিবা ল'ৰাই-ল'ৰাই কাজিয়া বুলি। তেওঁ ঘৰত নাছিল বুলিও ক'লে। আৰু, তেওঁ আহি পোৱাৰ লগে লগে চেঙেলীয়া ল'ৰাইত ফিৰিঙতি ভগাদি ভাগিল বুলি ক'লে। পুলিচ গুচি গ'ল। কিন্তু কাকতিয়ে বুজিলে, ওচৰ-চুবুৰীয়া সকলোৰে আগত তেওঁৰ নাক কটা গ'ল। ইহঁতে কথাবোৰ ইমান চিঞৰি চিঞৰি কোৱাৰ কোনো দৰকাৰ নাছিল। কোনো কথা কোৱাৰে দৰকাৰ নাছিল। আকৌ, কাকলিজনী মাজত থিয় হৈছিলহি কিয় বাৰু? কিন্তু তাই নহা হ'লে দেবেনহঁত গ'লহেঁতেন জানো? আজি বৰ বিপদত পৰিছিল তেওঁ। তেওঁৰ ঘৰত তৃতীয় শ্ৰেণীৰ মানুহৰ ঘৰৰ চোতালত হোৱাদি গণ্ডগোল হোৱাটো কিমান লাজৰ কথা—ছিঃ। হঠাৎ কাকতিৰ মনত খেলালে, এই অভয়েই সকলো গণ্ডগোলৰ গুৰি। ইয়েই হয়তো লগাই দি পিচত একৰাবলৈ আহি নিজৰ দাম বঢ়াইছে। আৰু তাৰ আক্কেলটো চোৱা। লগত আনিছে সেই মটৰ ড্ৰাইভাৰকিটাক। খণ্ডত কাকতিয়ে ঠিক কৰিলে অভয়হঁতকে পুলিচ লগাই 'গেট আউট' কৰি দিব। একো নকৰাকৈ থিয় হৈ থকা অভয়লৈ চাওঁতেই কাকতিৰ চকু পৰিল বৰুৱাৰ ড্ৰাইভাৰ মজিদৰ ওপৰত। ভয়ত তেওঁ বিবুদ্ধি হ'ল। এতিয়া সি'গৈ বৰুৱাকো সকলো ক'বগৈ।

শেষ অস্ত্ৰ হিচাপে কাকতিয়ে অভয়হঁতৰ চকুৰ আগতে ঘটা ঘটনাটোকে নতুন ৰূপত বৰ্ণাবলৈ চেষ্টা কৰিলে—যি কোনো ৰাজহুৱা ঘটনাৰ চৰকাৰী বিৱৰণৰ দৰে—যাতে তেওঁ কোৱা কথাখিনিকে মজিদে বৰুৱাক কয়গৈ। কাকতিয়ে কালৈকো নোচোৱাকৈ ক'লে,

"মই চাই থাকোঁতেই তহঁত আহি দেবেন গুণ্ডাটোক পঠিয়াই দিলিহি—মই বুজিবই নোৱাৰিলোঁ। তাক পুলিচৰ হাতত গতাই দিয়াই ভাল আছিল। বেয়াও লাগে। ওৰে জীৱন ব'দ-বৰষুণত জুকলা হৈ বাপেকে ঘৰখনত কোনোমতে পোহৰ পেলাইছে। এতিয়া 'কেচ' এটা লগাই দিলে কাচাৰিত টকা ভাঙি আগৰ অৱস্থা হ'ব। মদ খায় খাওক। কিন্তু এইদৰে এখন ভদ্ৰলোকৰ ঘৰত সোমাই যিহকে পাই তিহকে কৈ মানুহ গোটোৱাটো মই বুলি হে সহ্য কৰি গ'লোঁ। তাৰ পিচত মজিদলৈ চাই ক'লে," তোৰ বৰুৱা চাহাব হোৱা হ'লে পোনে পোনেই জেললৈ পঠিয়ালেহেঁতেন।

মদপীৰ উৎপাতটো দেখিছোঁ৷ বেছি হে হৈছে৷” এইবাৰ অভয়ক, “তোমাৰো কাৰবাৰ মই ভাল দেখা নাই৷ এইদৰে দল গোটাই ঘূৰি ফুৰাৰ অৰ্থ কি? আৰু হঠাৎ ঠিক সময়ত ওলালাহি কেনেকৈ? পঢ়া-শুনা ল’বাৰ কচিজ্ঞান হেৰাই গ’লে ঘিণ লগা হয়৷

অভয়ে একো নামাতিলে৷ দুৰ্ঘটনাটোৰ কথাকে ভাবিছিল সি৷ সি ভয়েই খাইছিল, দেবেনৰ মানুহৰ লগত মহেনইতৰ লাগি যায় বুলি৷ এনেকুৱা উত্তেজনাৰ মাজত একো ঠিক নাই৷ সঁচাকৈয়ে আচৰিত কথা৷ কিবা লগা হ’লেও যি সকলো ঘটনাৰ মূল, সেই প্ৰেমচাঁদ ক’ৰবাতে থাকিলহেঁতেন৷

কথা কওঁতে কওঁতে মদ খাই হে দেবেনে এই উৎপাতবোৰ কৰিলে বুলি ক’বলৈ বুদ্ধি ওলোৱা নিজৰ মুৰটোক নিজে প্ৰশংসা নকৰি নোৱাৰিলে কাকতিয়ে৷ এই নতুন ৰূপত গোটেই ঘটনাটো প্ৰচাৰ কৰিব পাৰিলে কাকতিৰ সন্মান বাঢ়ে, লগে লগে দেবেনইতকো মদ খোৱাৰ কাৰণে শাস্তি দিয়াব পাৰি৷ গুৱাহাটীত মদ খোৱা বেআইনী কাম৷ লগতে চুবুৰীয়াক এই কথাটো বুজাই দি নিজৰ লুপ্ত সন্মান উদ্ধাৰ কৰিব পাৰে৷ এতিয়া ওচৰৰে দুঘৰমানলৈ কাকতি ওলাই যোৱা দৰকাৰ৷ কিন্তু তাৰ আগতে অভয়ইতক নিজৰ সাহস আৰু প্ৰতিপত্তি দেখুৱাই নগ’লে ভুল হ’ব৷

“মা কাকলি”, কাকতিয়ে আৰম্ভ কৰিলে, “মোৰ ছোৱালী হৈ তই এইবোৰ কথা ক’বলৈ কেনেকৈ শিকিলি ক’ব নোৱাৰোঁ৷” এটা ধুমুহাৰ পাচত শান্ত হোৱা ঘৰখনত জুখি জুখি শব্দৰ তৰংগ তুলি কাকতিয়ে কৈ গ’ল, “এতিয়া যা, ইয়াৰ বিচাৰ মই পিচত কৰিম৷” পিঠিফালে এখন হাত আনখন হাতেৰে ধৰি অভয়লৈ চাই কাকতিয়ে ক’লে “মদ খোৱাত মোৰ আপত্তি নাই; কিন্তু ভদ্ৰলোকৰ দৰে খাব লাগে৷ আৰু তোমালোক মোৰ ঘৰলৈ অহাটোও মই নিবিচাৰোঁ৷” কাকলি চঁক্ খাই উঠিল যেন৷ মহেন-মিতা সাজু হ’ল নেকি? তথাপি কাকতিয়ে যাব খোৱা শিয়ালে গেঙেৰি দি ধৰাৰ নিচিনা সাহসেৰে কৈ গ’ল—শেষ চেষ্টা হিচাপে, “তোমালোকৰ বিষয়েও মই বহুত কথা শুনিছোঁ৷ বিশেষকৈ, বিশেষকৈ” অলপ বৈ কাকতিয়ে জোৰেৰে মুখৰপৰা উলিয়াই দিলে, “মটৰ ড্ৰাইভাৰ আৰু ড্ৰাইভাৰৰ বন্ধু ভদ্ৰলোকৰ ঘৰত সন্মানিত অতিথি নহয়৷ কৈয়েই কাকতি গোঁ গোঁ কৰে ঘৰৰপৰা ওলাই গ’ল৷ তেওঁৰ কথাৰ প্ৰতিক্ৰিয়া চাবলৈ বৈ থকা যুক্তিসংগত নহ’ব বুলি এই নাটকীয় প্ৰস্থানৰ কাৰণে তেওঁ আগৰেপৰা সাজু হৈ আছিল৷

পদূলিৰপৰা আলিবাটলৈ ওলায়েই কাকতিৰ খোজ সহজ হ’ল—মুখতো কোনো খঙৰ চিন নাইকিয়া হ’ল৷ লাহে লাহে এনেয়ে ফুৰিবলৈ অহাদি তেওঁ কাষৰে চৌধুৰীৰ ঘৰত সোমাল৷ চৌধুৰী মানুহজন ভদ্ৰলোক৷ বহুত অভাৱৰ মাজতো নিজক প্ৰকৃতিস্থ কৰি ৰাখিব পাৰে৷ তেওঁৰ ঘৰত দুসাজ নোখোৱাকৈ থাকিলেও বাহিৰৰ কোনো প্ৰাণীয়ে জানিব নোৱাৰে৷ চাকৰি হিচাপে অৱশ্যে সাধাৰণ চৰকাৰী চাকৰি—কিন্তু জনা-শুনা আৰু আহ-যাহ আছে মন্ত্ৰীমহলালৈকে৷ বাহিৰৰপৰাই কাকতিয়ে মাত লগালে, “চৌধুৰী আছে নে?”

"হাও কাকোতি। আহক আহক। আজিকালি নেদেখুঁৱে দেখু। কিবা নতুন কামত লাগ্‌ছে নেকি।"—চৌধুৰীয়ে ভদ্ৰভাৱে কাকতি বহিবলৈ চকীত হাত ফুৰাই দিলে।

"কিনো নতুন কাম। অৱশ্যে হয়, নতুন ইনভাচ্‌ট্ৰি এটা খোলোঁতে অলপ খাটিবলগীয়া হয়।"

চৌধুৰীয়ে তামোল দিবলৈ ভিতৰলৈ চাই আদেশ দিলে।

"আজি সোনকালেই আহিছিলোঁ। ভাবি আহিছিলোঁ, ওচৰৰ মানুহকিঘৰলৈকো বহুত দিন যোৱা নাই—এনেয়ে একোটা খবৰ কৰি আহিম। পিচে ঘৰ পাই দেখোঁ, ক'ৰবাৰ মাতাল এটা সোমাই মহা হুলস্থুল। উৰাই-ঘূৰাই গালি। কাণখনত ধৰি এপাক ঘূৰাই দিয়াৰ পিচত হে তাৰ জ্ঞান আহিল—সি ঘৰ ভুল কৰি সোমাইছে বুলি। পলাল তাৰ পিচতে।"

"অ' হয় নেকি? মই ক'বই নোৱাৰোঁ।"

"আপুনি ঘৰত নাছিল নেকি?"

"আছিলুঁ। কিন্তু সেই খবৰৰ কাগজখন পঢ়ি আছিলুঁ। কিবা গণ্ডগোল হৈছিল যদিও সৰু ছলিগিলাই খেল্‌ছে বুলি ভাবছিলুঁ।"—খুব সাৱধান মানুহ চৌধুৰী। কাণ পাতি, কাণ পাতি চৌধুৰীয়ে আৰু ঘৰৰ বাকী মানুহবোৰেও সকলো কথা শুনিছিল যদিও, তেতিয়া শুনা বুলি ক'লে। মাত্ৰ চকোৱাখনৰ ইপাৰ-সিপাৰ। নিজকে বুজালে কাকতিয়ে—'তেন্তে কোনেও বিশেষ মন কৰা নাই।'

অদ্ভুত এটা একতা আছে এই ভদ্ৰলোকসকলৰ মাজত। সমুখত ইঘৰে-সিঘৰৰ গুণৰ বাহিৰে একো দোষ নজনাৰ নিচিনা কৰে। কিন্তু তৃতীয় ব্যক্তিৰ লগত কথা পাতোঁতে সকলো গুণ পাহৰি কেৱল দোষকে কয়। এতিয়া সমুখা-সমুখি হৈ বহি থকা কাকতি আৰু চৌধুৰী দুয়ো দুয়োকো প্ৰশংসা কৰাত লাগি গ'ল। চাহৰ অৰ্ডাৰ হ'ল। একো নজনাৰ দৰে আহি নিজৰ মনৰ খুদুৱনি মাৰিবলৈ চৌধুৰীয়নীও ওচৰতে বহিলহি। কাকতিৰ মনে মনে খং উঠিল অভয়হঁতৰ ওপৰত। অভয়টোৱে মজিদক লগত ননা হ'লে এই খবৰ বৈকৰাৰ কাণত পৰাৰ কোনো উপায় নাছিল।......

"ইয়ালৈ নহা হ'লেই ভাল আছিল"—আত্ম-সন্মানত আঘাত লগা তিনিটা প্ৰাণৰ প্ৰতিবাদ খুব সংযতভাৱে প্ৰকাশ কৰিলে মজিদে। ভিতৰি কিন্তু সি তাৰ খংটোক সৈমান কৰাওঁতে ভাগৰি পৰিছিল। কাকতি ওলাই যোৱাৰ পিচৰ দুই মিনিট কোনোবা মৃতকৰ উদ্দেশ্যে মনে মনে থকাদি থাকি মজিদে সেই নিস্তব্ধতা ভংগ কৰিলে।

উত্তেজনাত ভাগৰি পৰি কাকতিয়নীয়ে বহি আছিল ড্ৰয়িংৰুমৰ দাঁতিৰ কোঠাৰ মজিয়াতে। হাত মেলি পৰ্দাখন আঁতৰাই বৰ করুণভাৱে চালে। যেন অনুৰোধ কৰিলে, আৰু কোনো গণ্ডগোল নকৰিবলৈ। উঠি বাধা দিয়াৰ শক্তি যেন আৰু নাই। সৰু সৰু ল'ৰা-ছোৱালী চাৰিটাই কাকতিয়নীৰ লগত জুমি চালে। কাকলি একেদৰে বহি আছে—অকণো লৰচৰ নকৰাকৈ। অভয়ে বুজিলে, এতিয়া আঁতৰি

যোৱাই ভাল। কাকতিৰ কথা তাৰ গাত লগা নাই। সি জানে, মাৰ খাই মৰিবলৈ ধৰা শিয়ালে গেঙেৰি দি ধৰে—আক্ৰমণৰ উদ্দেশ্যেৰে নহয়, আত্ম-ৰক্ষাৰ শেষ চেষ্টা হিচাপে হে। কিন্তু মহেনইঁতৰ আত্ম-সন্মানত আঘাত লগা কথা শুনা তাৰ কাৰণে অসম্ভৱ—বিশেষকৈ সিইঁত আগত থাকোঁতে। অভয়ে মজিদৰ হাতত ধৰিলে। কাকো মাত লগোৱাৰ প্ৰয়োজন নাই। তথাপি এটা জাননী দি যোৱা হ'ব বুলিয়েই সি ক'লে—"ব'ল, মিতা, মহেন।" মজিদক হাতত ধৰি আগবাঢ়িল অভয়।

"অভয়দা ?"—এটা শব্দেৰে নিস্তব্ধতাৰ গভীৰতা আৰু মনৰ অশান্তি ব্যক্ত কৰিলে কাকলিয়ে।

অভয় ৰ'ল। ঘূৰি চালে।

"মোৰ ক'বলৈ আৰু কোনো নাই। তোমাকে কওঁ।"—কাকলিয়ে কান্দিব খোজা নাই তো ?

"মহেন, তহঁতে বেয়া নাপাবি; দেউতাৰ কথাৰ একো ঠিক নাই। দেউতা বলিয়া হৈছে।"

কাকলিৰ মাকে এইবাৰ সাহস পালে। বহাবপৰাই উৎসাহেৰে ক'লে—"বেয়া নেপাবিইঁত বোপাই। এজন মানুহৰ গেলা গপত কেনেকৈ জীয়াই জীয়াই মৰিছোঁ আমি, তাক তহঁতক বুজাব নোৱাৰোঁ।" আঁচলেৰে চকু মচিলে কাতভিয়নীয়ে। মহেনইঁতে তলমূৰ কৰিলে।

"বহাঁহক। আমাৰ ইয়াত বহা মানে জাত যোৱাৰ নিচিনা কথা। তথাপি বহা।" কাকলিয়ে অনুৰোধ কৰিলে।

কোৱাৰ লগে লগেই বহি পৰিল মজিদইঁত। কাকলি আৰু কাকলিৰ মাকক বেছি কষ্ট দিয়াৰ শক্তি নাই সিইঁতৰ। মজিদইঁতৰ মনৰ অৱস্থা সিইঁতৰ কাৰ্যৰপৰা বুজি শান্তি পালে অভয়ে। সিও বহিল।

"মোৰ ক'বলৈ আৰু কোনো নাই। এটা কাম কৰি দিয়া। খুব কম ভাড়াত, আমাৰ নিচিনা দুখীয়া মানুহ থকা এটা ঘৰ বিচাৰি দিয়া। ত্ৰিশ টকামানৰ ভিতৰতে। এইটো ঘৰ এৰি দিম।" কাকলিয়ে যেন কাকুতি কৰিলে। খন্তেক সকলো নিমাত। এইবাৰ বাধ্য হৈ অভয়ে মাত দিলে,

"কিন্তু দেউতাৰক জানো......"

"ইমান দিনে দেউতাৰ বাধ্য হৈ নিজৰ বিবেকৰ, নিজৰ বিবেচনাৰ অবাধ্য হৈ আহিছিলোঁ। এতিয়া দেউতাৰ অবাধ্য হৈ চলিব খুজিছোঁ। দেউতাই মোক কিমান তললৈ নমাই দিছে তোমালোকক ক'ব নোৱাৰোঁ। ইমানদিনে দেউতাৰ সন্মান, প্ৰতিপত্তি আৰু ভদ্ৰ সমাজৰ দাবী মানি চলিলোঁ। তাৰ দাম বৰ বেছি। সকলো দিলোঁ। এতিয়া, এতিয়া সাধাৰণ মানুহৰ মাজত দুখীয়াৰ দৰে থাকিব খোজোঁ। কোনো মহৎ আদৰ্শ মোৰ নাই। কিন্তু মনটোৱে শান্তি বিচাৰিছে, ভাগৰি পৰিছে......" কাকলিৰ কথা যেন শেষ হ'ব নোখোজে।

কোনো কথা নক'লে, কোনো উত্তৰ নিদিলে অভয়ে।

"পাৰিবা অভয়দা ?"

"ঙঁ।"

"খুব সোনকালে ?"

"ঙঁ।"

আৰু কথা নাই। অথচ কথা বহুত আছে ; কিন্তু কোনেও ক'বলগীয়া হোৱা নাই। নিস্তব্ধতাই যেন বেছি কথা কয়। সকলোৱে মনৰ ভাব যেন সকলোৱে বুজিছে। অদ্ভুত এটা তৃপ্তি অনুভৱ কৰিলে কাকলিয়ে। এই নোকোৱাকৈয়ে কথা বুজাব পৰা মানুহবোৰৰ লগত থকাত কি শান্তি। বৰ পাতল লাগিল মনটো তাইৰ। গোটেই জীৱনত এই প্ৰথম তাই অকণো শংকা নকৰাকৈ, অকণো ভয় নকৰাকৈ, অকণো বিপদত নপৰাকৈ, নিজৰ আৰ্থিক অৱস্থাৰ কথা আৰু নিজৰ কলংকৰ কথাও সহজ-ভাৱে ক'ব পাৰিছে তাই। একে অৱস্থাৰ মানুহৰ লগত একেলগে থকাৰ হয়তো এয়ে আনন্দ। একো লুকুৱাব নালাগে। হয়তো এই মুক্তিৰ কাৰণেই দুখীয়া মানুহে খাবলৈ নাপায়ো চহকীতকৈ সুখেৰে জীয়াই থাকে।

কোনো শব্দ নকৰাকৈ কেৱল ইংগিততে উঠিল চাৰিওটা—যেন কোনোবা ইংৰাজী কথা-ছবিৰ অন্যায়কাৰীক শাস্তি দি ফুৰা চাৰিটা কাল্পনিক বীৰ হে। লাহে লাহে ওলাই গ'ল অভয়হঁত। কাকলিয়ে চাই থাকিল। আজি সিহঁত যোৱাৰ লগত তাইৰ শান্তিময় ভৱিষ্যতৰ সম্বন্ধ আছে—সিহঁতৰ গোটেই পৰিয়ালৰে। চকুৰ আগত যেন ভাহি উঠিল তাইৰ—অভয়হঁতে এটা ঘৰ ঠিক কৰিলে—খেৰৰ সৰু ধুনীয়া সপোন সপোন লগা ঘৰ। ভাড়া মাত্ৰ ২০ টকা ; তাই এজনী ছোৱালী পঢ়ুৱাই দিব পৰা ভাড়া। ওচৰতে নৈখন। চুবুৰীয়া আন আন ছোৱালীৰ লগত কথাৰে বাট দীঘল কৰি তাই পানী আনিবলৈ যায়। তাত কোনো প্ৰেমচাঁদৰ চকু বৈ নাথাকে চিকাৰৰ অপেক্ষাত। তাত ডেকা-ল'ৰাৰ চকুত আকৰ্ষণ আছে, দেহাকৰ্ষণৰ ঘিণ লগা চাৱনি নাই। আবেলি তাই কলেজৰপৰা পাওঁতেহি ঘৰৰ পিচ-চোঁতাল ভৰি থাকে চুবুৰীয়া মাহী-পেহী-আইতা-বাইদেউৰে। কলেজৰপৰা যোৱা তাইৰ কষ্টত সকলোৱে ইস্-আস্ কৰি তাইক ইঁহৰাই দিয়ে। লাজ লাগি যায় ইমানবোৰ মানুহে তাইৰ দুখ দেখি দুখ পোৱা দেখিলে। দুখবোৰ সুখ যেন লাগে। দেউতাকক জোৰ কৰি লৈ যোৱা হয় সেই ঘৰলৈ। আৰু তাত গৈ নদীৰ পাৰত সঘনে অহা-যোৱা কৰি এতিয়াও পৰিকল্পনা কৰে পকী ঘৰৰ, সামাজিক প্ৰতিভাৰ, ফৰেন টুৰৰ আৰু ৰাজনৈতিক নেতৃত্বৰ। কেতিয়াবা ডাঙৰকৈ কয়, কেতিয়াবা ভোৰ্ভোৰায়। কেতিয়াবা প্ৰলাপ বকাৰ নিচিনা কৰে। বাপেক জীয়াই থাকে বাপেকৰ নিচিনা বহুত আভিজাত্য-প্ৰয়াসী চাবি শেষ হৈ অহা 'ব্লাল-ব্লক'ৰ ওলোমৰ দৰে। ব্লাল-ব্লকৰ দৰে অকলশৰে—শেষবাৰলৈকে অকলৈ ওলমি থাকি বন্ধ হৈ যাবৰ কাৰণে। এইটো হাইঠা-মনোবৃত্তিৰ শ্ৰেণী ,—পৃথিৱীত গজা গছত পৰি গছৰ ফল খাব, পৃথিৱীৰ হাৱা-পানীৰে জীয়াই থাকিব, কিন্তু পৃথিৱীলৈ নানামে, অথচ একেবাৰে পৃথিৱী এৰি আন ঠাইলৈ গুচি গৈ নিজৰ শক্তিৰো প্ৰমাণ দিব নোৱাৰে—সদায় পৃথিৱীৰ ওপৰতে নিৰ্ভৰশীল। এইবিধ মানুহো সাধাৰণ মানুহৰপৰা আঁতৰত থাকে, সাধাৰণ মানুহৰ ওপৰত নিৰ্ভৰশীল হৈ। এওঁলোকে যেন অন্য উপগ্ৰহত গৈ বেলেগে থকাৰ কথা ভাবে। কিন্তু পৃথিৱীৰ মাটিৰ লগত সম্বন্ধ থকা

মানুহে যে অন্য উপগ্ৰহলৈ গৌৰৱেৰে যাত্ৰা কৰে। আৰু তাকে চাই এওঁলোকে কয়—এই মানুহবোৰ বৰকৈ বাঢ়িছে। পাখি গঁজা উই পৰুৱাই উৰাৰ আনন্দত প্ৰতিবাৰ পাখি মাৰোঁতে মৃত্যুৰ মুখলৈ যে নিজক আগুৱাই নিয়ে—বেছি ওপৰলৈ উৰিব নোৱাৰে। নিজকে চহকী শ্ৰেণীৰ লগত শাৰী পুৰাই ৰাখিবলৈ উদ্‌বাউল হোৱা এই শ্ৰেণীৰ মানুহেও সেই উদ্দেশ্যে কৰা প্ৰতি কাৰ্যৰ যোগেদি নিজৰ আকাশত-চাং-পতা সমাজখনৰ মৃত্যু মাতি আনে।

আৰে···এইবোৰ কি ভাবিছে তাই? এনেকুৱা কথাতো অভয়েই কয়! কিন্তু অভয়েতো কেতিয়াও ইমানখিনি কথা তাইক কোৱা নাই। তেন্তে কোনে শিকালে তাইক? অভিজ্ঞতাই?—এইবোৰ প্ৰশ্নৰ তাই উত্তৰ নাপালে। কিন্তু ভাবি ভাল লাগিছে তাইৰ। ইমান ভাল এইবোৰ কথা ভাবিবলৈ।

অভয়হঁত গুচি গ'ল—মনত পৰিল তাইৰ আকৌ—অভয়হঁত গুচি গ'ল। থকা হ'লেও তাই হয়তো কথা নাপাতিলেহেঁতেন। এতিয়া ভাবি যে ভাল লাগিছে তাইৰ। সিহঁত যাওক। সিহঁত ঘৰ বিচাৰি গৈছে। বহুত টকা লৈ, বিৰাট অট্টালিকা বিচৰাৰ দম্ভ লৈ, সিহঁত যোৱা নাই। অতি সাধাৰণভাৱে পৃথিৱীৰ স্থিৰ মাটিত প্ৰতিটো খোজ নিশ্চিতভাৱে পেলাই সিহঁত ঘৰ বিচাৰি গৈছে। সৰু ঘৰ, শান্তিৰ ঘৰ। সৰু সৰু ঘৰ—য'ত ভাড়া দি দেউলীয়া হ'ব নালাগে, য'ত চাৰিওফালে থকা ঘৰবোৰতকৈ নিজৰটো বেছি ডাঙৰ, বেছি ওখ নহয়, য'ত চুবুৰীয়াই ঘৰৰ সুখে-দুখে প্ৰভাৱ বিস্তাৰ কৰে, য'ত মানুহৰ হাঁহিয়ে ঘৰ ধুনীয়া কৰে। তেনেকুৱা সৰু সৰু ঘৰ। অভয়হঁত গৈ আছে। সিহঁতে পাব, সিহঁতে ঘৰ পাব। পৃথিৱীত বহুত মানুহে তেনেকুৱা ঘৰ বিচাৰি পাইছে—য'ত কাৰো অকলে উন্নতি নহয়—য'ত আমাৰ গাঁৱৰ দৰেই সকলোৱে সমানে ভাগ কৰি খায়, য'ত আমাৰ গাঁৱৰ দৰেই এঘৰৰ বিপদ-আপদত গোটেই গাঁও উবুৰি খাই পৰে আৰু আমাৰ পাহাৰী ভাইহঁতৰ দৰে সকলো একে ধৰণেৰে একে সমান ঘৰত থাকে।

প্ৰসন্ন মুখ লৈ কাকতি সোমাই আহিল। খুব সহজভাৱে ক'লেহি,

"তই এতিয়াও কাপোৰ-কানি সলোৱা নাই।"

ঠিকেই, হয়। তাই কাপোৰ সলাব লাগে। এই ঘিণ লগা পোছাকী কাপোৰ আৰু নিপিন্ধে তাই। লাহে লাহে এলাহ কৰি তাই উঠিল। মুখত তাইৰ শান্তিৰ সৌন্দৰ্য। লাহে লাহে গৈ তাই কপাহী কাপোৰসাজ পিন্ধিলেগৈ।

কাকতি পাচফালৰ বাৰাণ্ডাত বহিলগৈ। জোতাৰ ফিতা খুলি খুলি কাকতিয়ে ডাঙৰকৈ ক'লে,

"তুমি দেখোন তাতে বহি থাকিলা? ল'ৰা-ছোৱালীকিটাও তাতে পকাতে শুই পৰিছে। মহেও কামুৰিছে চাগৈ।"—কাকতিয়ে স্বাভাৱিক কণ্ঠস্বৰেৰে বৈদেহীয়েকক ক'লে। যে যোৱা ঘটনাৰ ধুমুহাই যেন কাকতিক একেবাৰে চুব পৰা মাছিল।

"মই সকলো ব্যৱস্থা কৰি আহিছোঁ।"—কৈচুৱাটোৰ চিঞৰ আওকাণ কৰি কাকতিয়ে ক'লে। কিহৰ ব্যৱস্থা কৰি আহিছে জানিবলৈ বিচাৰিলেই কাকতিয়ে ক'ব। কিন্তু কোনেও জনাৰ আগ্ৰহ নেদেখুৱালে। কাকতিয়ে অৱশ্যে সঁচাকৈয়ে

ব্যৱস্থা কৰি আছিছিল। ওচৰৰ এটাইকিষৰ ভদ্ৰলোকৰ ঘৰলৈ:কৈ গৈ মদপী এটা আহি গণ্ডগোল কৰাৰ কথা কৈ আছিছে। আৰু কওঁতে কওঁতে মনত খেলোৱা কাৰণে থানালৈ গৈ ডায়েৰি দি আহিছে দেবেনইঁতে মদ খাই তেওঁৰ ঘৰত চিঞৰ-বাখৰ কৰা বুলি। অকল দেবেনৰ নাম দিলে বেয়া হয়। আৰু কোনোবা কোনোবাই এই মিতাইতক অহা দেখিছে। গতিকে মিতা আৰু মহেনৰ নামো দি আহিছে। মজিদৰ নাম দি বকৰাক অপমান কৰিব নোৱাৰে কাকতিয়ে। বৰঞ্চ সুবিধা বুজি বকৰাকে কৈ তাক চাকৰিৰপৰা এৰুৱাব লাগিব। অভয়ৰ নাম দিবলৈ তেওঁ সাহস কৰিব নোৱাৰিলে।

ঘৈণীয়েক বা কাকলি—যি কোনো এজনীয়ে সুধিব বুলি ভাবিছিল কাকতিয়ে কি ব্যৱস্থা কৰি আহিল বুলি। কোনেও নোসোধা দেখি কাকতিয়েই নিজে অকলে অকলে কৈ গ'ল থানাত খবৰ দিয়া কথাটো। তাৰ পিচত জোতাযোৰ নি ঠিক ঠাইত থ'বলৈ উঠি থিয় হৈ আকৌ ক'লে, "বিচাৰ সিহঁতৰ হ'ব ; শাস্তিও পাব। কিন্তু মোৰ বিশ্বাস এই সকলোবোৰৰ গুৰিতে অভয় আছে। তাক হে এশিকনি দি বুজাব লাগে যে দেশ অৰাজক হোৱা নাই, এতিয়াও বেয়া কামলৈ প্ৰৰোচিত কৰোঁতা দুষ্ট মানুহক আইনৰ বিচাৰত লঘু-গুৰু শাস্তি দিয়া হয়।"

"আৰু এটা বিচাৰ কৰিব লাগিব দেউতা! প্ৰেমচাঁদৰ হাতত আপুনি মোক তুলি দিয়া অপৰাধৰ বিচাৰটো"—কাকলিৰ কথা শুনি কাকতি স্তব্ধ হ'ল। মুখে মুখে কথা কোৱা, ইমান জঘণ্য কথা জীয়েকে কোৱা, কেতিয়াও শুনা নাই কাকতিয়ে। জোতাযোৰ হাতত লৈ অবাক হৈ বৈ থাকিল কাকতি। কাকলিৰ কিন্তু এই কথা ক'বলৈ অলপো অসুবিধা নালাগিল। বৰঞ্চ কৈ উঠি তাইৰ যেন বুকুখন পাতল লাগিল।

"প্ৰেমচাঁদে আপোনাক টকা দিলে?"—কাকলিয়ে প্ৰশ্ন কৰিলে বাপেকক। কাকতি নিৰুত্তৰ। হঠাৎ তেওঁৰ মনত পৰিল, আজি দিব বুলি কোৱা টকা প্ৰেমচাঁদে তেওঁক নিদিলে। কাইলৈ বাতিপুৱাই তেওঁ গুলাব কেনেকৈ? সকলোকে দিন দি থোৱা আছে। ঘৰ ভৰি পৰিবৃহি ধৰুৱাবে। তেওঁ ভাবি গৈছিল, সকলোকে তেওঁ অনুগ্ৰহ কৰাদি কিছু কিছু দিব আৰু ক'ব—ব্যৱসায়ৰ অৱস্থা ভাললৈ আহিছে, দুই-এমাহতে ক্লিয়েৰ কৰি দিব বুলি। কিন্তু এতিয়া তেওঁ কৰিব কি? আগেয়ে জনা হ'লে বকৰাৰপৰাই তেওঁ কিছু লৈ আহিলেহেঁতেন। মনটো তেওঁৰ খুব বেয়া লাগিল। কষ্ট কৰিলে তেওঁ; ফলত প্ৰেমচাঁদৰ কাম হ'ল আৰু বকৰায়ো পাঁচ হেজাৰ পালে। নাপালে তেওঁ হে—যাৰ এটাতকৈ বেছি দৰকাৰ।

"প্ৰেমচাঁদে আপোনাক টকা দিয়া নাই। কামটো একেবাৰে হোৱাৰ পিচত হে দিব। অৰ্থাৎ ফাইনেল অৰ্ডাৰটো গভৰ্ণমেণ্টৰপৰা অহাৰ পিচত—মানে প্ৰায় এমাহৰ পিচত।" কিমান দিনৰ পিচত প্ৰেমচাঁদে টকা দিব, এই কথা অন্তৰ-পৰশাকৈ বুজাবলৈ কাকলিয়ে ঘূৰাই-পকাই একেটা কথাকে কেবাবাৰো ক'লে।

কাকতিয়ে শুনিলে হে। কোনো উত্তৰ নিদিলে। কাইলৈ বাতিপুৱাৰপৰা যি বিপদত তেওঁ পৰিব, তাৰ আশংকাত অলপ আগতে হৈ যোৱা ঘটনা তেওঁ একেবাৰে পাহৰি গ'ল। বিপদৰ আশংকা পাব হোৱা বিপদতকৈ বেছি ভয়ানক। কি কৰিব

এতিয়া ? এতিয়া যে কাকলি আৰু ঘৰৰ আন সকলো মানুহকে লাগে কাকতিক। কথা নবঢ়োৱাই ভাল। বাতিটোৰ ভিতৰতে কাকলিৰ খং কমিব। বাতিপুৱা তাইকে ক'ব লাগিব—কি পাৰ কৰ বুলি। নহ'লে আন উপায় নাই।

ছিঃ। ভগৱান। তাই ভাবিছে তাইক মই প্ৰেমচাঁদৰ হাতত তুলি দিয়া বুলি। কাকতিয়ে এই কথা নিজ কাণেৰে শুনিও বিশ্বাস কৰিবলৈ টান পাইছে। তেওঁ ভাবি চালে, তেওঁ কেতিয়াও সজ্ঞানে, সুস্থ শৰীৰে নিজৰ ছোৱালীজনীক এনেকৈ আনৰ হাতত তুলি দিয়া নাই। কোনো বাপেকে এইটো কৰিব নোৱাৰে। কিন্তু অৱস্থাৰ বিপৰ্যয়ত পৰি, টকাৰ অভাৱত ধোঁৱা-কোঁৱা দেখি, তেওঁ বহুত কথা নেদেখাৰ ভাও ধৰিবলৈ লৈছে। সঁচা কথা, প্ৰেমচাঁদৰ মনটো তেওঁ বুজি পায়। কিন্তু সেইটো বুজিলেই যে তেওঁৰ খাবলৈ নোহোৱা হয়। কি কৰিব তেওঁ ? তথাপি তেওঁ কাকলিক তাৰ হাতত এৰি দিয়া নাই। সদায় নিজে জগতে আছে—যাতে সীমা পাৰ হৈ যাব নোৱাৰে। এই কথা কাকলিক এদিন বুজাই ক'ব লাগিব যে তাইৰ প্ৰতি বাপেকে কৰিবলগীয়া ব্যৱহাৰকে তেওঁ কৰি আহিছে। বিপদত পৰি কিছুমান কথা সহ্য কৰি যোৱাৰ কাৰণে তাই যেন তেওঁক ভুল নুবুজে। কোনোমতে জোতাযোৰ থৈ তেওঁ কাকলিলৈ কৰুণভাৱে চালে। ইচ্ছা হৈছিল, কাকলিক সাৰটি ধৰি সকলো কথা বুজাই দিয়ে। কিন্তু···

জীৱনটো যিমানেই অসহনীয় হৈ নুঠক, দৈনন্দিন সৰু-সুৰা কামবোৰ মানুহে যন্ত্ৰৰ দৰে কৰি যায়। মনৰ এই অস্থিৰ অৱস্থাৰ মাজতো কাকলিৰ মনত পৰিল—বেমাৰী মাকৰ কৰুণ মুখখন দেখি মনত পৰিল—আজি ভাত বন্ধা হোৱা নাই। চাবি দিয়া পুতলাৰ দৰে তাই এখোজ এখোজকৈ পৃথিৱীৰ সহনশীলতা জুখি বান্ধনি-ঘৰ পালেগৈ। যন্ত্ৰৰ দৰেই তাই চাউল-দাইল আদি খোৱা টিনবোৰত হাত ভৰাই চালে। উমানতে তাই বুজিব পাৰিলে, আজি আবেলি বজাৰ কৰা হোৱা নাই। বাতিৰ সাজৰ কাৰণে হ'ব। আনক খুৱাবৰ কাৰণে ৰান্ধি-বাঢ়ি আনন্দ পোৱা যি কোনো লখিমী তিৰোতাৰ দৰে তাই চাউল-দাইল-আলু গোটাই লৈ বন্ধাত লাগিল। বন্ধাৰ ইচ্ছা তাইৰ একেবাৰে নাই। খোৱাৰো। কিন্তু তাইতো ঘৰখনৰ বাকীবোৰক নুখুউৱাকৈ থাকিব নোৱাৰে। তাইৰ কাৰণে ঘৰখনে খাবলৈ নোপোৱা কথাটো তাই ভাবিবও নোৱাৰে। তাতে বাপেকক আজি তাই বৰ টান কথা ক'লে। ইয়াৰ অকণমানো প্ৰতিকাৰ কৰাৰ একমাত্ৰ উপায় হ'ল, বাপেকক পেট ভৰাই ভাত এসাজ খাবলৈ দিয়া। ভৰা পেটত দুখ-শোকে বেছি অনিষ্ট কৰিব নোৱাৰে। যিমানেই যি হওক, তাইৰেই বাপেক। তেওঁৰ অবিহনে সিহঁতৰ অৱস্থা কি হ'ব ?

চাউলখিনি ধুই চকত পেলাই দিয়াৰ লগে লগে বহুত কথাই হেঁচি ধৰা বুৰটোও তাইৰ মুকলি মুকলি লাগিল। কথা পাহৰিব নোৱাৰা হ'লে মানুহ বলিয়া হ'লহেঁতেন। মনটো অলপ ফৰকাল যেন লাগিল। তাইৰ জানিবৰ মন গ'ল, ঘটনাটো কি হৈছিল —আগৰপৰা শুৰিলৈকে। বহাৰপৰা উঠি তাই বাৰাণ্ডাতে বহি থকা মাকৰ ওচৰ পালেগৈ। মাকৰ কোলাত কেঁচুৱাটো। তাক দাঙি নি তাই বিচনাত শুৱাই দিলেগৈ ; তাৰ পিচত মাকক হাতত ধৰি বান্ধনি-ঘৰলৈ নিলে। বিশেষ জাৰ পৰা

নাই। মাক তথাপি যেন কঁপিছে। তাই মাকক জুহালৰ ওচৰত বহুৱাই দিলে। লাইলৰ কেৰাহীখন জুহালৰপৰা নমাই চাহৰ পানী গৰম হ'বলৈ দিলে। বনিহাটত ঈশাই বহুত বিস্কুট আদি কিবাকিবি খাবলৈ দিছিল। বাহিৰত এনেকৈ কোনোবাই কিবা ভাল বস্তু খাবলৈ দিলে তাই বেগত ভৰাই ঘৰলৈ লৈ আহে। অকলে তাই খাব নোৱাৰে; ঘৰখনলৈ মনত পৰে। আজিও লৈ আহিছিল। তাই উঠি গৈ তাৰে কেইটামান ভেনিটি-বেগৰপৰা লৈ আহিলগৈ। গাখীৰ নাই। কেঁচুৱাটোৰ কাৰণে আনি থোৱা টিনৰ গাখীৰকে দি তাই একাপ চাহ কৰি মাকক দিলে। কেইটামান বিস্কুটো দিলে। মাকে হাত পাতি লৈ বাঁওহাতেৰে চকু মোহাৰিলে। ঘকৰা খোৱা সমস্তাৰ আগত বিগত শোকৰ কাহিনী আওঁৰণে মৰে। নিজেও একাপ চাহ হাতত লৈ কাকলিয়ে খুব সহজভাৱে ক'লে,—

"আজি বজাৰো কৰা নাই; কিহেৰে নো বান্ধো।"

"কি কৰিম আই। সিজাই দে এসোপা।"

নিজে এসোৱাহ খাব খোজোঁতেই কাকলিৰ মনত পৰিল, বাপেকেও চাহ খোৱা নাই। তাই লাহেকৈ উঠি নিজৰ চাহ-কাপ লৈ বাপেকৰ ওচৰ পালেগৈ। বিচনাৰ ওপৰতে বহি আছিল কাকতি। তাই চকী এখনত চাহ-কাপ থৈ চকীখন বিচনাৰ ওচৰ চপাই দিলে; তাৰ পিচত চিন্তাত জুকলা হৈ দূৰলৈ একেথৰে চাই থকা বাপেকক ক'লে,

"দেউতা, চাহ ··"

কাকতিয়ে লাহে লাহে মূৰটো ঘূৰাই আনি কোনোবা অচিন মানুহক চোৱাদি কাকলিক চালে। তাৰপৰা চকু নি চাহ-কাপত পেলাই ক'লে, "উঁ"।

এখোজ এখোজকৈ ওলাই আহি কাকলি আকৌ মাকৰ ওচৰতে বহিলহি। ইতিমধ্যে মাকৰ মনৰ অৱস্থা বহুত পাতল হোৱা যেন লাগিল তাইৰ। মাকেই প্ৰথমে সুধিলে তাইক,

"তই নাখালি দেখোন ?"

"আছে, খাম।"

বাকী থকা চাহকণ তাই নিজৰ কাৰণে ঢালি ল'লে। সাধাৰণতে এনেয়ে সোধাদি কাকলিয়ে মাকক সুধিলে, "তোৰ জ্বৰ উঠিছে নেকি ? জুইৰ ওচৰলৈ চাপি আহিছ দেখোন ?"

"জানো কি হৈছে ক'বই নোৱাৰোঁ। কিবা জাৰ জাৰ লাগিছে দেখোন।"

"আবেলি দৰব খাইছিলি ?"

"ক'বনো দৰবখন খালোঁ। যিখন উৎপাত আৰম্ভ হ'ল, থৰ-কাছুটি হেৰাল মোৰ।"

কথাৰ এই আঁহটো বিচাৰিয়েই বৈ আছিল কাকলি। খুব সক ঘটনা এটাৰ বিৱৰণ জানিবলৈ বিচৰাদি কাকলিয়ে মাকক সুধিলে,

"কি হৈছিল নো ? মোক ক'চোন। মই একোকে নাজানো। গণ্ডগোলৰ মাজত সুধিব নো কাক ?"

"কিনো হ'ব আক ? সকলো তোৰ বাপেৰৰ কীৰ্ত্তি।" এইবুলি কাকতিয়নীয়ে সক খৰি এডালেৰে জুহালৰ জুই খৰকিয়াই গোটেই ঘটনাটোৰ হুবহু বিৱৰণ দিলে।

কাকলি অকণো আচৰিত নহ'ল। ইয়াৰ বহুতখিনি আগতে তাই ভাবি থৈছিল। মাত্ৰ তাই জনা নাছিল, হঠাতে আহি দেউতাকে অসভ্যৰ দৰে ব্যৱহাৰ কৰা বুলি। আৰু তাই বুজিব পৰা নাছিল, অভয়ক কোনে মাতি আনিলে।

ভাতৰ পানী কাঢ়িলে তাই। লগে লগে জীৱনৰ ভৱিষ্যৎটো পৰিষ্কাৰকৈ ভাবি চাবলৈ যত্ন কৰিলে। সমৰ্থনৰ আশাত তাই মাকক ক'লে,

"মা, আমি সাধাৰণ মানুহ। ধনী মানুহৰ দৰে থাকিবলৈ যোৱাতকৈ আমি আমাৰ অৱস্থাৰ নিচিনা মানুহৰ মাজত ঘৰ এটা ভাড়া লওঁ কিয় ?"

"যি পাৰ কৰ আই। মোক আৰু সুসুধিবি। এইখনত আৰু কিছুদিন থাকিব লাগিলে ধৰুৱাই আহি ঘৰতে ডিডি মুচৰি মাৰিবহি।"

"মই অভয়দাক কৈছোঁ।"

"কিন্তু উঠি যোৱাটো জানো কম কথা। টকা পাবি ক'ৰপৰা ? বাপেৰেতো নাথায়েই—টকাও নিদিয়ে।"

কাকলিয়েও জানে, বিপদ হ'ব তাইৰ বাপেকক লৈয়ে।

কাকতিৰো ডাঙৰ বিপদ এই পৰিয়ালটো। নহ'লে তেওঁ ৰজাৰ দৰে কথা কৈ ৰজা হৈয়ে থাকিলেহেঁতেন। বিচনাৰ ওপৰত বহি আছে কাকতি। টোপনি এনেয়েও কম। আজি একেবাৰে নাই। সকলো বিপদ আওকাণ কৰি তেওঁ এতিয়া ভাবিছে, প্ৰেমচাঁদে তেওঁক ঠগিলে কিয় ? ৰাতিপুৱাই এটা শেষ চেষ্টা কৰি তেওঁ প্ৰেমচাঁদৰ ওচৰলৈ যাব। কিন্তু সি নিদিয়ে যদি ? দিন পিচুৱাই আহি আহি তেওঁ ধৰুৱাবোৰৰ লগত এনে এটা সময়ত উপস্থিত হৈছেহি যে আৰু পিচলৈ দিন নিওৱাৰ উপায় নাই। টকা দিব নোৱাৰিলে কাইলৈ সকলো ধৰুৱা একেলগ হৈ যি এক সমস্যাৰ সৃষ্টি কৰিব, তাৰ তুলনাত আজিৰ কথা একোৱেই নহয়। খুব পুৱাতে তেওঁ শিলঙলৈ গুচি যাব পাৰে। কিন্তু শিলঙলৈ গ'লেতো পইচা নোলায়। আকৌ ঘূৰি আহিব লাগিব তেওঁ। তেতিয়া যে আৰু বিপদ হ'ব। খিৰিকীৰ ভগা আইনাখন মকৰা এটাই জাল গুঁথি জোৰা লগাব খোজা চাই চাই তেওঁ উৰ্ম্মিলি যোৱা সন্মানটো ৰক্ষা কৰাৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। হেঁচা মাৰি ধৰা এই টকাৰ সমস্যাটো কোনোমতে এইবাৰৰ কাৰণে সমাধান কৰি ল'ব পাৰিলে তেওঁ নতুন ব্যৱস্থা কৰিব। এই সৰু-সুৰা টকাৰ কাৰণে চিন্তা কৰোঁতে একো ডাঙৰ কামতে হাত দিব পৰা নাই তেওঁ। আনকি, তেওঁৰ বৰ চখৰ পোচাক-পৰিচ্ছদৰ প্ৰতিও আজিকালি চকু ৰাখিবলৈ অসমৰ্থ হৈ পৰিছে।

কাকলি আহি ওচৰতে থিয় হ'লহি। সাধাৰণতে কোৱাৰ দৰে ক'লে, "দেউতা, ভাত দিলোঁ।"

কাকতিয়ে ঘূৰি চালে। হাত এখন মেলি কাকলিক টানি আনিলে। তাইৰ গালত নিজৰ মুখটো আঁওজাই থৈ থোকাথুকি মাতেৰে কাকতিয়ে ক'লে,

"তই মোক ভুল বুজিছ মা।"

এটোপাল চকুৰ পানী কাকলিৰ হাতত পৰিল। বাপেকে, ইমান ইমান

আত্মাভিমানী বাপেকে, কন্দাটো কাকতিয়ে সহ্য কৰিব নোৱাৰে। তাইৰ চকু ভৰি পৰিল। কান্দি কান্দি মাতিলে—'দেউতা'।

বহুত পৰ। কাকতিয়ে নিজৰ চকু মোহাৰি জীয়েকৰো চকু দুটা মচি দিলে। তাৰ পিচত তাইক হাতত ধৰি ৰান্ধনি-ঘৰ পালেগৈ। কাকতিয়নী বহি আছে একে-দৰে, মুমাই থোৱা জুইকুৰাৰ ওচৰতে। কাকলিহঁত সোমাই যোৱা শব্দ শুনি মূৰ দাঙি নোচোৱাকৈয়ে কেট্‌কেটাই উঠিল,

"ইমানপৰ লাগে নে ভাত খাবলৈ আহিবলৈ। তাই কান্দি কান্দি ভাতগাল বান্ধিছেহি, তাকে খাবলৈ আহিবলৈ ভেমটো কিহৰ!" হাতেৰে মুমুৰা খৰিকিডাল ঠেকেচা মাৰি থৈ কাকতিয়নী বহি থাকিল।

মাতৰ তিতাৰ লগতে একেলগে ভাত গিলিলে কাকতিয়ে। কিমান ৰাতি হ'ল পাহৰি গৈছিল। পুলিচ-থানাত বহুতৰাৰ টং টং বজা শুনি বুজিলে, ১২ বাজিল। সময়ৰ ১২ বজাটো উকলি গৈ এক বজাৰ দৰে জীৱনৰ সমস্যাবোৰো আঁতৰাই যদি আকৌ নতুন জীৱন আৰম্ভ কৰিব পাৰিলেহেঁতেন তেওঁ।

আজিৰ ঘটনাটো তেওঁৰ এটাইতকৈ বেছি বেয়া লাগিছে—অভয়, মজিদ আৰু মিতা থকা কাৰণে। তেওঁ নিজেই নিজক বৰুৱাৰ সমপৰ্যায়ৰ ভদ্ৰলোক বুলি ভাবে। এনেকুৱা এজন ভদ্ৰলোকৰ ঘৰত হোৱা এনেকুৱা কুৎচিৎ গণ্ডগোল দেখি গ'ল সিহঁতে। সিহঁতে মানে কোনে?—বৰুৱাৰ ড্ৰাইভাৰ মজিদে, যি মজিদ বৰুৱাৰ চকুৰ আগত থিয় হ'বলৈ সাহস নকৰে; খাবলৈ নোপোৱা গুণ্ডা মহেনে—যি মহেনক তেওঁ তেওঁৰ ঘৰলৈ আহোঁতে ড্ৰয়িংৰুমৰ চুকত থকা মুঢ়াটোত বহিবলৈ দিছিল; আৰু এই অভয়ে—যি অভয়ক তেওঁ ঘিণ কৰে, ভয় কৰে। নিজৰ সকলো দুৰ্বলতাৰ সন্ধেদ যিটো মানুহে পায়, সেইটো মানুহক ঘিণ কৰি আঁতৰত ৰাখিব লাগে। নহ'লে সি সেই দুৰ্বলতাৰে সুযোগ লৈ তেওঁক তললৈ নমাই দিব। কিমান কষ্ট কৰি তেওঁ ওখ সমাজত প্ৰতিপত্তি আৰ্জিছে।

গোটেই জীৱনৰ কথাবোৰ মনত পৰিল তেওঁৰ। বাপেক আছিল অতি দুখীয়া। বজা-দিনীয়া বৰ মানুহ বৰবৰুৱাৰ মাটিত আধিলৈ খেতি কৰি পেট পুহিছিল। সেই বৰবৰুৱাৰ ঘৰতে সৰুতে তেওঁ আছিল, বৰবৰুৱাৰ ডাঙৰ ল'ৰাটোৰ লগ হিচাপে তেওঁক ৰাখিছিল—মাহে তিনি টকা দৰমহা আৰু কাপোৰ-কানি। বৰবৰুৱাই তেওঁক স্কুলত নাম লগাই দিছিল। লাহে লাহে তেওঁৰ স্বভাৱ-চৰিত্ৰৰ পৰিৱৰ্তন হৈ আহিছিল। বৰবৰুৱাৰ ল'ৰাৰ পুৰণি কাপোৰ যদিও তেওঁ চাহাবৰ ল'ৰাৰ দৰে হাফপেণ্ট, চাৰ্ট পিন্ধি ভদ্ৰলোকৰ ল'ৰাৰ নিচিনা হৈছিল। কেতিয়াবা নিজৰ ঘৰলৈ গ'লেও খোৱা-বোৱা ভাল নলগা হৈছিল। বৰবৰুৱাৰ ঘৰত খাই খাই তেওঁ ভাল জুতিৰ সোৱাদ পাইছিল। স্কুলত লগৰ ল'ৰাই তেওঁক বৰবৰুৱাৰ কিবা সম্বন্ধীয়া ল'ৰা বুলি ভাবিছিল। তেওঁ সেইমতেই চিনাকি দিছিল। লাহে লাহে কিন্তু তেওঁ বুজি আহিছিল, বৰবৰুৱাৰ ঘৰত থাকি তেওঁ চাকৰ হৈ থাকিব লাগিব, ভদ্ৰলোক হ'ব নোৱাৰে।

মেট্ৰিক পাছ কৰিলে তেওঁ। বাপেকক ফুচুলাই বাৰী-মাটিটুকুৰা বন্ধকত দি তেওঁ কলেজত পঢ়িবলৈ গ'ল। এইবাৰ কলেজৰ হোষ্টেলত তেওঁ বিৰাট জমিদাৰী থকা

বাপেকৰ ৰৰপুতেক, ৰৰবকৰাৰ বিলেটিভ, এটাইতকৈ ধুনীয়া সাজ-পাৰ পিন্ধা ছাত্ৰ, কোনোবা সুন্দৰীৰ প্ৰেমিক আদি বুলি সকলোৱে চিনি পোৱা হ'ল। চাবি বছৰত আই. এ. মহলাৰ জথলা বগাই তেওঁ যেতিয়া ঘৰলৈ ঘূৰিল, তেতিয়া তেওঁৰ মাক মৰিল, একেটা ভায়েক কোনোবা ভদ্ৰলোকৰ ঘৰত চাকৰ, বাপেক ৰবৰকৰাৰ বাৰীৰ চুকত মৃত্যুশয্যাত। বংশ-পৰিয়ালৰ ৰৰবাপেক আদিয়ে নিজ নিজ ঘৰত থাকিবলৈ তেওঁক মাতিলে। বহুতে আহি নানা বুজনি দিলেহি—"ক'ৰবাত ঘৰ এটা সাজি বাপেৰ-টোক চকুৰ আগত ৰাখি মাৰহি। লোকৰ ঘৰৰ বাৰীৰ চুকত মৰিবৰ সময়ত মুখত পানী অকণো নিদিব কোনেও। আৰু, একমাত্ৰ ভায়েৰটোক লগলৈ আন। সি ভাল ল'ৰা। ভা'ইৰ সমান বন্ধু পাবলৈ নাই।"

কলেজৰ হোস্টেলত থাকি ইমান দিনে আহৰণ কৰা 'ৰিপুটেচন' ইয়াত দুৰ্ণামত পৰিণত হ'ল। আত্ম-সন্মান বিসৰ্জন দি লোকৰ বাৰীৰ চুকত থকা বাপেকক দেখা কৰিবলৈ লগ'ল তেওঁ। লোকৰ ঘৰৰ চাকৰ হোৱা ভায়েকৰ খবৰ নকৰিলে তেওঁ। শিলঙলৈ আহি হোস্টেলত লগ পোৱা বন্ধু এজনৰ ঘৰত থাকিল। পিচ পৰা সম্প্ৰদায় বুলি প্ৰতিযোগিতা নোহোৱাকৈ সৰবৰাহ বিভাগৰ সক চাকৰি যোগাৰ কৰিলে। হোস্টেলৰ সেই বন্ধুৰে ভনীয়েকক বিয়া কৰালে তেওঁ।

লাহে লাহে ঘৈণীয়েকে তেওঁৰ সকলো ঘৰুৱা অৱস্থাৰ কথা গম পালে। বিয়াৰ চাৰি মাহৰ পিচতে বাপেক ঢুকুওৱা খবৰ এটা তেওঁ পাইছিল আনৰ মুখে। বেয়া লাগিছিল। এবাৰ টুৰত যাওঁতে হঠাতে ভায়েকক লগ পাইছিল। হুকুহুকৈ কান্দি ভায়েকে কৈছিল, সি বন্ধকী বাৰী-মাটি মোকোলালে, খেতিৰ মাটি আছে, ঘৰ সাজিলে, কৃষ্ণ কাকতিয়ে গৈ নিজৰ নামত থকা এই সকলো চমজি ল'ব লাগে। দৰকাৰত কামত লগাবলৈ তেওঁ খৱৰটো মনত ৰাখিলে—নিজৰ নামত মাটি-বাৰী থকা খবৰটো। কিন্তু ভায়েকৰ আৰু খবৰ কৰা নাই।

এই সকলোবোৰ, আৰু আন আন বহুত কথা জানে অভয়ে, জানে মহেনে। সিহঁতে তেওঁক ঘিণ কৰে বুলি তেওঁ জানে। সেই কাৰণে সিহঁতৰপৰা আঁতৰত থাকিব খোজে। এই হীন মনৰ মানুহবোৰক তেওঁ ঘিণ কৰে। তেওঁ এটা কথা বুজিব নোৱাৰে। ইমান কষ্ট কৰি তেওঁ ওৰে জীৱন যুঁজি সমগ্ৰ বংশৰ কাৰণে অৰ্জা সামাজিক প্ৰতিষ্ঠাক তেওঁৰ আপোন মানুহবোৰেই মূল্য দিব নোখোজে কিয়? আজি তেওঁৰ বংশৰ মানুহ এটাই তেওঁৰ নাম কৈ ওপৰ-মহলত চিনাকি দিয়াৰ সুবিধা হৈছে। তেওঁৰ দিনত তো তেওঁৰ বংশত এই সুবিধা নাছিল। নিজৰ মাক-বাপেক-ভায়েক সকলোকে বিসৰ্জন দি যি বিৰাট 'ত্যাগ'ৰ মাজেদি তেওঁ সামাজিক প্ৰতিষ্ঠা লাভ কৰিছে, তাক স্বীকাৰ কৰাৰ সুবুদ্ধিও নোহোৱাৰ কাৰণেই 'ছোটজাত' মানুহ সদায় 'ছোট' হৈয়ে থাকে।

কাকলিয়ে যে অভয়ক ভাল মানুহ বুলি ভাবে এই কথা কাকতিয়ে জানে। কাকলিয়ে নক'লেও জানে। তেওঁৰ জীয়েক কাকলিৰ এনে মনোবৃত্তি হোৱাটো তেওঁ নিবিচাৰে। ঈশ্বৰ দৰে কাকলিয়ে অভয়ক পুজো কৰি টিউটৰ হিচাপে ৰখাটো আন কথা। কাকতিৰ বিশ্বাস, কাকলিয়ে এই মনোবৃত্তি মাকৰপৰা পাইছে। 'মাকৰ

খৰখমো গাঁৱলীয়া; খিলওত সকতে থাকিও সেই গাঁৱলীয়া মনোবৃত্তি এৰিব পৰা নাছিল। কাকলিক তেওঁ তেওঁৰ মতেই গঢ়িছিল। কিন্তু অভয়, মহেন আদি কিছুমান অধঃপতনে যোৱা ভেকাক লগ পাই তাই নষ্ট হ'ব খুজিছে।

নীৰৱতাক সহ্য কৰা মানে আপোন দুৰ্বলতাৰ বিষয়ে মুখৰ হোৱা। সেই কাৰণেই ৰাজনৈতিক জীৱনৰ যুদ্ধত নীৰৱতাক পৰাজয় বুলি ধৰা হয়। কাকতিয়ে ভাত খাই উঠি এটা গুপ্ত আন্দোলনৰ সংবাদ দিয়াদি লাহে লাহে ক'লে,

"মই সকলো খবৰ কৰি আহিছোঁ। ধৰা পৰিছে এইবাৰ।"

অলপ ৰ'ল কাকতি। কাকলিহঁতৰ শুনাৰ কিমান ইচ্ছা চাই ল'লে। কাকলিয়ে বাপেকৰ মুখলৈ চালে—আকৌ কি নতুন কথা কয় বুলি। কাকতিয়ে কৈ গ'ল—

"সকলো অভয়ৰ বুদ্ধি। সিয়েই গৈ দেবেনক কিবাকিবি কিছুমান কৈ মোৰ বিৰুদ্ধে লগাই পঠিয়াই দিছিল। আকৌ সিয়েই আহিছিল ৰক্ষকৰ ভাৰত।" কাকলিৰ মুখলৈ চাই কাকতিয়ে বুজিলে, তাই একেবাৰে বিশ্বাস কৰা নাই। শেষ অস্ত্ৰ হিচাপে তেওঁ আকৌ ক'লে,

"বাটতে বৈ আছিল দেবেন। ভৱিত ধৰিছোঁ বুলি কৈ ক্ষমা খুজিলে। আৰু ক'লে, তোৰ চৰিত্ৰ, মাবোৱাৰীৰ লগত সম্বন্ধ আদিৰ বিষয়ে অভয়ে গৈ তাক বহুত কিবাকিবি কোৱাত খণ্ডত নিজকে পাহৰি সি সেইবোৰ কৰিলে। আমাক অতি আপোন বুলি ভাবে কাৰণে হঠাতে খং উঠি গৈছিল তাৰ। তাতে তোৰ চৰিত্ৰৰ ওপৰত তাৰ অগাধ বিশ্বাস।" মূৰ তুলি নোচোৱা কাকলিলৈ চাই চায়েই কৈ গৈছিল কাকতিয়ে।

"আপুনি লোকৰ দোষ খুঁচৰিব নালাগে। নিজৰ ল'ৰা-ছোৱালী-তিৰোতা বিক্ৰী নোহোৱাৰ উপায় কৰক"—অসহ্য হৈ কাকতিয়নীয়ে ক'লে।

কাকলিয়ে কোনো কথা নক'লে। অভয় তেনেকুৱা হ'ব পাৰে বুলি তাই ভাবিবও নোৱাৰে। কিন্তু যদি সঁচাকৈয়ে সি এই সকলোবোৰৰ গুৰি হয়!

"তোমালোকে বিশ্বাস নকৰা নাই।" কাকতি বহাৰপৰা উঠিল। বান্ধনি-ঘৰৰ দুৱাৰমুখলৈকে আহি দবক লৈ ঘূৰি চাই ঘোষণা কৰিলে—"মই কিন্তু নেৰিছোঁ। সম্বন্ধীয়া হ'ল কি হ'ল। তাৰ যে কাকলিলৈ চকু, সেইটো মই বেছ বুজি পাওঁ। চাবাইক—পুলিচৰ মাৰৰ কোবত নিজেই সৈ কাঢ়িব সি।"

কাকলি আৰু মাক ভয়ত চক্ খাই উঠিল। কিন্তু একো উত্তৰ দিয়াৰ আগতে কাকতি গৈ নিজৰ বিচনা পালেগৈ।

[ ১০ ]

এটা গভীৰ তৃপ্তিৰ অৱসাদত কাকতিৰ চিল্‌মিল্‌কৈ টোপনি আহিল—বিচনাত পৰাৰ প্ৰায় লগে লগে। অভয়ৰ বিষয়ে ঘৈণীয়েক আৰু কাকলিৰ মনত সন্দেহৰ সৃষ্টি কৰাৰ অৱসাদ, অভয়ক পুলিচৰ হাতত গতাই দিয়াৰ বিষয়ে নিজে সিদ্ধান্ত লোৱাৰ অৱসাদ, চুবুৰীয়াক ঘটনাটো তেওঁ ভৱাদি বুজাই দিব পৰাৰ কাৰণে অহা অৱসাদ,

মহেন-মিতাইতক কটু কথা ক'ব পৰাৰ কাৰণে অহা এই অৱসাদ। এইবিধ মানুহে বলে নোৱাৰা শিলক পৰি নমস্কাৰ কৰি বলে পৰা নিৰ্দোষক খণ্ডৰ ভয়ক দেখুৱায়। পাতল টোপনিত কাকতিৰ কাণত পৰিছে, কাকলিয়ে কোনোবা এটা ভায়েকক ভাত খাবলৈ জগাইছে, ষৈণীয়েকে কেঁচুৱাটোক নিচুকাইছে। কিন্তু যেন বহুত দূৰত। ৰাতি লোৱা বহুত সিদ্ধান্ত দিনৰ পোহৰত অসম্ভৱ হৈ উঠিব। অভয়ক পুলিচত দিয়াটো খুব সহজ নহ'ব বুলি তেওঁ ধৰি লৈছে। হয়তো অভয়ক তেওঁ একো নকৰেই—যদি সি তেওঁৰ ঘৰলৈ নাহে। তাক কিবা এটা কৰিবলৈ গৈ তেওঁ নিজে বিপদত পৰিব পাৰে বুলিও তেওঁ জানে। কিন্তু কেইটামানক এশিকনি দিবই লাগিব। কাক? কাকতিয়ে এই প্ৰশ্নৰ উত্তৰ বিচাৰি নাপাই বাগৰ সলায়।

বিৰবিৰকৈ কাকতিৰ কাণত পৰেহি কাকলি আৰু মাকে কথা পাতিছে। কৈছে নতুন সৰু ভাড়া-ঘৰলৈ যাব। তৃতীয়া মানুহৰ মাজত থাকিব—নিজৰ সমান মানুহৰ মাজত। বাপেক নগ'লেও জোৰেৰে নিব—নহ'লে ইয়াতে থৈ যাব। টোপনি ভাগি যায় কাকতিৰ। কাণ থিয় কৰি কথা শুনে তেওঁ। কাঁহী-বাটি সামৰিছে কাকলিহঁতে। এতিয়াই হয়তো শুবলৈ আহিব। টোপনিৰ ভাও জুৰি দীঘল দিয়ে তেওঁ। হঠাতে ভয়ত তেওঁৰ অন্তৰ কঁপি উঠে। সঁচাকৈয়ে যদি কাকলিহঁতে জোৰ কৰি নি তেওঁক নিতান্ত সাধাৰণ মানুহ বুলি পৰিচয় দি সেই সাধাৰণ মানুহবোৰৰ মাজত ৰাখেগৈ! কি কৰিব তেতিয়া তেওঁ? বাপেক-মাক-ভায়েকক অৱজ্ঞা কৰি আজীৱন সাধনাৰে গঢ়ি তোলা তেওঁৰ আভিজাত্য ক'ত থাকিব? ভয়, দুৰ্ভাৱনা আৰু হতাশাত ভাগৰি পৰিছিল কাকতি। আকৌ চিলমিলকৈ ভাগৰৰ পাতল টোপনি আহিছিল তেওঁৰ। সেই টোপনিত সপোন দেখিলে কাকতিয়ে—

: ক'ৰবাত এটা ভগা জুপুৰী ঘৰ। বাট-পথৰ চিন নাই। তালৈ ধৰি-বান্ধি তেওঁক লৈ গ'ল—এখন গৰুৰ গাড়ীত তুলি; কাকলিহঁতে। তেওঁ ইমান চিঞৰিব খুজিলে, কিন্তু নোৱাৰিলে। পলাব খুজিলে, কিন্তু হাত-ভৰি বন্ধা; আৰু চাৰিওফালে বহুত মানুহ। ঘৰটোৰ ভিতৰত তেওঁক এখন বিচনাত শুবলৈ দিলে। ইমানবোৰ মানুহে তেওঁক ঘেৰি ধৰি চাবলৈ ধৰিলে যে তেওঁ ভয়তে চকু মুদিলে। সকলোবোৰ চালোৱা-হজুৱা তলখাপৰ মানুহ। সিহঁতৰ যে কি আনন্দ তেওঁৰ নিচিনা এজন ভব্য-গব্য ভদ্ৰলোকক সিহঁতৰ লগলৈ আনিব পৰাৰ কাৰণে, তেওঁক 'পুনৰ মুষিকো' কৰিব পৰাৰ কাৰণে। অসভ্যৰ দৰে খিলখিলকৈ হঁহা মাইকী মানুহবোৰৰ লগত একেলগে মাটিতে বহি কাকলি আৰু কাকতিয়নীয়ে কথা পাতিছে। চুবুৰীয়া মানুহবোৰৰ ঘৰৰ চিঞৰ-বাখৰ দিনে-ৰাতিয়ে চলিছে। কাকলিয়ে পঢ়া-শুনা সকলো পাহৰিলে। তাই এতিয়া তাঁত বয়, পানী আনে, আৰু বোধকৰোঁ পথাৰলৈকো যায়। তেওঁক বিচনাৰপৰা উঠিবলৈ নিদিয়ে; খাবলৈও দিয়ে বিচনাতে। সকলোৱে তেওঁক মধ্যযুগীয় জন্তু এটাৰ দৰে ঘূৰি ঘূৰি চায়, চাই চাই হাঁহে। তেওঁ প্ৰায় বলিয়াৰ নিচিনা হৈ আহিছে। এদিন তেওঁ সেই মানুহবোৰে ভাওৰ ভাওৰকৈ কথা পতা শুনিলে। সিহঁতে কৈছে, চহৰৰ বকৰা, প্ৰেমচাঁদ, চৌধুৰী আদি বহুতে তেওঁক উদ্ধাৰ কৰিবৰ কাৰণে দলেবলে আহিছিল। কিন্তু তেওঁলোকৰ মটৰ-গাড়ী গাঁৱৰ সৰু বাটত

নোসোমাল। গতিকে তেওঁলোক ঘূৰি গ'ল।……আচৰিত কথা, এদিন সন্ধিয়া তেওঁৰ আগত ওলালহি তেওঁৰ মৃত মাক আৰু বাপেক। দুয়ো তেওঁক বহুত তিৰস্কাৰ কৰি ক'লে—'ভাল হৈছে, আকাশত চাং পতাৰপৰা নামি আহিলি। দেখি সুখ পাইছোঁ। নগৰবোৰক এৰি থৈ নগৰ বিচাৰি গৈ মজাটো পালি।' তেওঁ জিকাৰ খাই উঠি বহিল। দেখিলে, কোনোবাই তেওঁৰ 'স্লিপিং চুট' খুলি এখন হজুৰা চুৰিয়া পিন্ধাই দিছে। খুব জোৰেৰে চিঞৰিব খুজিলে তেওঁ। কিন্তু নোৱাৰিলে। খণ্ডত কঁপি কঁপি আকৌ বিচনাত পৰিব খোজোঁতে তেওঁ সাৰ পালে। দেখিলে বিচনাৰ ওপৰত বহি তেওঁ অকলে। লৰালৰিকৈ কাকতিয়ে নিজৰ ভাড়া-ঘৰতে আছে নে নাই ঘূৰি-পকি চাই ল'লে। কাকতিৰ আৰু টোপনি নাহিল। কি আচৰিত সপোন। এনেকুৱা সপোন কাকতিয়ে কেতিয়াও দেখা নাই। হয়তো নতুন ঘৰলৈ যোৱাৰ বিষয়ে মাক-জীয়েকে কথা পতা শুনি থকা কাৰণেই এনে সপোন দেখিলে তেওঁ। কিন্তু এইবোৰতো পিচৰ কথা। কাইলৈ বাতিপুৱাই তেওঁ ধৰুৱাবোৰক কি কৰিব, সেইটো আগতে ভাবিব লাগে। এটা সমাধান কৰিব নোৱাৰা সমস্যাৰ বিষয়ে ভাবিবলৈ লৈ কাকতিয়ে নিশাটোৰ কাৰণে টোপনিক বিদায় দিলে।

শুবলৈ যোৱাৰ আগতে কাকলিয়ে এবাৰ বাপেকক জুমি চালে। বিচনাৰ ওপৰতে বহি আছে বাপেক। এবাৰ ভাবিলে, সুধিব নেকি, কিয় শোৱা নাই। কিন্তু নুসুধিলে। কিমান চিন্তাত যে বাপেক শুব পৰা নাই। সেই কথা তাই জানে। শোৱনি কোঠাত দুটা সৰু ভায়েকৰ লগত একেখন বিচনাতে শুবলৈ আঁঠুৱাৰ তলত সোমাল কাকলি। ওচৰতে সৰু বিচনাখনত মাক। মাকৰ টোপনি আহিছে। তাই বিচনাত তললৈ পেট পেলাই গাঁৰুটো সাৱটি চকু মেলি পৰি থাকিল। লাইটটো নুমুৱাৰ পিচত প্ৰথমতে খুব আন্ধাৰ যেন লাগিছিল। এতিয়া অলপ পোহৰ পোহৰ।

ল'ৰা-ছোৱালী এটাইকিটা টোপনিত লালকাল। গোটেই ঘৰটো নিস্তব্ধ। এটাইবোৰৰ টোপনি আহিলে তাইৰ অকলৈ সাৰে থাকিবলৈ সাধাৰণতে ভয় লাগে। আজি নালাগিল। কিন্তু খুব অকলশৰীয়া যেন লাগিল কাকলিৰ। সিহঁতৰ গোটেই পৰিয়ালটো যেন অকলে ক'ৰবাত-পৰি আছে। বৰ অসহায় অনুভৱ কৰিছে তাই আজিৰ সন্ধিয়াৰ ঘটনাটোৰ পিচত। তাই ভাবি চাইছে, আজি যদি সিহঁতৰ পৰিয়ালটো নাখায়ো মৰি যায়, কোনো আগবাঢ়ি নাহে খবৰ কৰিবলৈ। বাহিৰত দেখাত বৰুৱা, চৌধুৰী আদি ডাঙৰ ডাঙৰ মানুহৰ লগত অহা-যোৱা আছে সিহঁতৰ। কিন্তু প্ৰকৃত বিপদত কাৰোপৰা এযাৰ মাতো নাপায় সিহঁতে। হয়তো এইসকলেই পিচত হাঁহি হাঁহি ক'ব—'বৰ মানুহৰ লগত ফেৰ মাৰিবলৈ আহি খাবলৈ নাপাই মৰিল।' লাভ কি এইদৰে বৰ মানুহ হোৱাৰ? হয়তো লাভ নাই, লোভ আছে। সেই লোভতে পৰিছে বাপেক। সেই কাৰণেই আজি বাপেকৰ কোনো বন্ধু নাই। বেচেৰা বাপেকৰ সদায় অহংকাৰ ভৰা মুখখন করুণ হৈ পৰিলে বৰ দুখ লাগে।

এটা হাতৰ ঢোকাত যুঁৰটো আঁওজাই থৈ কাকলিয়ে ভাবিলে, সকলো দুখৰ অৱসান হ'ব এটা ঘৰ পালে। অভয়হঁতক কোৱাৰ নিচিনা এটা সৰু ঘৰ। মাহে মাহে ধৰুৱাৰ উৎপাতত পলাই ফুৰা বাপেকেও শান্তি পাব। মনত পৰে তাইৰ,

বহুত দূৰত থকা সক সক ঘৰবোৰ সদায় তাই চায়—খুব সুখৰ ঠাই যেন লাগে। তেনেকুৱা সুখৰ হ'ব সিহঁতৰ সক ঘৰটো। যদি বহুত দূৰ হয় গুৱাহাটীৰপৰা? কেনেকৈ পঢ়িব তাই? কিবা এটা কৰিব লাগিব। আৰু, কেইমাহৰ কথা নো? টিউচন কৰি হ'লেও এই কিমাহ থাকিব তাই হোষ্টেলতে। প্ৰতি সপ্তাহত শনিবাৰে ঘৰলৈ যাব। নহ'লে নালাগে। বহুত পঢ়িলে তাই। জ্ঞান তাইৰ কিছু হৈছে। এতিয়া অকণমান শান্তি লাগে। ঘৰতে থাকি প্ৰাইভেটকৈ পৰীক্ষা দিব তাই। তথাপি তাইক লাগে এখন সক ঘৰ—য'ত ধকৰা নাই, য'ত সদায় অভিনয় কৰিব নালাগে। কিমান সুন্দৰ হ'ব সেই ঘৰখন। ঘৰ ভৰি থাকিব মানুহেৰে। সেই সৰল মানুহবোৰেৰে। কেতিয়াও অকলশৰীয়া যেন নালাগিব। আবেলিৰ পিচ-চোতালৰ মেলত গাঁৱৰ তিৰোতা ভৰি পৰিব। সুখ-দুখৰ কথা পাতিব। হয়তো তাতে কথা পতা তাই শুনিবলৈ পাব—তাইৰ বিয়াৰ কথা। আনে যোগাৰ কৰি তাইক কইনা সজাই বিয়া পাতিব। আনে দৰা বিচাৰিব, আনে দৰা চাবগৈ। এইদৰে সকলো আনে কৰা আয়োজনত নিজে কইনা হৈ নিশ্চিন্ত মনে বহি থকাৰ যি আনন্দ, সেই আনন্দ তাইৰ কাৰণে এতিয়াও সপোন।···মানুহৰ মাজতে কি ব্যৱধান। ইয়াত এতিয়া তাই চহৰৰ কামনাৰ উপভোগৰ বস্তু। সকলোৱে চাবনিত সেই কামনা তাই দেখা পায়। কিন্তু সেই গাঁৱৰ মানুহৰ মাজত এজনী গাভৰু ছোৱালী মানে এখন সুন্দৰ ঘৰৰ ভৱিষ্যৎ গৃহিণী। তাতো কামনা আছে। কিন্তু······

ছিঃ, নিজৰ বিয়াৰ কথা ভবাত লাগিল তাই। আচৰিত, ইমান ৰাতি হ'ল, অথচ আজি ভয় লগা নাই। হয়তো আৰু কেতিয়াও ভয় নালাগিব তাইৰ। তাই যেন নিৰ্ভয় হোৱাৰ বাণী পাইছে অন্তৰৰপৰা।

ভয় নাই কাৰণেই আজি সকলো কথা নিশংকোচে ভাবিব পাৰে তাই। ওপৰা-ওপৰিকৈ অহা দুৰ্যোগবোৰৰ মাজত নিজৰ বিষয়ে একেবাৰে পাহৰি গৈছিল তাই। দেবেনে কৰা সেই গণ্ডগোলৰ পিচৰপৰা ভাত ৰান্ধি ঘৰখনক খুউৱাৰ পিচলৈকে নিজৰ কোনো কথাকে ভাবিবলৈ সময় পোৱা নাছিল তাই। কিন্তু নিজৰ জীৱনত আজি তাইৰ যি দুৰ্ঘটনা হৈ গ'ল, তাৰ পৰিপূৰণ তাই গোটেই জীৱনতে কৰিব নোৱাৰে। অথচ সেই সাংঘাতিক দুৰ্ঘটনাটোৰ কথাও এতিয়ালৈকে পাহৰি আছে তাই। আচৰিত কথা, কোনেও তাইক এবাৰো প্ৰশ্নও নকৰিলে, কিয় তাই পাগলীৰ দৰে আহি দেবেনহঁতৰ আগত থিয় হৈছিলহি। সমূখ বিপদত পৰি হায়ৰাণ হোৱা বাপেক-মাকেও লক্ষ্য নকৰিলে তাইক।······ছিঃ, বাদ দে সেইবোৰ কথা···।

কিন্তু কিয় বাদ দিব তাই! তাই জানো মানুহ নহয়? নে তাই এটা বিশেষ যন্ত্ৰ—যি যন্ত্ৰেৰে বাপেকে ভদ্ৰতা ৰক্ষাৰ কাৰণে টকা উপাৰ্জন কৰাৰ পথ পৰিষ্কাৰ কৰে, ঈশাই যি যন্ত্ৰক সময়ত কামত লগাবলৈ লগত ৰাখে, প্ৰেমচাঁদে যি যন্ত্ৰক কাম চৰিতাৰ্থৰ কাৰণে ব্যৱহাৰ কৰিব খোজে?

আবেলিটোৰ কথা মনত পৰাৰ লগে লগে বাকী সকলো কথা পাহৰি গ'ল কাকলিয়ে। বাপেকৰ অৱস্থা দেখি দুখ লগা, নতুনকৈ সক ভাড়া-ঘৰ পোৱাৰ সমস্যা, দেবেনৰ অসভ্যালিৰ কথা—সকলো পাহৰিলে কাকলিয়ে। তাইৰ চকুৰ আগত

জিলিকি উঠিল এক নিষ্ঠুৰ অত্যাচাৰৰ কাহিনী—জীয়া কাহিনী—এতিয়াও অকণো বিকৃত নোহোৱা সঁচা কাহিনী। কাকো ক'ব পৰা নাই তাই সেই কথা। ঈশাকো আনকি নিজেও এবাৰ সম্পূর্ণকৈ ভাবি চোৱা নাই। ভয়তে। এতিয়া তাইৰ ভয় নাই। তাই ভৱিষ্যতৰ বিষয়ে ঠিক কৰি পেলাইছে। এনেয়ে হ'লে এই ঘটনা লুকাই থোৱাৰ বাহিৰে এজনী অবিবাহিতা গাভৰুৱে আন একো কৰিব নোৱাৰে। কিন্তু মিছা-ভদ্ৰতাৰ পোছাক খুলি পেলাইছে তাই। এই ঘটনায়েই তাইক শিকালে, বেছি লুকাবলৈ গ'লে তাই নিজকে শেষ কৰি দিব লাগিব।

ওপৰলৈ মুৰকৈ বিচনাত পৰিল কাকলি। ভাগৰত অৱস হোৱা চকু জপাই দিলে। চকুৰ পতাত কথা-ছবিৰ দৰে তাই নিজেই চাই গ'ল—আজিৰ আবেলিৰ কাকলিজনীক।

একেবাৰে সাজু নাছিল তাই আজি আবেলি কোনো ঘটনাৰ কাৰণেই। আনকি সন্দেহো কৰা নাছিল। ঈশা আৰু ঈশাৰ প্ৰেমিক দত্তৰ লগত বনিহাটত ফুৰিবলৈ যাওঁতে ফুৰাৰ কাৰণেই তাই গৈছিল; আৰু গৈছিল ঈশাৰ কাৰণে। বনিহাটত সিহঁতক নমাই দিয়াৰ পিচত ঘূৰি আহিবলৈ ওলাওঁতে প্ৰেমচাঁদক ঈশাই হয়তো ভদ্ৰতা কৰিয়েই কৈছিল—"এতিয়াই যায় নে? ৰ'ব।" প্ৰেমচাঁদ থাকিল সিহঁতৰ লগতে। সুবিধা ল'লে ঈশাই। হাঁহি হাঁহি ক'লে, "তই প্ৰেমচাঁদৰ লগতে অলপ চাউল-দাইলৰ দৰ-দামৰ কথা পাত। বেয়া নাপাবি। মই মিস্টাৰ দত্তৰ লগত অলপ প্ৰাইভেট্‌লি কথা হৈ লওঁ। ওচৰতে থাকিম। সোথিনিতে।" আপত্তি কৰিছিল কাকলিয়ে। কৈছিল—"থাকিম বাৰু। তই দেৰি নকৰিবি। মোৰ ঘৰতো কাম আছে। আৰু প্ৰেমচাঁদক মোৰ কোনো দৰকাৰ নাই।" ওচৰতে থকা প্ৰেমচাঁদে শুনাকৈ কৈছিল তাই। সি নিজে আগবাঢ়ি আহি কৈছিল, "মই নিচত একটা নেপালী দোকানত অলপ কাম কৰিম। আপ্‌নিলোক যাব খুজিলে গাড়ীৰ হৰ্ণ বাজাই মাতিব মুক।" সি কোনো উত্তৰলৈ অপেক্ষা নকৰি গুচি গৈছিল। প্ৰেমত পৰিলে ছোৱালীবোৰ বৰ স্বাৰ্থপৰ আৰু বলিয়া হয় বোধকৰোঁ। দত্তই কৈছিল ভদ্ৰতা কৰি—কাকলিকো লগত ল'ব লাগে বুলি। কিন্তু ঈশাই নিলাজৰ দৰে তাক টানি লৈ গ'ল—জুৰিটোৰ পাৰে পাৰে গৈ, নেদেখা হ'ল। দূৰৰপৰা দুই-এবাৰ উকিয়ালে ঈশাই। কাকলিয়েও সমিধান দিলে। চাৰিটা উকি মৰাৰ পিচতে ঈশাই গছ-পাতৰ নাও সাজি উটুউৱাৰ কথা। আৰু কেইখন নাও যায়, কাকলিয়ে জুৰিৰ পাৰত বৈ হিচাপ ৰখাৰ কথা। জুৰিটোৰ পাৰতে ৰোৱা গাড়ীখনত আঁউজি তাই বৈ আছিল, গছ-পাতৰ নাও চাবলৈ। এখনো নাও অহা নাই। কোন ফালৰপৰা কেতিয়া প্ৰেমচাঁদ আহি তাইৰ পিচত থিয় হৈছিলহি তাই নাজানে। তাইৰ পিঠিত হাত দিওঁতে গম পালে তাই। প্ৰেমচাঁদৰ কথা পাহৰি গৈছিল তাই। পিঠিত হাতৰ পৰশ পাই ভাবিছিল, লুকাই লুকাই ঈশা অহা বুলি ভয় খুৱাবলৈ। লবালবিকৈ ঘূৰি চাই দেখে সেইটো প্ৰেমচাঁদ। চকুত তাৰ পৃথিবীৰ সকলো নীতি-নিয়ম উপেক্ষা কৰা অশ্লীল কামনা। জোৰেৰে হাতখন এফালাই দি তাই খঙেৰে কৈছিল—"অসভ্যামি নকৰিব।" অকণো ভয় নকৰি জোৰেৰে তাইক সাবটি ধৰিছিল প্ৰেমচাঁদে। চিঞৰিব খুজিছিল তাই। সি তাইৰ মুখত তাৰ মুখ

হেঁচি ধৰি ধৰি সোপা দিছিল। তাই যুঁজিলে—শেষলৈকে যুঁজিলে—তাইৰ সকলো সর্বনাশ কৰাৰ পিচতো তাই তাক এটা চৰ মাৰিলে। সি মাত্ৰ হাঁহিলে—কুৎচিৎ এটা হাঁহি। নির্ভয়ে প্রেমচাঁদে তাইক আক্রমণ কৰিছিল। একেবাৰে নিবাৰৱণ অৱস্থাত থাকি তাই অনুভৱ কৰিছিল পিঠিত কেঁচা ঘাঁহৰ পৰশ। দেহৰ ওপৰত এটা মঙহাল ভূঁইকঁপ। মুখেৰে মাত মোলোৱা হোৱালৈকে চিঞৰিছিল তাই—'মোক ক্ষমা কৰা, মোক এৰি দিয়া, মোৰ জীৱনটো নষ্ট নকৰিবা……' নাই, পৃথিৱীত দয়া-মায়া-কৰুণা নাছিল। পৃথিৱীৰ কাণ নাছিল। তাইৰ সকলো চিঞৰ তল পেলাই তাইৰ কাণত বাজিছিল ঘন ঘন উশাহৰ শব্দ আৰু তাৰ মাজে মাজে—'মই তমাক টাকা দিম, কিছু ভয় নাই, মুই কাকো নকওঁ, তুমি বহুত ভাল—চুন্দৰ, কোনো আহা নাই' আদি কিছুমান কুৎচিৎ ইংগিত থকা শব্দ। তাইৰ চকুৰ ওপৰত থকা আকাশখনে দোলন খেলিছিল।

কোনোঁ অনুভূতি নাছিল তাইৰ। দেহৰ মিলনৰ কোনো সুখৰ সম্ভেদ তাই পোৱা নাছিল। সম্পূর্ণ দেহাটো তাই প্রেমচাঁদক এৰি দি ডাঙৰ ডাঙৰ চকু মেলি অস্থিৰ আকাশখন চাই চাই তাই খঙতে কৈছিল—'চাই থাকা, বহল বহল চকু মেলি চাই থাকা।' কোনো প্রতিবাদ, কোনো অনুনয়-বিনয়, কোনো কাকুতি-মিনতিৰে নিজক ৰক্ষা কৰিব নোৱাৰিলে। পৃথিৱীৰ দৰে পৰি থাকিল তাই, আকাশৰ দৰে অপলক দৃষ্টিৰে চকু মেলি থাকিল তাই—কোনোবা আহি উদ্ধাৰ কৰাৰ আশাত। পিঠিৰ তলত চেপেটা হোৱা ঘাঁহবোৰৰ দৰে সহ্য কৰি গ'ল তাই। তাই ভাগৰি পৰি ভাবিছিল, তাই যদি মৰি থাকে খুব ভাল হয়। এবাৰ অনুভৱ কৰিছিল, পৃথিৱীয়ে ফাট মেলি তাইক পাতাললৈ নিব খুজিছে।…… ··বহুত পৰ। তাৰ পিচত সি তাইৰ কাপোৰ ঠিক কৰি দিছিল, তাইৰ বেগত এশ টকা দিছিল। তাই কোনো শব্দ নকৰাকৈ বহি আছিল একে ঠাইতে। কি কৰিব তাই ভাবি পোৱা নাছিল, ভীষণ ঘিণ লাগিছিল নিজলৈ, গোটেই জগৎখনলৈ। ঈশাহঁত আহি তাইক সেইদৰে বহি থকা পাইছিলহি। সিহঁতৰ পলম হোৱা কাৰণে খং উঠা বুলি ভাবি ঈশাই তাইক ক্ষমা খুজিছিল। প্রায় জোৰকৈ তাইক গাড়ীত তুলি লৈ আহিছিল।

এইমাত্র হোৱা যেন লাগিল সেই ঘটনাটো তাইৰ। তেতিয়া তাই লাজতে ঈশাক এই বিষয়ে কোনো ইংগিতকে দিব পৰা নাছিল। এতিয়া কিন্তু তাইৰ ভীষণ খং উঠিল। কিয় লুকাই থ'ব? তাইৰ এই দুর্ভোগৰ কাৰণে তাইৰ কি দোষ? এই কথা লুকাই থৈ তাই এই অসভ্যামি কৰি যোৱাৰ সুবিধা দিব কিয়? সিহঁতৰ অশ্লীলতাক আৱৰি ৰাখিব কিয়?

গোটেই পৃথিৱীক চিঞৰি কৈ দিবৰ মন গ'ল তাইৰ। অনুভৱ হ'ল, তাই এতিয়াও বুকুত এটা দুমোণীয়া মাংসৰ বোজা লৈ পৰি আছে। তাইৰ চিঞৰত মানুহ গোট খাইছে। তাই যেন চিঞৰি চিঞৰি কৈছে—

"মোৰ একো লাজ নাই। তোমালোকে চোৰাঁহি, সকলোৱে চোৰাঁহি। ভদ্রলোকসকলে চোৰাঁহি। সতীত্বৰ গুণ গোৱা ভদ্রলোকসকলে চোৰাঁহি। ঘৰত

সতী হৈ বহি থকা তিৰোতাসকলে চোৱাঁহি। মোক বলেৰে, জোৰ কৰি, নাঙঠ কৰি পেলাই থৈছে এই পৃথিৱীৰ ওপৰত—ধনৰ কাৰণে ভাওৰ হোৱা মাচুহে। মোৰ ওপৰত বলাৎকাৰ কৰিছে। মই নিৰুপায়—সহায়বিহীন। সৃষ্টিৰ মূল দৈহিক মিলনক অশ্লীল কৰি, ঘৃণনীয় কৰি তুলিছে মোৰ কাৰণে, পৃথিৱীৰ সকলোৰে কাৰণে। লাজ লাগিছে? মোক অশ্লীল যেন লাগিছে? কিয়? পৱিত্ৰ দৈহিক মিলনৰ যোগেদিয়েই তো আমি পুৰুষানুক্ৰমে সৃষ্টিৰ মাজেদি আমাৰ কৃষ্টি-প্ৰগতি গঢ়ি তুলিছোঁ, আমি মাতৃত্ব লাভ কৰি মহীয়ান হৈছোঁ। সেই ৰুচি আৰু নীতি অনুসাৰে হোৱা দৈহিক মিলনক তো তুমি কেতিয়াও অশ্লীল বোলা নাই! কিন্তু কোনে কৰিছে এই শালীনতাক অশ্লীল? চাই যোৱাঁহি।

মই পৰি আছোঁ। মোৰ ওপৰত সকলো ধৰণৰ অত্যাচাৰ চলিছে। মই উলংগ। মোক উলংগ কৰা মানুহটো উলংগ। লাজ লাগিছে? মোক অশ্লীল বুলিব খুজিছা? কিন্তু ধনৰ লোভ দেখুৱাই ধনৰ বলেৰে মোৰ ওপৰত কৰা এই অত্যাচাৰ, সমাজে দেখিও নেদেখাৰ ভাও ধৰি থকা এই অশ্লীলতাৰ কাৰণে তোমালোকৰ নিজৰ লাজ নালাগে নে? আজি মোৰ ওপৰত কৰা অত্যাচাৰ নেদেখাৰ ভাও ধৰি গৈছা। কিন্তু কাইলৈ যেতিয়া তোমালোকৰ ঘৰে ঘৰে একে অত্যাচাৰ আৰম্ভ হ'ব? ভাবা, বিচাৰ কৰি চোৱাঁ—মোৰ নিচিনা শত শত নিৰপৰাধ সৎ নাৰীৰ হৈ সত্য কথা হুবহু ৰূপত তোমালোকৰ চকুৰ আগত দাঙি ধৰাৰ কাৰণে মই অশ্লীলতাৰ দোষত দোষী, নে ধন-প্ৰতিপত্তিৰ বলত এই শালীন মিলনক অশ্লীল ৰূপ দিয়া পশুবিলাক দোষী। কাপোৰ মোক নালাগে। কোনো লাজ মোৰ নাই। মই এই অৱস্থাতে থিয় হৈছোঁ—এই অশ্লীলতাৰ অৱসান বিচাৰি। নহ'লে এই সমাজ-ব্যৱস্থাত এদিন গৈ সকলো নাৰীয়েই তোমালোকৰ চকুৰ আগত মোৰ দৰে নাঙঠ হৈ পৰিবগৈ।

পিচৰ কিছুমান কথা সঁচাকৈয়ে চিঞৰি চিঞৰি ক'লে ভাই। বাপেক-মাক উঠি আহি জোকাৰি দিলেহি তাইক। নতুনকৈ সাৰ পালে তাই। তাই কোঁপাইছিল—ভাগৰত। বাপেক-মাকে সোধা বিভিন্ন প্ৰশ্নৰ কোনো উত্তৰ দিব নোৱাৰিলে তাই।

বাতিটো গৈ থাকিল পুৱাক বিচাৰি। কাকলি বহি থাকিল অন্ধকাৰ কোঠাটোত নিলাজ সমাজ এখনৰ অৱসান বিচাৰি—সতীত্বৰ সকলো মানসিক শুচিতাৰ প্ৰতীক হৈ।—তেতিয়া বহুত ৰাতি।

এয়া গুৱাহাটী। ১৯৫৯ চন। আহিন মাহ।

চিনাকি ঃ

আমাৰ প্ৰকাশিত সাহিত্য সম্ভাৰ ঃ

**ডাঃ ভুবনাথ শৰ্মা বৰদলৈ :**
॥ যৌনজীৱন ॥ ২০'০০
॥ সমাজ-সমীক্ষা :
অপৰাধ আৰু অনাচাৰ ॥ ১২'০০

**চৈয়দ আব্দুল মালিক :**
॥ এটা সূৰ্য দুখন নদী আৰু এখন মৰুভূমি ॥ ৮'০০
॥ সোণালী সূতাৰে বন্ধা ॥ ৭'০০
॥ বহুত বেদনা এটোপা চকুলো ॥ ৭'০০
॥ শিল আৰু শিখা ॥ ৭'০০
॥ জীয়া-জুৰিৰ ঘাট ॥ ৭'৫০
॥ ৰজনীগন্ধাৰ চকুলো ॥ ৭'০০
॥অমৰ-মায়া ॥ ৫'০০

**নিৰোদ চৌধুৰী :**
॥ দেহ দেউল ॥ ৬'৫০
॥ দেৱী ॥ ৬'৫০
॥ নিশিগন্ধা ॥ ৭'০০
॥ বুঢ়ী গঙ্গাত জুই ॥ ৮'০০

**বিজয় শংকৰ শৰ্মা :**
॥ মৌচুমী প্ৰান্ত ॥ ৬'৫০

**মনোমোহন মহন্ত :**
॥ দিলবাগৰ গুলবাহু ॥ ৬'৫০

**নীলিমা শৰ্মা :**
॥ অন্বেষণত ॥ ৬'৫০

**জুম্মেৰ দাই :**
॥ কইনাৰ মূল্য ॥ ১০'০০

**পদ্ম বৰকটকী :**
॥ নতুন দিনৰ কইনা ॥ ৯'৫০
॥ মৰমৰ চিন ॥ ( যন্ত্ৰস্থ )
॥ বিয়াৰ প্ৰথম নিশা ॥ ৫'৫০
॥ ৰীতাৰ প্ৰেম ॥ ৫'৫০
॥ নজলা ধূপৰ ইতিকথা ॥ ১২'০০

**সত্যেন বৰকটকী :**
॥ এচেঙিং কুম্জেলেকুৰা ॥ ৭'০০

**লক্ষ্মীনন্দন বৰা :**
॥ অচিন কইনা ॥ ৬'০০
॥ গঙা-চিলনীৰ পাখি ॥ ৮'০০

**ৰমা বেজবৰুৱা :**
॥ নাৰীৰ মন ॥ ৮'০০

**হেমেশ্বৰ দিহিঙ্গীয়া :**
॥ মাধৰী ॥ ৫'০০

**হেম বৰুৱা :**
॥ আঁচুফুল ॥ ৮'০০

**ত্ৰৈলোক্য গোস্বামী :**
॥ সাহিত্য-কলা আৰু তাৰ বিচাৰ ॥ ১০'০০

**হিতেশ্বৰ বৰবৰুৱা :**
॥ তিৰোতাৰ আত্মদান কাব্য ॥ ৬'০০
॥ যুদ্ধ-ক্ষেত্ৰত আহোম ৰমণী ॥ ৬'০০

---

বিঃ দ্ৰঃ অগ্ৰিম নপঠালে ডাকযোগে কিতাপ পঠোৱা নহয়।

---

মিত্ৰ এজেঞ্চি এণ্ড কোং : ডিব্ৰুগড় : অসম